**Patal Bhairavi :** A social novel written by Dr. Lakshmi Nandan Bora and published by Sri Rajendra Mohan Sarma, Dr. Rabindra Mohan Sarma, on behalf of Chandra Prakash, Panbazar, Guwahati-781001 *Price . Rs. 200.00 only*

---

**প্ৰকাশক :** ৰাজেন্দ্ৰ মোহন শৰ্মা
ডাঃ ৰবীন্দ্ৰ মোহন শৰ্মা
চন্দ্ৰ প্ৰকাশ
পাণবজাৰ, গুৱাহাটী- ১
দূৰভাষ : ২৫১১৯৪৬



**পঞ্চম প্ৰকাশ :** ২০০৭

**বেটুপাত :** ত্ৰৈলোক্য দত্ত

**মূল্য :** ২০০.০০ টকা

**ডি. টি. পি. :** ষ্টেণ্ডাৰ্ড ইম্প্ৰেচন
কালিপুৰ, গুৱাহাটী

**ছপা :** অৰোৰা ফাইন আৰ্টচ
বামুণীমৈদাম, গুৱাহাটী-২১

# ব্যক্তিগত

প্ৰায এবছৰ ধৰি লিখা উপন্যাসখনিৰ ঘটনাক্ৰম আৰু চৰিত্ৰাৱলী মোৰ পূৰ্বৰ সৃষ্টিতকৈ বহুত সুকীয়া। পৰিৱেশো হ'ল ডিব্ৰুগড়ৰপৰা ডিগবৈলৈকে আৰু উত্তৰে লক্ষীমপুৰ জিলালৈকে। এই বিস্তীৰ্ণ অঞ্চলটোৰ বিবিধ জাতিৰ লোক, অনা অসমীয়াসকলৰ ব্যৱসায-বাণিজ্য আৰু অপৰাধপ্ৰৱণ পাতাল জীৱনক ভালেমান বছৰৰ পৰা ঔপন্যাসিকৰ দৃষ্টিৰে চাই আহিছোঁ আৰু সেই অনুক্ৰমে অনুসন্ধান চলাই আহিছোঁ। ব্যৱসায়িক অসাধুতা, চোৰাং বজাৰ, অপৰাধ আৰু মোৰ পৰিচিত কিছুমান অদ্ভুত চৰিত্ৰ আৰু সিহঁতৰ পাপচেতনাৰে সৈতে অঞ্চলটোৰ সমাজতত্বৰ ফালৰপৰা ভীতিসঞ্চাৰক আৰু ঔপন্যাসিকৰ ফালৰপৰা আকৰ্ষণীয়। ইয়াত মানবীয় মৌল প্ৰবৃত্তিসমূহ কেঁচা বা অমাৰ্জিত ৰূপত বিচাৰি পোৱা যায়। বিভিন্ন শিল্প-প্ৰতিষ্ঠানৰ বাবে খ্যাতি লাভ কৰা অঞ্চলটোত পুৰণি আৰু নতুনৰ মাজত তীব্ৰ বিৰোধ। ফলত কিছুমান সুন্দৰ প্ৰমূল্যৰ মৃত্যু ঘটিছে আৰু ইযাৰ বাবে বৰণীয়া সাংস্কৃতিক ঐতিহ্যও দ্ৰুত অবক্ষয়ৰ পথত। ইযো এজন ঔপন্যাসিকৰ বাবে বেদনাৰ বিষয়, যি বেদনাই শিল্পকৰ্মত প্ৰাণৰ স্পন্দন দিযে।

উপন্যাসখনত হাত দিযাৰ আগতে ভাবিছিলোঁ যে ইযাৰ মূলধন হ'ব লাগিব ব্যাপ্তি, বৈচিত্ৰ আৰু গতিশীলতা'। এই ক্ষেত্ৰত কিমান দূৰ সফল হৈছোঁ পাঠক সমাজেহে মতামত দিব পাৰিব। কিন্তু আমাৰ ফালৰপৰা যত্নৰ ত্ৰুটি হোৱা নাই। আমাৰ মতে ইযাত কেঁচা মাটিৰ গোন্ধো থাকিব লাগে, চহৰীয়া কৃত্ৰিমতাৰ গোন্ধো থাকিব লাগে।

পৰিৱেশ সৃষ্টি কৰাত দুজন লোকে বেছ সহায় কৰিলে, পটভূমি ৰচনাৰ ক্ষেত্ৰতো। তেওঁলোক দুযো সাধাৰণ নাৰবীয়া। কেও-কিছু নোহোৱা দুজন বুঢ়া মানুহ। ডিব্ৰুগড়ৰ সমীপৱৰ্তী ঘাট দুটাই তেওঁলোকৰ থকা ঠাই। ছৈ দিয়া নাও দুখনেই তেওঁলোকৰ ঘৰ। বৰ লুইতত আৰু বৰ লুইতৰ পাৰে পাৰে চলা কানি ভাঙৰ চোৰাং কাৰবাৰৰ তেওঁলোক নিৰ্লিপ্ত সাক্ষী। হৃদয় গুণত তেওঁলোক মহৎ। নিৰ্লিপ্তিও উপনিষদৰ পখীৰ দৰে। নাম

দেউতা আৰু নান্‌কা। অসমীয়া মুছলমান। 'পাতাল ভৈৰৱী'ক ছপাবলৈ দিয়াৰ সময়তে নান্‌কা ঢুকাল; বৰ লুইতৰ বালিৰ সজা জুপুৰীত। দেউতাই চকুৰে নেদেখে। চকুত ছানি পৰিছে। অস্ত্রোপচাৰ কৰিবলৈ নিদিয়ে। তেওঁৰ আৰু অসুখ আছে। ওচৰ চুবুৰীয়া মানুহখিনিয়েই তেওঁৰ ল'ৰা-ছোৱালী। দৃষ্টিহীন বুঢ়া গৰাকী দিনে আল্লাক ধিয়াই থাকি এতিয়া মৃত্যুপথ-যাত্রী। কেৱল নান্‌কাক লৈ এখন উপন্যাস হ'লহেঁতেন। কিন্তু অকস্মাতে কালে তেওঁক হৰি নিলে। কিন্তু 'পাতাল ভৈৰৱী'ত তেওঁ এটা চৰিত্ৰ হৈ থাকিল। এই দুয়ো ব্যক্তিলৈ মোৰ কৃতজ্ঞতা যাচিলোঁ যদিও তেওঁলোকেহে গম নেপাব। দুখৰ কথা। নান্‌কালৈ অশ্রু অঞ্জলি যাচিলোঁ।

কল্পনাৰ খাতিৰত সত্যক বনবাসী কৰা নাই। তাৰ বাবে কষ্ট কৰিবলগীয়া হ'ল, বহুতক লগ পাবলগীয়া হ'ল, অনুসন্ধানৰ যোগেদি অপৰাধৰ অভিপ্রায়ো পোৱা গ'ল। সেয়েহে 'পাতাল ভৈৰৱী', লিখি থকা সময়খিনি খুব ভালকৈ উপভোগ কৰিব পাৰিছিলোঁ। ইয়াৰে ফলশ্রুতি হ'ল এই ভিন্ন মেজাজৰ উপন্যাসখন। ইয়াত হয়তো 'গঙা চিলনী'ৰ পাখিৰ লেখকজনক বিচাৰি নেপাব; পাব 'পতন'ৰ লেখকজনকহে।

পঢ়ুৱৈসকলে 'পাতাল ভৈৰৱী'ক কেনে ধৰণে গ্ৰহণ কৰে ক'ব নোৱাৰোঁ। মাথোন ইয়াকে ক'ব পাৰোঁ যে উজনি অসমত জীৱনৰ সৰহভাগ সময় কটোৱা এই লেখকজনৰ প্রচেষ্টা অন্ততঃ আশাসুধীয়া আছিল।

১৭.১১.৮৬

# দ্বিতীয় সংস্কৰণত লেখকৰ একাষাৰ

কম সময়ৰ ভিতৰতে 'পাতাল ভৈৰৱী' প্ৰথম সংস্কৰণৰ বিক্ৰী শেষ হৈ যোৱাটোৱে প্ৰমাণ কৰিলে যে অসমৰ পঢ়ুৱৈসকলৰ উপন্যাস-ক্ষুধা সামান্য পৰিমাণেহে পূৰণ হৈছে। তাৰ বাবে পঢ়ুৱৈসকলক কৃতজ্ঞতা জনাইছোঁ আৰু লেখক হিচাবে উপকৃত আৰু অনুপ্ৰাণিত হৈছোঁ। অকল এয়ে নহয়। পাঠক, প্ৰকাশক আৰু চিনাকি লোকৰ মুখে শুনিছোঁ যে ১৯৮৭ চনত ই জনপ্ৰিয়তাৰ শিখৰত আছিল আৰু সাহিত্যৰসিকৰ মাজত ই যথেষ্ট আলোচনাৰ বিষয় হৈ পৰিছিল। এয়া হয়তো এখন বজাৰ সাহিত্যিক সচেতনতাৰ চিন। তাৰ বাবে মই অসমৰ ৰাইজক আৰু মোৰ অজস্ৰ পঢ়ুৱৈক প্ৰণতি জনাইছোঁ।

কহিনুৰ ভ্ৰাম্যমান নাট্যগোষ্ঠীয়ে এই উপন্যাসখন মঞ্চলৈ আনিলে। সৰ্বভাৰতীয় পৰ্য্যায়ৰ ইংৰাজী পত্ৰিকীয়া India Today ৰ মতে ১৯৮৭-৮৮ চনৰ ত্ৰিশটা নাট্যগোষ্ঠীৰদ্বাৰা মঞ্চস্থ সকলো নাটকৰ ভিতৰত তিনিখন নাটকেহে হেনো দৰ্শকৰ বিশেষ দৃষ্টি আকৰ্ষণ কৰিছিল আৰু এই তিনিখন নাটকৰ বাবেহে ভ্ৰাম্যমান নাট্যঘৰত সৰ্বাধিক ভিৰ হৈছিল। তাৰে এখন হ'ল 'পাতাল ভৈৰৱী'। ইয়ো মোৰ বাবে এক অভূতপূৰ্ব অভিজ্ঞতা। উপন্যাসত জীৱনৰ বিচাৰ বিশ্লেষণ কেনে হ'ব লাগে আৰু উপন্যাসৰ লগত কেনেকৈ হৃদয়ৰ সম্পৰ্ক হ'ব পাৰে তাৰে এটা আভাষ দিলে 'পাতাল ভৈৰৱী'ৰ প্ৰচুৰ জনপ্ৰিয়তাই। সেই কাৰণেও মোৰ অজস্ৰ জ্ঞাত অজ্ঞাত পঢ়ুৱৈৰ প্ৰতি চিৰঋণী হলোঁ।

বহুতে ক'ব খোজে যে 'পাতাল ভৈৰৱী'ৰ সাফল্যৰ মূলতে হ'ল ইয়াৰ তীব্ৰ গতি, নিষিদ্ধ জীৱনৰ ছবি, ৰাজনৈতিক শ্লেষ আৰু এইবোৰৰ আধাৰত জীয়া জীৱনৰ ছন্দ। কথাটো হ'ব পাৰে। মোৰ বোধেৰে পাতাল জীৱনক নিষ্ঠাৰে, অনুকম্পাৰে আৰু পাপ-পুণ্যবিবৰ্জিত নৈৰ্ব্যক্তিক দৃষ্টিৰে চাই স্বৰূপ অনুসন্ধানৰ যোগেদি লিখা কাৰণেহে কিজানি ই সাহিত্যৰসিকৰ মনোযোগ আকৰ্ষণ কৰিব পাৰিছে। এই ক্ষেত্ৰত এজন লোকৰ কথা পাহৰিব নোৱাৰোঁ। তেওঁ নথকা হেঁতেন 'পাতাল ভৈৰৱী'ক পাঠকে নেপালেহেঁতেন। তেওঁ হ'ল ডিব্ৰুগড় কানৈ মহাবিদ্যালয়ৰ অধ্যক্ষ শ্ৰীকল্যাণ কুমাৰ বৰুৱা। তেওঁৰ যোগেদি মোৰ উপন্যাসত থকা আচল মানুহ দেউতা আৰু বৰ্ছিৰৰ

(আচল নাম নান্‌কা) লগত আৰু ব্ৰহ্মপুত্ৰৰ মাজৰ বালিচাপৰিৰ জীৱনৰ লগত পৰিচয় ঘটিছিল। আৰু মনত পৰিছে ডিব্ৰুগড় জিলা কাৰাগাৰত থকা ভালেমান পাতাল জীৱনৰ লগত যুক্ত কাৰাবাসীক। উপন্যাসখনিত তেওঁলোকৰ অৰিহনাও প্ৰচুৰ। তেওঁলোকৰ নামবোৰ পাহৰিছোঁ, চেহেৰাবোৰহে মনত আছে। তেওঁলোকলৈ মোৰ বৰ মনত পৰিছে। কাহানিও লগ পোৱাৰ সম্ভাৱনা নথকা এই মানুহখিনিলৈ মোৰ ধন্যবাদ যাচিলোঁ। লগতে ধন্যবাদ যাচিলোঁ কেইজনমান আপকাৰী আৰু আৰক্ষী বিষয়াক।

দ্বিতীয় সংস্কৰণ প্ৰকাশ হোৱা বাবেই মোৰ সুযোগ মিলিছে কেইজনমান লোকক ছপা যোগেদি কৃতজ্ঞতা জনোৱাৰ। তেওঁলোক হ'ল, 'সাহিত্য প্ৰকাশ'ৰ নিষ্ঠাবান পৰিচালক ভাতৃপ্ৰতিম শ্ৰীৰজনী শৰ্মা, ট্ৰিবিউন প্ৰতিষ্ঠানৰ শ্ৰীহৰেকৃষ্ণ বৰ্মন, 'কহিনুৰ'ৰ মালিক ভাতৃপ্ৰতিম শ্ৰীৰতন লহকৰ আৰু কথা সাহিত্যিক আৰু ছাত্ৰ শ্ৰীফুলেন বৰ্মনক। লগতে ধন্যবাদ আগবঢ়াইছোঁ 'অসম বাণী', 'প্ৰকাশ' আৰু 'ৰূপকাৰ'ত 'পাতাল ভৈৰৱী'ৰ সমালোচনা লিখা লোক কেইগৰাকীক। তেওঁলোকৰ দুজনৰহে নাম জানিব পাৰিছোঁ। 'অসম বাণী'ত কোনে সমালোচনা লিখিছিল ক'ব নোৱাৰোঁ। 'প্ৰকাশ' আৰু 'ৰূপকাৰ'ত সমালোচনা ওলাইছিল ক্ৰমে শ্ৰীদীনেশ গোস্বামী আৰু পদ্ম হাজৰিকাৰ নামত। এই তিনিওগৰাকী সমালোচকৰ বিশ্লেষণৰ গভীৰতা আৰু বৌদ্ধিক নিৰ্লিপ্তসুলভ বিচাৰৰ গভীৰতাই মোৰ অন্তৰ স্পৰ্শ কৰিছিল। হয়তো এনে সমালোচনাও 'পাতাল ভৈৰৱী'ক ৰাইজে ভালকৈ গ্ৰহণ কৰাৰ অন্যতম কাৰণ।

'পাতাল ভৈৰৱী' মুদ্ৰণ - ত্ৰুটিমুক্ত নহয়। দুই এটা ছপাৰ আসোঁৱাহ দূৰ কৰাটো সম্ভৱ নহ'ল। তাৰ বাবে লেখকেই প্ৰকাশকৰ হৈ ক্ষমা বিচাৰিছো। এটা বিশেষ অসাৱধানজনিত ভুল থাকি গ'ল। এঠাইত আছে "ৰামায়ণৰ দিনৰ মৎস্যগন্ধা" বুলি। সেইখিনি পঢ়োতে যেন পাঠকসকলে মহাভাৰতৰ দিনৰ মৎসগন্ধাকহে মনত পেলায়।

নিজক জনজীৱনৰ লগত সমগ্ৰ সত্তাৰে জড়িত কৰি আধুনিক বিশ্লেষণ পদ্ধতিৰে একোটা অঞ্চল বা একোটা সমস্যা অনুসন্ধান কৰি উপন্যাস লিখি যাব পৰাটোহে মোৰ নিস্তৰঙ্গ জীৱনৰ জীয়াই থকাৰ একমাত্ৰ সাৰ্থকতা বুলি ভাবোঁ। এই ধাৰণা বা ভাৱনাক দৃঢ় কৰি মোৰ সৃষ্টিৰ মন পথাৰত জীপ দিলে "পাতাল ভৈৰৱী" ক সাদৰেৰে গ্ৰহণ কৰা অসমৰ ৰাইজে। এনে সাহিত্যামোদী, সমাজসচেতন আৰু ক্ৰান্তিকামী ৰাইজলৈ পুনৰ সেৱা আগবঢ়ালোঁ।

.৯.৮৮

## এক

ঘটনাতো ঘটিয়েই থাকে। একোটা ঘটনাৰ লগত জড়িত মানুহখিনিৰ বা এটা বিশেষ মানুহৰ প্ৰতিক্ৰিয়া কেনে হয় সেইটোহে অধিক কৌতুহলৰ কথা। এইটো দিশ লক্ষ্য কৰিয়েই আমাৰ চহৰৰ মুকুন্দৰ কথা কব খুজিছোঁ। তাকো তাৰ জীৱনৰ আমি জানিব পৰা একাংশহে। আমাৰ বিশ্বাস, মকুন্দই এই পৰ্যাপ্ত এক পৰি পূৰ্ণ জীৱন লাভ কৰাৰ ফালে আগবাঢ়ি আহিছে। অথচ তাৰ জীৱন যাত্ৰাৰ প্ৰাৰম্ভিক সম্বল প্ৰায় শূন্য আছিল। অৰ্থাৎ খৰিকটীয়াৰ পৰা ৰজা হোৱাৰ দৰে কাহিনী এটা কব খুজিছো। এটা খৰিকটীয়া ৰজা হোৱাৰ আগতে তাৰ নিঃস্ব জীৱনৰ আশা আকাঙ্খা আৰু হা-হুতাশ কেনে আছিল এই কথা সাধুটোৱে নকয়। ৰজা হোৱাৰ কালৰ মনৰ অৱস্থাৰ কথাও নকয়। কিন্তু আমাৰ মুকুন্দ এতিয়াৰ মানুহ। তেজ-মঙহৰ। গতিকে তাৰ ঘটনাবহুল জীৱনত আৰু জীৱনৰ প্ৰতি স্তৰত সি কেনে প্ৰতিক্ৰিয়া দেখুৱাইছিল তাকে যথতনে বুটলি আনোতে আপোনালোকৰ এই কাহিনীকাৰৰ যথেষ্ট কষ্ট হৈছিল। তাৰ বাবে বহুত মানুহক লগ পাবলগীয়া হৈছিল, মুকুন্দৰ বন্ধু বান্ধবৰ মুখৰ কথা 'টেপ' কৰিবলগীয়া হৈছিল, আনকি আই -এ-এছ বিষয়াৰপৰাও তথ্য সংগ্ৰহ কৰিবলগীয়া হৈছিল। মুকুন্দৰ কাহিনী যুগুত কৰাৰ ক্ষেত্ৰত মুকুন্দতকৈ বেছি সহায় কৰিছে তাৰ ঘৈণীয়েক যশোৱাইহে। অৱশ্যে মুকুন্দৰ জীৱনৰ কেইটামান নাটকীয় সংঘাত জানিবলৈ সুবিধা দিলে দেউতা ওৰফে মুক্তা ৰহমানে আৰু বছিৰে অৰ্থাৎ বচিৰুদ্দিন মুচুৱে। ইহঁত দুয়োটা নাৱৰীয়া। ইহঁতৰ এটা ভোজনবিলাসী আৰু এটা সুৰাসক্ত, মানে কথিত ভাষাত মদপী। মকুন্দই দোপত দোপে উন্নতি কৰিবলৈ যি সুবিধা পালে সেই সুবিধা লাভ কৰাৰ আগৰ নাটকীয় মুহূৰ্ত কেইটাৰ সাক্ষী আছিল কেৱল দেউতা আৰু বছিৰ। সিহঁতো মুকুন্দৰ দৰেই মন ছুই যাব পৰা চৰিত্ৰ। মুকুন্দৰ বিষয়ে পাতনি মেলাৰ আগতে কব খোজোঁ যে সি এৰি অহা গাওঁখনত তাৰ কি ভূমিকা আছিল এই বিষয়ে কোনেও একো কব নোখোজে কাৰণে তাৰ সবিশেষ দিয়াৰ অক্ষমতা

স্বীকাৰ কৰিছোঁ। কিন্তু এই অক্ষমতাৰ বাবে সহৃদয় পাঠক পাঠিকাৰ বোধকৰো কাহিনীৰ ৰসগ্ৰহণ কৰাত অসুবিধা নহব।

তাৰ কেবাটাও নাম। যশোৱাই মাতে মুকুন বুলি। এন. ই. এছ. ক্লাবৰ প্ৰাক্তন সম্পাদক মঙ্গল বৰুৱাই মাতিছিল খাওগু বুলি। গতিকে মুকুন্দৰ পূৰা নাম হল মুকুন্দ খাওগু। পিছত শব্দৰ ভাৰসাম্যৰ খাতিৰত কুখ্যাত / বিখ্যাত মুকুন্দ ৰূপান্তৰিত হ'ল মুকুন্দ চন্দ্ৰ খাওগুলৈ। যেতিয়া ধনীমানী হৈ আমাৰ মুকুৱে চিক্‌চিকীয়া মটৰ গাড়ীৰ পাছৰ চিট অকলে অধিকাৰ কৰি নগৰৰ মাই আলিতো নিজৰ সাফল্য জাহিৰ কৰিলে, তেতিয়া ঈৰ্ষাত ডেকাদলে এনেকৈ পদ ৰচিলেঃ মন্দ মন্দ মকৰন্দ /মুকুন্দ চন্দ্ৰ খাওন্দ। কোৱা, নিষ্প্ৰয়োজন যে 'মকৰন্দ'ৰ 'ন্দ' টোৰ উচ্চাৰণ আৰু 'খাউগুৰ' 'গু' টোৰ উচ্চাৰণ একে আছিল। সৰুতে মকুন্দৰ আন এটা নাম আছিল মেকুৰী। এবাৰ গাঁৱলৈ পুলিচ আহিল। কিবা চুৰ কৰাৰ তদন্ত কৰিবলৈ। মুকুন্দৰ বয়স তেতিয়া নবছৰমানহে। সি কৰঙনৰ খন্তঃএটা খজুৱাই খজুৱাই মানুহৰ জুমৰ মাজৰ পৰা চাৰ্কাচৰ বাঘক চোৱাদি পুলিচ কেইটাক চাই আছিল। তাকে দেখি পুলিচ এটাৰ খং উঠিল। তাক ধমক দি ওচৰলৈ মাতি ক'লে, "তোৰ নাম কি?" সি একো নেমাতিলে, পুলিচটোৱে আকৌ সুধিলে, "নকৱ? একেপাত কাণতলীয়া চৰত ......।" সি খুব ভয় খালে। মকুন্দৰ ঠাইত দীঘলীয়াকৈ 'মে' বুলি শব্দ এটাহে ওলাল। তেতিয়াৰ পৰা সমনীয়াবোৰে তাৰ নাম 'মেকুৰী' ৰাখিলে। তাৰ ভাগ্যোদয়ৰ সময়ত পাতাল জীৱনৰ অধিপতি ইৰ্শ্বাদ খাঁই মেজাজ বেয়া থকাৰ সময়ত মুকুন্দৰ সলনি 'মুন্দ' বুলি মাতিছিল।

মুকুন্দৰ কাহিনীৰ আৰম্ভ কেনেকৈ কৰা যায়? ইয়ো এটা সমস্যা। পৰিণত বয়সত সি গাঁৱৰ পৰা উঠি আহিবলৈ বাধ্য হ'ল। আমাৰ ইয়াত সি এন. ই. এছ. ক্লাবত সোমাল। ন বছৰ দহ মাহ সোতৰ দিনৰ পাছত সি এন. ই. এছ. ক্লাবৰ কাম বাদ দিবলৈ বাধ্য হ'ল। গাঁৱত সি যেনেকৈ নিঠৰুৱা হৈছিল। চহৰটো তাকেই হ'ল। আকৌ আৰম্ভ হল তাৰ দুখৰ জীৱন যাত্ৰা। এইবাৰ অকলে নহয়। লগত যশোৱাও আছে। তাই থকাৰ বাবে তাৰ একো সহায় হোৱা নাই। বৰঞ্চ বিপদহে বাঢ়িছে। কিন্তু সি সেও মনা নাই। নিয়তিৰ নিৰ্দেশত সি বাট বুলিছে।

এইখিনিতেই খেলিমেলি লাগি যায়। ক'ৰপৰা আৰম্ভ কৰিম? লুইতৰ পাৰৰ দুৰ্ভগীয়া গাওঁ কঁহুৱামুখত সি ডাঙৰ দীঘল হোৱাৰ পৰা? হব নোৱাৰে।

এই ঘটনাত কোনো বিশেষত্ব নাই। গাঁৱৰ ল'ৰা চহৰত পিয়ন চকিদাৰ হুৱলৈ আহেই। গ্ৰামাঞ্চলৰ পৰা চহৰলৈ প্ৰব্ৰজন — ৰিউৰেল মাইগ্ৰেচন। এয়া স্বাধীন দেশৰ 'নিৰ্ভুল' পৰিকল্পনাৰ 'বাঞ্ছিত' ফলশ্ৰুতি। গতিকে বহুতৰ দৰে সিও আহিল। সেয়া একে ধৰণৰ বহুত কাহিনীৰ এটা। সেয়া যেন মুকুন্দৰ নিজস্ব কাহিনী নহয়। গতিকে তাৰ কাহিনী আৰম্ভ হ'ব এন. ই. এছ. ক্লাবৰ চৌহদত ভৰি দিয়াৰ দিনাৰ পৰাহে।

মুকুন্দৰ জীৱনটো চালি জাৰি চাই দেখা যায় যে এন. ই. এছ. ক্লাবৰ বৈখিক আৰ্হিৰ উন্নতিৰ লগত মুকুন্দৰ উন্নতি-অবনতিৰ সম্পৰ্ক অতি নিবিড়। গতিকে এন. ই. এছ. ক্লাবৰ ইতিকথাইহে 'মুকুন্দ,কাহিনী'ৰ আদিপৰ্ব।

নৰ্থ ইষ্ট স্পৰ্টচ ক্লাব। ১৯৫৪ চনতে দিয়া নাম। এতিয়া অসমীয়াতে নাম দিয়াৰ উজান উঠিছে। অথচ শিক্ষিত লোকৰ চাহাবীয়ানা বাঢ়িছে। কি 'পেৰাডক্স'! এৰা, দেশৰ সকলো ক্ষেত্ৰতে স্ববিৰোধী কাণ্ড-কাৰখানা। এতিয়া, মানে সপ্তম দশকৰ শেষৰ ফালে ইয়াৰ নাম হ'লহেঁতেন উত্তৰ পূব ক্ৰীড়া সংঘ। তাৰ ফলত হয়তো বাতৰি কাকতৰ শিৰোনামা এনেকুৱা হ'লহেঁতেন : 'উপূক্ৰী'ৰ এল. ডিহিঙ্গীয়া শিল্ড লাভ। কিন্তু নৰ্থ ইষ্ট স্পৰ্টচ ক্লাব নিজ সাফল্যৰ গুণত চহৰত তথা অসমত এটা পৰিচিত নাম হৈ পৰিল। গতিকে কোনো প্ৰতিশব্দ-প্ৰেমীৰ প্ৰচেষ্টাই উত্তৰ পূব ক্ৰীড়া সংঘ কৰিব নোৱাৰিলে। কিন্তু আজিৰ সংক্ষিপ্তীকৰণ ভাল পোৱা যুগত ই বেছি পৰিচিত হ'ল এন. ই. এচ. ক্লাব স্বৰূপে। সেই বাবে মঙ্গল কুমাৰ বৰুৱাৰ পৰা উজ্জ্বল দেউৰীলৈকে ইয়াৰ প্ৰতিষ্ঠাৰ লগত জড়িত সকলে এনে সংক্ষিপ্তকৰণক ভাল ভাবে লব নোৱাৰিলে। তেওঁলোকৰ মতে এই সংক্ষিপ্তকৰণৰ যুগত মানুহৰ স্মৃতি যুগমীয়া কৰাৰ প্ৰচেষ্টা বিফল হৈছে। কোনোবা খৰ্গেশ্বৰ বৰা নামৰ মণ্ডলে খেতিৰ পইচাৰে নগাঁৱৰ ধিঙত খৰ্গেশ্বৰ বৰা হাইস্কুল প্ৰতিষ্ঠা কৰিলে। এতিয়া ইয়াৰ নাম 'ধিং কে বি' হে। উজ্জ্বল দেউৰী তাত সমবায় বিভাগৰ বিষয়া থকাৰ সময়ত এটা ল'ৰাক 'কে বি' কাৰ নামৰ আদ্যাক্ষৰ বুলি সুধি তাৰ উত্তৰ নেপালে। দুটা ইংৰাজী আখৰে দানী-মানী স্বৰ্গীয় বৰাক গ্ৰাস কৰি পেলালে।

আমাৰ এই লুইতপৰীয়া চহৰখনত পঞ্চম দশকৰ দুটা বছৰ বেচ উল্লেখযোগ্য। এটা বছৰত ব্ৰহ্মপুত্ৰই ভুমিকম্পৰ তাড়নাত পৰি চহৰৰ মূল সুন্দৰ অংশটো সামৰি লয় আৰু ১৯৫৪ চনত চহৰখনে দক্ষিণে চাহ বাগিছাৰ ফালে আগবাঢ়ি যোৱা আৰু চাহ বাগিছাই অধিকাৰ কৰাৰ উপক্ৰম হোৱাৰ সময়তে পূৰ্বৰ চাহনি আৰু পশ্চিমৰ বিস্তীৰ্ণ মুকলি ঠাইৰ মাজত নৰ্থ ইষ্ট স্পৰ্ষ্টচ ক্লাবৰ প্ৰতিষ্ঠা হোৱাৰ অন্তৰালত একোটা কাহিনী থাকেই। এই চহৰৰ লোক সংখ্যা প্ৰায় তিনিচুকীয়াৰ সমানেই। যোৰহাটতকৈ লোক- সংখ্যা বেছি। তিনিটাকৈ প্ৰেক্ষাগৃহও আছে। বেহা-বেপাৰেও চহৰখন গতিশীল কৰি ৰাখিছে। তথাপি চাকৰি কৰা মানুহৰ কাৰণে চহৰখনৰ সন্ধিয়াবোৰ নিশ্চল আৰু বিৰক্তিকৰ। সৌভাগ্যৰ কথা যে সেই সময়তে স্থানীয় কলেজলৈ শিক্ষকতা কৰিবলৈ আহে দুজন ক্ৰীড়াবিদ ঃ মঙ্গল কুমাৰ বৰুৱা আৰু শ্ৰীকান্ত চেতিয়া। একেসময়তে এসময়ৰ বিখ্যাত ফুটবল আৰু ভলীবল খেলুৱৈ দুৰ্গা ঠাকুৰ আৰু উজ্জ্বল দেউৰী ক্ৰমে জিলা সমাজ কল্যাণ বিষয়া আৰু জিলা সমবায় বিষয়া হিচাবে বদলি হৈ আহে। দুবছৰমানৰ আগৰে পৰা থকা জিলা বিচাৰপতি কন্দৰ্প খাটনিয়াৰো বেছ ক্ৰীড়াপ্ৰেমী লোক আছিল। বাৰানসী হিন্দু বিশ্ববিদ্যালয়ত তেওঁৰ টেনিছ খেলুৱৈ হিচাবে নাম আছিল। আৰক্ষী অধীক্ষক বঙ্কিম পাণ্ডাও হেনো একালৰ টেবুল টেনিচ চেম্পিয়ন।

এইকেইজন উদ্যোগী লোকৰ প্ৰচেষ্টাতে নৰ্থ ইষ্ট স্পৰ্টচ ক্লাবৰ প্ৰতিষ্ঠা হয়। পোনতে চৰকাৰী হাইস্কুলৰ এটা কোঠাত। কেৱল এখন বহীৰে সৈতে। পাচত চহৰৰ দক্ষিণস্থ সম্প্ৰতিৰ সুবৃহৎ ঠাইখিনি দান কৰে উদ্যোগপতি এজনে। লগতে চাহ প্ৰস্তুত কৰা কলঘৰ এটাও। সেই কলঘৰটোৰেই কাঠ মিস্ত্ৰী, লোহা মিস্ত্ৰী আৰু ৰাজমিস্ত্ৰীৰ বুদ্ধি আৰু শ্ৰমৰ ফলস্বৰূপে এটা হলঘৰ হয়। গতিকে চালুকীয়া অৱস্থাতেই ক্লাবে এটা হলঘৰ পায়। কন্দৰ্প খাটনিয়াৰ পহিলা দুবছৰ ইয়াৰ সভাপতি হয়। উজ্জ্বল দেউৰী পহিলা তিনি বছৰ সম্পাদকৰ দায়িত্বত থাকে। তাৰ পিছত সম্পাদক হয় মঙ্গল কুমাৰ বৰুৱা।

ক্লাবৰ পুঁজি তেনেই নিশকতীয়া। প্ৰথম দুবছৰ সম্পাদকে নিজেই ক্লাবৰ তলা খুলিছিল আৰু ৰাতি চাৰে আঠটাত সকলো ঘৰাঘৰি যোৱাৰ পিছত তেওঁ তলা বন্ধ কৰিছিল। তেওঁৰ বৰ কষ্ট হৈছিল। গতিকে ক্লাব খোলা আৰু বন্ধ

কৰাৰ কামৰ বাবে সভ্যসকলে পাল পাতি ল'বলগীয়া হৈছিল। দুই এজনে এটা চকীদাৰ ৰখাৰ কথা ভাবিছিল। কিন্তু পুঁজিৰ অৱস্থাহে নিঃকিন আছিল। এনে সময়তে দুৰ্গা ঠাকুৰৰ ওচৰত চাকৰি প্ৰাৰ্থী হিচাবে মুকুন্দৰ আবিৰ্ভাৱ। ঠাকুৰৰ নিজৰ অফিচত মুকুন্দক দিব পৰা ধৰণৰ কোনো চাকৰি নাছিল। কিন্তু মুকুন্দক তেওঁৰ পছন্দ হ'ল। অকস্মাতে তাক দেখিয়েই তেওঁৰ নৰ্থ ইষ্ট স্পৰ্টচ ক্লাবৰ কথা মনলৈ আহিল। তেওঁ মুকুন্দক ততালিকে উজ্জ্বল দেউৰীৰ ওচৰলৈ আনিলে। দুয়ো মনে মনে কথা হ'ল। উজ্জ্বলৰো মুকুন্দক পছন্দ হ'ল এই কাৰণেই যে মুকুন্দ দেখনিয়াৰ চফল ডেকা আৰু সি চেহেৰাটোৰেই এখন গাঁৱৰ মোহনীয় সম্পদখিনি কঢ়িয়াই আনিছে। ডেকা মানুহটোৰ মুখখন নিৰ্দোষ কৌতূহলৰ ৰেঙনি। কথা বতৰাও সংযত। আচৰণো দায়িত্বজ্ঞান থকা মানুহৰ দৰে।

মুকুন্দ নৰ্থ ইষ্ট স্পৰ্টচ্ ক্লাবত সোমাল। যিটো চাকৰিত সোমাল তাৰ কোনো নাম নাই। এই চাকৰিত কোনো বন্ধা ধৰা দৰমহা নাই। মাথোন চলিব পৰা টকাখিনি দিয়া হয়। মুকুন্দই আপত্তি নকৰে। বেলি বহাৰ পিছতে তাৰ কাম। সি ঘৰটোৰ তলা খোলে, দুৱাৰ খিৰিকিবোৰ খোলে আৰু বাত্তি আঠটা বা নটামান বজাত ক্লাব বন্ধ কৰে। সভ্যসকলে আড্ডা মাৰে, ব্ৰিজ আৰু কেৰেম খেলে। আজি কালি ঘৰৰ ভিতৰতে বেডমিণ্টন খেলা হয়। আনকি সদৌ অসম ভিত্তিত বেড্‌মিণ্টন প্ৰতিযোগিতাও হয়। ক্লাবৰ কাম বঢ়া সত্ত্বেও মুকুন্দই সকলো চম্ভালে। প্ৰতিযোগিতা পতাৰ সময়ত কলেজৰ ছাত্ৰ কেইজনমানে তাক সহায় কৰে। মুকুন্দই ভাবি পায় যে ক্লাবটো এদিন ডাঙৰ হ'বই। কাৰণ বহুত ডাঙৰ ডাঙৰ মানুহ ইয়ালৈ আহে। এই ক্ষমতা থকা মানুহবোৰে ক্লাবটো ডাঙৰ কৰিবই। লগে লগে তাৰ দৰমহা আৰু অন্যান্য সা-সুবিধাও বাঢ়িবলৈ ধৰে। এতিয়ালৈ ক্লাবে তাক দৰমহা কম দিছে যদিও চৌহদৰ ভিতৰতে এটা ঘৰ দিছে। ওচৰৰ মুকলি ঠাই আৰু ক্লাবৰ চৌহদতো বহুত ঘাঁহ। তাকে দেখি ধাৰ ঋণ কৰি সি গাই এজনীও কিনিলে। সি গাইৰ বেছি পইচাও সাঁচিব পৰা হ'ল। এনে স্বচ্ছল অৱস্থাতে আহিল তাৰ সেই সহজাত চিন্তা ঃ এজনী চপাব লাগিব। নহলে এই গৰু গাই, চাকৰি বাকৰি, দুখকষ্ট সকলো মিছা। খাটি খোৱা মানুহে সংসাৰ ধৰ্ম পালন কৰিবই লাগিব। বংশবৃদ্ধিৰ কাৰণেই জগতত সকলো আয়োজন। তাকেই যদি কৰা নহয়, তেনেহলে ভৱিষ্যতৰ বাবে ভবাৰনো কি কাৰণ কি থাকিব পাৰে?

নৰ্থ ইষ্ট ক্লাবত থিতাপি লৈ চৌপাশৰ সজীৱতাৰে পুৱে চাহনিৰ আৰু পশ্চিমে বিস্তীৰ্ণ চৰকাৰী মাটিৰ ঘাঁহবনৰ সেউজখিনি মনত সানি আৰু গাই দামুৰি পুহি মাটি গোবৰৰ চিনাকি গোন্ধ লৈ সি উন্মনা হৈ পৰে। তাৰ মনত পৰে যশোৱালৈ। দীঘলআটীৰ যশোৱা কঁহুৱামুখৰ পৰা চাৰি মাইল নিলগৰ। তাৰ গাঁ ৱৰ পৰা কঁহুৱামুখ, দীঘলআটী, কাৰৈমাৰি, দলৈচুবা, জলমৈ আদি সেই অঞ্চলৰ গাওঁবোৰৰ এখনৰ পৰা এখনলৈ যাবলৈ বাটপথ নাই। গোবাটহে আছে। বাৰিষা নাৱেৰে যাব পাৰি, খৰালি নৰানিৰ ওপৰেদি ইচ্ছামতে পোনাই যাব পাৰি। ফাগুণ-চ'তত এচহ-দুচহ বোৱা মাটিৰ দলি-চপৰা গচকি নাইবা বিষ্ণাবৰ সময় হোৱা আহুধানৰ মাজেদি যাবলগীয়া হয়। তেনে এখন গাঁও দীঘলআটীতে যশোৱাৰ ঘৰ। তালৈ যোৱাটো তাৰ কাৰণে ডাঙৰ কথা নহয়, আচল ডাঙৰ কথা হ'ল যশোৱাৰ ঘৰলৈ তাৰ যোৱাটোৱেই মানা। আৰু দুটা ডাঙৰ অসুবিধা হল --- গাইজনী আৰু পোৱালীটোক কোনো চাওঁতা মানুহ নাই আৰু ছুটী পোৱাও টান। পিছে সি দমি যোৱা ভকত নহয়। সি মনে মনে আঁচনি এখন যুগুত কৰিলেই। সি বহাগৰ বিহুতেই দীঘলআটীলৈ যাবই লাগিব। বিহুত ক্লাবো চাৰি পাঁচ দিনমান বন্ধ থাকিব। তদুপৰি আচল কথাটো কলে সম্পাদকে দুই এদিন পাচত আহিলেও দোষ নধৰিব বুলি তাৰ বিশ্বাস হ'ল। গাইজনী আৰু পোৱালীটো ওচৰৰ চাহ বাগিছাখনৰ চকীদাৰ দিল বাহাদুৰৰ তাত ৰাখি যোৱাৰো ব্যৱস্থা হল।

মুকুন্দ তিনি দিনৰ পাচত এজনী দীপলিপ গাভৰুৰে সৈতে ক্লাবৰ চৌহদত উপস্থিত হলহি। তাৰ আখ্যানটোৰ চমু বিবৰণ দিল বাহাদুৰকহে দিলে। সি ক'লে, "সিহঁতে (মাক-বাপেকে) মোৰ নামকেউ লব নোখোজে। মোৰ হেনো জনমত অথন্তৰ আছে। মই হেনো পিতাইৰ আচল ল'ৰা নহয়। বৌৰ কলঙ্কৰ বাবেই হেনো মোৰ জনম। সেই বাবেই ককাৰ ঘৰত থাকিও মোৰ সুখ নহ'ল। স্কুলতো পঢ়িব নোৱাৰিলোঁ। ল'ৰা-ছোৱালীবোৰে ইমানকৈ জোকালে! গতিকে এতিয়া যশোৱাক শেহ ৰাতি পলুৱাই আনিলোঁ।"

"মাৰে গম পালে?"--দিল বাহাদুৰে সুধিলে।

"মাতো তাহানিতে কাল হ'ল। তেজ গ্ৰহণীত।" সি ক'লে।

দিল বাহাদুৰৰ ফুৰ্তি চায় কোনে? আৰু তাৰ তিৰোতাজনীৰো গা সাতখন আঠখন। আজিৰ পৰা যে সিহঁতৰ দুটা ল'ৰা আৰু এজনী ছোৱালী। এটা ল'ৰা

মিলিটেৰী হ'ল। মিজো পাহাৰৰ ফালে থাকে। কাচিৎহে ঘৰলৈ আহে। এটাই খানাপাবাৰ গৰুগাই পোহা চৰকাৰী পাম এখনত চাকৰী কৰে। দুয়োটাই একোজনী চপালে। কিন্তু দিল বাহাদুৰ আৰু হিমাদ্রিৰ কাৰণে বোৱাৰী পোৱা নোপোৱাটো একে কথা হল। জীয়েক তৰামাই বৰবাৰীৰ গণেশলৈ পলাই গৈছিল। পাচত দিল বাহাদুৰ আৰু হিমাদ্রিয়ে সেই গন্ধর্ব বিবাহত সন্মতিও দিছিল। পিছে সিহঁতৰহে পোৰা কপাল। প্ৰথম সন্তান জনম দিবৰ সময়তে তৰামাই প্ৰসূতী ৰোগত ঢুকাল।

সেয়েহে সিহঁতৰ মনত অপাৰ আনন্দ। প্ৰথম দিনা মুকুন্দ আৰু যশোৱা দিল বাহাদুৰৰ ঘৰতে থাকিল। দিল বাহাদুৰে থানত এটা পাঠাও বলি দিয়ালে। সিহঁতক পাঠাৰে বাঢ়িয়াকৈ খুৱালেও। মুকুন্দ আৰু যশোৱাই এন ই .এছ ক্লাবৰ চৌহদত থাকিবলৈ ললে।

দিনবোৰ আউল নলগাকৈ পাৰ হয় অতিশয় প্ৰেম পীৰিতিৰে। গাইজনীয়ে আৰু এটা পোৱালী দিয়ে। চৰকাৰী সাহায্য পোৱাৰ বাবে এন. ই. এছ. ক্লাবৰ হলঘৰটো মেৰামত কৰা হয়। বাহিৰে ভিতৰে ৰং দিয়া হয়। মুকুন্দৰ কাৰণেও দুচলীয়া এচবেষ্টচৰ ঘৰ এটা সজা হয়। লগতে এটা পায়খানাও। মুকুন্দই যশোবাৰ নিৰ্দেশতে তাৰ ঘৰটোৰ চৌপাশৰ কিছু অংশত চকোৱা দি গোপনীয়তা ৰক্ষা কৰে।

যশোৱাৰ পেটত পাঁচ মাহ।

এন. ই. এছ. ক্লাবে সদৌ অসম প্ৰতিযোগিতা দুটাত চূড়ান্ত বিজয়ী হৈ এখন শ্বিল্ড আৰু এটা কাপ অৰ্জন কৰে।

যশোৱাই এটা পুত্ৰ সন্তান জন্ম দিয়ে।

এন ই এছ ক্লাবৰ সভাপতি যোগেশ চন্দ্ৰ বৰুৱা মন্ত্ৰী হয়। নতুন সভাপতি হয় নৰহৰি পাত্ৰ। মন্ত্ৰী বৰুৱাই ক্লাবক ভালেখিনি সহায় কৰে। চহৰৰ ব্যৱসায়ী শ্ৰেণীটো ক্লাবৰ প্ৰতি আকৃষ্ট হয়। ক্লাবৰ পুঁজি টনকিয়াল হয়। সুন্দৰ অফিচ ঘৰ এটা হয়।

যশোৱা-মকুন্দৰ পহিলা সন্তানে কাৰো সহায় নোহোৱাকৈ দুখোজ এখোজ দিয়ে। তাকে দেখি দিল বাহাদুৰৰ সোলা মুখত মনোৰম হাঁহি বিৰিঙে। হিমাদ্রিয়ে আটৌ পিটৌকৈ বন্ধুক (লৰাটিৰ নাম) কোলাত লয়। মাক বাপেকৰ সলনি দিল বাহাদুৰহঁতৰ কাৰণেহে বন্ধু বুকুৰ আপোন হৈ পৰে। বন্ধুৰ মুখত সৰগৰ অমিয়া

মাত বৰষে। তাকে শুনি মুকুন্দ-যশোৱাই আৰু দিল বাহাদুৰ হিমাদ্ৰিয়ে পৃথিৱীত কোনেও নুশুনা কিবা এটা শুনা বুলি ভাবে।

এন. ই. এছ. ক্লাবত লন টেনিচ খেলাৰো ব্যৱস্থা হয়। ক্লাবৰ ভিতৰতো দুখন টেবুল টেনিচৰ টেবুল। আবেলি সময় পালে উপায়ুক্ত, আৰক্ষী অধীক্ষক, চৰকাৰী উকীল আদিয়েও টেনিচ খেলেহি। এনে ধৰণৰ মানুহবোৰ সস্ত্ৰীক আহিলে তেওঁলোকৰ কাৰোবাৰ যুবতী পত্নীয়ে টেবুল টেনিচো খেলে।

মুকুন্দৰ সংসাৰখন বুজন হৈ আহে। ঘৰৰ এচুকত পাৰই বাহ লয়। পাঁচোটা লোদোৰ পোদোৰ পাৰ। এয়া হোনো শুভ লক্ষণ। গাইজনী তিনিটাৰ মাক হয়। যশোৱাৰ গাত লেঠা।

লন টেনিচ খেলাত বল গোটাই দিবৰ বাবে দুটা ল'ৰাক মকৰল কৰা হয়। ক্লাবত এতিয়া নিগাজীকৈ আৰু এটা মানুহ লোৱা হয়। ক্লাবৰ সুসজ্জিত কোঠা এটাত কেবাখনো দৈনিক বাতৰি কাকত আৰু চিত্ৰালোচনী ৰখা হয়। মুকুন্দই তদাৰক কৰিবলৈ তিনিটা মানুহ পায়। মুকুন্দৰ পদবী সলনি হয়। সি এতিয়া 'কেয়াৰ টেকাৰ'।

যিদিনা যশোৱাৰ দ্বিতীয় পুত্ৰসন্তান ভূমিষ্ঠ হয়, সেইদিনাই দিল বাহাদুৰৰ কাজলী গাইজনীয়ে এটা পোৱালী দিয়ে। হিমাদ্ৰিয়ে যশোৱাৰ প্ৰতিপাল কৰে। গাইজনীৰ প্ৰতিপাল কৰে দিল বাহাদুৰে। পোৱালীটো ওপজা দিনা মুকুন্দৰ বৰ পুত্ৰই ভালেখিনি ফেহু খাবলৈ পায়।

এন. ই. এছ. ক্লাবৰ চেনিটেৰী লেট্ৰিন আৰু বাথৰুম সংযুক্ত তিনিটা 'গেষ্ট ৰুম' হয়। আঁতৰৰ পৰা খেলাৰ লগত জড়িত মানুহ আহিলে তাতে থাকে। 'কেয়াৰ টেকাৰ' মুকুন্দৰ কাম বাঢ়ে। সি নিজৰ ঘৰৰ বেৰত আঁক দি কোনটো আলহী কেইদিন থাকিল তাৰ হিচাপ ৰাখে। পিছে সদায় এনে নহয়। আটাইকেইটা কোঠাত মানুহ থাকিলেহে ভুল হয় বুলি সি এনেকৈ আঁক দি হিচাপ ৰাখে। কিন্তু আঁকতকৈ তাৰ স্মৃতি শক্তিহে অধিক বিশ্বাসযোগ্য বুলি যশোৱায়ো কয়, নকৈ মকৰল হোৱা হৰেশ্বৰ ডিহিঙ্গীয়ায়ো কয়।

যশোৱাৰ আগৰ লাহী দেহটোত কিঞ্চিৎ মেদ জমা হয়। মুকুন্দৰ দেহটো আগতকৈ মজপুত হয়। ৰঞ্জুৱে কোনখন স্কুলত পঢ়িব তাকে লৈ দিল বাহাদুৰ-হিমাদ্ৰি আৰু মুকুন্দ-যশোৱাৰ মাজত গুণাগঁথা চলে।

এন. ই. এছ. ক্লাবৰ বছৰে বছৰে খ্যাতি বাঢ়িবলৈ ধৰে। ইয়াৰ সভাপতি-সম্পাদক হোৱাও সেই অনুক্ৰমে সম্ভ্ৰম আৰু প্ৰতিপত্তিৰ কথা বুলি গণ্য হয়। ইয়াৰ বাবে আৰু কাৰ্য্যনিৰ্বাহকৰ সদস্যৰ বাবেও ভোট লোৱা হয়। তাত যথেষ্ট প্ৰতিদ্বন্দ্বিতা হয়।

ৰঞ্জুক শান্তিনগৰ প্ৰাথমিক স্কুলত ভৰ্তি কৰা হয়। দিল বাহাদুৰে তাক সদায় স্কুললৈ লৈ যায়। স্কুল ছুটী হোৱাৰ পিছতো সি ৰঞ্জুক স্কুলৰ পৰা আনেগৈ। পোনতে ৰঞ্জুক নিজৰ ঘৰলৈ নিয়ে। তাত হিমাদ্ৰিয়ে ৰঞ্জুক শুধ ঘিঁউৰে বনোৱা লুচি খাবলৈ দিয়ে। গাখীৰৰ সৰো । জাহাজী কলো। ৰঞ্জুৱে দিল বাহাদুৰক 'ককা' বুলি মাতে।

পিছে পৰিপূৰ্ণ ঘৰখনত ইমান সুখ দেখিও আৰু দিল বাহাদুৰ আৰু হিমাদ্ৰিৰ ইমান মৰম পায়ো মুকুন্দ মাজে মাজে অতি বিমৰিষ হৈ পৰে। সি মাজে মাজে বিতুষ্ট হৈ অকলে অকলে বকি থাকে। যশোৱাই কথাটো লক্ষ্য কৰি থাকে। এদিন তাই কয়, "ইমান অসন্তোষ কিয়! দুটাকৈ লোদোৰ পোদোৰ ল'ৰা। এওঁলোক শান্ত শম্ভুৰ দৰে। অভাৱো নাই।

সি একো নেমাতে। সি চাই থাকে, সম্প্ৰতি পূৰ্ণ যৌৱন পোৱা যশোৱাৰ আগতকৈ শকত লোভনীয় দেহটোলৈ আৰু বেৰৰ কেলেণ্ডাৰৰ দেৱদেৱীৰ ছবি কেইখনলৈ। তাই আকৌ কয়, "মই কিবা জেওঁৰা লগাইছোঁ? সি মাত লগায়, "নহয় অ', কুকুৰ পোৱালী এটাই হ'ল যতমানে যত কুটৰ ঘাই। সি এনে পণ্ডিতটো দেখুৱাব খুজিছে? ইমানেই যদি ভোৰা ভোৰা পণ্ডিত ইয়াত চাকদাৰী কৰাতকৈ স্কুলত নোসোমায় কিয়?"

"কাৰ কথা কৈছা?"

"সেই চপনীয়াটো। হৰেশ্বৰ ডিহিঙীয়া। দুটা এটা ক-ক-ম-ম কৰিব পাৰিলে বুলিলেই সি মোক মাজে মাজে খোচা দি কথা কব কিয়? মই 'কেয়াৰ টেকাৰ', চকিদাৰ। সি মেম্বৰবোৰক লাগ বুলিলেই পান চিগাৰেট আনি দিবলৈ ঢাপলি মেলিব লাগে। তাৰ চব চাকৰৰ কাম। মই কিবা তাৰ যোৰৰনে? মই তাৰ ওপৰৱালা।"

"তেনেহলে তাৰ কাৰণে ইমান চিন্তা কিয়?"

"এনেকুৱা মানুহবোৰেই মাৰাত্মক। সি মহা তেলীয়া। চাটুকৰ। তলখু চৰীয়া। এইটো অতি বিপদৰ কথা। ময়ে তাক ৰাখিব লাগে বুলি চেক্ৰেটৰীক

কলো অথচ এদিন যদি মোৰে বুকুত কামোৰ মাৰে, তেনেহলে তাত আচৰিত হবলৈ একো নাই। মানুহ বৰ অসঞ্জাতী জীৱ।"

"এইবোৰ নেভাবিবা। সেই পাতে কি ডাল কৰিব? দেখিবলৈকে কিবাটো। তোমাৰ চব আছে। সকলো পিনে লায়ক। বাবু যেন চেহেৰা।"

সেইদিনা মুকুন্দই যশোৱাৰ পৰা আশ্বাস পায়। ভাবে, যশোৱা তাৰ ঘৈণীও, ঘৰ-লখিমীও।

এন. ই. এছ. ক্লাবৰ বিষয়ববীয়া নিৰ্বাচনৰ বাবে প্ৰস্তুতি চলিছে। সদস্যসকলৰ মাজত কেবা পক্ষৰো জোৰ প্ৰচাৰ চলিছে। অভিসন্ধিও চলিছে। টকাৰো লীলা-খেলা চলিছে। নিৰ্বাচন শেষ হৈছে । তাৰ ফলাফলে মুকুন্দক আচৰিত কৰিছে আৰু বিচলিতো কৰিছে। ফলাফলৰ নামসমূহৰ মাজত এন. ই. এছ. ক্লাবক জন্ম দিয়া লোকসকলৰ নাম নাই। সভাপতি হৈছে ককাদেউতাকৰ দিনতে অৰ্জা তিনিখন চাহ বাগিছাৰ মালিক সুনন্দ দত্ত, যাৰ সাধাৰণ মানুহৰ লগত সম্পৰ্ক নাই বুলিয়েই কব পাৰি। তেওঁ বৃটিছৰ দিনত মন্ত্ৰীও আছিল। শ্লিপিং চুট নিপিন্ধাকৈ শুলে টোপনি নোহোৱা ধৰণৰ চাহাব। তেওঁ চুট চিলায় কলিকতাৰ 'মহমেদ আলি'ত আৰু চকুৰ দৃষ্টিশক্তি পৰীক্ষা কৰায় বোম্বাইত। তেওঁ আলিত কেতিয়াও খোজ দি পোৱা নাই। সদায় উৰ্দি পিন্ধা ড্ৰাইভাৰে চলোৱা গাড়ীতহে তেওঁ অহা-যোৱা কৰে।

সম্পাদক নিৰ্বাচিত হয়--ইষ্টাৰ্ণ ইলেকট্ৰিকচৰ মালিক আৰু চাৰ্টাৰ্ড একাউণ্টেণ্ট অম্বৰীষ চট্টোপাধ্যায় যাৰ লগত এতিয়া খেলাধূলাৰ সম্পৰ্ক অত্যন্ত পৰোক্ষ। কেৱল 'প্ৰেষ্টিজ' আৰু 'বিজনেছ মোটিভ'ৰ কাৰণেই তেওঁ চেক্ৰেটেৰী হৈছে বুলি দুই একে মত প্ৰকাশ কৰে।

সম্পাদকৰ ভাৰ চম্‌জি লোৱাৰ পিছতে অম্বৰীষ চট্টোপাধ্যায়ে মুকুন্দক ভালেখিনি পৰামৰ্শ দিয়ে। মুকুন্দই এইবোৰ পৰামৰ্শত একো গুৰুত্ব নিদিয়ে। এইবোৰ হল কৰ্তৃত্ব দেখুৱাৰ বাবে দিয়া উপদেশহে। পিছে পিছদিনাৰ পৰা অম্বৰীষ চট্টোপাধ্যায়ে সদায় একোটা অভিযোগ কৰেই। মুকুন্দ আৰু হৰেশ্বৰ ডিহিঙ্গীয়াক ক্লাবৰ চিহ্ন থকা (চাৰিটা ইংৰাজী আখৰ) নীলা ৰঙৰ ইউনিফৰ্ম পিন্ধিবলৈ বাধ্য কৰে। পোনতে ইউনিফৰ্ম পিন্ধি ক্লাবৰ ফালে খোজ দিয়াৰ সময়ত মুকুন্দৰ চকু সেমেকিছিল। ৰঞ্জুৱে চিঞৰিছিল, "দেউতা, বাঃ বাঃ।" যশোৱাই খুব সহানুভূতিৰে

সুধিছিল, "পিন্ধি বেয়া লাগিছে? মই হ'লে, ভাল দেখিছোঁ। তোমাৰ চেহেৰাটো তেনেই তুলি ধৰিছে।" তাৰ মাতটো থোকাথুকি হৈছিল, কৈছিল, "তই নুবুজিবি, যশো, তই সৰল হৈ আছ কাৰণেই মোক ভাল দেখিছ। এই আখৰকেইটা আৰু এই ইউনিফৰ্মটোৱে মোক বৰ তুচ্চ কৰি পেলাইছে; নিজৰ ইচ্ছা-অনিচ্ছাক শাসন কৰিছে। মই যেন মুকুন্দ নহয়, এটা চাকৰিয়াল, এয়ে মোৰ পৰিচয়। এইটোৱেইহে মোক বেথা দিছে। নিজক যেন মই হেৰুৱাই পেলাইছোঁ।"

ইয়াকে কৈ সি যশোৱাৰ ফালে নেচাই তৎক্ষণাৎ আঁতৰ হৈ গৈছিল।

মুকুন্দ এটা হাড়-শকত প্ৰকাণ্ড মানুহ। তাৰ ওখ দৈ চেলেকা তেজাল দেহটো বৰ আকৰ্ষণীয়। যশোৱাই ঠিকেই কৈছিল। ইউনিফৰ্মটোৱে তাক তুলি ধৰিছিল। কিন্তু মুকুন্দৰ মতে ইউনিফৰ্মৰ ৰঙে আৰু এন. ই. এছ. চি. এই চাৰিটা আখৰে তাৰ পৌৰুষক হৰি নিছিল। ইউনিফৰ্মটো পিন্ধি সি বৰ সংবেদী হৈ পৰিছিল।

অম্বৰীষ চট্টোপাধ্যায় সম্পাদক হোৱাৰ তিনি মাহৰ পিছত মুকুন্দৰ কাৰণে আটাইতকৈ ডাঙৰ সমস্যাটোৱে দেখা দিলে আৰু এই সমস্যাৰ উদ্ভৱ হোৱাৰ ফলতেই তাৰ জীৱনে সুকীয়া ৰূপ লবলৈ বাধ্য হ'ল। কাৰণ, বিষম পৰিস্থিতিত সি যথাযোগ্য প্ৰতিক্ৰিয়াকে দেখুৱাব পাৰিলে।

সমস্যাটো মূলতে টুটুকীয়া হৰেশ্বৰ ডিহিঙীয়ানে কেইজনমান ফুটনিত মৰা সদস্য তাকে সি ঠাৱৰ কৰিব নোৱাৰিলে।

আঠটামান বজাত সকলো সদস্য ঘৰাঘৰি যোৱাৰ পাচত এন. ই. এছ. ক্লাবৰ নিমজ ঘাঁহনিত দেখা গ'ল দুখন মটৰ গাড়ী। সুনন্দ কুমাৰ দত্তৰ 'প্লাইমাউথ' আৰু অম্বৰীষ চট্টোপাধ্যায়ৰ স্পৰ্টচ কাৰখন। ই শুভ লক্ষণ নহয়। মুকুন্দৰ গাটো চেৰাই গ'ল। তেওঁলোক এতিয়া অফিচত। কলিং বেল টিপি দিয়াত মুকুন্দ তেওঁলোকৰ আগত হাজিৰ হ'লহি। কলিং টিপা হৈছে মুকুন্দক তাত হাজিৰ কৰাবৰ কাৰণেই। কাৰণ হৰেশ্বৰ ডিহিঙীয়া সাতটাতে ঘৰলৈ গ'ল।

তেওঁলোক দুয়ো অযথা গহীন। মুকুন্দৰ ষষ্ঠ ইন্দ্ৰিয়ই আগন্তুক বিপদৰ বিষয়ে তাক সতৰ্ক কৰি দিলে।

পোনতে সভাপতি সুনন্দকুমাৰ দত্তৰ মিহি মাত। মূৰৰ মাজ ভাগৰ চুলি নথকা চিকমিকীয়া অংশত এটা হাত দি সুগন্ধি চিগাৰ হুপি হুপি একালৰ মন্ত্ৰী দত্ত ডাঙৰীয়াই ক'লে, "মকুন্দ তোমাক লৈ আমি এটা সমস্যাত পৰিছোঁ। ভাবিছোঁ, তুমিয়েই সমস্যাটো নাইকীয়া কৰিব পাৰিবা। এম আই কাৰেক্ট, মিষ্টাৰ চেটাৰ্জি?"

"প্লিজ গ' অন ছাৰ।"

"নহয়। কথাটো তুমিয়েই ইন ডিটেইল কোৱা।"

অম্বৰীষ চট্টোপাধ্যায়ৰ মূৰটো থিয়কৈ ৰখা হাঁহকণীটোৰ দৰে। মূৰটোৰ পাতল চুলিবোৰত ঘঁহা জবাকুসুম তেলৰ ফৰফৰীয়া গোন্ধটো বিজুলী বিচনীৰ বতাহে চৌদিশে বিয়পাইছে। নাক-চকু পোত খোৱা মঙহাল মুখখন হালধীয়া ৰুমাল এখনেৰে মচি তেওঁ হাঁচি এটা মাৰিলে। টেবুলত থকা ৰোল গল্ডৰ চছমাযোৰৰ কাচ দুখন একেখন ৰুমালেৰে মচি সযতনে চছমাযোৰ পিন্ধি দুৰ্ঘোৰ অপৰাধীক জেৰা কৰা উকীলৰ ভঙ্গী ধাৰণ কৰিলে। অম্বৰীষ আৰু মুকুন্দৰ কথাৰ কটা কটি আৰম্ভ হ'ল।

"আমাৰ এই ক্লাবৰ বৰ খ্যাতি আছে। নহয়নে, মুকুন্দ?"

"হয় বৰ খিয়াতি! সকলোৱে কয়।"

"আৰু আমি ভাবো, সকলো ধৰণে এই খ্যাতি বজাই ৰাখিব লাগিব।"

"সঁচা কথা।"

"তেনেহলে এই খ্যাতি বজাই ৰাখিবলৈ তোমাৰ সহযোগ আছেনে?"

"থাকিবই । কাৰণ ক্লাবৰ বাবেই পৰিয়ালটো পুহিছোঁ।"

"তেনেহলে আমাৰ সন্মান আৰু ক্লাবৰ সন্মান বজাই ৰাখিবলৈকে তুমি বৰ চেষ্টা কৰিব লাগিব।"

"চেষ্টাৰ ত্ৰুটি কৰা নাই।"

'কিন্তু এই চেষ্টাৰে নহব। কথা বহুত জটিল হৈ আহিছে। ভালেমান মেম্বাৰে কথাটো আঙুলিয়াই দিছে। মানে এই ক্লাবৰ সন্মান বজাই ৰাখিবলৈ হ'লে ইয়াৰ কেয়াৰ টেকাৰে পঢ়া-শুনা জনা উচিত। মানে কিছু লিখা-পঢ়া। পাৰিলে ইংৰাজীতো। বুইছাতো? এয়া 'প্ৰেষ্টিজৰ' কথা।"

"কিন্তু ক্লাব চলাত অসুবিধা..........।"

"সেইবোৰ বেলেগ কথা। হয়তো তুমি লিখা পঢ়া জনাহেঁতেন আৰু বহুত ভালকৈ চলিলহেঁতেন।"

"ঠিক আছে। মই লেখা পঢ়া নেজানো। তাৰ বাবে ক্লাবৰ হানি বিঘিনি হৈছে। কিন্তু এই ক্লাবত খেলাধূলা নজনা মানুহো দায়িত্বত আছে। এয়া জানো সন্মান হানিৰ কথা নহয়? "

"মুকুন্দ!"

"আৰু...."

"মুকুন্দ!!"

"গতিকে......"

"মুকুন্দ!!!"

মুকুন্দই কোঠাৰ পৰা ওলাই যাব খুজিলে। তাৰ চকুত জুই। এনেতে সভাপতি সুনন্দ কুমাৰ দত্তৰ দেহৰ তুলনাত অতিশয় সৰু মাতটো শুনা গলঃ "মুকুন্দ, অধৈৰ্য নহবা। গোটেইখিনি কথা শুনি লোৱা। তোমাক আমি আঁতৰাব খোজা নাই। এম আই কাৰেক্ট, মিষ্টাৰ চাটাৰ্জি? বৰঞ্চ আৰম্ভনিৰে পৰা তোমাৰ কামৰ বাবে আমি প্ৰাউড্ —গৌৰৱ কৰোঁ। এম আই কাৰেক্ট, মিষ্টাৰ চাটাৰ্জি?

"প্লিজ গ' অন, ছাৰ।"

"এট্ ডিচ্ জাংচাৰ, এনে এটা সময়ত, তুমি আমাক আৰু সহায় কৰিব পাৰা-পঢ়িব লিখিবলৈ শিকি তাৰ বাবে উপযুক্ত সময় দিম, ছুটীও দিম, এম আই কাৰেক্ট, মিষ্টাৰ চাটাৰ্জি?"

"মই নোৱাৰিম ছাৰ। পঢ়া শুনাৰ এটা বয়স থাকে। মোৰ সেই বয়স উকলি গৈছে। এতিয়া 'ক'ৰ চুক কেইটা তাকে জানিবলৈ অকণো উৎসাহ নাই।" ইাহিয়াতৰ কথা। মোৰ নিজৰ পোৱেই এতিয়া ক ফলা আৰু অ-আ-ই-ঈ শিকি পেলালে।"

"তেনেহলে তুমি নিশিকানে, শিকিব নোৱাৰা?"

"নিশিকোঁ। পঢ়া-শুনা নজনা কাৰণে মোৰ একো অসুবিধা হোৱা নাই। ক্লাবৰো একো অসুবিধা হোৱা নাই বুলি মই ভাবো। আপোনালোক ফুটনিত মৰা মানুহ। সেই বাবেই....।"

"মুকুন্দ!"

"সেই বাবেই মোৰ দুৰ্ভাগ্য। চকিদাৰ দিল বাহাদুৰেও পঢ়াশুনা নেজানে। তথাপি সি বহুত বাবু আৰু চাহাবতকৈ সুখী।"

"মুকুন্দ!!"

"মই যাওঁ, পিছত কি কৰে কৰক।"

এইবাৰ পৰিস্থিতিটো শান্ত কৰাৰ পাল পৰিল অম্বৰীষ চট্টোপাধ্যায়ৰ। তেওঁ সুধিলে 'কি কৰা যায়, ছাৰ?" সুনন্দ কুমাৰ দত্তই ক'লে "জাষ্ট্ কন্‌ভিন্স হিম অৱ চিক হিজ ৰিজাইনেশ্যন।"

অম্বৰীষে মঙহাল মুখখনৰপৰা লেহুকা চছমাযোৰ আঁতৰাই থৈ মুকুন্দক ক'লে, "তুমি চেষ্টাকৰা। নিশ্চয় পাৰিবা। পঢ়াশুনা নজনা মানুহ চকু থাকিও কণা। লিখিব পঢ়িব জানিলে তুমি আৰু সুখী হ'বা। পৃথিৱীখন আৰু ভাল লগা হ'ব। নহয়নে বাৰু, ছাৰ?" মুকুন্দই নিজক নিজে কোৱাৰ দৰে ক'লে, "ইস্ ইমান দিনে কাম চলালো, একো আসোঁৱাহ নোলাল। আপোনালোক আহিয়েই চব ওলট-পালট লগালে। পঢ়াশুনা নকৰিলোঁ মই আৰু লাজ পালে আপোনালোকে।"

"মুকুন্দ!" সুনন্দ দত্তৰ বিধান সভাৰ অধ্যক্ষৰ দৰে ৰুলিং।

"তেনেহলে আমি তোমাক ৰাখিব নোৱাৰিম।" অম্বৰীষ চট্টোপাধ্যায়ে শেষ কথা কৈ দিলে। মুকুন্দয়ো তাৰ চাকৰিটোৰ বাবে কাওবাও নকৰিলে। সি প্ৰত্যাহ্বানৰ সুৰত কলে, "যি ভাল দেখে কৰক।" অম্বৰীষ চট্টোপাধ্যায়ে তথাপি ক'লে, "কিন্তু তোমাক আমাৰ ফালৰ পৰা খেদি পঠিয়াব খোজা নাই। তুমি নিজে ইস্তফা দিয়া। এইটোৱেই আজি কালিৰ নিয়ম। দুই পক্ষৰে সুবিধা!"

মুকুন্দই ফেপেৰি পাতি লোৱা গোনা মহটোৰ দৰে সভাপতি আৰু সম্পাদকৰ ফালে চাই ৰল। ক'লে, "ঠিক আছে, মই কাম ইস্তফা দিছো। আপোনালোকৰ দৰে মানুহৰ তলত কাম কৰাতকৈ নেখাই মৰাও ভাল।"

"কিন্তু. মুকুন্দ ইস্তফা দিয়াৰ এটা প্ৰমাণ লাগিব নহয়।" সভাপতিৰ আকৌ মিহি মাত। তেতিয়া অম্বৰীষ চট্টোপাধ্যায়ে খোলা ফাউণ্টেইন পেন আৰু কাগজ এখিলা তেওঁৰ ফালে আগবঢ়াই দিলে। মুকুন্দই কঁপা কঁপা হাতেৰে বুঢ়া আঙুলিটো পেনৰ চিয়াহীৰে বোলাই কাগজ খিলাত টিপ চহী এটা দি সেই অসহনীয় কোঠাটোৰ পৰা বায়ুবেগে চাৰে নটা বজাৰ ৰাতিৰ অন্ধকাৰলৈ ওলাই আহিল।

## দুই

বায়ুবেগে ওলাই আহিলোঁ যদিও একে কোবে ওলাই আহিবলৈ নহ'ল। খট্‌খটিয়েদি নামি আহোতে জেপত জুনুক জুনুক শব্দ এটা হ'ল। এৰা মোৰ কোপটো নৰজিল। আকৌ যাব লাগিব। জেপত চাবি কোচা আছে।

মই আকৌ সিহঁত বহি থকা কোঠাটোলৈ গ'লো। তেল ওঁঠখন কামুৰি উগ্ৰ মূৰ্তি ধৰিলোঁ। সিহঁতে ভূতে পোৱা মানুহৰ দৰে ভয় পালে। কিজানিবা মই দুকোব সোধোৰেই। মই মাথোন চাবি কোচা সিহঁতৰ ফালে দলিয়াই দিলোঁ। বচ মোৰ কাম শেষ।

বাহিৰত ঘোৰ অন্ধকাৰ। শৰত কালৰ আকাশৰ ফুল বছা তৰাবোৰেহে তলখন কিঞ্চিৎ চকুৰে মণিব পৰাকৈ ৰাখিছে। মই দিল বাহাদুৰৰ ঘৰটোৰ ফালে সাৱধানে খোজ দিছোঁ। দুকাষে কাঁহী পিছলি যাব পৰা নিমজ চাহ বাগিছা আৰু চাহনিত ছাঁ দিয়া গছবোৰ। মাজে মাজে নাকত শেৱালিৰ আমোল মোল গোন্ধ। বকুলবো। তৰুৱা কদমবো। এই শৰতত আৰু এইবোৰে মন উতলা নকৰিব। হয়তো আন কোনো শৰতত, আন কোনো বসন্তত। ফাগুনত। খৰাং চ'তত। সেমেকা বহাগতো। যশোৱাজনী এতিয়াহে যেন ভৰ গাভৰু হৈছে। তাইৰ গোটেই দেহেই ফুলাম। পিছে কিমান দিনলৈ তাইৰ এই দেহ উপবাসী হব লাগে ঠিক নাই। মই দেখোন জীয়াই থকাৰ টনা আজোৰাতে মুজুৰা পৰি গৈছোঁ। এমুঠি ভাতৰ কাৰণে। ঘৈণী আৰু সা-সন্তানৰ ভাল হোৱাটো বিচৰাৰ কাৰণে। এয়া কি জীৱন? জ্বলা জুইহে।

মালখানাঘৰৰ ফালৰ পৰা ঘণ্টাৰ শব্দ শুনিছোঁ। দহ কোব পৰিছে। বহুত ৰাতি হ'ল। পাৰণ্ড দুটা নিজ নিজ মটৰত ঘৰলৈ গ'ল চাগৈ। যশোৱাই মটৰৰ শব্দ শুনি চাগৈ মোলৈ খাপ পিটিছে। কিন্তু মই এতিয়া তাইৰ ওচৰলৈ যাব নোৱাৰো। কেতিয়াবা কেতিয়াবা তাই বৰ সৰবজান হৈ পৰে। বিশেষকৈ যেতিয়া তাই মোক বিমৰিষ দেখে। তাই চব ধৰি পেলায়। ফলত মই সভাপতি সম্পাদকৰ

লগত মোৰ মতভেদৰ কথা বিবৰিব লাগিব। নিজৰ সন্মান বজাই ৰাখিয়েই মই কাম ইস্তফা দিয়াৰ কথা ক'ব লাগিব। তাকে শুনি তাই খুব অসহায় হ'ব। হয়তো অসহায় অৱস্থাৰ সাৰথি হিচাবে মোৰ বুকুত সোমাই পৰিব। মই আকৌ বিশেষ যুক্তি নথকা কথাৰে তাইক প্ৰবোধ দিব লাগিব। মোৰ কথাত পতিয়ন গ'লে হয়তো তাই কব, "তোমাৰ নিচিনা পুৰুষ এটা থাকোতেনো আমাৰ কিহলৈ ভয়?" পতিয়ন নগ'লে হয়তো এনেকৈ ক'ব, "তেনেহলে আমি ল'ৰাছোৱালীৰে সৈতে আলিত উঠিবগৈ লাগিব।"

এৰা, এতিয়া, নিৰুপায় হৈ আলিত উঠা অৱস্থাই । বানপানীয়ে পথাৰ আৰু ঘৰ দুৱাৰ উটুৱাই নিলে যেনে অৱস্থা হয়, সাইলাখ তেনেকুৱাই। পিছে আতুৰ অৱস্থাত বুকু কোঁচ খুৱালে হ'ব জানো?

চাহত ছাঁ দিয়া গছ আৰু আন কিছুমান জোপোহাত ৰাতি জাগি থকা চৰাই চিৰিকতিৰ সুৰীয়া আৰাৱ কাণত পৰিছে। কাণ দুখন সুওঁ লাগি গৈছে। চহৰখন এইফালেও বাঢ়িছে। চাহগছ থকা মাটিয়েই ঘৰবাৰী সাজিবৰ বাবে বৰ প্ৰয়োজন হৈ পৰিছে। গতিকে দিনৌ এডোখৰ বিক্ৰী হৈ আছে। চাহ বাগিছাৰ মালিকে এই ধনেৰে কল-কাৰখানা খুলিছে। সিহঁত আগতকৈ বেছি প্ৰতাপী হৈছে। গতিকে এইবোৰ ঠাইত ঘৰবাৰী-কল-কাৰখানা হোৱাৰ পাচত ইয়াত চৰাই-চিৰিকতি ফোঁট ল'বলৈকো পোৱা নহ'ব। দিনকাল যে ইমান সলনি হৈ আহিছে।

দিল বাহাদুৰৰ ঘৰলৈ আৰু দুবেওঁমানহে বাকী। তাৰ বাৰীৰ পিছফালৰ ডেৱাছালি গছজোপা দেখা গৈছেই। চাহ গছৰ শাৰীৰ মাজৰ ঠাই খিনি বেছি এন্ধাৰ। ভূত থকা যেন লাগে। কুকুৰ এটা মোৰ খুব ওচৰে ওচৰে পিছে পিছে আহি আছে। মোৰ ভৰিহাল সুঙি সুঙি সি পিছ লৈছে। মাইকী মহৰী তুলসীৰ কুকুৰ। তাক দেখি মোৰ বেজাই খং। এইটো কুকুৰ দেখিলেই মোৰ খং উঠে। ইয়াৰ মূৰটো বেজাই ডাঙৰ, গা ছোৱা চিচিৰিঙা পৰা। কুলক্ষণীয়া কুকুৰ। ইয়াক এনে এটা প্ৰকাণ্ড গোৰ মাৰিলো যে সি খাবৈত চিৎভোলোঙা খাই পৰিল। তাৰ কেংকেঙনি শুনি হিমাদ্ৰি বুঢীয়ে কোন অ' বুলি কোনোবা চোৰক সাৰে থকাৰ জাননী দিলে। মই গল হেকাৰি মাৰি মাত দিলোঁ।

"অ তইহে! আজিকালি ৰাতিও নোশোৱ নেকি?"

"বাহাদুৰ কাই ক'লৈ গ'ল?"

"ইফালে পেটৰ বিষ, কিবা হেনো লেভাৰ পঁচা, সিফালে মনৰ দুখত বেলি বহাৰে পৰা দুটা বটল লৈ বহিছে। এতিয়া অচেতন।"

"কিহৰ দুখ?"

"সেই দুখ মোৰো। সেইবুলি চেৰাপ খাই বেহুচ হ'লে হ'বনে? সকলো ললাটৰ লিখন।"

"মুঠতে মোতকৈ ডাঙৰ অঘটন হ'লনে?"

"চাহাবৰ বাগানত কাম কৰি বেছ আছিলোঁ, বোপাই। আজি খবৰ পোৱা গৈছে বোলে আমাৰ এই হাতীধৰা বাগান আৰু পশ্চিমৰ লেপেট কটাও চাহাবৰ পৰা কোনোবা ইৰ্শ্বাদ খাঁই কিনি লৈছে। দেশী মালিকৰ তলত হেনো আমাৰ অৱস্থা কাহিল হ'ব।"

"তেনেহ'লে বাহাদুৰ ককায়ে একেবাৰে পুৱাহে চকু মেলিব?"

"তোৰনো ইমান জৰুৰী কথা আছিলনে?"

"সঁচাকৈয়ে জৰুৰী। মই আজি চাকৰিৰ মূৰ খাই আহিছোঁ। কাইলৈৰপৰা ৰোজকাৰ আৰম্ভ কৰিব লাগিব — নতুনকৈ। বাহাদুৰ ককাইৰ ওচৰৰ পৰা অলপ সাহ গোটাবলৈ আহিছিলোঁ — নকৈ উপাৰ্জন কৰাৰ কিবা এটা উৱাদিহ বিচাৰিও। মোৰতো তইঁতৰ বাহিৰে আপোন কোনো নাই। মই পিছে এতিয়া তাইৰ ওচৰলৈ নেযাওঁ। আজি ৰাতিটো ভাবি মৰ। কাইলৈৰ পৰা নকৈ কিবা এটা কৰিবই লাগিব; নহলে নিগমে মৰণ। তই মোৰ লগে লগে আহ। এই এইৰ লগতে থাকিবি। মই নহাৰ কাৰণ সাজি কিবা এটা কবি।"

মোৰ চাকৰি যোৱাৰ কথা শুনি হিমাদ্ৰিৰ কিমান বেজাৰ লাগিছিল, সেয়া তাই মুখ ফুটাই কোৱা নাছিল। আচলতে অন্তৰত বেছি দুখ পালে এনেকুৱাই হয়। সেই দুখ মুখত কেনে আকাৰত ফুটি উঠিছিল, চকামকা পোহৰত দেখা পোৱা নাছিলোঁ।

হিমাদ্ৰিক এন. ই. এছ. ক্লাবৰ ওচৰত থৈ মই চহৰৰ উত্তৰ ফালে আহি আছোঁ। মোৰ খোজবোৰ দীঘল-দীঘলকৈ পৰিছে। আৰু ঘনো হৈছে। মই যিমান সোনকালে পাৰো সিমান সোনকালে ঘৰলৈৰ, মোৰ পিতৃসম ব্ৰহ্মপুত্ৰৰ কাষ পাই কিবা এটা ভাৰসা পাম; আস্থা বিচাৰি পাম; ন বাটেৰে আগ বঢ়াৰো জৰুৰ উৱাদিহ পাম।

চৰকাৰী বাছ-মটৰৰ ঠাইখন পাৰ হৈ পালোঁ—পকাচুলীয়া হাজৰিকাটোৰ পাওৰুটি বনোৱা কাৰখানা। তাৰ পিচত এটা মাৰোৱাৰীৰ গুদাম। বিপৰীতে চতীয়নাৰ পাতল হাবিৰপৰা হুদুৱে মাতিছে। তাত শহা পহুৱে খৰখৰাইছে। ৰাতি ইমান যে বাদুলিৰ ডেউকাৰ শবদো কাণত পৰিছে। ক'তো জনপ্ৰাণী এটা নাই।

মোৰ কলাফুল দুটা খমোচ মাৰি ধৰিছে। ভালেমান দুৰ আহিছো। ফটো তোলা মনালিচা নামৰ দোকানখনো পাৰ হৈছো। তাৰ পিছতে ৰেল কোম্পানীৰ চাৰি মহলীয়া ঘৰটোৰে সৈতে মস্ত চৌহদটো পাৰ হৈছো। তাৰ পিছত ঘন ঘন দোকান। চহৰৰ ভৰপক। পুলিচৰ পহৰাও আছে। কিন্তু নিজৰ কামত সিহঁতে ফাকি দিছে। কোনোবাটো বাৰাণ্ডাৰ বেঞ্চিত ধোবাং জুৰি শুই আছে। কোনোবাটোৱে আকৌ বেৰত আউজি বহি নাক বজাই শুইছে। এয়া কিজানি মদ ভাঙৰহে গুণ। নহলে এনেকৈ শুব নোৱাৰে।

পিতৃ বৰহমপুত্ৰ পাবলৈ ভালেখিনি বাকী। মই ফোপাইছো। তথাপি মোৰ ভৰি দুখন থমা নাই। আকাশ নিৰ্মল। ৰাতিৰ বতাহো চেঁচা। এনেস্থলত ঘামি জুৰুলি-জুপুৰি হৈছো। মোৰ গাত যেন দেও লাগিছে। মোৰ বহুত দিন মনত নপৰা কথা কিছুমান মনত পৰিছে। বৌৱে পাটী-দৈৰে বৈ দিয়া পাটীঢৰা এখন আৰু চিলঠ-পেঞ্চিল লৈ ময়ো এদিন — ভালকৈ মাত কথা ফুটাৰ চাৰি বছৰৰ পিছত কঁহুৱামুখৰ পঢ়াশালিলৈ গৈছিলোঁ। শুভক্ষণ চাই। বৌৱে থাপনাৰ পুথিৰ কাষত এপোহা মাহচাউল দিছিল। গুৱাপানো আগবঢ়াইছিল। ভৱিষ্যতে মোৰ পঢ়া-শুনা ভাল হওক, মই ডাঙৰ মানুহ হওঁ. — এনে এটা হোৱাৰ ফল বিচাৰি। বৌৱে থাপনাৰ আগত মোৰে সৈতে একেলগে সেৱা কৰি ঘোষা গোৱাৰ সময়ত বিনাইছিল। মোৰো চকুৰে জোল বৈছিল। তত্ৰাচ ভগবানে মোক আৰু বৌক চকু মেলি নেচালে। স্কুলত মোক দেখিয়েই মনকালি পণ্ডিতৰ চকু খোপা হ'ল। সমনীয়াবোৰ অবাক। মোতকৈ ডাঙৰবোৰে কিজানি মোৰ কথা বেছিকৈ জানিছিল। সিহঁতে মোক জোকালে। এইদৰে সিহঁতে তিনি দিনমান জোকালে। মোৰ বৌ হেনো বিজতৰীয়া, চটাই পাখৰী। মই হেনো পিতাইৰ ল'ৰা নহয়, আন কাৰোবাৰহে। সেয়েহে বৌজনী বিয়া দিয়া মানুহঘৰত নেথাকে; মাক বাপেকৰ ঘৰতহে থাকে। স্কুলৰ ল'ৰা ছোৱালীবোৰৰ কিমাননো ভেঙুচালি শুনিম? মোৰ

অসহ্য হ'ল। বৌক কান্দি কান্দি গোচৰ দিলোঁহি। বৌৱে মোতকৈ বেছিকৈহে কান্দিলে। মই স্কুল এৰিবলৈ বাধ্য হ'লোঁ।

সেই চেমনীয়া কালতে নিজৰ জনমৰ সঁচা বা মিছা আঁতিগুৰি জনাৰ দিনা আৰু মোৰ যে সেই কাৰণেই জীৱনত একেবাৰে পঢ়াশুনা কৰা নহব সেই কথা জনাৰ দিনাও বৌৱে হোৱাওৱাওকৈ কান্দি থকা সময়তে মই দাঁতিত থিয় হৈ অপলক চাবনিৰে বিশাল বৰহমপুত্ৰলৈ বহু পৰ চাই চকুলো শুকুৱাইছিলো, মই সান্ত্বনা পাইছিলোঁ, ভাৰসা পাইছিলোঁ; উদাৰ বৰহমপুত্ৰই মোক আপোন পিতৃৰ দৰে গ্ৰহণ কৰি মোক জীয়াই থাকিবলৈ কিবা এটা অজ্ঞানিত শকতি দিছিল। মই সেইদিনাৰপৰা বৌৰ মানত বেছি সান্ত্বনাৰ থল হৈ পৰিছিলোঁ।

টং টং টং................। ঘণ্টা কাঁহত ভালেমান কেইটা কোব। কেছাৰী ঘৰত। কুসুম হোটেল। বাওঁকাষে মহাত্মা গান্ধীৰ তেনেই অকলশৰীয়া কৰুণ মূৰ্তিটো। মই আহি থকাৰ বাওঁফালে পুলিচ থানা। পিতা বৰহমপুত্ৰ বেছি দূৰৈত নহয়। উত্তৰে আহি থকা আলিটো শেষ কৰিলোৱেই। আলিৰ য'তে ত'তে বালি-ইটা-শিলগুটি আৰু লোহাৰ শলিৰ দ'ম। ৰেল আলিৰ ওপৰেদি নলং হব হবলা।

ফুলনি। মাজে মাজে বেঞ্চি। কিবা বোলে 'পাৰ্ক' হেনো। কোনোবা কিতাপ লেখা মানুহৰ নামত। পশ্চিমে মাৰোৱাৰীৰ কাৰবাৰৰ ঘাটি। ইয়াত পাহৰাবালা আছে। গতিকে পূবে নগলোঁ। ভটিয়াই আহিলোঁ। পিতা বৰহমপুত্ৰৰ বা গাত লাগিলেই। এই পৰম পিতাৰ ওচৰত আৰু এদিন ভাৰসা পাইছিলোঁ। গাওঁ এৰা বছৰটোত। সেই ক্ষয়ঙ্কাৰী বানপানী হোৱা বছৰটোত। প্ৰবল বানপানী। তাৰ খাওঁ খাওঁ মূৰ্তি দঁতাল হাতীৰ কিৰিলিৰ দৰে মাত। নিমিষতে মথাউৰিৰ শকতি হীন হৈ পৰিল। ভাগিল। চিঞাচিৰ হ'ল। পানী গাঁৱতো গিৰিজনি মাৰি সোমাল। ঘৰৰ চালৰ ওপৰেদি বানৰ সোঁত বলে। মানুহে গছত, বঢ়িত আৰু মাজে মাজে মথাউৰিতে ঠাই ল'লে। গৰু-ম'হ-ছাগলী উটি গ'ল। কি যে নৰক যন্ত্ৰনা! মনত পৰিলেই গা শিয়ৰি উঠে। পানী শুকুৱাৰ পিছত সেই ঠাই নৰক হৈ পৰিল, পূৰা বৌ বৌ নৰক। চাৰিওফালে দুৰ্গন্ধ। বন, পথাৰৰ শইচ আৰু গৰু ম'হ পঁচি ভয়সা দিলে। আহিল মহামাৰী। গ্ৰহণী, তেজ গ্ৰহণী, মাউৰ। উত্তম ককা মৰিল, মামী মৰিল, মামীৰ ল'ৰাছোৱালী দুটাও মৰিল। বৌৰ একুৰি দুবাৰ পেট চলিল। মথাউৰিৰ পাৰতে মৰিল। ইমান শুৱনি মোৰ বৌজনীৰ দেহটো পানীত জাহ

গ'ল। আৰু মই কিমান যে দুখৰ উপৰি দুখ সহিলোঁ। 'ৰিদয়' কাঠ হ'ল। পানী শুকুৱাত দেখিলো, বৰ্‌হমপুত্ৰই ঘঁৰিয়ালৰ মুখ হৈ আমাৰ গাঁও খন গিলি পেলাব খুজিছে। আমাৰ গাঁৱৰ এফালমান খহালে। মই পঢ়িবলৈ যোৱা সেই পঢ়াশালীখন এতিয়া মাজ বৰহমপুত্ৰত। নামঘৰটোও বৰহমপুত্ৰই নিলে। আমাৰ কুঁহিয়াৰতলিডৰাও। পানী বেছিকৈ শুকুৱাত পথাৰৰ অৱস্থা দেখিহে মূৰে কপালে হাত দি বহিলোঁ। যিখিনি আশা আছিল সিওঁ মষিমূৰ হ'ল। যি কেইডৰা মাটিত গামোচা পিন্ধা কালৰে পৰা ভৰ যোৱান কাললৈকে খেতি কৰি আছিলো এতিয়া তাত বৰহমপুত্ৰই একাঠু একাঠু বালি পেলাই গৈছে। বালিৰ ওপৰত আকৌ পানী মেটেকা। তাকে দেখি মই উধাতু খোৱা মানুহৰ দৰে দৌৰি আহি বিশাল বৰহমপুত্ৰৰ মুখামুখি হলো। খঙেৰে, আক্ৰোশেৰে অভিমানেৰে। কিন্তু তেনে অৱস্থাতো বৰ্‌হমপুত্ৰই মোক ভাৰসা দিলে। মোৰ ভাব হ'ল, এয়া পিতা বৰ্‌হমপুত্ৰৰ দয়াহীন কাম নহয়, মানুহৰ বিবেচনা নোহোৱা কামৰ পৰিণামহে। পিতা বৰ্‌হমপুত্ৰই মানুহক সাৱধান নোহোৱাকৈ সোলোক ঢোলোক মথাউৰি বন্ধাবলৈ কোৱা নাছিল; পাৰৰ গছ গছনি কাটি খাস্তাং কৰিবলৈ দিয়া নাছিল; মানুহবোৰ ইমান পাপী হব বুলিও কিজানি পিতা বৰ্‌হমপুত্ৰই ভবা নাছিল। মোক যেন বৰ্‌হমপুত্ৰই কৈছিল, "তই যাগৈ । এই ঠাইত আৰু কাম নাই। মাটি নোহোৱা খেতিয়ক পানীত নথকা মাছহে। বাহুত বল থাকিলে তোৰ দৰে পাহোৱাল ডেকা এটাৰ......... ।"

পিছদিনাই চহৰলৈ আহিলো আৰু এই চহৰত ইমান বছৰ থকাৰ পিছত আকৌ আগৰ দৰেই নিৰুপায় হৈ পিতা বৰ্‌হমপুত্ৰৰ ওচৰলৈ আহিছো। এতিয়া এটা প্ৰাণীৰ কাৰণেই অহা নাই। মোৰ লগত আছে মৰমী যশোৱা আৰু ৰঞ্জু-চানুৰ।

বৰ্‌হমপুত্ৰ এতিয়া প্ৰথম শৰতত শান্ত । পানী নিৰ্মল। "জলৰ যতেক মল/ যেহেন শৰতৎ কালে / স্বভাৱত নিৰ্মল হোৱয়।" সেয়েহে মাছ কেইটা মাছ লঙ্কাৰ ভোজ হৈছে। মই মাছ লঙ্কাৰ মাত শুনিছোঁ। সিও কিজানি মেকুৰী, বাদুলী আদিৰ দৰে ৰাতি দেখে। এৰা চৰাইৰ দেখা শকতিয়েই সুকীয়া।

অলপ অহাৰ পিছতেই আলিৰ বিজুলী বাতিৰ অন্ত পৰিল। মোৰ মনৰ গতি বেয়া। এনেয়ে আহি আছোঁ। বলিয়াৰ দৰে। সৌঁহাতে বৰহমপুত্ৰখনৰ দূৰৈৰ

মাজ ভাগহে চকুত পৰিছে। ওচৰৰ পানীখিনি নেদেখি। কাৰণ পাৰত কাঠৰ দমবোৰ। উটি অহা কাঠ। দুটা দমৰ ফাঁকেদিহে এচমকা পানীৰ সোঁত দেখি। এনে ঠাইত থিয় হৈ এই বৰলুইতৰ মুখামুখি হৈ মনৰ আহুকাল দূৰ কৰিব নোৱাৰি। গতিকে উভতি গৈ পাৰ্ক পাৰ হৈ 'ডাইক' এটাত উঠি ৰাতিৰ নৈখন হেঁপাহ পলুৱাই চোৱাৰ কথা ভাবিলোঁ। এতিয়া মই আহি থকা ফালেও 'ডাইক' এটা আছে। কিন্তু তালৈ যোৱা টান হ'ব। তালৈ যাবলৈ হলে পাৰত পাৰি থোৱা ধাৰ থকা বৰ বৰ শিলৰ ওপৰেদি খোজ দিব লাগিব; সুদা ভৰি দুখনো কাটিব। সিফালে চেন্দেল পিন্ধা ভৰি দুখনো হেলনীয়াকৈ থকা শিলবোৰত সমানকৈ পেলাই খোজ কাঢ়িবলৈ টান হ'ব।

মই উভতিবই খুজিছিলো। এনেতে এটা কথা ভাবিলো ঃ উটাই অনা খৰি কাঠবোৰ এইখিনিৰ পৰাই থাক বান্ধি ৰাখিছে যেতিয়া ওচৰত নৈলৈ যোৱা ভাল বাট এটা থাকিবই লাগিব। গতিকে আৰু দুখোজমান আগুৱালো। এনেতে এই দুপৰ ৰাতি এটা অসম্ভৱ কাণ্ডৰ উমান পালো। মোৰ পেটৰ কেচু-কুমটি বোৰে কাউবাউ লগাবলৈ ধৰিলে। মোৰ নাকত লাগিলহি বঢ়িয়াকৈ মচলা দি ৰন্ধা মঙহৰ গোন্ধ। কিমান তৃপ্তিকৰ চাগে। এই ভৰ ৰাতি কোন পাগলে মঙহ ৰান্ধিছে? নিশ্চয় বান্ধি থোৱা ছৈ দিয়া নাৱত ৰান্ধিছে। এই লোভ লগা গোন্ধটোৱে মোক তেনেই উত্ৰাৱল কৰি পেলালে। দুই তিনি সাজ নোখোৱা মানুহৰ যেনে এটা ভোক লাগে তেনে এটা সৰ্বনশীয়া ভোক। জিভাৰ পানী পৰিছে। পেটে কাউৎ কাউৎ কৰে মাতিছে। ৰাতি যে মোৰ ভাত খোৱা নহল এই কথা পাহৰিয়েই গৈছিলো। অথচ ৰাতিৰ সাজ ভাত জিভাত জুতি লগাকৈ খাবৰ কাৰণে এভাগ মাছ কিনিছিলোঁ। অৱশ্যে মাছ কিনো বুলি ওলাই যোৱা নাছিলো। হাজৰিকা উকীলক ক্লাবৰ চিঠি এখন দিবলৈ যাওঁতে আলিৰ কাষতে মাছ বেছি থকা দেখিলোঁ। সৰুসুৰা মাছ। ভাগ পাতি ৰাখিছিল। তাৰে কেবা বিধো মাছ থকা ভাগ এটা কিনিলোঁ। তাত আছিল গৰৈ দুটামান, দুটা মাত্ৰ পাভ পোৱালী, চাৰিটামান আধলি যেন পুঠি আৰু তিনিটা ঘঁটীয়া শিঙৰা। গৰৈ দুটা অলপ বুঢ়ন। যশোৱাই চাগে গৰৈকেইটা কাইলৈ পাতত দি খাবলৈ থ'ব, শিঙৰাকেইটা খৰিকাত দিব, পুঠিকেইটা কচুশাকত দি ৰান্ধিব আৰু কাঁইট নথকা পাভ পোৱালী দুটা নিশ্চয় লৰা-পোৱালী দুটাৰ কাৰণে বেলেগকৈ ৰান্ধিব।

উগ্ৰ ভোক। এনেতে শুনিলোঁ এষাৰি জিকিৰ ঃ জীৱৰ সাৰথি নাই অ' আল্লা, জীৱৰ সাৰথি নাই...........। মই থমকি ৰলোঁ। মনটো উজলি উঠিল। এয়া মোৰ অতি চিনা চিনা সুৰ আৰু মাত । আমাৰ দীঘলআটীত কেইটামান মানুহ আছে যি জীৱনটোত একোটা গীতৰ একুটহে গালে। মহোদৰ মোমায়ে সদায় এইকুট বৰগীতেই গাই থকা শুনিলো ঃ পতিত পাৱন, হৰি হৰি বাপ, কিনো গতি হৈবে হামাৰ ...........। হৰিচন্দ্ৰ মেধিৰ সদায় গোৱা পদ ফাকি হ'ল ঃ ৰময়া কুৰু অময়া খেলা .........। পৰফুল খুড়াই "গজপতি গমন, চলহু যদুনন্দন" বুলি সন্ধিয়াতে গালে বুজিব লাগিব, তেওঁ জৰুৰ কান্ধুলিজানত বৰশী বাই ৰৌ বা চিতল এটা পালে। অইন মাছ পালে বা বৰশীত কাছ পৰিলে সন্ধিয়া ঘৰ সোমায়েই খুড়াই বিনা জগৰতে ল'ৰা ছোৱালী বোৰক ধমকিয়ায়। গতিকে অপৰত "জীৱৰ সাৰথি নাই" বুলি গোৱা মানুহটো কোন গম পাইছো। ইয়াকে দুবাৰ গোৱাৰ পিছত এটা গলাৰ আৱাজো শুনিলো ঃ "অই কাঁহী দুখন ধো।" মই সকাহ পালো মাতটো দেউতাৰেই হ'ব লাগিব।

ৰন্ধা মঙহৰ গোন্ধ লৈ লৈ আৰু লগতে মাতটো অহা ঠাইৰো অনুমান কৰি গৰাইদি তললৈ দেখিলো, নাৱৰ ছৈত আঁৰি থোৱা লেমটোৰ ধন গুলৈৰ দৰে পোহৰ। কোনোবাই চুৰ কৰিবলৈ আহিছে বুলি ভাবি ফৰ্মুটি-চৰ্মুটি এডাল মাৰি পঠিয়াই বুলি মই মাতিলো — দেউতা! মাতটো নিজেই বৰ আতুৰ যেন শুনিলো। আকৌ দেউতাৰ মাত। 'কোন ঔ' বুলি লগতে এষাৰ অবাইচো মাতিলে। মই চিঞৰিলো — "মইহে। মুকুন, মুকুন্দ।" সি নাৱৰ পৰা পাৰলৈ জাপ দিয়াৰ শব্দ শুনিলো। টৰ্চ লাইটৰ পোহৰে মোক তাৰ চকুত ধৰা দিলে। দৌৰি আহি মোক গবা মাৰি ধৰিলেহি। আমাৰ মনৰ অৱস্থা কেনে হৈছিল তাকে কবলৈ কথাই নোহোৱা হয়। তিৰবিৰ পানীৰ আৰু দূৰৈৰ লেমৰ পোহৰত আমি ইটোৱে সিটোৰ গাটো আৰু মুখৰ গঢ়টো দেখিছিলো। যদিও মই হলে তাৰ চকুহাল দেখা নাছিলো। মোৰ চকুহাল কিজানি পানীৰে ভৰি পৰিছিল। কাৰণ মই নাৱৰ লেমটো জলক তবক দেখিছিলো।

সি হাতত ধৰি মোক নাৱলৈ আনিলে। তাত দেখিলো, সেই গোন্ধ পোৱা আয়োজন, দেউতাৰ মাত শুনি মোৰ নাকেও গোন্ধ লবলৈ পাহৰি আছিল। এতিয়া নিচেই ওচৰৰ পৰা সেই গোন্ধ। ছৈৰ তলৰ তক্তাৰ ওপৰত উধান। তাৰ ওপৰত এলুমুনিয়ামৰ কেৰাহীত উত্তম পাগ লৈ মঙহৰ আঞ্জা ধোঁৱাই আছে।

দেউতাই যেন হাততে সৰগ ঢুকি পালে। আৰু ময়ো। দেউতাৰ মাত শুনা গ'ল, "হেৰ হাৰামজাদা চাচোন এইটো কোন? আগতে মৰুৱা ধুতি পিন্ধাহে দেখা পাইছিলো। হাতত এচাৰি, কান্ধত চেলেউ। এতিয়া তেনেই বাবু বাবু চেহেৰা, বাবু বাবু পোছাক, দীঘল থোঙা, 'হাৱৈ চাৰ্ট'। হে আল্লা, হে ভগৱান, কি তোমাৰ খেলা, কি তোমাৰ লীলা! কচোন বোপাই, ইমান দিন ক'ত আছিলি? হেৰ' মৰকুঁচীয়া, জহন্নামে যোৱা, নেচাৱহি কিয়?"

সি মোক মৰকুঁচীয়া বোলা নাই। যাক মৰকুঁচীয়া বুলি সমধ ধৰা হৈছে, সি নাৱৰ মাজত থকা ধানৰ খেৰৰ ওপৰৰ মালভৰ্তি বস্তা দুটাৰ ওপৰত ধোবাং জুৰি পৰি আছিল। বোধকৰো আমাৰ দিল বাহাদুৰে খোৱা পনীয়া বস্তুটো খাই লৈ। ইফালে দেউতাৰ মুখতো সেই বিধ বস্তুৰেই গোন্ধ। সেই বাবেই কিজানি দেউতাই "জীৱৰ ভাৰসা নাই" গালে আৰু এতিয়া তাৰ মুখ লাওপাত কচুপাত। আচলতে কিন্তু সি নিবোকা ধৰণৰ মানুহ নহ'লেও সিমান কথা নকৈছিল।

মানুহটো থিয় হ'ল। সি মোক দেখি আচৰিত হ'ল। ময়ো তাক তধা লাগি চালো। সি আগৰ দৰেই মাজেদি সেওঁতা ফালিছে। চুলি কান্ধত ওলমা। তাত আগৰ দৰেই কিলিপ মৰা। পিছে আগৰ ভেৰেহা গাটো এতিয়া আটিল হোৱা বাবে আৰু আগতকৈ ভাল দেখি। আগৰ দৰেই তাৰ চকুৰ চাৱনি। বাহুত তাবিজ। তাৰ বয়স বাঢ়িছে। তাৰ দুকুৰি পাঁচ। কিন্তু চেহেৰা মতে বয়স যেন আগতকৈ কমিছেহে।

এইটোৱেই বছিৰ; বছিৰুদ্দিন মুচুফ। বয়সৰ পাৰ্থক্য সত্বেও দেউতাৰ লগত সি একে হৰিহৰ আত্মা। সি মোক ভালকৈ চাই লৈ জাপ মাৰি মোৰ ওচৰ পাই মোৰ গায়ে-মুখে হাত ফুৰাই ক'লে, "চাব্বাইছ, তোমাম চেহেৰা হৈছে।" তাৰ মুখৰ নিচাৰ দুৰ্গন্ধ আৰু উৎকট।

মুক্তা আহমদ ওৰফে দেউতা যেন এটা লোহাৰ খুটাহে, যাৰ কোনো বয়স থাকিব নোৱাৰে। দেহো পকোৱা লোহাৰ ৰচিৰ দৰে। ডিঙিটো জোখতকৈ দীঘল। ঘটিকাটো বিজুলী বাতিৰ চুইচৰ দৰে। হাতৰ ফুলি উঠা শিৰবোৰ তিখাৰ জঁাৰৰ দৰে। মুখখন খীণ কাৰণে পোনতে ভাটৌৰ ঠোটৰ দৰে নাকটো চকুত পৰে। তাৰ কোটৰত বহি যোৱা ঘূৰণীয়া চকুহালৰ চাৱনিত যাদু আছে। সি এখন আঠুমূৰীয়া মাৰ্কিন কাপোৰৰ ধুতি পিন্ধিছে। গাত এখন বিহাৰী গামোচা। বছিৰে লুঙিৰ ওপৰত 'হাৱৈ চাৰ্ট' পিন্ধিছে।

সিহঁতে মোৰ কথা খট্ বান্ধ লাগি সুধি আছিল যদিও মই নিঠৰুৱা অৱস্থাৰপৰা আকৌ নিঠৰুৱা হোৱাৰ আচলখিনি কথা কবলৈ লওঁতেই দেউতাই ক'লে, "চুপ। কিমাননো আনৰ দুখৰ কাহিনী শুনিম? খানাটোৱেই নষ্ট হৈ যাব। এতিয়া চব বাদ খুচীচে খানা। তোৰ কথা কাইলৈ কবি। বাবা বৰহমপুত্ৰৰ আগত। বছিৰ!"

লেমৰ ওচৰত খাদ্য সম্ভাৰ। কুকুৰাৰ মঙহৰ আঞ্জা। উধানৰ অঙঠাত দিলেই ফুলি উঠা আটাৰ ৰুটি। (ইয়াকে ফুল্‌কি বুলি এতিয়াহে জানিছো।) কেচাঁ কণ জলকীয়া মিহলোৱা তিয়হ, বিলাহী আৰু মটৰ মাহৰ কেঁচাই কেচাঁই খোৱা বস্তু। এলুমুনিয়ামৰ গিলাচত 'মেলিটেৰি ৰাম'।

"ৰামহে আচল দৰব। বুজিলি ডেকা ল'ৰা? দুখতো উত্তম, সুখতো উত্তম। দুঢোক পেটত পৰক, বৰহমপুত্ৰৰ পানীৰ লগত তোৰ দুখ পলাই পত্ৰং দিব।" এয়া দেউতাৰ কথা।

"আৰু ইয়াক যি হজম কৰিব সি চালা জিন্দেগী ভৰ তাগৰা হৈ থাকিব। ৰাম আৰু বৰনৈৰ হাৱা বঢ়িয়া।" এয়া বছিৰৰ কথা

জোনেও ভূমুকি মাৰিলে। এতিয়া চৌদিশৰ ৰূপ চৰিলহে, বৰ লুইতৰ ৰূপোৱালী সোঁতৰ লগত মোৰো মন থৌকি বাথৌ। সোঁতৰ লগত জোনালী আকাশেও নাচিছে। ফৰিংফুটা জোনাকত পাৰত থকা খৰিৰ দমবোৰ আৰু চৰকাৰী কামত লগা লোহা লক্কৰবোৰ সাত সাগৰৰ মাণিক মুকুতা যেনেহে লাগিছে। সোঁতত আমাৰ নাৱতো হেন্দোলনি। আমাৰ মনতো হেন্দোলনি। এন. ই. এচ. ক্লাব, তাৰ সভাপতি-সম্পাদক আৰু সেই ফুটনিত মৰা মানুহবোৰৰ এইখন বিনন্দীয়া পৃথিৱীত এটোপাল পানীৰ সমানো মূল্য নাই। গতিকে সেইবোৰ মানুহলৈ কিহৰ জগৰত আক্ৰোহী হ'ম? মোক এইখন জগতৰ খবৰহে লাগে।

ইহঁতে ইমান দেৰিকৈ খোৱাৰ কাৰণটো পিছত কথা বতৰাৰ পৰা বুজি পালো। ইহঁত কালিয়েই সিপাৰলৈ গৈছিল। বহুত নিলগলৈ। সিপাৰৰ পৰা নাওঁ ভৰ্তি ধান আনিছিল। মাৰোৱাৰীৰ ধানকলৰ বাবে। এটা আহল বহল চাপৰি পাওঁতে দুপৰ হৈছিল। ইহঁতে তাতে বন কুকৰা দুটা মাৰিছিল। চাপৰি এৰাৰ পিছত আৰু নাও ৰখোৱাৰ ঠাই নাছিল। এইখিনি পাওঁতে ৰাতি দহটাই বাজিছিল। 'মেলিটেৰি ৰাম' দুটাৰ আখ্যানো সুকীয়া। ইহঁতৰ পাৰৰ লগত অৰ্থাৎ মাটিৰ ওপৰৰ পৃথিৱীখনৰ

লগত সম্পৰ্ক প্ৰায় নাই যদিও বৰ লুইতৰ পাৰে পাৰে ঠন ধৰি উঠা চোৰাং মালৰ জেগাবোৰ ইহঁতৰ নখ-দৰ্পণত। মানুহ হিচাবে ইহত খুব ভাল। হৃদয়বান। কিন্তু জীৱিকাৰ ধৰণ-কাৰণবোৰ সুকীয়া। অসৎ বুলি সন্দেহ কৰাৰ থল আছে। অৱশ্যে আৰু এটা কথা হব পাৰে। ইহঁতে জীৱনত হয়তো বহুত জীয়াতু ভুগিছে। আচলতে জীৱনটো কি আৰু সংসাৰ যাত্ৰানো কি এই বিষয়ে বহুত দকৈ জানি চাগৈ ইহঁতে অসৎ আৰু সতৰ প্ৰভেদটো নাওমানহে বুলি গম পাইছে। আনকি মোৰ জীৱনতে মই এনেকৈ অনুভৱ কৰাৰ দৃষ্টান্ত আছে। দিল বাহাদুৰ মদপী আৰু জুৱাৰী। সেইবুলি সি অসতনে? হিমাদ্ৰিৰ বোলে গহনা-গাঁথৰিলৈ বৰ লোভ কাৰণে তাহানি হোনো তাইৰ দেহৰ কান্তিয়ে পুৰুষক বশ কৰিব পৰা বয়সত বগীদলৰ মহৰ খুটিৰ মালিক পশুপতি চেত্ৰীৰ লগত দেহ-মনৰ দিয়া-নিয়া হৈছিল। এদিন ডাৱৰীয়া বতৰত দুপৰতে দুবটল মদ শেষ কৰি দিল বাহাদুৰে আগৰ কথাবোৰ কৈ তাৰ যোৱান কালটোক সুৱঁৰিছিল। মোৰ ধুনীয়া বৌজনী যোৱান কালত বৰ মুহিব পৰাকৈ দিপলীপ আছিল কাৰণেইতো বৌৰ আৰু মোৰ যতমানে অথন্তৰ। মুঠতে আমি মানুহ। পুথিপাঁজিৰ দেৱ দেৱী নহয়।

সিহঁতে ছৈৰ তলত মোৰো শোৱাৰ ব্যৱস্থা কৰি দিলে। সংসাৰৰ মায়া নথকা এই মানুহ দুটা কিজানি বৰ সুখী। সিহঁতৰ টোপনি আহিলেই। নাক বাজিলেই। মই কিন্তু ইমান সোনকালে শুব নোৱাৰিলো। বগাচে নাওখন লবাইছে। মই নাৱৰ মাজত থিয় হৈছোঁ। পিতা বৰহমপুত্ৰৰ শেহ ৰাতিৰ জোনাকত এই সুন্দৰ ৰূপ দেখি মই বিভোল হৈছো। ৰাতিৰ নৈকাষৰীয়া চৰাইৰ লগতে মোৰো মাতটো মিলাই দিবৰ কাৰণে ইচ্ছা হৈছে। মই কৈছো, "পিতা বৰহমপুত্ৰ, মই ভাৰসা পাই গ'লো, আশ্ৰয়ো পালো; তুমি দয়া কৰি জীয়াই থাকিবৰ কাৰণে মোৰ অন্তৰত বহুত জীপ দিলা। মোৰ হৃৰযত কান্দি পেলাবৰ মন গৈছে।... ...

এইটো তিনিকুৰি পাঁচবছৰীয়া দেউতা তোমাৰ কোলাত নিদ্ৰাত অচেতন। জীৱনত আপোন বুলিবলৈ কোনো নথকা বছিৰো তোমাৰেই আশ্ৰয়ত। ......"

এই ডাৱৰ বৰষুণ নথকা কালতো বৰনৈখন যে ইমান মনোমোহা। মোৰ এই দুৰ্যোগত মই এতিয়া নাৱত। বৰনৈৰ বুকুত। ই মোৰ বাবে পৰম ভাগ্য। তাকো ভাবিছোঁ। এতিয়া শিশুৰ দৰে শুই থকা দেউতা আৰু বছিৰ স্বৰূপতেই বৰনৈৰ সন্তান।

দেউতা এনে এটা মানুহ যে সি নৈৰ সকলো বস্তুৱেই ভাল পায়। সি কাচিৎতহে নৈৰ পাৰৰ পৰা বেছি দূৰলৈ যায়। নাওখনেই তাৰ ঘৰ।

মোৰ ককাদেউতা বলোৰাম ভঁৰালী পূৰ্বতে বেছ প্ৰতাপী মানুহ আছিল। তেওঁ কান্ধুলিজানৰ ঘাটটো ডাকি লৈছিল। তাতে দেউতা নাৱৰীয়া আছিল। তেতিয়াৰে পৰা দেউতাৰ লগত আমাৰ ঘৰখনৰ এটা আপোন সম্পৰ্ক। দেউতাই মোক সৰুতে উজানৰ মাছ দেখুৱাইছিল। নাৱৰ পৰাই মছন্দৰী দেখুৱাইছিল। মছন্দৰী হ'ল মাছৰ জাকত থকা বিয়াগোম মাছৰ আকৃতিৰ এজনী পিশাচী। দেখিয়েই মোৰ পিলাই চমকি গৈছিল। মোৰ দুদিন জ্বৰ উঠিছিল। দেউতাৰো মছন্দৰীক আঙুলিয়াই দেখুৱাই দিয়াতো ভাল কথা হোৱা নাছিল। মোৰ দুদিন তেজ হাগনি হৈছিল।

এদিন কান্ধুলি জানৰ ঘাটত কাঠৰ দলং হ'ল। গতিকে তাৰ পিছত দেউতাৰ কাম নাৱেৰে বস্তু কঢ়িওৱা। মই দেউতাক তেজে ফুটো ফুটো হোৱা যোৱান অৱস্থাৰ পৰাই দেখি আহিছোঁ। তাৰ ঘৰ কাৱৈ মাৰীত। এই গাঁৱৰ আটাই কেইঘৰ মুছলমান মানুহ। তাৰে বাঘ বাৰিকৰ পুতেক হল মুক্তা ৰহমান। বাঘ বাৰিক আছিল চিপাহী। ভোটৰ লগত যুজ কৰা মানুহ। তেওঁ অবসৰ লোৱাৰ পিছতহে চাজিদ সুন্দৰীক চপাই পিছত নিকাহ কৰাইছিল। মতা-তিৰোতাৰ বয়সৰ অমিল বৰ আউল লগা বস্তু। বাঘ বাৰিকৰ শৰীৰত যেতিয়া এপদ এপদকৈ ঘুণে ধৰিছে তেতিয়া চাজিদা ঈদৰ পাছৰ জোনটো বঢ়াদি একলা একলাকৈ বাঢ়িবলৈহে ধৰিছে। ফলস্বৰূপে দেউতাক জনম দিয়েই চাজিদা উধাও হল দলৈচুবাৰ গেলামালৰ দোকানী এটালৈ।

আমাৰ অঞ্চলটোক কান্ধুলিজানপৰীয়া অঞ্চল বুলিও কব পাৰি। কাৰণ বৰনৈেত মিলি যোৱা কান্ধুলিজানে আমাৰ অঞ্চলটোক পূৱা পশ্চিমাকৈ দুভাগে ভাগ কৰিছে। পূৱে দীঘলআটী, কহুৱামুখ, কাৱৈ মাৰী আৰু দলৈচুৱা; পশ্চিমে জলমৈ, ভোগজৰা, জামুগুৰি, ঘোৰাচুঙী আৰু পহুকটা। এই গোটেই অঞ্চলটোৰে শ শ কাহিনীৰ সাক্ষী দীঘলআটীৰ তিনিযুগীয়া বুঢ়ী অৱন্তী। তাই আমাৰ কান্ধুলিপৰীয়া অঞ্চলৰ কাহিনীৰ ভঁৰাল।

ভৰ যোৱান কালত দেউতাই চাজিদাৰ আখ্যান স্বয়ং অৱন্তী বুঢ়ীৰ পৰাই শুনিছিল। তেতিয়াৰ পৰাই হেনো দেউতাৰ তিৰোতা জাতিটোৰ প্ৰতি বিকচিনাৰ

ভাব হৈছিল। কিজানি সকলো মানুহলৈকো তাৰ এনে ভাব। কাৰণ সি মাটিতকৈ পানীকহে বেছি ভাল পাবলৈ ললে।

এইটোৱেই হ'ল দেউতা। মুক্তা ৰহমান।

আৰু বছিৰৰ কথানো কি কম? সেইবাৰ হেনো কাবৈমাৰীৰ মুছলমান গাঁৱত মাউৰে গাঁও উচন কৰাৰ অৱস্থা। ককাদেউতা বলোৰাম ভঁৰালীয়ে ইয়াৰ ভূ পোৱা নাছিল। তেওঁ গৈ কাবৈমাৰীত হাজিৰ। কাৰণ হ'ল ধান কটা মানুহ যোগাৰ কৰা। পিছে গাঁৱৰহে মৰিশালিৰ অৱস্থা। ঘৰে ঘৰে এটা দুটাকৈ মৰিছে। এঘৰত এটা কাণ্ড দেখিহে ককাদেউতা বলোৰাম ভঁৰালীৰ চকু থিয় হল, গা শিয়ৰি উঠিল, অথচ চকু সেমেকিল। কাণ্ডটো এনেকুৱা ঃ ভৰ বয়সতে বাঁৰী হোৱা হীৰা বাইটিৰ শটো মাজ চোতালত পৰি আছে আৰু তাইৰ দেৰ বছৰীয়া শিশুটিয়ে পিয়াহ আজুৰিছে আৰু পিয়াহ এটা মুখতো দিছে। মহামাৰীৰ প্ৰকোপ ইমান বেছি আছিল যে ওচৰ চুবুৰীয়াবোৰ নিজক লৈয়ে ব্যস্ত। কেতিয়া কাৰ মৰাৰ পাল পৰে ঠিক নাই। সেয়েহে ককাদেউতা বলোৰাম ভৰালীয়ে ভাবিলে, মানুহজনী মৰা হয়তো কোনেও নেজানে। শিশুটোৰ যে আগলৈ পিছলৈ কোনো নাই এই কথাও ককাদেউতাই জানে। গতিকে তেওঁ মাকৰ বুকুৰপৰা শিশুটি লৈ আহিল। তাক ককাদেউতাৰ ঘৰত ধান বনা আদি কাম কৰা হামিদৰ ঘৈণীয়েক গুণা বাইটিয়ে ডাঙৰ-দীঘল কৰি হাল বাব পৰা কৰিলে। সি ককাদেউতাৰ ঘৰতে থাকিল। খুটি খাব পৰা হোৱাৰ পিছত তাক বহল পৃথিৱীক চমজাই দিলে।

এই আখ্যান ককাদেউতাই ক'লে মোক। ইপিনে আখ্যানৰ সেই শিশুটোৱে — আমাৰ বছিৰে, বছিৰুদ্দিন য়ুচুফে শুনিলে — স্বয়ং অৱন্তী বুঢ়ীৰপৰা।

এইবোৰকে মনত পৰাৰ পিছত ভাবিছো, আমাৰ এই বৰ লুইতৰপৰীয়া মানুহবোৰৰ হিদয়বোৰ বৰ লুইতৰ বুকুখনৰ দৰেই উদাৰ। আমাৰ ইয়াত "হেন্দু মুচলমান'ৰ মাজত কোনো ভেদাভেদ নাই, ঘৃণা নাই। 'হেন্দু'ৱে জিকিৰ গায়, 'মুচলমানে' দেহ বিচাৰৰ গীত গায়। চব এক। "হিন্দু কি মুছলমান, একে আল্লাৰ ফৰমান ......"। এইটো জিকিৰ এনেয়ে হ'লনে?

বাৰু, থাওক সেইবোৰ কথা। ওপজা ঠাইখনলৈ মনত পৰিছে কাৰণেহে কথাবোৰে ইমান সবিস্তাৰে আমনি কৰিছেহি।

এতিয়া দেউতা-বছিৰৰ কথালৈ আহোঁ। মই যি বছৰ ভাগি আহিলোঁ সেই বছৰ মোৰ দৰে বহুত ভাগিল। ভূত-ভৱিষ্যত নভবা এলেহুৱা মৰকেলেপবোৰেহে তাতে, মানে আমাৰ কান্ধুলিজান অঞ্চলত, খৰলি পিতি থাকিল। খেতিৰ ফচল বেয়াকৈ কমিল। মানুহে লঘোণে বা আধাসজীয়াকৈ থাকিবলগীয়া হ'ল। এতেকে দেউতা-বছিৰৰো এই অঞ্চলৰপৰা চহৰত যোগান ধৰা খেতিৰ বস্তুবোৰ বৰ কমি আহিল। সিহঁতৰো চলিব নোৱাৰা অৱস্থা হল। সিহঁতে মোৰ দৰে অজানিতে কান্ধুলিপৰীয়া অঞ্চল এৰিলে। তেতিয়া মোৰ লগত একোৱেই সম্বল নাছিল আৰু ইহঁতৰ পিছে সম্বল আছিল একোখনকৈ নাও।

ইহঁতৰপৰা আৰু এটা কথা জানি সুখ পালো। কথাটো শুনি আমাৰ যশোৱায়ো নিশ্চয় ভাল পাব। কথাটো হল — আমাৰ কান্ধুলি পৰীয়া অঞ্চলটো বৰ লুইতৰ লগত মাৰ নেযায়। মাজুলীৰ আঁহতগুৰিৰ যিটো অৱস্থা সেইটো অৱস্থা হেনো হবলৈ নেপায়। তাকো মানুহৰ চেষ্টাৰ কাৰণে নহয়। পিতা বৰহমপুত্ৰৰ কৃপাৰ কাৰণেহে। পিতা বৰহমপুত্ৰৰ এতিয়াও মতি-গতি ভাললৈ আহিছে বুলি ক'ব নোৱাৰি। পিছে কিবা বেলেগ মতলব হৈছে হবলা। কেইবছৰমান দক্ষিণ ফালে মাটি খহাবলৈ এৰিছে, উত্তৰ ফালেহে হুৰমুৰকৈ মাটি খহোৱাত লাগিছে। ফলত কান্ধুলিজান অঞ্চলৰ কিনাৰে কিনাৰে থকা মথাউৰিকেইটা নভগাৰ কাৰণে ৰাইজে এতিয়া টুক্‌টাক্‌কৈ চলিব পাৰিছে।

বৰ লুইত পুৱাৰ কাহিলী কাহিলী পোহৰত অতি মনোমোহা হৈ পৰিছে। ইয়াৰ সোঁত ভাগৰুৱা হোৱা নাই, গহীনহে হৈছে। সোঁতৰ তিৰবিৰণি আৰু কলৰৱো এটা বৰভাতী বৰগীতৰ দৰেই গুৰুগম্ভীৰ। তাতে যোগ হৈছেহি বিবিধ নৈকাষৰীয়া চৰাই-চিৰিকতিৰ চিনাকি-অচিনাকি মন ভুলোৱা সুৰবোৰ।

চিলনী, বগলী আৰু কণামুচৰিয়ে পানীত চোঁ মাৰি মাৰি মাছ ধৰিছে। এতিয়া ৰূপৰ যেন বৰিয়লা মাছবোৰ ওলোৱাৰ সময়।

চৰাই-চিৰিকতিৰ মাত আৰু পূবৰ একাঁহী ৰঙা সুৰুযৰ পোহৰত পোনতে দেউতাই সাৰ পালে। বুকুৰ আধা পকা নোমসোপাত হাত দুখন মচি সি তলুৱাৰে চকু মোহাৰিলে। বছিৰে কোঁচ খাই খাই আঠু পোৱা লুঙিখন আজুৰি আনি বহিল। সি কিছু সময় চকুহাল মেলি-মুদি থাকিল। পিছত ধপহ্‌ কৰে থিয় হৈ মোক

দেখি ক'লে "কেনে? টোপনি গ'লনে?" টোপনি গৈছিল বুলি পুৱাতে মিছা কথা এষাৰ কোৱাৰ সলনি নিমাতে ৰ'লো। নদীৰ সিমূৰে ওলোৱা বেলিটোলৈ চালো। বেলিটো যেন পিতা বৰহ্মপুত্ৰৰ অলঙ্কাৰহে। বহুত দিন এনে এটা বেলি দেখা নাছিলো। বৰ ভাল লাগিল। সুৰ লগাই গালো, "......ৰজনী বিদূৰ দিশ ধৱলি বৰণ। তিমিৰ ফেৰিয়া আসে ৰবিৰ কিৰণ।।......." শংকৰ গুৰুৰ চাগৈ পুৱা নাৱত উঠিয়েই বৰহ্মপুত্ৰতে এই ভাব হৈছিল। গীত শেষ কৰাৰ পিছতে শুনিলো দেউতাৰ মুখত সেই চিনাকি গীতটো ঃ "জীৱৰ সাৰথি নাই অ' আল্লা.. ।"

কিজানি সি আল্লাৰপৰা কিবা নিৰ্দেশ প'লে গ'ল। হঠাতে আদেশৰ সুৰত ক'লে, মুকুন্দ তোক আমাৰপৰা আলগ হ'বলৈ নিদিওঁ। লগে লগেই বছিৰে মাত লগালে, "ঠিক কৈছ। অলবৎ নিদিও।"

"বছিৰ, বেঙেনা ভাজ, মাছৰ কণীখিনিও ভাজ। আৰু বজাৰো কৰিব লাগিব।" এয়া হ'ল দেউতাৰ আদেশ। উধানত জুই জ্বলিল। চৰুত মিঠা তেল উতলিল। "চেনেনেক তৰক' শব্দ হ'ল। মই মুখ ধোৱাৰ পিছতেই ৰাতিপুৱাৰ আহাৰ প্ৰস্তুত হ'ল। গৰম ভোপ উঠা ৰুটি (ফুলকা), কণী ভজা, বেঙেনা ভজা আৰু গাখীৰ নিদিয়া কফি। ইহঁত এনে নাৱৰ ছৈৰ তলৰ খুপৰিত ভালেমান ভোগৰ সম্ভাৰ যে আছে তাক বুজিবলৈ বাকী নেথাকিল।

ৰুটি চোবাই দেউতাই ক'লে, "বছিৰ, পেৰা খুলি মোৰ সাজযোৰ উলিয়া। তয়ো ভালকৈ পিন্ধ। আজি কাম বন্ধ। আজি আমাৰ কাৰণে উছৱ। বুজিলি মুকুন, তোক পাই উছৱ লাগিছে অ' ।. "

"বহু দিনৰ মূৰত পোছাক এক?" বছিৰে এমোকোৰা ভজা কণীৰে সৈতে ব্যগ্ৰ হৈ সুধিলে।

"ননচেন, ইমান কণ কমন চেন নাই। আজি যে আমি জলচৰৰ পৰা স্থলচৰ হব লাগিব। মানে ভেকুলী পাৰলৈ উঠিব লাগিব। যশোৱা মাইক নেচালে হয়নে? নাতিকেইটাক নেচালে হয়নে? কি নাম সিহঁতৰ? অ' মনত পৰিছে। কালি চেৰাপ খাই শুনোতেও পাহৰা নাই। ৰঞ্জু আৰু চানুৰ। চানুৰ নামটো সেই তই কোৱা হিমাদ্ৰি ফিমাদ্ৰিনে সেই নেপালীজনীয়ে দিলে হবলা। অলবৎ হেন্দু শাস্ত্ৰৰ নাম।" কালিৰ নিচাৰ জালটো আছেই। গাখীৰ নথকা কফিয়েও নিচা কমাব পৰা নাই যেন পাইছো। সেয়েহে আজিৰ পুৱাও দেউতাৰ মুখত আখৈ ফুটিছে।

"ঠিকেই ধৰিছে।"

"চানূৰ মানে কি?"

"কংস ৰজাৰ এটা মালৰ নাম। কৃষ্ণই তাক মাৰিছিল বাবেই কৃষ্ণৰ আৰু এটা নাম চানূৰমৰ্দন।"

"পিছে তোৰ ল'ৰাটো নেপালীৰ ঘৰত গাখীৰ খাই কংসৰ দৰে হৈছেনে, সেই মালটোৰ দৰে হৈছে?"

"দেখিবি নহয়।"

"পিছে এইটো নামত ভুল আছে। ইয়াৰ অৰ্থই নাই। এই নাম দি তহঁতৰ হেন্দু শাস্ত্ৰক ফাজলামি কৰা হৈছে। তোৰ তিৰোতাৰ নাম যশোৱা, অথচ লৰাৰ নাম চানূৰ, মানে কংসই পোহা মাল। ইস্ ইস্ বৰ বেয়া কথা হৈছে ।"

আমাৰ এই কথা-বতৰাত এক মনে ভজা কণীৰ লগত ভজা বেঙেনা মিলাই খাই থকা বছিৰে বৰ ৰস পালে। সি মাত লগালে, "সেই বুলি নেপালীয়নীৰ সিমান ভুল হোৱা নাই। কৃষ্ণৰ আচল মাক দৈৱকীহে। অৰ্থ নথকা নাম ভাল লাগে। যেনে, ডালডা যেনে দেউতাও। তইনো কেনেকৈ চবৰে দেউতা হলি?"

"বাৰু সেইবোৰ বাদ। এটেন্চান। তোৰতো আপত্তি নাই, মুকুন?"

"এনে অৱস্থাত ধোবাৰ দৰে মেখেলাও এচাৰিম।"

"মানে পছন্দ হোৱা নাই?"

"কিয় নহব? আমি কাঙ্কুলিজানপৰীয়া। পানীৰ লগত লীলা খেলা সদায় মনোমত।"

"চাব্বাইচ।"

মোৰ মনটো পাই যোৱাৰ পিছত দেউতাক পায় কোনে? সি "জীৱৰ সাৰথি নাই অ' আল্লা...." গাই গাই বছিৰে পেৰাৰপৰা উলিয়াই থোৱা কাপোৰ পিন্ধিবলৈ ধৰিলে। কাপোৰ সাজ বোলাতকৈ ৰাজ পোছাক বোলাই ভাল হব। মখমল যেন কোমল চিকমিকাই থকা ছাঁইৰঙী দীঘল 'ঠোঙা পেণ্ট' আৰু উত্তম পাটৰ কাপোৰ যেন লগা মাখনৰঙী 'হাবৈ কামিজ'। বছিৰেও তেনে ধৰণৰ পোছাকেই পিন্ধিছে। সিহঁতক বেছ বাবু বাবু যেন লাগিছে। এইবোৰ হেনো বিদেশী কাপোৰৰ 'চোলা পেন'। আমাৰ দেশলৈ চোৰাংকৈ অহা । লগতে সিহঁতে সৰু কাচৰ চিচাৰ পৰা কিবা ছটিয়াইছে সেয়া হেনো বিলাতী 'এচেন্', মানে গোন্ধতেল।

খন্তেকতে গোটেই নাওখনেই মলমলাই গৈছে। সিহঁতে মোৰ কামিজতো 'এচেন' ছটিয়াইছে। আও, পৃথিৱীত ইমানবোৰ সুগন্ধ থাকিব পাৰেনে?

আৰু ইহঁতক — মানে যশোৱাক আৰু ৰঞ্জু-চানুৰক — মাত লগাবলৈকো সিহঁতে টোপোলা এটা লৈছে। তাত কি কি আছে ভগৱন্তইহে জানে।

দেউতাই গালে, "জীৱৰসাৰথি নাই অ' আল্লা...... ।" বোধকৰো এয়া পাৰলৈ উঠাৰ ইঙ্গিত। বছিৰে চিঞৰিলে, "জগনু।" ওচৰৰ নাওখনৰ পৰা এটা হৃষ্ট পুষ্ট দেচুৱালীয়ে (বিহাৰী) সঁহাৰি দিলে। তাৰ হাতত আকৌ এডাল ছলামাৰি। সেই জগনু।

দেউতাই আদেশ জাৰি কৰিলে, "নাওখন চাবি। চাঞ্জানক আজি নহ'ব বুলি ক'বি। আমাৰ দেৰি হব।"

দুটা জলচৰ এতিয়া স্থল ভাগত। পাঁচআলিৰ ওপৰত। মোৰো মন এতিয়া এই পুৱাৰ সুৰুযটোৰ দৰেই। তেজ্রোন তজবজীয়া।

## তিনি

এটা পদূলিৰ বোৱাল এজোপা আৰু গিলাচ ফুল এজোপাৰ ওচৰত মুকুন্দ চুচুক-চামাককৈ ৰৈ যোৱা দেখি দেউতা আৰু বছিৰৰ ভাব হ'ল যে সেইখিনিতে দিল বাহাদুৰৰ ঘৰ। পুৱাতে মাখন তোলাৰ গোন্ধটোও বছিৰৰ নাকত লাগিছেহি। কথাটো সঁচা । চৌপাশৰ সেউজৰ পয়োভৰৰ মাজত সেইটো দিল বাহাদুৰৰেই ঘৰ। এন. ই. এছ. ক্লাবটো মুকুন্দই আগতেই সিহঁতক দেখুৱাই আনিছিল।

মুকুন্দৰ এতিয়া এটা গভীৰ সমস্যা। দিল বাহাদুৰক লগত লৈ সি যশোৱাৰ তালৈ যাবনে ইয়াত দিল বাহাদুৰহঁতৰ লগত ইহঁতৰ পৰিচয় কৰাই দি চিধা ক্লাবৰ ঘৰত থকা যশোৱাৰ ওচৰলৈ যাব। যশোৱাই সি এনেকৈ গুচি যোৱাত আৰু কাম ইস্তফা দিয়াত তৰ্ক কৰি নানান কথা শুনাবনে, এসোঁতা বিনাব ?

কিন্তু নিমিষতে তাৰ সমস্যাটোৰ সমাধান হৈ গল। সি দিল বাহাদুৰৰ বাৰীৰ এচুকত তাৰ গাইজনীক ঘাঁহ খাই থকা দেখিলে। লগে লগে আৰু এটা দৃশ্য দেখি মুকুন্দৰ পৰাণ জুৰ পৰি গ'ল ঃ হিমাদ্ৰিয়ে কোলাতে চানূৰক নচুৱাই নচুৱাই গাই আহিছে "যাৰ নাই কেঁচুৱা, ঢেঁকীথোৰা নচুৱা।" চানূৰে খল্ খল্‌কৈ হাঁহিছে। সিহঁত চোতালৰ ফালে আহি আছে।

তাকে দেখিয়েই মুকুন্দৰ সাহস হল। ক'লে, "বচিৰ, দেউতা, মই ঠিকেই ধৰিছোঁ। সকলোকে ইয়াতে পাম। আহ। এইটোৱেই দিল বাহাদুৰৰ ঘৰ।"

মুকুন্দৰ লগত আৰু দুটা মানুহ দেখিও হিমাদ্ৰিয়ে ডাঙৰ ডাঙৰকৈ ক'লে, "ওলালিহিনে বোপাই ? ঘৈণীয়েৰ ৰোহঘৰত। তইনো তাইক মাত এষাৰ দি যাব নোৱাৰিলিনে ?"

দিল বাহাদুৰ ঘৰত নাছিল। মুকুন্দই মাজ চোতালতে হিমাদ্ৰিক দেউতাহঁতৰ লগত চিনাকি কৰি দিলে।

"এয়া দেউতা আৰু বছিৰ। আমাৰ ফালৰ মানুহ। আমাৰ ঘৰখনৰ তেনেই আপোন। বছিৰ আমাৰ ঘৰতেই ডাঙৰ হৈছিল। মই দেউতাৰ কোলাত উঠিয়েই ডাঙৰ দীঘল হলোঁ।"

"এতিয়া ক'ত?"

" এতিয়া নৈৰ বুকৰ মানুহ । ভাগ্য ভাল আছিল বাবেই মই পাই গ'লো। বেছ ৰোজকাৰ থকা মানুহ।"

জবা ফুলজোপাৰ তলত বেঞ্চি এখন পৰা আছিল। বেঞ্চিখনকো পুৱাৰ উম লগা ৰ'দে চেলেকিছে। হিমাদ্রিয়ে এখন হাতেৰে বেঞ্চিখনত হাত ফুৰাই সিহঁতক বহিবলৈ দিলে। দেউতাই তাইৰ কোলাত থকা পুতলা যেন কেচুৱাটোলৈ ৰ লাগি চাই ৰ'ল। অলপ পিছত সি কেচুৱাটোৰ ওচৰলৈ আহি গালে মুখে হাত ফুৰালে আৰু ক'লে, "নাতি পোৱালীটো বেছ চকুত লগা হৈছে।"

চানুৱে মিচিকিয়া হাঁহিৰে তাৰ ককাকৰ মন ভুলালে। বছিৰে সুধিলে, "ইটো পোৱালী ক'ত?"

হিমাদ্রিয়ে চানুৰক পথালি কোলাত লৈ ক'লে, "সি মহা অঘাইটং। বাৰীত পক্মৌ বিচাৰি ফুৰিছে।"

দেউতাই হিমাদ্রিৰ হাতত টোপোলাটো দিলে। হিমাদ্রিয়ে তালৈ উৎসুক হৈ চোৱাত সি ক'লে, " এয়া নাতি দুটি আৰু বোৱাৰীলৈ। পোনতে সুদা হাতে আহিমনে? বোৱাৰীৰ দেখোন উমঘামেই নাই এবাৰ ভোজ নেপাতিলেনো তিৰোতা কিহৰ?"

ইতিমধ্যে মুকুন্দ ভিতৰ পালেগৈ। তাক দেখি পোনতে যশোৱাই উচাট মাৰি আঁতৰি যাব খুজিছিল। কিন্তু মুকুন্দই তাইক আগ ভেটা দি ধৰি ক'লে, "মোক আগতে কবলৈ দেচোন। মই কালি ইমান অপমান পালো আৰু ইমান আতুৰ হলো। কি সমল লৈ বাৰু তোৰ ওচৰত হাজিৰ হলোহেঁতেন? কিন্তু আজি আৰু সেই আবেগ নাই। আচল মানুহেই পাই গলো।"

তাই তাৰ ফালে ভেবা লাগি চাই ৰ'ল। সি আকৌ ক'লে, "দেউতা আৰু বছিৰ। সিহঁতৰ কথা তোক আগতে কোৱাই নাই। সিহঁত আহিছে। সিহঁতেই মোক ৰোজকাৰৰ বাট দেখুৱাম বুলি কৈছে। মই উশাহ পাইছোঁ। এতিয়া তোক সিহঁতৰ লগত চিনাকি কৰি দিওঁ। দেৰি নকৰিবি। সিহঁতে বেয়া পাব নহয়।"

যশোৱা তেতিয়াও নিমাত। তাইৰ চকুত পানী। সি জানে যে তাই বহুত কথাৰ উত্তৰ চকু পানীৰেই দিয়ে। এতিয়া তাৰ এটা সমস্যা দুৰ হ'ল। যশোৱাই মাথোন ক'লে, "মানুহটো ৰাতি ভুৰংকৈ ওলাই গ'লে কাৰ চিন্তা নহ'ব? যিহে দেশকাল!"

সি ওলাই আহিল। সি দেখিলে যে বছিৰ আৰু দেউতা এতিয়া দিল বাহাদুৰৰ পূব ফালৰ কোঠাটোত বহি আছে। ৰঞ্জুও ক'ৰবাৰপৰা ওলালহি। সি দেউতাৰ লগত কথা পাতি আছে।

".......লৰা দুটাই খুটি খাব পৰা হ'ল। এটাৰ গৃহস্থিও হ'ল। দুয়োটা নিলগত।"

"ক'ত থাকে?"

"এটা মেলেক্‌টেৰী। মিজো পাহাৰত থাকে। এটা গুৱাহাটীৰ খানাপাৰাত। খানাপাৰাত থকাটোৱেই ডাঙৰ।"

এনেকৈ আত্মীয়ভাৱে কথা পতা দেখি মুকুন্দৰ বৰ ভাল লাগি গ'ল। মুকুন্দৰ পাছে পাছে যশোৱা। সিহঁত দুটাই যশোৱাক দেখি হিমাদ্রিক কথা সোধা বাদ দিলে। তাইক তন্ন তন্নকৈ চাই ল'লে। শুৱনি ছোৱালী! ওখ পাখ, লনী। মুখখন বৰ মৰম লগা। পিছে এতিয়াহে সিহঁতে তাইৰ মুখখন বিমৰিষ দেখিছে। বিমৰিষ হৈ থাকোতেই তাইৰ এনে মোহিনী ৰূপ, ৰঙিয়াল অৱস্থাত চাগৈ পূজাৰ সময়ৰ পূৰ্ণিমাৰ জোন। তাইক দেখি বছিৰৰ এই সুকোমল ভাবটো মনলৈ আহিল। দেউতাই ভাবিলে —বোৱাৰী তেনেই অপেচৰী!

মাকক দেখি ৰঞ্জুৱে থিতাতে গৈ আচল টানিলেগৈ। চানুৰে বেছিকৈ কলকলাবলৈ লাগিল।

যশোৱাৰ হাতত সৰু বটা এটাত তামোল-পান। তাই ঠাই একণ মচি বটাটো থৈ আঠু ল'লে আৰু হাত এখন এচলু কৰি ভূমিস্পৰ্শ কৰিলে। এয়া হিন্দুৰ নিয়মেৰে দেউতা-বছিৰলৈ শ্ৰদ্ধা।

সিহঁত ইমান অভিভূত হ'ল যে সিহঁতৰ মুখৰ মাত হৰিল। সিহঁতক এনেকৈ সন্মান কোনেও কৰা নাই আৰু নকৰিবও কিজানি।

সিহঁতৰ এইটো এটা অদ্ভুত অভিজ্ঞতা। সিহঁত হতভম্ব হ'ল। দুয়োটা ঘপহ কৰে থিয় হ'ল। দেউতাই প্ৰথম মাত দিলে, "হৈছে, হৈছে, আই। এইবোৰ কি কৰিছ? আমি কি সত্ৰৰ ভকত?"

তাই থিয় হ'ল। হিমাদ্রি তামোলৰ বটাটোৰ ওচৰলৈ আহিল আৰু তাই কটাৰীখন হাতত ল'লে। যশোৱাই সিহঁত দুটালৈ চালে। তাই ধৰি ল'লে যে সিহঁত দুটাৰ ভিতৰত বেছি বয়সীয়ালটোৱেই দেউতা মানে মুক্তা ৰহমান আৰু ইটো বছিৰ। তাই পোনতে কি ক'ব একো ঠাৱৰ কৰিব নোৱাৰিলে। পৰিবেশ গহীন হৈ পৰিল। এনেতে বছিৰৰ মাতটো শুনি তাই সকাহ পালে। সি ক'লে, "মন মাৰি নেথাকিবি আই। আমি আছো নহয়। আমাৰ লগ লাগিলে তাৰ কিহৰ চিন্তা?" দেউতাই ক'লে, "তাৰ ঘৰখনে আমাক যিমান উপকাৰ কৰিলে, সেই ধাৰ সুজিমেই।"

"আমাৰ কি নাই বুলি ভাব, যশোৱা? ফেমিলি-চেমিলি নাই। কিন্তু দিল আছে।" বছিৰে আকৌ ক'লে।

"আৰু আমাৰ হাতত বহুত কিটিপ আছে।" দেউতাই যোগ দিলে।

অৱশেষত যশোৱাই ক'লে, "আমাৰেই কপাল। আপোনালোকক যে পোৱা গ'ল! কালি নিশা নুশুলোঁ। ভাবি ছিলো, গাঁৱলৈ গৈ নেখাই শুকাই উবাই মৰিব লাগিব।"

দেউতাই ক'লে, "সেইবোৰ নেভাবিবি। আজিয়েই চব 'পেলেন' হৈ যাব।"

সিহঁতৰ অনুমতি লৈ যশোৱা আঁতৰ হ'ল। মুকুন্দ এচুকত থিয় দি আছিল। দেউতাই তালৈ চাই ক'লে, "তই কিবা ভাবি পালিনে? মুকুন্দই উত্তৰ দিয়াৰ প্রয়োজন বোধ নকৰিলে। দেউতাই কৈ গ'ল, "মই যিটো ভাবিছিলো, সেইটো নহ'ব। তহঁত ভাৰাঘৰত থাকিব নোৱাৰিবি। তই আমাৰ লগত ঘূৰিব লাগিব। তাই ভাৰাঘৰত তই নথকা সময়খিনি ল'ৰা পোৱালী দুটাৰে কেনেকৈ থাকিব? তাইৰ যৌৱনৰ যি ঝলক কথাটো ঠিক নহ'ব। চেহেৰাৰ এই ঝলকেই তাইৰ বিপদ মাতি আনিব — এই লুট্চাৰ দেশত। এতএব, পেলেন আল্‌গা হব লাগিব। কি কোৱা কাঞ্চী বাই?"

হিমাদ্রিয়ে ক'লে, 'মনত হৰক-তৰক নেথাকিলে তিৰোতাক সহজে পুৰুষে অনিষ্ট কৰিব নোৱাৰে।"

তাকে শুনি বছিৰে মাত লগাবলৈ বাধ্য হ'ল "সেইবোৰ পুৰণা জামানৰ কথা কৈছা, বাই। এই জালজুৱাচুৰিৰ দেশত যে অঘটন হৈ থাকে, তাৰ খবৰ

পোৱা? বলাৎকাৰ, কিডনিপিং, ৰহজানি.........। থাওক সেইবোৰ কথা। বদমাইচ হাৰামজাদাবোৰৰ এখন সুকীয়া দুনীয়া আছে। সেইবোৰ আমিহে জানো।"

হিমাদ্রিয়ে বছিৰৰ কথাত এষাৰ মাতিবলৈ নৌপাওঁতেই দেউতাই তাইক সুধিলে, "বাৰু, যশোৱাইঁত ইয়াত থাকিলে অসুবিধা হব নেকি? খৰচ পাতিৰ কথা নেভাবিবা। চব যোগাৰ হব।"

হিমাদ্রিয়ে কথাৰ সুৰটো সলাই ডাঙৰ ডাঙৰকৈ ক'লে, "ঔ আই, সেইটোনো সুধিবলগীয়া কথানে? আমি হাততে সৰগ ঢুকি পাম। এই বুঢ়া কালত ভাগ্যৰ বলত নাতি দুটা পাইছো, লখিমী যেন বোৱাৰী পাইছো...।"

ৰ'দটো চোকা হৈ আহিছে। চাৰে দহমান বাজিলেই। বছিৰে তাৰ জাপানী স্বয়ংক্রিয় ঘড়ীটোলৈ চালে। চাৰে দহ বাজিল। হিমাদ্রিৰ কথাত কিন্তু তাৰ মনৰ খোকোজা নমৰিল। সি ক'লে, "কাঞ্চী বাই, ঘৰত কেৱল তোমাৰেই এক্‌টিয়াৰনে? এতিয়ালৈকে ঘৰৰ মুনিবৰ লগত মুলাকাতেই হোৱা নাই।"

হিমাদ্রিয়ে কি কয় তাকে শুনিবলৈ সকলো ব্যগ্র হৈ ৰ'ল। তাই লাহে লাহে ক'লে, "যোৱান কালত তাক ৰূপেৰে বশ কৰিছিলো। এতিয়া অৱশ্যে বশ চশৰ কথা নাই। আমাৰ মাজত বেছ বুজাপৰা। বুজিলাতো? যশোৱাইঁতৰ গাঁৱত ভকতীয়া মানুহে হেনো এনেকৈ কয়— তিৰিয়ে পুৰুষে হবা এক মতি, তেবেসে সিজিব হৰিত ভকতি।"

"চাবাইছ কাঞ্চী বাই, তুমি চাগৈ একালত.......।"

"ঠিকেই ধৰিছা। বাবু চবে থৰ লাগি চাইছিল। সেইবুলি মোৰ পাও পিছলিলনে?"

এনেতে দক্ষিণে কিছুমান অস্বাভাৱিক শব্দই সিহঁতৰ দৃষ্টি আকৰ্ষণ কৰিলে। সিহঁতে দেখিলে যে এটা নেপালী মানুহ আহি আছে — ভজনৰ নিচিনা কিবা এটা গাই। তাৰে এহাতে এটা পাৰ চৰাইৰ খাং আৰু সি ইটো হাতেৰে নিপোটল পাঠা এটা টানি টানি আনিছে। পাৰ চৰাইবোৰে ভয়াৰ্ত আৰাও কৰিছে, পাঠাটোৱে বেবাইছে আৰু মানুহটোৱে বেসুৰা ভজন গাইছে। তিনিও বিধ ধ্বনি মিহলি হৈ এক বিচিত্ৰ ধ্বনিৰ সৃষ্টি হৈছে।

হিমাদ্রিয়ে ইঙ্গিতেৰে আৰু মৰম মিহলি গৰ্বেৰে সিহঁতক জনালে যে এই মানুহটোৱেই তাইৰ দিল বাহাদুৰ।

আটাইবোৰলৈকে কেৰাহিকৈ চাই দিল বাহাদুৰে পোনতে তামোল গছ এজোপাত পাঠাটো বান্ধিলে আৰু তাৰ পিছত পাৰৰ খাংটোৰে সৈতে কোঠাত সোমাল। ৰঞ্জুৱে তাৰ ভৰি এখনত সাৱট মাৰি ধৰিলেহি।

দেউতাইঁতৰ পৰিচয় দাঙি ধৰাৰ পিছত সি ক'লে, "তোমালোকেই ভালে আছা; চোৰাধীন ৰোজকাৰ। আমিহে বহতীয়া। মই ভাবিছোঁ কামটো বাদেই দিওঁ বুলি। পিছে খাম কি?"

"কিনো হ'ল?" — বছিৰে সুধিলে।

"বাগান বিক্ৰী হৈ গ'ল। ৰান্ধনীয়ে চৰুক সুধি ভাত নবহায়। এতএব আমি দেৰিকৈ গম পালোঁ। চাহাবৰ বাগান। বেছ আছিলো। এতিয়া কোনোবা কুৰ্তাৰ বাৎচা ক'লা বেপাৰী এটাই কিনি ল'লে। ইয়াৰে মানুহ। ইৰ্শ্বাদ খাঁই।

ইৰ্শ্বাদ খাঁৰ নামটো শুনি দেউতা আৰু বছিৰৰ চকুত বিস্ময়ৰ ভাব। সিহঁতৰ মুখত আমোদ-মিহলি মিচিকনি। সিহঁতে ইৰ্শ্বাদ খাঁৰ সকলো কথা বিতংকৈ জানে। ইৰ্শ্বাদ খাঁৰ কাৰণে বাগিছা এখন কিনাটো অতি সাধাৰণ কথা। তাৰ কাৰণে পইচা হ'ল হাতৰ মলি। পাঁচআলিৰ কামৰ নাৱৰীয়াবোৰ পাৰৰ মানুহবোৰ আৰু এই চহৰৰে ঠায়ে ঠায়ে ভালেমান ইৰ্শ্বাদ খাঁৰ ওপৰত নিৰ্ভৰশীল। সাধাৰণ মানুহৰ চকুৰ আঁৰত থকা পঙ্কিল জগতখনৰ অধিপতি হিচাপে ইৰ্শ্বাদ খাঁ "কীৰ্তিমন্ত"।

নতুন মানুহ দুটাৰ মুখ দুখনত ৰহস্যৰ সন্ধান পাই দিল বাহাদুৰে সুধিলে, "তোমালোকে চিনি পোৱা?"

"কিয় নেপাম? এইখন চহৰৰ কোনে তেওঁক চিনি নেপায়?"

"তাৰ হেনো চব বেআইনী কাৰবাৰ?"

"খোলাখুলিকৈ নকলেও কথাটো চবেই জানে। জিলাৰ চাহাবৰপৰা লাট চাহাবলৈকে।"

"বুজিছোঁ, বুজিছোঁ; ঠিকেই কৈছা। কথাটো গণ্ডগোলীয়া বুলি গম পাই গলোঁ। কেৰাণী বাবুৱেই ক'লে।"

কেৰাণী বাবুৰ আখ্যানটোৰেই বাগিছাখনৰ নতুন মালিক কোনে হ'ব পাৰে অনুমান কৰি লব পাৰি। কেৰাণী বাবুৰ নাম যতীন। তেওঁলোক যিফালে থাকে সেইফালেদি মালিক ইৰ্শ্বাদ খাঁৰ সদা নিযুক্ত কৰ্মচাৰী হামিদে মটৰ চাইকেলেৰে

তীব্ৰ বেগে আহি ব্ৰেক ধৰিলে। কাৰণটো হ'ল — যতীন কেৰাণীৰ ঘৰৰ আগত তেওঁৰ কলেজত পঢ়া জীয়েক যামিনী থিয় হৈ আছিল। বেছ চকুত লগা ছোৱালী।

হামিদে ছোৱালীজনীৰ ফালে চাই ঘৰ সোমাল। যতীনে তাক বহিবলৈ দিলে। হামিদে নিজৰ পৰিচয় দিয়াৰ পিছত সি ছোৱালীজনীৰ বিষয়ে জানি ল'লে। সি ওলাই আহিল। যামিনী আগৰ ঠাইতে থিয় দি আছিল। সি তাইকে উদ্দেশ্য কৰি ক'লে, "তুমি ইমান ধুনীয়া! মাজে মাজে আহিমদেই।" তাইৰ সমিধানলৈ অপেক্ষা নকৰি সি মটৰ চাইকেলত উঠিলগৈ।

ইয়াকে লক্ষ্য কৰি যতীন বাবু খঙত কঁপিবলৈ ধৰিলে। ভাবিলে — এয়ে হ'ল নতুন মালিকৰ মানুহৰ নমুনা। ল'ৰাটো নিশ্চয় উদণ্ড। তাৰ মুখত মদৰ ভেকেটা ভেকেট গোন্ধ। সি মালিকৰ পুত্ৰ হৈ বাপেকৰ আগতে ছোৱালীজনী জোকাই থৈ গ'ল। সেয়েহে যতীনে এই বাগিছাত এক দণ্ডৰ কাৰণেও চাকৰি কৰাটো উচিত বুলি নেভাবিলে। তেওঁ কাম ইস্তফা দিলে। তেওঁ আজিয়েই যাবগৈ। পিছতহে আন ঠাইত চাকৰি বিচাৰিব।

দিল বাহাদুৰে যতীন কেৰাণীৰ ঘৰত সদায় গাখীৰ দিয়ে। আজি ঘৰ খালি কৰাৰ সময়ত যতীনে তাক পাৰ কেইটা আৰু পাঠাটো কম দামত দি দিলে।

দেউতা আৰু বছিৰ যাবলৈকে ওলাইছিল। কিন্তু অলপ সময়ৰ ভিতৰতে সিহঁতৰ দিল বাহাদুৰক ইমান ভাল লাগি গ'ল যে "ভাত খাইহে যাবলৈ দিম" বুলি অনুৰোধ কৰাত সিহঁত ৰৈ গ'ল।

দিল বাহাদুৰে পাঠাটো কটা হ'ব বুলি বাটত কাৰোবাক কাৰোবাক কৈ আহিছিল। সেয়েহে অলপ পিছতে প্ৰভু আৰু ৰামু নামৰ দুটা বিহাৰী, দীনকান্ত নামৰ পৰিবহন নিগমৰ চকীদাৰ এটা আৰু ঘাঁহৰ বস্তা মূৰত লৈ দুটা নেপালী হাজিৰ হ'লহি।

পাঠাটো কটা হ'ল। ভাগ বটোৱা হল। গোট খোৱা মানুহ কেইটাই একোটাকৈ ভাগ লৈ ঘৰাঘৰি গ'ল। দিল বাহাদুৰে চাৰিটা ভাগ ৰাখিলে।

দেউতাহঁতৰ দুপৰীয়া ঘাটত কাম আছিল। ইৰ্শ্বাদ খাঁৰ তলত কাম কৰা মানুহ এটাই সিহঁতক লগ পাব বুলি খবৰ দিছিল। নিশ্চয় মোটা ধনৰ অংক এটাৰ বিনিময়ত কৰিবলগীয়া গুপ্ত কাম। কিন্তু সিহঁত থাকি গ'ল। কেৱল দিল বাহাদুৰে থাকিবলৈ অনুৰোধ কৰাই নহয়, এনেকুৱা এটা ঘৰুৱা পৰিবেশ সহজে এৰি

যাবলৈকে সিহঁতৰ মনে নোকোৱা হল। সিহঁত বহুত দিনৰপৰাই নাৱত। পৰিয়াল কি বস্তু হব পাৰে সেয়া সিহঁতৰ বাবে অবিদিত। এতিয়া সিহঁতে দিল বাহাদুৰৰ ঘৰত থাকি এনে এটা জীৱনৰ মাজত এটা অদ্ভুত সৌন্দৰ্য্য বিচাৰি পাইছে। যশোৱাক সিহঁতৰ নিজৰ বোৱাৰী যেন লাগিছে। ৰঞ্জু আৰু চানুৰক সিহঁতৰ এৰি যাবৰে সত যোৱা নাই। সিহঁতে অনুভৱ কৰি আচৰিত হৈছে যে জীৱনৰ বিয়লি লগনতো দিল বাহাদুৰ আৰু হিমাদ্ৰিৰ মাজত পীৰিতি কেঁচাসোণ বুলীয়া হৈ আছে। সিহঁতে দিল বাহাদুৰহঁতৰ জীৱনত সাৰ্থকতা বিচাৰি পাইছে। কিন্তু সিহঁত বৰনৈৰ পৰা আঁতৰলৈ আহিলেই দিশহাৰা হয়। সিহঁতৰ কাৰণে পৃথিৱীখন অৰ্থহীন হৈ পৰে। বাৰুকৈ বৰনৈয়ে সিহঁতক নিচুকাই আছে কাৰণেহে আৰু প্ৰকৃতিক সিহঁতে অকৃত্ৰিম হৃদয়েৰে ভাল পায় কাৰণেহে সিহঁত অসুখী নহয়।

চাৰিওটি মানুহ ভাতৰ পাতত বহিল। দিল বাহাদুৰে পোনতে মঙহৰ আঞ্জাখিনি চাকি চালে। বাকী তিনিটাই ভাতত মঙহৰ জোল সানি এডোখৰকৈ মঙহৰ সৈতে তাকে মুখত ভৰোৱাৰ অলপ পিছত দিল বাহাদুৰে ক'লে, "বঢ়িয়া। পাকৈত ৰান্ধনীৰ হাতত পৰি মঙহখিনি কুমলীয়া পাঠাৰ মঙহৰ নিচিনা হৈ পৰিছে। কি কব মুকুন্দ?"

মুকুন্দই একো নক'লে। পানী এঢোক গিলি দিল বাহাদুৰে ক'লে, "দেউতা, বছিৰ, জুতি পাই দেখোন মুখকে নদঙা হ'লা? মঙহ কোনে বনাইছে জানা? আমাৰ বোৱাৰীয়ে। যশোৱাই।....."

ঘৰৰ সকলো খাই-বৈ আজৰি হোৱাৰ পিছত যশোৱাই বটাত দুটা কাপোৰৰ নুৰা লৈ দেউতাহঁতৰ ওচৰ পালেহি। নুৰা দুটা খবৰ কাগজেৰে মেৰিওৱা। পাছে পাছে মুকুন্দ। আকৌ আঠু লৈ বস্তু কেইপদ সিহঁতক দিব পাৰে বুলি আশঙ্কা কৰি দেউতাই ক'লে, "কিবা দিব খুজিছা যদি হাতে হাতে দিয়া। আমি অধম মানুহ। সেৱা-চেৱা লব নোৱাৰোঁ।"

বোধকৰো যশোৱাই কথাটো বুজি পালে। তাই কাপোৰৰ নুৰা দুটা খুলিলে। দেউতা আৰু বছিৰৰ কান্ধত ফুলাম গামোচা ওলোমাই দিলে।

দেউতাৰ মুখত এটা স্বৰ্গীয় হাঁহি বিৰিঙিল। সি ক'লে "কিয়নো আমাৰ কাৰণে ইমান খদমদম লগাব লাগিছে?" বছিৰেও মাত লগালে, "আমি কিবা আজিহে আহিমনে? সময় পালেই আহিম।"

তাকে শুনি মুকুন্দই ক'লে, "এইটো নিয়ম। সৰুৱে ডাঙৰক এনেকৈ মান ধৰে।"

কথাটো দেউতাৰ মনে ধৰিলে। সি ক'লে, "এৰা আমি লান্দাচাৰ মানুহ নহয়! এইবোৰ নিয়ম পাহৰিয়েই গৈছোঁ।"

যাবৰ সময়ত দেউতা আৰু বছিৰে দিল বাহাদুৰৰ গাত হাত দি ৰঞ্জু-চানুৰৰ মূৰত হাত ফুৰালে। যশোৱালৈ চাই দেউতাই ক'লে, "খুচীত থাকিবি, বোৱাৰী। আমি থাকোঁ মানে তহঁতৰ অসুবিধা নহ'ব।" বছিৰে দিল বাহাদুৰলৈ চাই ক'লে, "বাগানখন স্মাগলাৰৰ হ'ল বুলি তুমি আকৌ কাম এৰি নিদিবা। তোমাৰ ভালহে হ'ব। ইৰ্শ্বাদ খাঁৰ লগত আমাৰ লিংক নথকা নহয়।"

সিহঁতক ঘৰৰ সকলোৱে পদূলি মুখলৈকে আগবঢ়াই থ'লে। মুকুন্দহে সিহঁতৰ পাছে পাছে আহি থাকিল। তাৰ এতিয়াই কিবা এটা বন্দোৱস্তলৈ অহাৰ ইচ্ছা। দিল বাহাদুৰহঁতে তাক যিমানেই ভাল নেপাওক লাগে, তাৰ গোটেই পৰিয়ালটো এনেকৈ সিহঁতৰ ঘৰত থকাটো ভাল কথা হোৱা নাই। যশোৱাহঁত যদি দিল বাহাদুৰৰ ঘৰত বেছি দিন থাকিবলগীয়া হয়, তেনেহলে তাৰ নিজকে পুৰুষ পুৰুষ নেলাগিব। তাৰ সলনি কান্ধুলীজানলৈ যোৱাই ভাল। এই সমস্যাটোৰ কথাকে দেউতাহঁতে সবিস্তাৰে ক'বলৈ নিদিয়ে। এতিয়াই তাৰ কথাটো উলিওৱাৰ উত্তম সময়। সিহঁত গৈ থাকোতেই কথা বতৰা আৰম্ভ হ'ল।

মুকুন্দ ঃ মই ইয়াত থাকিলেই হ'বনে?

দেউতা ঃ কোনে কৈছে? তোৰ নিজৰ কিবা এটা ৰোজ কাৰৰ উপায় থাকিব লাগিব।

বছিৰ ঃ সেই উপায় আমি দিম। কিন্তু ভালকৈ থিতাপি নেলাগে মানে যশোৱা ইয়াতে থাকিব লাগিব।

দেউতা ঃ তাৰ বাবে দিল বাহাদুৰক খৰচ দি থকা হ'ব।

বছিৰ ঃ তই আমাৰ লগত নাও মাৰিব লাগিব।

দেউতা ঃ কান্ধুলিজানৰ ল'ৰা হৈ নাও মাৰিবলৈ এঙালে হ'বনে?

বছিৰ ঃ এফাল সময় মাটিত, এফাল সময় পানীত থাকিব লাগিব। তোক আমাৰ খুব দৰ্কাৰ হৈছে।

দেউতা ঃ কাৰণ আমাৰ বেব্‌চাত এতিয়া নতুন খেল এটা চলিছে। আন পাৰ্টি ওলাইছে।

বছিৰ ঃ কিন্তু ভয়ৰ কাৰণ নাই। ইৰ্শাদ খাঁ গুৰুৰ গুৰু।

দেউতা ঃ আৰু তোৰ পইচা থ'বলৈ ঠাই নোহোৱা হ'ব। চৰ্ট কাট বেব্‌চা এই ৰকমেই। তই একো নেমাত কিয়? অমত নে, চব সিদ্ধান্ত আমালৈ এৰি দিছ? তোক দুটা ৰোজকাৰৰ বাট দেখুৱাই দিব পাৰো। আমাৰ লগ লাগিব পাৰ। তাকে কৰিবলৈ যদি সাহ নাই, তেন্তে আকৌ চকিদাৰ হ'ব পাৰ। ইৰ্শাদ খাঁক ক'লে তোক এইখন বাগানতে চকিদাৰৰ কাম এটা দিব।

মুকুন্দ ঃ মই বাৰু আজি ভাবি চাওঁ।

মুকুন্দই এৰি অহাৰ পিছত সিহঁত দুটাই এতিয়া কহত সময়ৰ মূৰত ইটোৱে সিটোক নিভৃতে কথা ক'ব পৰা হ'ল। বছিৰে ক'লে, "আমাৰেই লগ লাগিব যেন পাইছোঁ। কিন্তু যশোৱাই এইবোৰ ক'লা কাৰবাৰ কৰিবলৈ নিদিব পাৰে। পিছে আচল কথাটো তাইক জানিবলৈ নিদিলেই হ'ল।"

বছিৰে এনেকৈ কৈহে গৈছে। দেউতা কিন্তু নিমাত। সি দেউতাৰ মুখলৈ চালে। সি দেখিলে যে দেউতাৰ চকু চলচলীয়া।

"দেউতা, তোৰ হঠাতে কি হৈছে?" — বছিৰে সুধিলে। চকুত থোৱা ৰুমালখনে দেউতাৰ চকুলোখিনি শুহি ল'লে। সি খুব লাহে লাহে ক'লে, "মোৰ জীৱন ভীষণ চৰ্ট কাট হৈ গ'ল অ' বছিৰ। বেব্‌চাটোৰ দৰেই। জীৱনত নিকাহ-চিকাহ নহ'ল, ব্লেংক থাকি গ'লো। কিন্তু চৰ্ট কাটত এতিয়া বোৱাৰী পালোঁ, নাতি পালোঁ। সাঘাংতিক চৰ্ট কাট, সাংঘাতিক তক্‌দীৰ।"

# চাৰি

দেউতাহঁতৰ লগ লগাত বাদে মোৰ আৰু উপায় নাছিল। চৰকাৰৰ ঘৰতেই হওক বা চাহ বাগিছাতে হওক, মই ক'তো আকৌ চকিদাৰ হ'ব নোৱাৰো। মই এই দুৰ্যোগৰ মুখামুখি হৈ নিজক নিজে নিজে চিনি পাইছোঁ। আচলতে ময়ো মুকলি বায়ু বিচাৰো। মোৰ মনে দুনিয়াৰ সকলোৰে ওচৰত সেও হৈ থকা এটা কাম নিবিচাৰে।

দেউতাহঁতৰ বাবে মোৰ প্ৰয়োজন কিয় ইমান বেছি, মই বুজিব পৰা নাই। হয়তো সিহঁতে মোক সহায় কৰিবলৈ বিচাৰিছে। কাৰণ আমাৰ গাঁৱৰ ঘৰখনে সিহঁতক একালত বৰ সহায় কৰিছিল। অকল এয়েনে? হয়তো সিহঁতৰ একেলগে দুটা কাম কৰা হব। প্ৰথমতে হ'ল মোক সিহঁতে সহায় কৰা আৰু দ্বিতীয়তে হ'ল মোৰ পৰাও সিহঁতে সহায় পোৱা। এয়ে এতিয়াৰ জগতৰ নিয়ম।

মই এটা কথা লক্ষ্য কৰিছো যে দেউতা আৰু বছিৰৰ দিনটোৰ আগবেলাতকৈ ভাটিবেলা — বিশেষকৈ সন্ধিয়া — মনৰ অৱস্থা বেছি ভাল হয়। তেতিয়া সিহঁতৰ উৎসাহো বেছি হয়। ইয়াৰ কাৰণ তিনিটা হ'ব পাৰে বুলি পিছত গম পালোঁ। প্ৰথম কাৰণ হ'ল, -- আগদিনা ৰাতি মদ খোৱা বাবে কিছু অৱশিষ্ট ৰাগী থাকি যায় যে পোনপটীয়াকৈ পোৱা ৰাগীৰ নিচিনা দেহ মন সঞ্জীৱিত কৰি নোতোলে। ইয়ে 'হেং অভাৰ' নামে জনাজাত বুলি মই বহুত দিনৰ মূৰতহে জানিলোঁ। দ্বিতীয় কাৰণ এয়ে হ'ব পাৰে যে কেওকিছু নথকা মানুহ দুটাৰ কাৰণে প্ৰতিটো পুৱাই আন এটা পুৱাৰ দৰে কোনো ৰঙীন ভৱিষ্যতৰ ইঙ্গিত নিদিয়ে। তৃতীয় কাৰণ হ'ল — দৈনন্দিন কাম শেষ কৰি সুৰাৰ আশ্ৰয় লৈ বৰনৈৰ বুকুত লালকাল টোপনিৰে জীৱনৰ এটা দিন শেষ কৰিব পাৰিব।

সিহঁতে মোক বিশেষ একো কাম কৰিবলৈ দিয়া নাই। মাথোন কি কৰিব লাগিব তাৰে এটা আভাস দিছে। অৱশ্যে সিহঁতৰো সদায় কাম নেথাকে। কামৰ ঠিকা ললেই সিহঁতৰ এদিনতে বহুত টকা লাভ ।

বগীদ'ল, নগাখেলীয়া, মথলা, মাইজান, মোহনাঘাট আদি ঘাট ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে। এইবোৰ ঠাইতে সৰুতে নাও খেলিছিলোঁ। বলোৰাম ককাৰ সৰিয়হ বোজাই কৰা নাৱত লক্ষীমপুৰৰপৰা মাই জান ঘাট পাইছিলোঁহি।

এতিয়া মোক দেউতা আৰু বছিৰে সিপাৰৰ ঘাটবোৰ দেখুৱাইছে। সেই ঘাটবোৰৰ কাষৰীয়া ঠাইবোৰ এই পাৰৰ বেপাৰীৰ কাৰণে অতি উত্তম। সেইবোৰ ঠাইত প্ৰচুৰ ধান, মাহ আৰু সৰিয়হ হয়। তাৰ হাবিবোৰ বাঁহ কাঠেৰে ঠাহ খোৱা। খেতি নকৰা ঠাইত আকৌ শৰণ খেৰ। এইবোৰ বস্তু বৰ বৰ নাৱত বোজাই হৈ পাৰলৈ আহে। এইবোৰ বস্তুৰে এই পাৰৰ বেপাৰীবোৰ লক্ষপতি হয়। এই পাৰে ধান-কল আৰু তেল-কল হয়। এইবোৰ ঠাইৰপৰা এড়িমুগাৰ পলুৰ বাহ গৈ শুৱালকুছি পায়গৈ আৰু তাত এড়ি, মুগা আৰু পাটৰ কাপোৰৰ কেন্দ্ৰ গঢ়ি উঠে। কিন্তু এই আওহতীয়া ঠাইবোৰ একেদৰেই থাকে। হয়তো এই ঠাইবোৰত অভাব নেথাকে। মানুহবোৰে হয়তো মাছে-গাখীৰে ৰাদানিকৈ খাবলৈ পায়। এতিয়াৰ দিনতো এইবোৰ ঠাইৰ হাবিত হৰিণ চৰে, দতাল গাহৰিও থাকে আৰু প্ৰকাণ্ড প্ৰকাণ্ড গছৰ ফেৰেঙনিত মৌ বাহ ওলমি থাকে। এনেকুৱা হাবি দক্ষিণ পাৰত কম। ইয়াত মাছৰ উজান উঠিলে, মাছ কিছুমান জপিয়াই জপিয়াই মানুহৰ ঘৰৰ ভেটিত উঠেগৈ। তেতিয়াই মানুহে উজান উঠিছে বুলি গম পায়।

মই এদিনতে গৈ ইমানখিনি কথা জানি ললোঁ। দেউতা আৰু বছিৰে উত্তৰ পাৰৰ গাঁও কেইখনমানলৈ মোক লৈ গৈছিল। সি দুই এটা মানুহৰ লগতে মোক চিনাকি কৰি দিছিল। কাৰণ এইবোৰ মানুহৰ খেতিৰ ফচলেই মই নাৱেৰে ইপাৰলৈ আনিব লাগিব পাৰে।

মই দেউতাহঁতৰ লগত কাম কৰিম বুলি কথা দিয়াৰ পিছদিনাই সিহঁতে মনিহাৰী দোকানৰ বস্তু বোজাই কৰা নাও এখনত মোক উত্তৰ পাৰলৈ আনিছিল। সেইদিনাই মোৰ উত্তৰ পাৰৰ প্ৰথম পদাৰ্পণ । সুন্দৰ ঠাই। তাকে নয়ন ভৰি চাবৰ ইচ্ছা যায়। চৌপাশৰ সেউজৰ বোল। নহলে যাকে লগ পাইছোঁ সিয়ে ইমানকৈ অন্তৰ উবুৰিয়াই হাঁহিব পাৰে কিয়? এখন গাঁৱৰপৰা এখন গাঁৱলৈ খৰালি

গো-বাটেৰেহে যাব লাগে। বাৰিষাহে এখন গাঁৱৰ লগত এখন গাঁৱৰ সংযোগৰ বৰ সুবিধা। পথাৰত শালি আৰু বাও ধান ফালি নাও চলাব পাৰি কাৰণেই।

কোম্পানীয়ে বনোৱা বস্তুৰ বাহিৰে ইয়াত সকলো বস্তুৰে উভৈনদী। এইবোৰ ঠাইৰ মখলা-মখল দৈ হাতত এঠাৰ দৰে লাগি ৰয়। এনাও দুনাও মাছ ধৰিহে ইয়াত ভোজ পাতে। ভোজৰ কথা মানুহে এনেকৈ কয় — কাতি মহাজনে দুই নাও মাছেৰে ভোজ পাতিলে। এতিয়াও মানুহে ইয়াত পকা তেলেৰে খৰিকাত দিয়া মাছ খায়। ইয়াৰ একোটা বৰ সবাহত আঢ়ৈকুৰি তিনিকুৰি মোন দৈ খৰচ হয়। এয়া উনৈশ শ আঠাৱন্ন চনৰ কথা কৈছোঁ। এতিয়া সেৰবোৰৰ সলনি কেজি আৰু মোনবোৰৰ সলনি কুইণ্টল হৈছে। কিন্তু এইফালে ঘৰুৱা জীৱনত মোন-সেৰেই চলি আছে।

মোৰ মতে ইয়াৰ মানুহবোৰ বৰ সুখত আছে। কিন্তু পিছত দুবাৰ মান আহিহে বুজিলো যে মানুহ মানুহেই। ভাল গিয়ান নেপালে মানুহ সুখী হ'ব নোৱাৰে। সেইবাবেই কোনোটো মানুহ মদৰ ৰাগীত মছগুল। ৰাগীয়ে এৰিলেই সি বিমৰিষ। মানুহবোৰৰ বদ্‌গুণ যথেষ্ট আছে। মিছিং আৰু দেউৰী গাঁওবোৰক কানিৰ ৰাগীয়ে বহতীয়া কৰি ৰাখিছে। আৰ্থিক অভাৱ কি বস্তু আৰু কিমান উৎকট ইয়াৰ অভিজ্ঞতা প্ৰায়বোৰ গাওবাসীৰেই নাই বাবে তেওঁলোকৰ বেছি ভাগকে মদ-ভাং-কানিয়ে আচ্ছন্ন কৰি ৰাখিছে। মানুহখিনিৰ এই প্ৰধান দুৰ্বলতাকে ভেটি কৰি এক বৃহৎ গোপন কাৰবাৰ গঢ়ি উঠিছে। এই গোপন কাৰবাৰৰে পোছাকী নাম হ'ল ক'লা বেপাৰ।

মই কি কৰিব লাগিব এই বিষয়ে দেউতা আৰু বছিৰে স্পষ্টভাবে একো কোৱা নাই। মাত্ৰ সিপাৰৰ ঘাট কেইটামানৰ কথা কৈ তাৰপৰা নাৱত শৰণ খেৰ, বাঁহ-কাঠ, সৰিয়হ আদি অনাৰ কথা কৈছে। মই প্ৰতি দিনে পাঁচআলিৰ ঘাটলৈ আহো আৰু দিল বাহাদুৰৰ ঘৰলৈ গৈ ল'ৰা-তিৰোতাৰ সৈতে ৰাতিটো কটাওঁ। সিপাৰলৈ যোৱাৰ আগতে যশোৱাক কৈ যাওঁ। মই দুবাৰহে নাৱৰ ভাৰা মাৰিছোঁ, এবাৰ দেউতাৰ লগত আৰু এবাৰ বছিৰৰ লগত। পইচা বেছ পাইছোঁ। এনেকৈ এসপ্তাহ খাটিলেই এন. ই. এছ. ক্লাবত পোৱা দৰমহাটোৰ সমান টকা পোৱা যায়।

মই সিহঁতৰ লগত প্ৰায় এপষ আছোঁ। কিন্তু সিহঁতৰ প্ৰাচুৰ্য্যৰ আচল কাৰণটো ধৰিব পৰা নাই। সিহঁতৰ পোছাক, নাৱতে ভালেমান দামী দামী বিদেশী বস্তু থকাৰ আৰু প্ৰচুৰ খ ৰচ কৰাৰ ধৰণ দেখি মই প্ৰথমৰ দিনা অনুমান কৰা দৰে এতিয়াও সিহঁতক ক'লা বেপাৰৰ লগত সম্পৰ্ক থকা মানুহ বুলি অনুমান কৰিছোঁ। কিন্তু সিহঁতে কিয় তাকে খোলাখুলিকৈ ক'ব খোজা নাই। হয়তো মোৰ অবিদিত সিহঁতৰ কোনোবা হৰ্তাকৰ্তা আছে যাৰ পৰামৰ্শমতেহে হয়তো সিহঁত মোৰ ওচৰত সহজ হব পৰা নাই।

আৰু এটা কথা হব পাৰে। এই কেইদিন হয়তো সিহঁতে তেনেকুৱা কাম কৰিবলগীয়া হোৱা নাই। সেইবাবে মোকো একো কোৱা নাই। আনটো কাৰণ এয়ে হব পাৰে যে সিহঁত ক'লা বেপাৰৰ লগত লেটিপেটি থকা মানুহ বুলি মই জানো কাৰণেই এই বিষয়ে মোক দোহৰাৰ কাৰণ দেখা নাই।

কিন্তু একেলগে মোৰ আন এটা সন্দেহো হৈছে। সিহঁত হয়তো মোক কিছুমান কথাৰ লগত আগতে পৰিচিত হবলৈ সুবিধা দিছে. মনে মনে মোৰ বুদ্ধিবৃত্তি বিচাৰ কৰিছে আৰু মই বিশ্বাসযোগ্য হয়নে নহয় তাকো লক্ষ্য কৰি আছে। ইয়াকো কৰিছে হয়তো সিহঁতৰ হৰ্তাকৰ্তাৰ নিৰ্দেশতেই।

এইবোৰকে ভাবি থকাৰ কাৰণে বোধকৰো মোক বিমৰিষ যেন দেখা গৈছিল। সেয়েহে এদিন বছিৰে সুধিলে, "তোৰ ভাল লগা নাই নেকি?" মই কৌশল খটুৱাই ক'লো, "ভালেই লাগিছে। কিন্তু মাজে মাজে ৰাতি ওলাবগৈ নোৱাৰো কাৰণে মনত দুখ। আৰু এটা কথা। পৰিয়ালটো লোকৰ ঘৰত ৰাখিবলগীয়া হৈছে কাৰণে মোৰো মনটো ভাল নহয়।"

মোৰ সমিধানটো দেউতাই নাৱৰ ইটো টিঙৰপৰা শুনি আছিল। সি তাত উম লগা ৰ'দত বহি জাল বৈ আছিল। সি ক'লে, "হেৰ জিন্দেগীত সৰু সৰু কথাবোৰত লাগিলে কেতিয়াও সুখী হ'ব নোৱাৰিবি। বুইছ?"

প্লাষ্টিকৰ খৰাহীটোত বুজন বুজন পাভ মাছ কেইটামান ধুই কেইডেওমান দি সি মোৰ ওচৰ পালেহি আৰু মাতটো সৰু কৰি ক'লে, 'ডাঙৰ ডাঙৰ দুখৰ কাৰণ থাকিলে কি কৰিবি? ফাঁচ লাগি মৰিবি? ডাক্তৰ নন্দীহঁতৰ লগত এই নাৱত মাছ মাৰিবলৈ গৈছিলো। বহুত দূৰৈত। একদম 'নেফা'ৰ ওচৰত। তেতিয়া পুৱাৰ ৰ'দত ব্ৰহ্মপুত্ৰখন জকমকাই আছিল। তাৰ ওপৰত গঙা চিলনীবোৰ চোঁ মাৰি চাকৈ চকোৱা, বালিমাহী, বগলী, বন কুকুৰা আৰু অচিন চৰায়ে গুণগুণকৈ

কিবাকিবি গাই আহাৰ বিচাৰি ফুৰিছিল। এহাত এমোঠন বুকুৰ কাছ কেইটামান কণী পাৰিবৰ বাবে চাপৰিৰ বালিত উঠিছিল। দূৰৈত কুৰুৱাই ৰাও কৰিছিল। শহা পহুৰ পোৱালী কেইটামান অহা-যোৱা কৰি থকাৰ বাবে চাপৰিৰ বননি কঁপিছিল। চাপৰিতে আকৌ ম'হৰ খুটিও। ভালেমান নিলগত। তাৰপৰা নেপালী গানো শুনা গৈছিল। এইবোৰ চব দিন দেখা কথা। তয়ো দেখি থাকিবি। কিন্তু সেইদিনাৰ অৱস্থাটো আজিও মনত আছে। এইবোৰ দেখি ডাক্তৰ নন্দী তেনেই মছগুল। মোৰ ওচৰ চাপি ক'লে, — দেউতা, চাচোন পৃথিৱীখন কিমান সুন্দৰ! মই কি কওঁ তালৈ তেওঁ বাট নেচাই আকৌ ক'লে — এইখন পৃথিৱীত খুচী হৈ থাকিবলৈ উজু। যিটো দিন পাওঁ সেইটো দিনকে খামোচ মাৰি ধৰি খুচী হবলৈ কুচিচ কৰিব লাগে। অহা দিনবোৰে নিজৰ নিজৰ দায়িত্ব নিজে ল'ব। সেইবোৰ ভাবিব নেলাগে। ডাক্তৰৰপৰা সেইদিনা জানিলোঁ, এইবোৰ কথা হেনো বাইবেলত আছে।"

ইয়াকে কৈ নাৱত পথালীকৈ তোলা তক্তাখনত বহি দেউতাই আদেশ দিলে, "বছিৰ বগা সৰিয়হখিনি বটি দে।" বছিৰে দেউতাৰ হাতৰপৰা পাভ মাছ থকা কেৰাহীটো লৈ গ'লহি। দেউতাই এইবাৰ মোক ক'লে, "এই দুটা কোনো দুখৰ কাৰণ হ'ব নোৱাৰে। আৰু এসপ্তাহৰ ভিতৰতে চব ফয়চলা হৈ যাব। মাথোন ইৰ্শ্বাদ খাঁ আহিলেই হ'ল। তাক আগতে সুধি পুচি লব লাগিব।"

"ইৰ্শ্বাদ খাঁ?" -- মই এনেয়ে আচৰিত হৈ দেখুৱালোঁ।

"অঁ, মই তাৰ কথাই কৈছোঁ। এইকেইদিন 'মাল' অহা নাই কাৰণেহে এনেকৈ আছোঁ। 'মাল' আহি পালেই কামত তৰ্ধনী বাজ হ'ব। ইৰ্শ্বাদ এতিয়া দিল্লী হৈ ৰাজস্থানলৈ গৈছে। তাতে মালৰ ঘাঁটি।" দেউতাই ক'লে।

"মাল?" -- মই পুনৰ আচৰিত হৈ দেখুৱালোঁ।

"আই ঐ দেহি, বোলে আজল জল সাতোটা পোৰা মাছ ভাতৰ তল। মাল মানে বুজি নেপাৱ? এৰা, নেপাবও পাৰ। ঠাই বুজি মালৰ অৰ্থ বেলেগ। একেবিলাক বস্তুৱেই মূৰত থাকিলে চুলি হয়, গালত থাকিলে দাড়ি হয়, গাত থাকিলে নোম হয়, আৰু ওঁঠৰ ওপৰত থাকিলে গোফ হয়। মালৰ বেলিকাও একে। আমি যাক মাল বোলো সেয়া হ'ল — ক'লা সোণ, মানে কানি।" নিজৰ ৰসিকতাত নিজে ভোল গৈ দেউতাই ঢেক্ ঢেক্ কৰে হাঁহিবলৈ ধৰিলে। কিন্তু এই হাঁহিক মোৰ হাঁহিয়ে আদৰিব নোৱাৰিলে। মোৰ এই হাঁহি নিৰ্দোষ নাছিল।

মই দেউতাক গহীনাই ক'লো, "তেনেহ'লে এই কথা ইমানদিনে কোৱা নাছিলি কিয় ?

দেউতাই মোতকৈ গহীন হৈ ক'লে, "বোলে জনাক বুজাবা ঠাৰে চিয়াৰে। তোকতো মই বুধিয়ক বুলিয়েই ভাবো। বুধিয়কক সকলো কথা চকুত আঙুলি দি দেখুৱাই দিব নেলাগে।"

মই আকৌ কৌশল খটুৱাই ক'লো, "এই বিষয়ে একো কথা উলিওৱা নাছিলি কাৰণেহে মই তইঁতৰ লগত আছিলোঁ। কিন্তু........... "

"মানে তই দোধোৰ মোধোৰত পৰিছ? মানে তইঁতৰ হাস্ত্ৰত থকা অৰ্জুনে কৃষ্ণক সুধিছে — গিয়াতি কুটুমৰ লগত যুজ কৰিমনে? কৃষ্ণই কৈছে — কৰিব লাগিব। নহ'লে কিহৰ মানুহ? মোৰো তেনেকৈ বহুত কথা কবলগীয়া আছে। কিছুমান কথা দেখুৱাবলৈকো আছো। দুনিয়াত তই বেছিদিন থকা নাই আৰু বেছি মেৰপাকত পৰা নাই। সেইবাবেই তই মাজে মাজে অকৰাৰ দৰে কথা কৰ। পোনতে মোৰ এইটো কথাত আপত্তি আছে নেকি ক। কথাটো হ'ল -- চব ক'লা বজাৰ কৰা পাপ নহয়। কাৰোবাৰ মদ খাবৰ ইচ্ছা, আমেজ কৰিবৰ ইচ্ছা, দুখ ভাগৰ দূৰ কৰিবৰ ইচ্ছা, চৰকাৰে ক'ব --- ন' ন'। এনেকৈ ন' ন' কৰিবৰ কি এক্‌টিয়াৰ আছে? কানিৰ বেলিকাও একে কথা, এই দুনিয়াত কোন যুগত মানুহে মদ-কানি-ভাং খোৱা নাছিল? সেইবুলি দুনিয়া 'চেচ্' হৈ গ'ল? মানুহে জীৱনটো এবাৰহে পায়। ইয়াত নিজ মতে কিবাকিবি খাই খুচী থাকিবলৈ গ'মেণ্টে বাধা দিব কিয়? গাৰ্জেনগিৰি দেখুৱাব কিয়? গ'ণ্টে মানুহক আমি ক'ব লাগিব — ৰাইজ এইবোৰ বস্তু খাবলৈ নিদি চৰকাৰে তোমালোকৰ এক্‌টিয়াৰ নষ্ট কৰিছে। সেই বাবে আমি তাৰ যোগান ধৰিছোঁ। এনেকৈ বকলা মেলি সি গা জোকাৰি হাঁহিলে। মই অৱশ্যে এইবাৰ এই হাঁহিত যোগ দিলোঁ।

সৰিয়হ বটি হ'ল বুলি কৈ বছিৰে আমাৰ ওচৰতে তক্তাখনত বহিল। আৰু এটা শুনোতা মানুহ পাই দেউতাই কৈ গ'ল, "আচলতে চৰকাৰ তলে পুতল। এটা ঘটনা কওঁ। গমিৰি ঘাটৰ মিহি মহাজনৰ কথা কওঁ। তাৰ কথা বছিৰে জানেই চাগে। তাৰ আঠটা ঘাট। নজনী ঘৈণীয়েক। ঘাটে ঘাটে এজনীকৈ আৰু মূল ঠাইত থাকে অতি দীপলিপজনী। সেই মিহিৰামেই ধন জন দি ভোটৰ সময়ত যিটো মানুহৰ হৈ খাটিলে, সি আকৌ দৈব বলত মিনিষ্টাৰ হ'ল। ছমাহ

মিনিষ্টাৰৰপৰা মিহিৰামলৈ কোনো খা-খবৰৰেই নাই। অথচ মিহিৰামক মিনিষ্টাৰৰ হে কাম কৰাৰ বাবে মুনাফা লুটিবলৈ লাগে। সি ৰাজধানীত মিনিষ্টাৰক লগ পাই কথাটো ক'লে। মিনিষ্টাৰে অদ্ভুদ এটা কথা ক'লে — মই তোমাৰ ওচৰৰ জিলাখন 'ড্ৰাই' কৰি দিম, মানে 'পৰ্হিবিচন' কৰি দিম। তুমি তাত মদৰ পিয়াহ লগা মানুহৰ গল শুকাই নোযোৱাৰ ব্যৱস্থা কৰি লক্ষপতি হবা। -- মিনিষ্টাৰৰ যেনে কথা তেনে কাম। তাতে আকৌ আবকাৰী মিনিষ্টাৰ। আমাৰ মিহিৰামে মদৰ ব্লেক কৰি বহু লাখ টকা ঘটিলে। এতিয়া তাৰ ইমান ক্ষমতা যে সি মন্ত্ৰী -চন্ত্ৰীক বহতীয়া কৰিব পাৰে। সেই কাৰণেই মোৰ শিক্ষিত মানুহবোৰলৈ খং। পৃথিৱীখনৰ কিছুমান মানুহ যে ইমান ভণ্ড!"

সি থমকি ৰ'ল। মোৰ ফালে ৰ' লাগি চালে। বোধকৰো মোৰ মতামত বিচাৰিয়েই। কিন্তু মোৰ মুখত কথাটো পছন্দ কৰা নকৰাৰ একো চিন নেদেখি আৰু ভালেখিনি সময় মনে মনে থকা দেখি বছিৰে ক'লে, "ই বোধহয় মন বান্ধিব পৰা নাই।" দেউতাই মাত লগালে, "পিছে সময়ত মন বান্ধিব নোৱাৰিলে পিছত আৰু কি লাভ? বোলে চোৰ গ'লে ছুটী, বৰষুণ গ'লে জাপি। কি অ' মুকুন? একো নেমাত কিয়?"

মই নিজৰ মনোভাৱ লুকুৱাব পৰা উত্তৰ এটা বিচাৰি পালোঁ। ইমান পৰৰ মূৰত মাত লগালোঁ, "এইবোৰ কাম মই পাৰিম জানো। মানুহে প্ৰতি পছন্দ হোৱা একোটা কাম আছে। সকলোবোৰ কাম সকলো মানুহৰ কাৰণে নহয়।"

"তই যেনিবা বৰ হাকিম হ'বলৈ বিচাৰিছ, কামটো সেইবুলি চালাইঁতে তোক দিব নেকি?"

"মই সেই অৰ্থত কথাটো কোৱা নাই।"

"তেনেহলে তোৰ কথাৰ অৰ্থ দুটা। আজিলৈ এইবোৰ কথা বাদ। তই ফুকলীয়া ল'ৰা নহয়। যি ভাল দেখ তাকে কৰ। আমি এটা উপায় দিছোঁ। ইমানেই।"

ইয়াৰপৰা বুজা গ'ল সিহঁতে মোৰ আচল মনটোৰ এফালমানহে ধৰিব পাৰিছে। মোৰ এটা সন্দেহ হৈছে যে সিহঁতৰ কাৰণেও মই দৰ্কাৰী।

সন্ধিয়া ঘৰলৈ অৰ্থাৎ দিল বাহাদুৰৰ তালৈ অহাৰ সময়ত দেউতাই মোৰ হাতত নোটৰ নুৰা এটা গুজি দি ক'লে, "পাঁচ শ আছে। দিল বাহাদুৰক দিবি। এইখিনি তাৰ পাওনা। তহঁত থকা কাৰণে। ক'বি — ইৰ্শ্বাদ খাঁ তাৰ মূৰব্বী

কাৰণে তাৰ আগতকৈ ভালহে হ'ব। কোনো মেনেজাৰ, মহৰী বা বৰবাবুৱে তাৰ ওপৰত বাহাদুৰি দেখুৱাব নোৱাৰিব, আমি আছোঁ। আমি ইৰ্শ্বাদ খাঁৰ মানুহ।"

মই টকাখিনি ল'মনে নল'ম অলপ পৰ চিন্তা কৰি চালোঁ। মই টকাখিনি লোৱাকে ঠিক কৰিলো। কাৰণ এইকেইদিন সিহঁতৰ লগত কাম কৰিছোঁ। বগীদ'লৰপৰা অকলে এনাও শাক পাচলি আনিছোঁ। এদিন মই আৰু বছিৰে সিপাৰৰপৰা চাৰিটা বেপাৰীৰ মাছ আৰু দুটা মানুহ আনিলোঁ। নাও মৰা সহজ কাম নহয়। ব'ঠা মৰাও টান, গুৰিব'ঠা ধৰাও টান। তেনেহ'লে এইখিনি শ্ৰম কৰি পোৱা ধন।

দিল বাহাদুৰক মই চাৰিশ টকাই দিলোঁ। বাকী এশ টকা যশোৱাৰ হাতত দিলোঁ। তাইক কলোঁ, "আজিৰপৰা পৰিয়ালটো ইহঁতৰ হাড়মাল হৈছে বুলি অন্তত ভাবিব নলগা হ'ল। দিল বাহাদুৰক চাৰিশ টকা দিছোঁ।"

মই লক্ষ্য কৰিলোঁ যে যশোৱা বেছ উৎফুল্ল হৈ পৰিছে। হয়তো মই আকৌ ৰোজকাৰ কৰিব পৰা হৈছোঁ কাৰণে নাইবা দিল বাহাদুৰহঁতৰ ধাৰ সুজিব পাৰিছোঁ কাৰণে। যশোৱাই ক'লে "ইহঁতে কিজানি আমি ভবাৰ দৰে ভবা নাই। ল'ৰা দুটাৰে সৈতে আমাক পাই ইহঁতে হাততে সৰগ ঢুকি পাইছে। অৱশ্যে বুঢ়া কালত আমিও সিহঁতলৈ চোৱা উচিত। আমি আন ঠাইত থাকিবলৈ হ'লে ইহঁতে হিয়া ঢাকুৰি মৰিব।"

মই যশোৱাৰ অনুমান সঁচা বুলিয়েই ভাবিলোঁ। এই নেপালী বুঢ়া বুঢ়ীহাল ইমান মহৎ হ'ব পাৰে বুলি সপোনতো ভবা নাছিলো। সিফালে দেউতা আৰু বছিৰো মহৎ। অথচ সিহঁত চোৰাং বেপাৰীৰ 'কেৰিয়াৰ'। 'কেৰিয়াৰ' বোলা কথাটো নতুনকৈ শিকিছোঁ। লগতে এনেকুৱা আৰু তিনিটা শব্দ ঃ 'ৰানাৰ', 'ইন্‌ফৰ্মাৰ' আৰু ৰিটেইলাৰ'। পাঁচআলিৰ বহুত মানুহে 'ইনফৰ্মাৰ', 'কেৰিয়াৰ' আৰু 'ৰিটেইলাৰ' হৈ কোনো অভাব নোহোৱাকৈ বঢ়িয়াকৈ খাই বৈ আছে। এইবোৰ কথা মই দেউতা বা বছিৰৰ পৰা জনা নাই। সিহঁতৰ দলৰে জগনু নামৰ বিহাৰি এটাৰ পৰাহে জানি লৈছোঁ।

দিনৰ পোহৰত উপৰুৱাকৈ চালে দেখা যায় যে এই মানুহবোৰ বেছ সন্তুষ্ট, ভদ্ৰ, গুণী আৰু আনৰ প্ৰতি সদয়। ভাল ভাল কথা কয়। এদিন জগনুৰ লগত পাঁচআলিৰ কেইঘৰমান মানুহ ফুৰিছিলোঁ। তেতিয়াই এই মানুহবোৰৰ লগত

মোৰ সাধাৰণভাবে পৰিচয় হয়। এইবোৰকে দেখি শুনি মই সেইদিনা এটা নতুন কথা ভাবি পালোঁ। কথাটো হ'ল — প্ৰত্যেকটো মানুহেই সময় বুজি বেলেগ বেলেগ মানুহ। একোটা মানুহ দৈত্যও হব পাৰে, দেৱতাও হ'ব পাৰে। এই কথা মনত থিত লোৱাৰ পিছত মোৰ আগৰ দৰে মানুহ কিছুমানলৈ ঘৃণাৰ ভাৱটো আঁতৰিছে। হয়তো ময়ো কিছু পৰিমাণে মহৎ হবলৈ আৰম্ভ কৰিছোঁ। দিল বাহাদুৰহঁতৰ চাহ বাগিচাত কাম কৰা খাওঁ খাওঁ চেহেৰাৰ যোৱান মেটোৰণীজনীৰ চৰিত্ৰৰ কলঙ্কখিনি আৰু বাছ নিগমৰ কাম কৰা কঙ্কালসাৰ বুঢ়ী মেটো ৰণীজনীৰ কদৰ্য্য দেহটোৰ বিষয়ে মই একে সহানুভূতিৰে চিন্তা কৰিব পৰা হৈছোঁ।

পুৱা ঘাটলৈ গৈ গম পালোঁ যে ঈৰ্শ্বাদ খাঁ আৰু তিনি দিনৰ পিছত পাবহি। সি হেনো কলিকতাৰপৰা খবৰ পঠিয়াইছে। সেই বাবেই পাঁচ আলিত এতিয়া আনন্দৰ ৰোল। কাৰণ ইমান দিন ৰিটেইলাৰ, কেৰিয়াৰ, ইনফৰ্মাৰ আদি বৃত্তিৰ মানুহবোৰ নিষ্কৰ্মা হৈ আছিল আৰু সিহঁত জমা টকাৰেহে চলি আছিল। ইয়াৰো সম্ভেদ দিলে জগনুৱেই।

মই জগনুক সুধিলোঁ, "কামটো কৰি ভাল লাগেনে?"

সি ক'লে, "অভাৱী মানুহে কাম-কাজ ভাল লাগিছেনে বেয়া লাগিছে ভাবিব নোৱাৰে। আমাৰ দৰে মানুহে মন নগলেও কিছুমান কাম কৰিব লাগে।"

"কামটো ভাল লাগেনে নেলাগে? চাফকৈ ক'লে ক্ষতি কি?"

"লাগে। ধুনীয়া ধুনীয়া ঠাই দেখা পাওঁ। খুব খাবলৈ পাওঁ। খুচী মতে দুই হাতেৰে খৰচ কৰিব পাৰো।"

"তেনেহলে পইচা বেছি পোৱা কাৰণেই ভাল লাগে?"

"নহয়। ভাল লগাৰ আৰু এটা কাৰণ আছে। এই কাম অলপ ধতুৱা মানুহৰ কাৰণে নহয়। তাৰ সাহ থাকিব লাগিব। 'ৰিস্ক' আছে কাৰণেই ভাল লাগে।"

"ৰিস্ক মানে কি?"

"মানে, এই কামত যিকোনো সময়তে বিপদে দেখা দিব পাৰে।"

মই জগনুলৈ তন্ন তন্নকৈ চালোঁ। ৰ'দে পোৰা হৃষ্টপুষ্ট দেহাটোৰে তাক দস্যু যেন লাগে। ওঠৰ ওপৰত পাক লোৱা ডাঠ আৰু বহল মোচ কোচাৰে আৰু মেচ কোচাৰ ওচৰলৈ নামি অহা বহল কেৰেচটোৰে (জুল্‌ফি) তাক আচলতে অপৰাধীৰ জগতৰ মানুহ যেন লাগে। 'ৰিস্ক' থকা কাম কৰে কাৰণেই কিজানি

তাৰ দুয়োটা বাহুতে দুটা দুটা তাবিজ। আমাৰ দেউতা আৰু বছিৰৰ বাহুত তাবিজ থকাত বাদেও হাতত দামী পাথৰ থকা আঙুঠিও আছে।

দৈৱত যি বিশ্বাসী সি ঈশ্বৰতো বিশ্বাসী কিজানি। এইটো বৰ ভাল কথা হৈছে।

মাক মৰাৰ পিছত জগ্‌নু সৰুতেই বাপেকৰ লগত বিহাৰৰপৰা আহিছিল। বাপেকে ইয়াৰে এখন চাহৰ দোকানত কাম কৰিছিল। তাৰ কাম আছিল নিতৌ পুৱাতে মাইজান ঘাটৰপৰা গাখীৰ অনা আৰু গধুলি পানী কঢ়িওৱা। সি জগ্‌নুক মাইজান ঘাটৰ মহৰী বাপুকৃষ্ণ লাহনৰ ঘৰত ৰাখিছিল। সেই বাবেই জগ্‌নুৱে ইমান ভাল অসমীয়া কয়। শেষত বাপুকৃষ্ণইহে জগ্‌নুৰ পিতৃৰ দায়িত্ব পালন কৰিবলগীয়া হয়। কাৰণ বাপেক বিক্ৰমৰ হাতলৈ পইচা অহাৰ পিছত তাৰ দেহ আৰু হৃদয়ত উত্তাপ লাগে। সি সেই মাইজান ঘাটতে দিল খুচী কৰিব পৰা চেহেৰাৰ নেপালী তিৰোতাজনীৰ মোহ-পাশত পৰে। তেতিয়া জগ্‌নুৰ বয়স এঘাৰ। গতিকে জগ্‌নুৰ কথাটো পছন্দ নহব বুলি ধৰি লৈ বিক্ৰমে এটা অবিবেচকৰ কাম কৰে। নেপালী তিৰোতাজনীয়ে যিটোক বিয়া কৰাইছিল তাৰ দোষ হ'ল সি মানক গাখীৰ খুৱাই নিজে মদ খায়। সি প্ৰায়ে মদ খাই ঘৈণীয়েকক পিটে। মদে তাৰ দেহটোও শুহিলে। "এইবোৰ কাৰণতো চাগে বাবাৰ ধুনীয়া নেপালীজনীলৈ বেছি নিচা হ'ল। এদিন তাইক লৈ বাবা ছৈখোৱাৰ ফালে পলাই গ'ল। তেতিয়াৰপৰা মই মাইজানত বাপুকৃষ্ণৰ তাত থাকি খুঁটি খাব পৰা হ'লো। নাৱৰীয়াবোৰেই মোৰ লগ আছিল বাবে এই লাইনকে বাছি ল'লো।" — এনেকৈ কৈ জগ্‌নুৱে তাৰ জীৱনৰ আদিপৰ্বৰ মোখনি মাৰিলে।

জগ্‌নুৰ চেহেৰাটো দেখি কাৰো ভাব নহব যে এই দৈত্য যেন দেহৰ মানুহটোৰ মাজত এটা কোমল মন সোমাই আছে। জগ্‌নুৱে তাৰ চৈ দিয়া নাৱত মোক মাখনসনা পাউৰুটি খুৱালে। নিজৰ নাৱৰপৰা দেউতাইতে মোৰ মাতটো শুনিলে হবলা। দেউতাই চিঞৰিলে, "হেৰ আহিলিয়েইনে? ইমান সোনকালে ঘৈণীয়েৰে এৰি দিলেনে? সোনকালে আহি ভাল কৰিলি। আজি তোৰ লগত বহুত কথা আছে। বেগেতে আহ।"

জগ্‌নুক আজি মোৰ বৰ ভাল লাগিছিল। সোনকালে তাৰ ওচৰৰপৰা গুচি অহাৰ ইচ্ছা নাছিল। কিন্তু দেউতাৰ হুকুম মতে জগ্‌নুক এৰি দেউতাহঁতৰ নাৱত উঠিলো।

দেউতাই মোক "বেগেতে আহ" বুলি কোৱাৰ আন কাৰণো নথকা নহয়। সিহঁতৰ আজি পুৱাৰ আহাৰৰ প্ৰচুৰ আয়োজন। ৰুটি আৰু মঙহৰ বাদেও পায়স, মিঠাই আদিও আছে। পায়সৰপৰা ধোৱা ওলাই আছে। মোৰ ভাব হ'ল কাৰৈমাৰীৰ বনমালী ভূঞাৰ দৰে এই মানুহহালৰ কিজানি ভালকৈ খোৱাত বাদে আন হাবিলাষ নাই।

মোক দেখি বছিৰে ক'লে, "পুৱাতে কাঞ্চিয়ে মোহনৰ গাখীৰখিনিও দিলেহি। কালি ৰাতি আমি একো নেখালোঁ। খাই বৈ এক দম টং হৈ আছিলো। ৰন্ধা বঢ়া কৰিবই নোৱাৰিলোঁ। ক'ব নোৱাৰাকৈয়ে শুই গ'লো।"

"দেহৰ ওপৰত ইমান অনাচাৰ বেয়া দেই।" মই ক'লো। দেউতাই মাত লগালে, "বাঃ ইয়াৰ গাৰ্জেনগিৰি চা। হেৰ, আমাৰ কিটো ভাবিবলৈ আছে। আমিতো ছৈয়দ হৈ ভাৰস্ত উদ্ধাৰ কৰিবলৈ অহা নাই! আমি নহ'লেনো কাৰ হানি? পিছে আমাক চেৰাবে খাব নোৱাৰিব দেই, আমিহে চেৰাবক খাম। আমাৰতো একো দিগদাৰ হোৱা নাই; কোনোদিন ডাক্তৰৰ বাহি চোতাল গচকা নাই। বুইছ, মুকুন, আমি হ'লো তহতৰ শাস্ত্ৰৰ সেই ভঙুৱা মহাদেউ। বিহ খায়ো বিহ হজম কৰিব পাৰো।"

আজি দেউতাৰ গাত পুৱাতেই সন্ধিয়াৰ উলাহ দেখা পাইছোঁ। এইটো শুভ লক্ষণ।

পূবে পানীৰ ওপৰেদি ভুমুকি মৰা পুৱাৰ ৰঙা সুৰুযটোলৈ চাই দেউতাই মোক ক'লে, "পৰহিলৈ ঈৰ্শ্বাদ খাঁ আহিব। তাৰ তালৈ তোক লৈ যাম। তাৰ আগতে কামবোৰ বতাব লাগিব।?"

এইবুলি কৈ দেউতা ছৈখনৰ ভিতৰলৈ গ'ল আৰু কাগজ এখিলা আৰু পেঞ্চিল এডাল লৈ ওলাই আহিল। কাগজ খিলা তক্তাৰ ওপৰত থৈ তাৰ দুচুকত একোচকৈ চাবি থলে যাতে বতাহত কাগজ খিলা উৰি যাব নোৱাৰে।

সি কাগজ খিলাত পূবা-পশ্চিমাকৈ আঁক মাৰি ক'লে। "ধৰি ল, এই আঁক দুটাৰ মাজৰ দীঘললেচেৰীয়াকৈ থকা ঠাইখিনি আমাৰ ব্ৰহ্মপুত্ৰ আৰু তই বহা ফালে দক্ষিণ পাৰ, মই বহা ফালে উত্তৰ পাৰ।"

ইয়াৰ পিছত মোৰ ফালে থকা আঁচডালত ফুট এটা দি ক'লে, "এয়া ধৰ আমাৰ পাঁচ আলি ঘাট।" পানীৰ টোপাল একোটাৰ সমান বস্তু কেইটামান আঁচ দুডালৰ মাজত আঁকি আকৌ সি ক'লে, "এয়া আমি থকাৰ উত্তৰে একো একোটা সুন্দৰ সুন্দৰ বালিচাপৰি। সুন্দৰ সুন্দৰ নাম— হাইঠা চাপৰি, বিৰিণা চাপৰি, পচ্কটা চাপৰি, ধনবৰ চাপৰি, নিমাতি চাপৰি, উলুম'ৰা চাপৰি আৰু ৰ'দালি চাপৰি। মুঠতে আঠটা।"

পোনতে দুডাল আঁচৰ মাজত সি আঠটা পানীৰ টোপাল একোটাৰ সমান ঘৰ আঁকিছিল। এতিয়া ক'বৰ সময়ত হাত বুলাই গ'ল।

ইমান পৰে বছিৰো আমাৰ ওচৰত বহি আছিল। কিন্তু চাপৰি বোৰৰ কথা ওলোৱাৰ পিছত উঠি গ'ল আৰু নাৱৰ টিঙত চাবোন মাৰি থোৱা কাপোৰ কেইখন থুকুচিবলৈ লাগিল। দেউতাই এতিয়া মোক যিবোৰ কথা ক'ব সেইবোৰ কথা বছিৰে জানেই। আকৌ শুনাৰ একো আগ্ৰহ তাৰ থাকিব নোৱাৰে।

লোহা যেন দেহৰ নেউলৰ দৰে ডিঙিটো মোৰ ফালে আগুৱাই দেউতাই ক'লে, "এই চাপৰিবোৰ আমাৰ জিৰণিৰ ঠাই, ফুৰ্তি-তামাচা কৰা ঠাই। চিকাৰো কৰিব পাৰি, বিপদত পৰা যেন দেখিলে মালো লুকুৱাই থব পাৰি. পিছে বেছি ভাগৰ লাগিলে, নাও মাৰি মাৰি গাটো ছিঙি-যায় ভাগি-যায় লাগিলে, সকল বনৰীয়া জীৱৰ — পশুৰ পৰা ভাটৌলৈকে — ৰেহৰূপ চাই মন খুচী কৰিব পাৰি। এবাৰ মই ধনবৰ চাপৰিৰ হিজলতলত ধোবাং জুৰি শুই থাকোঁতেই কাছ এজনীয়ে উম লগা বালিত কণী পাৰি থৈ গ'লহি। বাৰিষা নিমাতী চাপৰিত এটা প্ৰকাণ্ড মচোৱা সাপে আন এটা সাপ জীয়াই জীয়াই গিলি থকা দেখিছিলো। তাকে দেখি বছিৰৰ পিলাই চম্‌কি গৈছিল। বালিত ৰ'দ লোৱা ঘঁৰিয়াল দেখিছ? নাই দেখা? কিন্তু এতিয়া দেখিবি। মই মাল কঢ়িয়াই বিটেইলাৰক দি, কিছুমানৰ মতে, গৰ্হিত কাম কৰিব পাৰোঁ। কিন্তু জীৱনত মই মানুহক উপকাৰকেই কৰি আহিছোঁ আৰু আল্লাৰ বস্তুবোৰ ভাল পাই আহিছোঁ। তাকে দেখি মোহ গৈছো, খুচী হৈছোঁ। এয়া জানো আল্লাৰ একান্ত ভক্ত হোৱাৰ চিন নহয়? এয়া সুন্দৰ বেলি, তৰা নৰা চিঙি বৈ অহা পানী, সুন্দৰ সুন্দৰ চাপৰি — এইবোৰ আল্লাই 'চৰ্জা' বস্তু। এইবোৰেই মোক পৰাণত জীপ দি আছে। তোৰো ভাল লাগিব। তোৰ চিধা মনটো ঘূৰাবলৈ মই ইমানবোৰ বলকিছোঁ। ৰাজি?"

মোৰ আকৌ সাধক জবান নিদিয়া ধৰণৰ উত্তৰ ঃ তহঁতৰ ইৰ্শ্বাদ খাঁ আহকচোন বাৰু।

এইটো উত্তৰতে সি খুচী। সাধাৰণ নাৱৰীয়াৰ দৰে সি হোকা নোহোপে। ক'লা কচুৰ থাৰিৰ দৰে দীঘল শুগন্ধি চিগাৰেট এবিধহে হোপে। এতিয়া ছৈৰ তলৰপৰা তেনেকুৱা চিগাৰেট (ইয়াৰ নাম চিগাৰ বুলি পিছতহে জানিলোঁ) এটা আনি হাতেৰে এঠাইত 'কিলিক' কৰিলেই জুই ওলোৱা বস্তু এটাৰে (পিছতহে জানিলোঁ যে ইয়াৰ নাম লাইটাৰ) জ্বলাই লৈ সি দীঘল হোপা এটা দি নাকে-মুখে সুগন্ধি ধোঁৱা উলিয়ালে। এইটো তাৰ অত্যন্ত খুচী হোৱাৰ লক্ষণ।

বয়সে চেলেকিবলৈ চল নোপোৱা আমাৰ দেউতাই এইবাৰ ক'লে, "তোৰ মুখ দেখিয়েই বুজিছোঁ, তই সাংঘাটিক মন মৰা হৈ পৰিছ। কিন্তু মোৰ লগ ল'লে ঠিক হৈ যাব। মই সুখী হোৱাৰ কিছুমান কাৰণ আছে। মোৰ দৰে বহুত মানুহ সুখী হৈ থকাৰ কাৰণবোৰ আমাৰ মোল্লাবোৰ আৰু তহঁতৰ অধিকাৰবোৰৰ কথাত বিচাৰি নেপাবি। কিজানি কোনোবা শাস্ত্ৰ-টাস্ত্ৰত এইবোৰ কথা আছে। মই ভাবোঁ, যদি এটা মানুহে এনে এখন নদী, এনেবোৰ চাপৰি আৰু সৌবোৰ গাওঁ আন এটাতকৈ বেছি শুৱনি দেখে, সি আনটোতকৈ বেছি সুখী। খোৱা বস্তুত বেছি সোৱাদ পোৱা মানুহটো পেট বেমাৰীটোতকৈ বেছি সুখী। যাৰ বস্তুবাহানিলৈ আৰু ধনলৈ আকল নাই সিয়েই ৰজা-মহাৰজাৰ দৰে চহকী। আল্লাৰ 'চিৰ্জন'ৰ মাজত থাকি থাকি মই এই কেইটাকে সুখ-শান্তিৰ হেতু বুলি ভাবিছোঁ। তই কি কৱ?"

মই একো ক'বলৈ নৌ পাওঁতেই দেউতাই তক্তাখনৰ ওপৰত আগৰ দৰে আঠু দুটা পেলাই বহি ললে আৰু কাগজ খিলা আগৰ দৰে পাৰি লৈ তাৰ আঁকৰ মাজত থকা ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে ভিন ভিন ঠাইত কেবাটাও চাৰিকোণীয়া ঘৰ আঁকি ক'লে, "এইবোৰ গাঁৱলৈকে আমাৰ মাল চালান হয়। প্ৰত্যেকখন গাওঁ ব্ৰহ্মপুত্ৰৰপৰা সমান দূৰৈত নহয়। এয়া ঢকুৱাখানা, জোনাই, ............"

ঘৰবোৰত হাত বুলাই সি দহটামান অঞ্চলৰ নাম কৈ গ'ল। সি তৃপ্তিৰ হাঁহি এটা মাৰি পোৱা চিগাৰৰ ছাইখিনি টোকৰ মাৰি তলৰ পানীলৈ পেলালে। আন এটা হোপা মাৰিবৰ আগতে ক'লে, "এইবোৰ ঠায়েই ইৰ্শ্বাদ, মোৰ, তোৰ — আমাৰ সকলোৰে বাবে সোণৰ খনি।"

বছিৰে কাপোৰ কেইখন ধুই ছৈৰ ওপৰত মেলি দিলে। সি বোধকৰো

সকলো কথা শুনি আছিল। সি এইবাৰ মাত লগালে, "অকল সেইবোৰ গাঁওহেনে? এই পাৰেও বহুত। ইয়াৰপৰা ডুমডুমালৈকে এতিয়া মানুহৰ নিচালৈ খঁকটো বাঢ়িছেহে। একদম ল'ৰাৰপৰা বুঢ়ালৈকে।"

এনেকৈ বক্তৃতাৰ দৰে কথা কৈ থাকিলে কোনোবাই মাতিলে দেউতাই বেয়া পায়। সেয়েহে "ইয়াৰ কাৰণ কি জাননে" বুলি প্ৰশ্ন কৰি সি পুনৰ বক্তৃতা আৰম্ভ কৰিলে, "কাৰণটো হ'ল — আজিকালিৰ মানুহৰ মনৰ লেকাম সোলোক-ঢোলোক হৈছে। জীৱনটো আকৌ নেপাম বুলি সন্দেহ হৈছে। কিছুমানৰ আকৌ হতাশা। কিছুমানৰ আকৌ ভিতৰত টনা-আজোৰা। কিছুমানে খুব খাটে বাবেও নিচা খায়। মানুহৰ মনৰ এই দুৰ্বলতাখিনিৰ পৰাই জীপ পাই চব ঠাইতে নিচাই আকৌ ভালকৈয়ে খোপনি লৈছে। তাকে বুজি নেপাই অলগৰ্ধ চৰকাৰে এইবোৰ 'পৰ্হিবিচান' কৰি স্মাগ্‌লাৰবোৰকহে প্ৰতাপী কৰিছে। নতুন বজাৰৰ মলয় চাহাই এই টাউনলৈ কিমান গাঞ্জা মণিপুৰৰপৰা আনে জান? সপ্তাহত একোখন এম্বাশ্বেডৰ ভৰ্তি কৰি আনে। দুনিয়াত ইমানবোৰ নিচাখোৰ মানুহ আছে বুলি খবৰ কাগজৰ মানুহেও নেজানে, 'ডিপ্টি কমিচনে'ও নেজানে।"

বছিৰে এষাৰ মতাৰ লোভ সামৰিব নোৱাৰিলে। সি ভিতা কাপোৰখিনি লুটিয়াই লুটিয়াই ক'লে, "গতিকে আমাৰ এই ভাৰতৰ চবচে ভাল বেবচা হ'ল — ক'লা বেপাৰ। বুজিলি? নিচাৰ ক'লা বেপাৰে মানুহক অনিষ্ট কৰিছে বুলি ভাবিছ নেকি? ন'ন'ন'। চৰকাৰে মানুহৰপৰা নিচা খোৱাৰ অধিকাৰ কাঢ়ি লৈছিল, স্মাগলাৰে সেই অধিকাৰ নাইকীয়া হ'বলৈ নিদিলে।"

আকৌ বক্তৃতাৰ মাজত এষাৰ মতাত দেউতাই বছিৰলৈ ঘোপাকৈ চালে। তাৰ হাতৰ চিগাৰডাল পুৰি পুৰি আঙুলিৰ ওচৰ পালেহি। দেউতাই মোৰ ওচৰ চাপি মোৰ চকুলৈ চোকাকৈ চাই সুধিলে, "তেনেহ'লে এতিয়া তোৰ মতলব কি? তোৰ গোটেই জীৱনটো পৰি আছে। তই এটা ইৰ্শ্বাদ হ'ব খোজনে, আকৌ এটা ফাল্টু চকিদাৰ হ'ব খোজ?"

মই অলপ পৰ নমতা দেখি পুৰি শেষ হ'ব খোজা চিগাৰডাল বিতৃষ্ণাৰে দলিয়াই পেলাই সি আকৌ আগৰ দৰে মোৰ ফালে চাই ৰ'ল।

মই লাহেকৈ ক'লো, "হব বাৰু। পিছে মই ভাবিলে কি হ'ব? যশোবাই বা কি কয়?"

দেউতা গৰ্জি উঠিল, "চাল্লা হাৰামজাদা। তেন্তে ইমানপৰ দুয়োটাই গালোঁ বালোঁ আৰু সকলো খোলাকটিৰ তাল হ'ল। হেৰ', তিৰোতাক চব কথা সুধি কাম কৰিলে জহন্নামে যাবি। এই জাতিটোৱে দূৰলৈ ভাবিব নোৱাৰে। মই যিবোৰ প্ৰতাপী মানুহক চিনো, এয়া সেইবোৰ মানুহে ভবা কথাটোহে ক'লো। এতএব যশোৱাক লেং মাৰিবই লাগিব।"

মই ক'লো "কিন্তু কিমান দিন লুকুৱাম? ধৰি পেলাব।"

দেউতাই ক'লে, "ধমকি দিবি। যিমানেই অপেচৰী নহওক লাগে দুই এক কিল নোশোধালে তিৰোতা ঠিক নেথাকে। মুঠতে আমি যশোৱাৰ মতলৈ বাট চাব নোৱাৰো। ইৰ্শ্বাদ পৰহিলৈ আহিবই। আৰু মনত ৰাখিবি, ইৰ্শ্বাদে তোৰ দৰে মতগজ ডেকা এটাক তাৰ বাগানত চকিদাৰ হ'বলৈ নিদিয়ে। এনে নিমাখিত কাম তোৰ বাবে নহয় বুলি ঘাগু ইৰ্শ্বাদে তোক দেখিয়েই বুজি পাব।"

"ঠিক আছে।" মই কওঁ নকওঁকৈ ক'লো। মই লক্ষ্য কৰিলোঁ যে সিহঁতৰ মুখ উজ্জ্বল হৈছে।

দেউতাই ছেৰ তললৈ গৈ কক্-ককাই থকা নোদোকা মতা কুকুৰা এটা মোৰ হাতত দি ক'লে, "আজিলৈ কাম নহব। কাইলৈকো আহিব নেলাগে। পৰহিলৈ কিন্তু তমস্কাৰ হৈ পুৱাতে ওলাবহি লাগিব। বুজিলি? এনেকৈ মন মাৰি নেথাকিবি। এটা কথা মনত ৰাখিবি। তহঁতৰ শাস্ত্ৰৰে কথা। মো ক বনমালী ভূঞাই কৈছিল। তহঁতৰ কৃষ্ণই হেনো অৰ্জ্জুনক কৈছিল — তুমি যদি ইহঁতক নেমাৰা, তেনেহ'লে ইহঁতে তোমাক মাৰিব। সেইদৰে মই তোক কওঁ, মুকুন, তই যদি এই কামত নেলাগ এই বেব্চা বন্ধ নহয়, আন এটাই এই কামত লাগি তোৰ আগতে দামাকী খটুৱাই ঘূৰি ফুৰিব।"

এই শেষৰ কথা কেইটায়ো মোৰ মনত বৰকৈ শিপালে, তাকে ভাবি ভাবি নাৱৰপৰা নামিলোঁ।

পাঁচআলিত উঠিলোঁহি। দেউতাৰ নিশ্চয় এতিয়া খুব ফুৰ্তি। মই সি গাই থকা জিকিৰ গীতৰ প্ৰিয় অংশটো শুনিলোঁ ঃ

মোৰ মনত ভেদ ভাব নাই অ' আল্লা
মোৰ মনত ভেদ ভাব নাই,
হিন্দু কি মুছলমান একে আল্লাৰ ফৰমান ..............

# পাঁচ

পাঁচআলিৰ ওপৰেদি পশ্চিমে আধা মাইল যাবই নেলাগে। তাতে চহৰৰ মাজ মজিয়াতে বিস্তীৰ্ণ এলেকাক ওখ ইটাৰ বেৰে আৱৰি আছে। নতুন মানুহে ভিতৰখনক বেৰকেইখনৰ কাৰণেই কাৰাগাৰ বুলিহে ভাবিব। বেৰৰ কাৰণে যেনেকৈ এটা কাৰাগাৰৰ ভিতৰত থকা ঘৰবোৰ কেনেকুৱা অনুমান কৰিব নোৱাৰি, এই বেৰে ঘেৰা চৌহদৰ প্ৰকাণ্ড কাৰুকাৰ্য্যখচিত তিনি মহলীয়া ঘৰটোৰ সম্পূৰ্ণ অৱয়ব আৰু সৌন্দৰ্য্যও বাহিৰৰ পৰা অনুমান কৰিব নোৱাৰি। এই ঘৰটোৰ (অট্টালিকা বোলাই অধিক সমীচিন) ৰাস্তাৰপৰা দেখা দিয়া সম্পূৰ্ণ ওপৰ মহলাটো আৰু মাজ মহলাটোৰ কিছু অংশই অৱশ্যে ইয়াৰ গম্ভীৰ বিশালত্বৰ আভাষ দিয়ে।

এই অট্টালিকাৰ নিৰ্মাণৰ ৰহস্যও অভূতপূৰ্ব। প্ৰথমে প্ৰকাণ্ড চৌহদটো বেৰেৰে ঘেৰা হৈছিল। ৰাস্তাৰ ফালে দুখন ট্ৰাক একেলগে সোমাব পৰাৰ সমান বহল গেটৰ পাত দুচলা দহফুটী টিনপাতৰ আছিল। ফলত গেটখনো বেৰৰ দৰেই দৃষ্টিৰ অভেদ্য আছিল।

বনুৱাবোৰ আছিল বিহাৰৰ। মনিবো একালৰ বিহাৰী মুছলমান। অট্টালিকা নিৰ্মাণৰ সময়ত এই বনুৱাবোৰক বাহিৰত তেনেকৈ দেখা নগৈছিল।

ঘৰৰ নক্সা আঁকিছিল লক্ষ্ণৌৰ স্থপতিয়ে। তেওঁ মাজে মাজে আহি কাম চাই গৈছিলহি। কাম গোপনে চলিছিল। কাৰণ মাটিৰ তলত এটা চাৰিটা কোঠাৰ তলা এটা সাজিছিল। তাত হেনো বস্তু ৰখাৰ কিটিপ্-কাটাপ্ আছে। তাৰপৰা এটা সুৰঙ্গেৰে চৌহদৰ এচুকত ওলাব পাৰি। সেই চুকটোক বছা বছা গছেৰে এখন হাবি কৰি থোৱা আছে। আজিকালি তলৰ তলাটোৰ দুটা কোঠা শীততাপ নিয়ন্ত্ৰিত।

অট্টালিকাটোৰ মজিয়া কেইখনমান আৰু স্নানাগাৰ আদি 'মজেইক' কৰাৰ বাবে আলিগড়ৰপৰা কাৰিকৰ অনাইছিল। শুনা যায় যে অট্টালিকাটোৰ কোঠাবোৰৰ আচবাব আৰু তাকে সজাই ৰখাৰ পদ্ধতি আদি অতি অনুপম। ই

হেনো গৰাকীৰ সুৰুচি আৰু সংস্কৃতিপ্ৰীতিৰ পৰিচায়ক নহয়। কাৰণ, ইয়াত হাত পৰিছিল পেচাদাৰ একশ্ৰেণী লোকৰ। তেওঁলোকক 'ইণ্টেৰিয়ৰ ডেক'ৰেটৰ' বোলে। ঘৰটোৰ অঙ্গসজ্জাৰ বাবে এগৰাকী পুৰুষ ডেক'ৰেটৰ আহিছিল দিল্লীৰপৰা আৰু দুগৰাকী নাৰী ডেক'ৰেটৰ আহিছিল কলিকতাৰপৰা।

অট্টালিকাটো সম্পূৰ্ণ হবলৈ প্ৰায় দুবছৰ লাগিছিল। ই নগৰ-বাসীৰ মনত যথেষ্ট কৌতুহলৰ সৃষ্টি কৰিছিল। কিন্তু এতিয়াও নগৰ-বাসীৰ এই কৌতুহল একেদৰেই জীয়াই আছে। কাৰণ তাৰ ভিতৰত সোমোৱা মানে মানুহজন অসংখ্য সন্দেহী চকুৰে বিদ্ধ হোৱা আৰু শেষত বিতাৰিত হোৱা। সেই অট্টালিকালৈ কোনো স্বাভাৱিক জীৱন যাপন কৰা নগৰবাসীৰ যোৱাৰ প্ৰয়োজন নহয়।

এইটোৱেই পাতালৰ ৰজাৰ প্ৰাসাদ, আন্ধাৰ দুনিয়াৰ বাদশ্বাহজনৰ মহল। দেৱালৰ সিপাৰে বাদশ্বাহৰ বহুত নৌকৰ, বহুত আজ্ঞাবহ মুখাপিন্ধা ভদ্ৰলোক, বহুত আন্ধাৰ দুনিয়াৰ ভয়াবহ লোক। দিনৰ পোহৰত আদৰ্শবান যেন লগা ভালেমান লোকৰ ৰাতি ইয়ালৈ আগমন হয়। মটৰৰ নম্বৰবোৰ টুকি থ'লেই ইয়াৰ সম্ভেদ পোৱা যাব।

ইয়াত ফোনৰ লাইন কেইটামান সুকীয়া। অবৈধভাৱে স্থাপন কৰোৱা। কাৰণ এই নতুন বাদশ্বাহজনৰ মানুহ দেশৰ ভালেমান ঠাইত বিস্তাৰিত হৈ আছে। সেইবোৰ মানুহৰ লগত গোপন যোগাযোগহে থাকিব লাগিব। এইবোৰ ব্যৱস্থা টেলিফোন বিনিময় কেন্দ্ৰৰ মানুহেই কৰি দিছে। আজিৰ যুগত অপ্ৰিয় সত্য এয়ে যে টকাৰে সকলো কিনিব পাৰি। কলিকতাৰ বড়াবজাৰত এনেকুৱা এষাৰ কথা আছেঃ "টকা দিলে ইয়াত শেহ ৰাতিও বাঘৰ পোৱালী আনি দিব পাৰোঁ, কেনেকৈ বুলি সুধিছা? বেছি টকা পালে চিৰিয়াখানাৰ পৰা বাঘৰ পোৱালী চুৰ কৰি আনিব পৰা চোৰ ওলাব। এই কলিকতাত নাই কি?"

এনে অবৈধ লাইনৰদ্বাৰা সংযুক্ত, ডাইৰেক্টৰীত নম্বৰ বিচাৰি নোপোৱা ফোনবোৰেৰে এই নতুন বাদশ্বাহজনে নিজৰ সাম্ৰাজ্যখন নিয়ন্ত্ৰিত কৰি থাকে — অলিখিত আইনেৰে।

এৱেঁ 'স্বনামধন্য' ইৰ্শ্বাদ খাঁ।

এই অট্টালিকাটোৰ এটা নাম সুন্দৰ গেইটটোৰ খুটা এটাৰ মাৰ্বল ফলি এখনত উৰ্দু আখৰত খোদাই কৰা আছেঃ মৌচম মঞ্জিল। নামটোত অভিৰুচিৰ

চিন আছে। নিশ্চয় এই নামৰ ৰচক ইৰ্শ্বাদ খাঁ নহয়। কোনোবা শ্বায়েৰী গোৱা লক্ষ্ণৌৱালা লক্ষ্ণৌৱালীৰ উৰ্বৰ মগজুৰ সৃষ্টি হ'ব পাৰে বুলি বহুতে কল্পনা কৰিব পাৰে। কিন্তু এই অনুমান ভুল। এই নাম কোনো বাইজীয়েও দিয়া নাই, উৰ্দু কবিয়েও দিয়া নাই। আশা কৰিব নোৱাৰা বিধৰ এক ৰমণীৰপৰাহে এনে এটা নাম ওলাইছিল। তাই আছিল কলিকতাৰ কেবেৰী নৰ্ত্তকী মমতাজ। অৱশ্যে দেহভঙ্গীৰে কামনাৰ ঢৌ তোলা আৰু নগ্ন হোৱাই যাৰ শিল্পী জীৱন আৰু যাৰ শৰীৰৰ প্ৰতি নিশাৰ আধা আলো আধা ছাঁত বহু বুভুক্ষু চকুৰ দৃষ্টিৰে বঞ্চিত, তেনে এক বহু-বল্লভাৰ পৰা এনে কাব্যিকতা সাধাৰণতে আশা কৰিব নোৱাৰি। এই মমতাজেই সেই সময়ত চফল ডেকা ইৰ্শ্বাদৰ দেহমন আচ্ছন্ন কৰি ৰাখিছিল। অকল এয়ে নহয়। তাইৰ ৰূপটোও ইৰ্শ্বাদে তাৰ ক'লা বেপাৰত খটুৱাইছিল। তাই স্বৰূপতে সুন্দৰী আছিল। ইৰ্শ্বাদক লৈ এক সুখ স্বপ্নৰ ইমাৰৎ সাজিবলৈ তাই বৰ হেঁপাহ কৰিছিল। কিন্তু এদিন দেখা গ'ল যে চৌৰঙ্গীৰ এটা পাঁচ তলাৰ অট্টালিকাৰ কিনাৰৰ ৰাস্তাত তাইৰ হাড়-চাড় ভাঙি লাণ্ডু যেন হৈ পৰা তাইৰ শটো। তাইক সেই ওখ অট্টালিকাটোৰ খিৰিকিয়েদি কোনোবাই দলিয়াই পেলাইছিল। পুলিচে তদন্ত কৰি তাইক আত্মহত্যা কৰাৰ প্ৰমাণ পাইছে বুলি কলিকতাবাসীয়ে বাতৰি কাকতৰ যোগেদি গম পালে। আচলতে পাতাল জীৱনত ঘটা এটা কাহিনী ইমান অজটিল নহয়। মমতাজক হত্যা কৰিলে ইৰ্শ্বাদ খাঁৰ প্ৰতিদ্বন্দ্বী নুৰদ্দিনে। নুৰদ্দিন ইৰ্শ্বাদৰ একালৰ গুৰুৱেই আছিল। সিয়েই শিকাইছিল, কেনেকৈ ৰাজনৈতিক নেতাৰ সহায়ত অবৈধ ব্যৱসায় চলাই যাব পাৰি। ক্ৰিকেট খেলুৱৈ এজনৰ নিচিনা ওখ আৰু আকৰ্ষনীয় দেহ সৌষ্ঠৱেৰে নুৰদ্দিন এটা 'নমস্য' ব্যক্তি। কলিকতা মহানগৰীৰ গোপন জগতখনত তাৰ বৰ নাম। সি এটা পঞ্চ তাৰকাযুক্ত হোটেলত সোমালে 'বিয়েৰাৰ'বোৰ মাত্ৰাধিক জমায়িক হৈ পৰে আৰু মেনেজাৰে নিজ আসনৰ পৰা উঠি আহি তাক সাদৰে। এই নুৰদ্দিনৰ উন্নতিৰ আঁতিগুৰি চমক লগা। পোনতে খিদিৰপুৰ ডকৰ কৰ্ম্মী আছিল। তাৰ পিচত তাৰ খিয়য়াৰ কৃপাত সি নিষিদ্ধ বিদেশী মালৰ ব্যৱসায় নিজৰ হাতলৈ আনিলে। এইদৰে তাৰ আন্ধাৰ জগত এখন গঢ় লৈ উঠিল। ৰাজনৈতিক ক্ষমতাও তাৰ মুখাপেক্ষী হ'ল। তাৰ জীৱনত নাৰীৰ প্ৰাচুৰ্য্য আন্ধাৰ জগতত এক কিম্বদন্তী। তথাপি তাৰ মমতাজলৈ আছিল অত্যাধিক লালসা আৰু মোহ। কিন্তু অজানিত কাৰণত তাইৰ

হৃদয়ে বিচাৰি পালে সঘনে কলিকতালৈ আহি থকা ইৰ্শ্বাদ খাঁক। নুৰুদ্দিনে এই কথা সহ্য কৰিব নোৱাৰিলে। এই কলঙ্কিত নায়কে ধৰা পৰিব নোৱাৰা উপায়েৰে এটা কলুষিত জীৱন শেষ কৰি দিলে। হয়তো সি তাইক মুক্তিয়েই দিলে।

মৌচম মঞ্জিল। মৌচম এটা আৰবী শব্দ। অৰ্থ হ'ল বতৰ। অসমৰ বতৰ বৈচিত্ৰময়, ক্ষণে ৰুষ্ট ক্ষণে তুষ্ট। এইখন অসমত এটা ঘৰৰ নামৰ তলত ইয়াৰ বতৰক সামৰা হৈছে। ই সঁচাকৈয়ে এক ভাৱোদ্দীপক সংযুক্তি। আনহাতেদি অসমৰ বতৰত প্ৰকৃতিৰ তাণ্ডৱ ৰূপ প্ৰকট হয় মৌচুমী বায়ুয়ে অনা ধুমুহা বৰষুণত। এই ফালৰপৰাও মৌচম মঞ্জিল এটা অপৰূপ নাম।

ইৰ্শ্বাদ খাঁৰ নাৰী আৰু অন্যান্য ভোগৰ সামগ্ৰী অপৰ্য্যাপ্ত। তথাপি কোনো কোনো অলস উজ্জ্বল সঙ্গহীন মুহূৰ্তত ইমান বছৰৰ মূৰতো তাৰ মমতাজলৈ মনত পৰে। তেতিয়া সি নিজকে নিজে কয় "কি নাম! মমতাজ! আহা, হা, কি চুৰৎ! একদম বেগম চাহেবা! আহা, হা, কি আইডিয়া! মৌচম মঞ্জিল!"

কেৱল এই সোঁৱৰণীয়েহে ইৰ্শ্বাদ খাঁৰ দৰে মানুহ এটাৰ যে মনত কিছু মনুষ্যত্ব আৰু কোমলতা আছে তাৰে এটা টিমিক টামাক প্ৰমাণ দাঙি ধৰে। তাৰ বাহিৰে অনবৰত লাভৰ বিবেচনাৰ দ্বাৰা পৰিচালিত অনুভূতিক প্ৰশ্ৰয় নিদিয়া, কৰ্তৃত্বৰ সুৰত কথা কোৱা মানুহটোৰ যে দেহ-মনৰ ফুলাম বসন্তৰ সোঁৱৰণে 'আহা হা' কৰিব পৰা এটা অনুভূতিৰ স্তৰ আছে বুলি কল্পনাই কৰিব নোৱাৰি।

ইৰ্শ্বাদ খাঁৰ উত্থানো চমকপ্ৰদ। দেউতাই এতিয়া নাও বান্ধি থকা এই ঘাটলৈকে একালত বৃটিছ কোম্পানীৰ ষ্টিমাৰ আহিছিল। ইয়াত ষ্টিমাৰ ৰৈছিল। অজস্ৰ মাল 'আনল'ড' হৈছিল। এখন ষ্টিমাৰৰ খানচেমা এটাৰ ল'ৰা আছিল ইৰ্শ্বাদ। বাপেকে তাক ষ্টিমাৰতে লৈ ফুৰিছিল। সি কান্ধত বাকচ এটা ওলোমাই লৈ তাত থকা বিড়ি, চিগাৰেট, পাণ আদি যাত্ৰীক বেচিছিল। এদিন হয়তো সিও খানচেমা, চাপ্ৰাচী বা খালাচী এটা হ'লহেঁতেন। কিন্তু এদিন তাৰ খানচেমা বাপেক চাজ্জিদ খাঁৰ হঠাতে ভেদ বমি হৈ মৃত্যু হোৱাত তাৰ সকলো আচনি চুৰমাৰ হৈ গ'ল। সি ভাবিলে যে বাপেক মৰাৰ পিছত তাক কোনেও সহায় কৰিবলৈ ইচ্ছা নকৰিব। তদুপৰি তাৰ ষ্টিমাৰ কোম্পানীত চাকৰি কৰাৰ ইচ্ছা নাছিল। ৰাতি বাৰ বজালৈকে কাম কৰি কৰি অৱশ হৈ দুগিলাচ সস্তীয়া মদ গিলি পুতেকক শুবৰ সময়ত প্ৰায়ে কৈছিল— "ইৰ্শ্বাদ, জিন্দেগীত কোনো নৌকৰী নকৰিবি। নৌকৰী

কৰা মানে পৰৰ গোলাম হোৱা। লাগে নৌকৰী ডাঙৰেই হওক। জিন্দেগীত কুৰ্তাৰ ৰকম নেথাকিবি, শ্বেৰৰ দৰে থাকিবি। ...... ."

তেতিয়া ইৰ্শাদৰ বয়স এঘাৰ। সি বাপেক চাজ্জিদ খাঁৰ কথাখিনিৰ মৰ্ম ভালকৈ উপলব্ধি কৰিব পাৰিছিল। সেয়েহে ষ্টিমাৰৰ ভিতৰখন তাৰ কাৰণে ৰংচঙ এটা যেনহে লাগিছিল।

ইৰ্শাদে সমতলেদি বৈ যোৱা ব্ৰহ্মপুত্ৰখনৰ প্ৰায়বোৰ ঘাটতেই জিৰাইছে। সি ঘাটবোৰৰ ওচৰৰ পৰিবেশ সম্পৰ্কেও যথেষ্ট জানে। এই আটাইবোৰ ঘাটৰ ভিতৰত এতিয়াৰ দেউতাইতৰ ঘাটলৈৰ প্ৰাকৃতিক দৃশ্য গুৱাহাটীৰ শুক্ৰেশ্বৰ ঘাটতকৈ তাৰ বেছি ভাল লাগে। তদুপৰি মোহনাঘাটৰ কাষৰীয়া এই ঘাটটোৰ ব্যৱসায়িক প্ৰাধান্যও বেছি আৰু মানুহৰ সমাগমো বেছি। সেইবাবে সি এই ঠাইতে থকাৰ সিদ্ধান্ত কৰিলে। ইয়াত সি এখন পাণৰ দোকান দিব। সি এনেদৰেই ব্যৱসায় আৰম্ভ কৰিব। তাৰ বাবে তাৰ অলপ মূলধনো আছিল। সি বাপেক চাজ্জিদ খাঁৰ টিনৰ চুটকেচত চাৰিশ তিনি টকা পাইছিল। মূলধনতকৈ তাক উন্নতিৰ ক্ষেত্ৰত উপকাৰ কৰিছিল আন এটা বস্তুৱে। সেয়ে হ'ল - নাও, ষ্টিমাৰ আদিক ভিত্তি কৰি চলি থকা ক'লা বেপাৰৰ জ্ঞান।

সি ষ্টিমাৰ ৰোৱা ঠাইৰ পৰা নিম্নতম দূৰত্বত থকা এজাৰ গছ এজোপাৰ তলত এটা চাংঘৰ সজালে। এইটো ঘৰৰ পাছফালে এচলীয়া কোঠা এটাও সংযুক্ত কৰি ল'লে। তাতে ৰন্ধা-বঢ়া কৰিব পৰা হ'ল, শুবও পৰা হ'ল।

আচৰিত কথা যে এনে নিমাষিত পাণৰ দোকান এখনেৰে আৰম্ভ কৰিয়েই সি আজিৰ ইৰ্শাদ খাঁ হব পাৰিলে। এনে চমকপ্ৰদ উন্নতিত সততা-নিষ্ঠাৰ স্থান নাই, অধ্যৱসায়ৰ স্থান নাই। স্থান আছে সাহসৰ, চাতুৰ্য্যৰ, নিষ্ঠুৰতাৰ আৰু দুৰন্ত অভিলাষৰ। তদুপৰি এঘাৰ বছৰতে ব্যৱসায় আৰম্ভ কৰাৰ কাৰণে আমাৰ ইৰ্শাদ নিৰক্ষৰ হৈয়ো নেথাকিল। এই ক্ষেত্ৰত তাক অৱশ্যে ভাগ্যই সহায় কৰিলে।

তাৰ বৰ ভাগ্য যে হীৰা বাইৰ তাৰ প্ৰতি মোহ জন্মিল। এই ব্ৰহ্মপুত্ৰৰ দাঁতিৰ পাঁচআলি অঞ্চলত হীৰা বাই বুলিলে আৰু বুলিবলৈ নাই। তাইৰ আচম্বিত আখ্যান নক'লে দেউতাইতৰ এই ঘাটটোৰ ওচৰৰ এই বিশেষ অঞ্চলটোৰ প্ৰকৃত স্বৰূপটোৱেই বাদ পৰি থাকিব।

হীৰা বাই। এই নামত একালত কিমান যে যাদু আছিল! তাৰ সাক্ষী দিব এই পাঁচআলিয়ে আৰু একেখন বৰনৈৰে মন উচাতন কৰা বতাহে। বাৰিষা নৈকাষৰীয়া এজাৰ ফুলে। বৰনৈৰ বগা পানী জিলিকোৱা পুৱা-আবেলিৰ কোমল সূৰুযে।

এই পাঁচআলিয়েদি যেতিয়া ছন্দায়িত নিতম্বৰে বতাহত ঢৌ তুলি হীৰা বায়ে খোজ পেলাইছিল, তাইৰ উদ্দাম যৌৱনে চৌপাশে গৌৰৱ ঘোষণা কৰিছিল। তাই পুৱা বা আবেলি কোমল ৰ'দত তিৰবিৰাই থকা এই ঘাটৰ বোঁৱতী পানীত সুসজ্জিত পানচৈ নাৱত যেতিয়া ৰাজপুত্ৰ যেন চেহেৰাৰ ধনপৎ সিঙৰ লগত খিল্ খিল্‌কৈ হাঁহি নৌকাবিহাৰ কৰিছিল, তেতিয়া পাৰত বাস কৰা মানুহৰ এনে ভাৱ হৈছিল যেন বৰনৈৰ বুকুলৈ কোনোবা অপ্সৰা নামি আহিছিল।

হীৰা বাই খাচ অসমীয়া আৰু ধনপৎ সিঙ উত্তৰ প্ৰদেশৰ পৰা অহা ঠিকাদাৰ। হীৰা বাই মুছলমান। ধনপৎ সিঙ বামুণ। সেইবোৰ বহুত কথা। হীৰা বাই আছিল নৃত্য পটিয়সী। তাইৰ চৰণৰ নুপূৰধ্বনিয়ে বহুতৰ হিয়া নচুৱাইছিল। ইফালে ধনপৎ সিঙে ধনৰ জৰিয়তে নুপূৰ-ধাৰিণী প্ৰিয়াৰ হিয়াত খলক তুলিব পাৰিছিল। সেইবোৰৰ গোটেইখিনি ক'বলৈ গ'লে এখন মহাভাৰত হ'ব।

নৈ-ঘাটত ঘূৰি ফুৰা আদহীয়া বয়সৰ হীৰা বাই আছিল তেতিয়াৰ হীৰা ৰহমান। চান্দ ৰহমানৰ বৰ জীয়াৰী।

চান্দ ৰহমানৰ ঘৰখন আগৰে পৰা চহকী। কিন্তু সেই টকা সি ৰাখিব নোৱাৰিলে। ঘৰত ঘৈণীয়েক আৰু দুজনী ছোৱালী। হীৰা আৰু আয়েসা। সিহঁতক শিক্ষা দিওঁতেও তাৰ বহুত টকা খৰচ। হীৰাই শিক্ষা পাইছিল নাচত আৰু আয়েসাই মাৰ্গ সঙ্গীতত। সিফালে ঘৈণীয়েক বেমাৰী। তাইৰ বেমাৰ বাটোতেও বহুত খৰচ। সিফালে নিজেও নবাবৰ কায়দাত থাকিব বিচাৰে। বিলাতী মদতহে তাৰ ৰুচি। মহাসমৰৰ পিছত ঠিকাৰ কাম কমে। চান্দ ৰহমানৰ বয়সো বাঢ়ে। এলাহ হয়। এতিয়া তাৰ উপাৰ্জন মাথোন দুটা ভাৰা ঘৰ।

চান্দ ৰহমান জাগতিক কাৰ্যলৈ নিৰ্বিকাৰ হৈ পৰে। চিকিৎসাৰ অভাৱত ঘৈণীয়েকৰ অসুখ বেছি হয়। শেষত তাই পক্ষাঘাত হৈ পৰি থাকিবলগীয়া হয়। এনে অৱস্থাত ৰূপহী ছোৱালী দুজনীয়ে নিজৰ ভৱিষ্যতলৈ নিজে চকু দিবলগীয়া হয়। নিজৰ সৌন্দৰ্য্য-সম্পদে সিঁহতৰ জীৱনলৈ প্লাৱন আনে। আয়েসা প্ৰণয়াবদ্ধ

হয় এটা সামৰিক বিভাগৰ এন. এচ. অ'ৰ লগত। সি হেনো আগ্ৰাৰ কোনোবা ভাল বংশৰ ল'ৰা। নাম তায়াবৃজী। তাই তাৰ লগত গুচি যায়। ইফালে প্ৰতাপী ঠিকাদাৰ ধনপৎ সিং এই চহৰৰে এটা বিচিত্ৰানুষ্ঠানৰ সন্ধিয়া হীৰা ৰহমানৰ দেহৰ ছন্দ আৰু চৰণৰ নুপূৰ-ধ্বনিত সন্মোহিত হয়। এয়ে আৰম্ভ। ধনপতৰ অৰ্থসংক্ৰান্ত উদাৰতাৰ ফলত হীৰা ৰহমানৰ ঘৰখন ঠন ধৰি উঠে। চান্দ ৰহমানে দামী হুইস্কি খাবলৈ পায়। হীৰাই মাকক ডাঙৰ ডাক্তৰক দেখুৱাব পৰা হয়। মাকে বেজী আৰু দৰৱপাতি পাই পক্ষাঘাত ৰোগৰ পৰা অলপ বাৰু পায়। তাই ভৰিখন চোচৰাই চোচৰাই বাৰাণ্ডাত বহিব পৰা হয়। মাক আৰু বাপেক চান্দ ৰহমানৰ শলাগ পাই নিতৌ সিঁহতৰ ঘৰলৈ অহা ধনপৎ সিং তেনেই ঘৰৰ ল'ৰা হৈ পৰে। মাজে মাজে সি ৰাতি থাকি যায়। তেতিয়া চান্দ ৰহমানে দুহিতাৰ প্ৰিয়জনৰ লগত একেলগে স্কচ্ হুইস্কি, চিকেন বিৰিয়ানী আদি খাবলৈ পায়। হীৰা-ধনপতৰ প্ৰণয় দিনে দিনে গাঢ় হৈ আহে। এই প্ৰণয়ৰ চমৎকাৰিত্বই চহৰৰ এই শান্ত, স্থবিৰ, নিস্প্ৰাণ অঞ্চলটো জগাই তোলে। এই চুবুৰীটোত যেন প্ৰভাত পখীৰ কূজনে, পুৱাৰ ৰ'দে আৰু দিনান্তৰ আন্ধাৰৰ অন্তৰঙ্গতাই নতুন অৰ্থ বহন কৰে।

এই প্ৰণয়ে ধৰ্মৰ ভিন্নতা নেমানে। ইয়াক অপৰিণামদৰ্শী বুলিও ক'ব নোৱাৰি। কাৰণ, ধনপতে কৰ্ট মেৰেইজ কৰাবলৈকো যো-জা চলায়।

ধনপৎ এই বয়সতে ডাঙৰ ঠিকাদাৰ। তাকো নলা আৰু মথাউৰি বিভাগত কাম কৰা ঠিকাদাৰ। তাৰ কাৰণে পইচা হাতৰ মলি। হীৰাৰ মতে তাইৰ কাৰণেই হেনো সি নিজৰ বাজালৈ নগৈ ইয়াতেই বসতি কৰিব কাৰণ সি তাইক বিয়া কৰাবলৈ হ'লে ঘৰৰপৰা বিচ্ছেদ হ'ব লাগিব। সি চৰকাৰী হাই স্কুলটোৰ ফালে এটা ঘৰো সাজিলে। এদিন সেই ঘৰত হীৰাৰ পৰিয়ালটোকো স্থাপন কৰিলে। সেই নতুন ঘৰটোত থকাৰ দিনৰেপৰা প্ৰায় চাৰিটা মাহ হীৰাৰ জীৱনৰ অতি উজ্জ্বল অধ্যায়। তেতিয়া ধনপৎ-হীৰাই ৰৰনৈত সু-সজ্জিত নাৱত ঘূৰে। তাকে দেখি পাৰৰ সাধাৰণ মানুহবোৰে ৰ লাগি লাগি চায়। সিহঁতে জীৱনৰ বৈচিত্ৰ বিচাৰি যায়— শ্বিলঙলৈ, দাৰ্জিলিঙলৈ, কলিকতালৈ।

কিন্তু হীৰাৰ জীৱনৰ এই সুখ ওপৰৰ নেদেখাজনে নসহিলে।

সেইদিনা আছিল মাৰ্চৰ একত্ৰিছ তাৰিখ। চৰকাৰৰ লগত টকা-পইচাৰ লেন-দেন সেইদিনা শেষ কৰিব লাগে। সেইদিনা প্ৰতি বছৰে অফিচবোৰ, ট্ৰেজাৰী

আৰু বেঙ্কবোৰ গোটেই নিশা চলি থাকে। ঠিকাদাৰবোৰৰ কাৰণে সেই দিনটো গুৰুত্বপূৰ্ণ।

সেইদিনাৰ একত্ৰিছ মাৰ্চত তিনিচুকীয়াৰদ্বাৰা কাৰ্য্যালয়ে পাছ কৰা বিলৰ প্ৰায় একলাখ টকা পাওঁতে ধনপতৰ ৰাতি প্ৰায় আঠটা বাজে। সেই টকা লৈ সি আহিব লাগিব ত্ৰিছ মাইল নিলগৰ তাৰ বাসস্থানলৈ। সেইটো কোনো বিপদৰ কথা নহয়। আগতেও এনেকৈ একত্ৰিছ মাৰ্চ নেলাগে আন দিনাও সি অদ্ভুদ অদ্ভুদ সময়ত 'কেচ' টকা আনে। তাৰ কোনো বিপদ হোৱা নাই। এইবাৰো বিপদৰ আশঙ্কা নাই। তাৰ বিলাতী মৰিচ নামৰ গাড়ীৰ ড্ৰাইভাৰ নবেন্দু কৰ বৰ সাহসী। তাৰ লগত তাৰ বিশ্বস্ত মহৰী গোলোক চেতিয়াও আছে।

সিহঁত চাবুৱা পাৰ হওঁতে প্ৰায় চাৰে নটা বাজিছিল। নবেন্দু কৰে খুব বেগেৰে গাড়ী চলাইছিল। প্ৰায়ে মদলৈ অৰুচি ভাৱ দেখুওৱা নবেন্দুৱে কিন্তু সেই ৰাতি মদ খাইছিল। কিন্তু চাবুৱা আৰু নাদুৱাৰ মাজত থকা উপপথ এটা পাওঁতেই তিনিটা মানুহে সিহঁতৰ বাট ভেটি ধৰিছিল। এনে পৰিস্থিতিত বিপদৰ সংকেত পাই ধনপত আৰু গোলোক চেতিয়াই একেলগে "চলাই লৈ যা" বুলি চিঞৰিছিল। পিছে নবেন্দুৱে গাড়ীৰ গতি কমোৱাৰ লগে লগে গুলিৰ শব্দ শুনা গৈছিল। ধনপতেও পিস্তল উলিয়াইছিল। কিন্তু তিনিটা দুৰ্ধষ ডকাইতৰ হাতত ইতিমধ্যে চকাৰ পাম যোৱাত বৈ যোৱা জীপখনত থকা ধনপতহঁত তেনেই শ'লঠেকত পৰিছিল। ধনপতে মৃত্যু বৰণ কৰিছিল। গোলোক চেতীয়া পিছদিনা হস্পিতেলত মৰিছিল। নবেন্দু হেনো পলাইছিল। গোটেই কাণ্ডটো পাঁচ মিনিটৰ ভিতৰত ঘটিছিল। দহ মিনিটমানৰ পিছতহে ট্ৰাক এখনে মৃত ধনপত আৰু মৃতপ্ৰায় গোলোক চেতিয়াক পাইছিল। ডকাইত তিনিটাই টকাৰ মোনাটো লৈ দুখন মটৰ চাইকেলেৰে পলাইছিল। পিছতহে গম পোৱা গৈছিল যে এই লোমহৰ্ষক ডকাইতিত ড্ৰাইভাৰ নবেন্দু কৰ যোগ আছিল।

হীৰা ৰহমানৰ শোক হেনো বৰ্ণনাতীত আছিল। কেইদিনমানলৈ হেনো তাইৰ বিননি শুনি বাটৰুৱাৰো চকু চলচলীয়া হৈছিল। ধনপৎ সিঙৰ সন্মানৰ চিনস্বৰূপে পিছদিনা পাৰ্টআলি আৰু নতুন বজাৰৰ বজাৰ-সমাৰবোৰ বন্ধ আছিল।

ধনপতৰ মাক আৰু ককায়েক উত্তৰ প্ৰদেশৰপৰা আহিছিল। ইতিমধ্যে নগৰৰ মৰিশালীত ধনপতৰ শ দাহ কৰা হৈছিল। মাক আৰু ককায়েকে চান্দ

ৰহমান আৰু হীৰাক দেখি ধন্যবাদ হে দিছিল --- পৰ ঠাইত তাক আপোন বুলি ভবাৰ কাৰণে।

ঘৰটো হীৰাহঁতৰে হৈছিল।

তাৰ পিছত সময়ে প্ৰেম, শোক আৰু সোঁৱৰণৰ গাঢ় ৰং শেতা কৰিলে। চান্দ ৰহমান বেছি বুঢ়া হ'ল আৰু সি বেছিকৈ মদ খাবলৈ ললে। হীৰাৰ মাক মৰিল। সময়ে আৰু উদণ্ড যৌৱনে তাইৰ সম্ভ্ৰম আৰু চেতনাৰ ধাৰক ভোটা কৰিলে।

কামনাৰ আবেদনেৰে পুষ্ট যৌৱন-গৰবিনী হীৰা ৰহমান হ'ল বাৰ বিলাসিনী। তাইৰ জীৱনলৈ আকৌ প্ৰাচুৰ্য্য আৰু আত্মক্ষয়ী আনন্দ ভোগৰ সামগ্ৰীবোৰ ঘূৰি আহিল।

এনে বিনোদিনীৰ এটা নিজস্ব পৰ্য্যায়কাল থাকে। এটা সম্পূৰ্ণ জীৱনৰ তুলনাত এই সময়খিনি নিতান্ত চুটি। মাথোন পূৰ্ণ যৌৱনৰ পৰা সময়ে যৌৱনক ক্ষমা নকৰাৰ দুই-এটা চিন দেখা দিয়ালৈকেহে সিহঁতৰ সময়।

হীৰাৰ সেই সময়চোৱা পাৰ হৈ গ'ল। তাইৰ জিলমিল চকুলৈ ক্লান্তি নামি আহিল। সুন্দৰ দেহৰেখাত এতিয়া মেদৰ প্ৰলেপ।

হীৰা বাই নামৰ ঘাটৰ দাঁতিত ঘূৰি ফুৰা আদহীয়া তিৰোতা জনীয়েই সেই উপকথাৰ পৰী যেন হীৰা ৰহমান।

এয়া বৃটিছৰ দিনৰ কথা। দ্বিতীয় মহাসমৰৰ বহু আগৰ কথা।

বৃটিছ কোম্পানীৰ ষ্টিমাৰ ৰোৱা ঘাটত এতিয়া হীৰা বাইৰ নতুন ৰূপ। তাই দিনটোত দুবাৰ ঘাটলৈ আহে। তাইৰ পাছে পাছে তোষামোদকাৰীৰ দল এটা থাকে। তাইৰ দেহৰ আকৰ্ষণীয় শক্তি এতিয়াও হেৰাই যোৱা নাই। এতিয়াও তাইৰ চকুৱে কথা কয়। তাই আদহীয়া বয়সতো শৰীৰটো ভালকৈ ৰাখিব পাৰিছে।

ঘাটত কাম কৰা সৰু সৰু মানুহবোৰৰ সদায় টকা পইচাৰ অভাৱ থাকেই। সিহঁতৰ আৰু সৰু সৰু দোকানবোৰক হীৰা বায়ে টকা ধাৰ দিয়ে। এতিয়া তাইৰ আকৰ্ষণীয় শক্তিত ভোল গ'ল — ঘাটৰ কুলিবোৰৰ চৰ্দাৰ ৰঘুবীৰ। সেই বাবে ধাৰৰ টকাবোৰ আদায় কৰাৰ বাবেও তাইৰ বৰ সুবিধা হ'ল। ৰঘুবীৰে তাইৰ লগতে থাকিবলৈ ল'লে। হীৰা বায়ে বৰ আশা কৰিছিল যে তাইৰ এটা সন্তান

হওক। কিন্তু দেখাত আকৰ্ষণীয় হৈ থকা সত্ত্বেও তাইক বয়সে প্ৰতিশোধ ল'লে। তাইৰ দেহে মাতৃ হোৱাৰ ক্ষমতা হেৰুৱালে। মেডিকেল স্কুলৰ লেডি ডাক্তৰ মেটিল্ডাই এই ৰায় দিলে।

এনে সময়তে গছৰ তলত চাং পাতি বিড়ি চিগাৰেট বেচা ইৰ্শ্বাদক তাইৰ চকুত পৰিল! সুন্দৰ লোদোৰ পোদোৰ ল'ৰাটো দেখি তাইৰ মোহ জাগিল। তাইৰ মনলৈ মাতৃত্বৰ ভাব আহিল। তাই তাক পোনতে বহুত আদৰ সাদৰ কৰিলে। বহুত ফুচুলালে। চতুৰ ইৰ্শ্বাদে বুজি পালে যে এই আদৰ সাদৰত স্বাৰ্থ বা কৃত্ৰিমতা নাই। সিয়ো হীৰা বাইক মাতৃৰূপে গ্ৰহণ কৰিলে। সি আৰু বিড়ি চিগাৰেটৰ দোকান দিবলগীয়া নহ'ল। হীৰা বায়ে তাক স্কুলত দিলে। সি দেওবাৰেহে তাৰ 'আম্মা'ৰ লগত ঘাটলৈ আহি থাকিল। হীৰা বাইক তাৰ যিমান পছন্দ চৰ্দাৰ ৰঘুবীৰক তাৰ তাতকৈ বেছি পছন্দ। কাৰণ সি ষ্টিমাৰতে ডাঙৰ হোৱা ল'ৰা। সেই বাবে ষ্টিমাৰ ঘাটৰ লগত জড়িত মানুহ তাৰ বেছি আপোন। বিড়ি চিগাৰেটৰ দোকান দিবৰ বাবে ঠাই ডোখৰ ৰঘুবীৰেই তাক পোনতে দেখুৱাই দিছিল। বাপেক চাজ্জিদ খাঁৰ লগতো ৰঘুবীৰৰ ভাল আছিল।

ইৰ্শ্বাদৰ স্কুলতকৈ ঘাটটোলৈহে আকৰ্ষণ বেছি আছিল। মাজে মাজে স্কুলৰ পৰা পলাই আহিও ঘাটৰ কুলিবোৰ, মুড়ি, চিৰা বেচা দেছুৱালী তিৰোতাবোৰ আৰু নিষিদ্ধ কাম কৰি ফুৰা তাৰ বয়সৰ ল'ৰাবোৰৰ লগত সি আড্ডা মাৰিছিল। গ্ৰীষ্ম বন্ধৰ দিনবোৰ সি প্ৰায় ঘাটতেই কটাইছিল।

তাৰ পঢ়া শুনাত মন নাছিল কাৰণে পাঠবোৰ দিনে দিনে কঠিন হৈ আহিবলৈ ধৰিলে। সি পঢ়া এৰি দিলে। সি পিলিঙা ডেকা হ'ল। সি গম পালে যে হীৰা বাই আৰু ৰঘুবীৰৰ বহুত টকা আছে। এই টকা উপাৰ্জন কৰাৰ উৎস বেলেগ। ব্লেক মাৰ্কেটিং।

ভাৰতৰ মানুহক সুস্থ সবল কৰি তুলিবৰ বাবে বৃটিছে দেশ এৰি যোৱাৰ কিছু আগৰপৰা কানি-ভাং খোৱাটো নিষিদ্ধ কৰি দিয়া নাছিল। গান্ধীৰ ভলণ্টিয়াৰৰ সত্যাগ্ৰহৰ প্ৰকোপত পৰিহে এনে কাম কৰিছিল। ইয়াৰ ফলতেই এইবোৰৰ চোৰাং কাৰবাৰৰ খুব প্ৰচলন হৈছিল। তেতিয়া ৰাস্তা কম আছিল আৰু বেয়াও আছিল। সেই অনুপাতে যানবাহনো প্ৰায় নাছিলেই বুলি ক'ব পাৰি। গতিকে নদীবোৰে

যাতায়তৰ সুবিধা দিছিল। ৰেল আৰু ষ্টিমাৰৰ প্ৰাধান্য সমান আছিল আৰু ব্ৰহ্মপুত্ৰৰ ঘাটবোৰ এতিয়াৰ ব্যস্ত ৰেল ষ্টেচন বোৰৰ দৰে কৰ্ম চঞ্চল আছিল। ডিব্ৰুগড়, গুৱাহাটী আৰু ধুবুৰী প্ৰধান ব্যৱসায় কেন্দ্ৰ হিচাবে লোৱাৰ মূলতে হ'ল বৃটিছ ষ্টিমাৰ কোম্পানীবোৰৰ যোগেদি প্ৰচুৰ বয়বস্তুৰ পৰিবহন।

লগতে এই পৰিবহন ব্যৱস্থাই চোৰাং কাৰবাৰৰ সুবিধা দিছিল। ষ্টিমাৰ কোম্পানীত কাম কৰা মানুহ, কুলি, চৰ্দাৰ, মহাজন, পুলিচ আদিকে ধৰি দুষ্ট চক্ৰটোৰ যোগেদি কেনেকৈ মোনে মোনে কানিয়ে হাত সলাইছিল, এই বিষয়ে আবকাৰী বিভাগৰ মানুহতকৈ ইৰ্শ্বাদেহে বেছি কথা জানিছিল। কাৰণ পাঁচআলি ঘাটৰ এই দুষ্ট চক্ৰটোক ৰঘুবীৰ আৰু হীৰা বায়েহে নিয়ন্ত্ৰিত কৰিছিল। সিহঁতে অবাধে এই কাম চলাই যাব পাৰিছিল। খুব কম সময়ৰ ভিতৰতে বহুত টকাৰ মালিক হোৱাৰ কাৰণে আৰু জীৱন ধাৰণৰ মানদণ্ড আশাতীত ভাৱে উন্নত হোৱা বাবে আৱকাৰী বিভাগৰ সাধাৰণ কৰ্মচাৰীবোৰে ৰঘুবীৰ আৰু হীৰা বাইৰ কাষকে চাপিব পৰা নাছিল। ৰঘুবীৰে ঘাটত চৰ্দাৰগিৰি কৰিছিল কিন্তু আগৰ চৰ্দাৰৰ কাম এৰিছিল।

হীৰা-ৰঘুবীৰৰ সংসাৰ খন ৰং আৰু সুৰভিৰে স্বপ্নময় হৈ পৰিছিল। সিহঁতৰ আশা-ভৰসাৰ থল আছিল ইৰ্শ্বাদ। সমগ্ৰ চহৰতে সিহঁতৰ নৱলব্ধ ঐশ্বৰ্য্যৰ বাতৰি বিয়পিছিল। ৰঘুবীৰে সুকীয়াকৈ ধুম-ধুপালকৈ দুৰ্গাপূজা আৰু কালীপূজা পাতিছিল। তেতিয়া সিহঁতে আগ্ৰা-লক্ষ্ণৌৰপৰা অনা জনাজাত বাঈজী-খেমতাৱালীয়ে চহৰৰ বায়ুত উন্মাদনা বিয়পাইছিল। এইদৰে হীৰা-ৰঘুবীৰে মুঠিয়ে মুঠিয়ে ধন খৰচ কৰিছিল। মানুহে বাঃ বাঃ দি কৈছিল, "এনে দিলদাৰ মেলা আৰু ক'ত দেখিম?"

হীৰা ৰঘুবীৰৰ মনত ধৰ্মান্ধতাৰ স্থান নাই। সিহঁতে প্ৰতিটো শুকুৰবাৰে গৰীবক খোলা হাতে দান দিছিল। ষ্টিমাৰ ঘাটৰ ৰোজা ৰখা মুছলমান কুলি কেইটাক ৰঘুবীৰে কৈছিল, "তহঁতে দুখৰ কাম কৰ। পৰাপক্ষত ৰোজা নৰখাই ভাল। ৰোজা ৰখা কেইটাই ৰোজ ৰোজ মোৰ তাত ৰোজা ভাঙিবিহি।" সিহঁতে ঈদত দিয়া খানাবোৰ সকলোৰে মুখে মুখে হৈছিল। অকল এয়ে নহয়। ঈদৰ সময়ত সিহঁতে কাৱালী আৰু গজলৰ মজ্‌লিচো পাতিছিল। লক্ষ্ণৌ আৰু হায়দৰাবাদৰপৰা গায়ক-গায়িকা অনাইছিল।

ঈৰ্শাদ খাঁৰ কৈশোৰ সেই নানাৰঙী দিনবোৰৰ মাজত পাৰ হৈছিল আৰু সি লগে লগে লাভ কৰিছিল শীঘ্রে অগাধ ধন সম্পত্তিৰ অধিকাৰী হোৱাৰ গুপ্ত মন্ত্র। তাৰ এটা ধাৰণা সৰুতেই বদ্ধমূল হৈছিল যে জীৱনৰ পৰম বন্ধু হ'ল ধন আৰু ইয়াৰ যোগেদি সকলো বিপৰ্য্যয়ৰ পৰা হাত সাৰিব পাৰি। সি জানিলে যে তাৰ আম্মাহঁতৰ গোপন কাৰবাৰ আবকাৰী বিভাগে সমূলি বন্ধ কৰিব নোৱাৰিলেও যথেষ্ট কমাব পাৰে। কিন্তু মণিকাঞ্চনৰ চিকমিকনিত এনে এটা সন্মোহনী শক্তি আছে যে ই সকলোকে বশ কৰিব পাৰে। সি জানিছিল যে আবকাৰী বিভাগৰ মানুহে মাজে মাজে কানি-ভাং আদি ধৰে, — চৰকাৰৰ চকুত ধূলি দিবলৈহে। আচলতে আবকাৰী বিভাগৰ মানুহবোৰ তাৰ আম্মাহঁতে উদাৰভাৱে দিয়া উৎকোচৰ বশ। আবকাৰী বিভাগটোত কেইটামান দুৰ্নীতিগ্ৰস্ত বিষয়া থকা কাৰণে তাৰ আম্মাহঁতৰ কানিৰ কাৰবাৰ কৰাত বহু সুবিধাহে হৈছে।

কিন্তু সকলোৰে দিন সমানে নেযায়। এই ব্যৱসায় চলি থকাৰ কাৰণে গান্ধীৰ ভলণ্টিয়াৰবোৰে হেনো ৰজাঘৰত হুলস্থুল লগাই দিয়ে। ফলস্বৰূপে হীৰা-ৰঘুবীৰে তুষ্ট ৰখা আবকাৰী বিষয়াৰ দলটো বদলি হয়। নতুনকৈ কাৰ্য্যভাৰ গ্ৰহণ কৰা আবকাৰী অধীক্ষকজনে ৰঘুবীৰৰ ঘৰ খানাতালাচ কৰে। কিন্তু একো বস্তু নেপায়। কিন্তু ৰঘুবীৰৰ 'কেৰিয়াৰ' হিচাপে কাম কৰা দুটা মানুহে ছমাহমান জেল ভাত খাবলগীয়া হয়। কিন্তু অধীক্ষকজনৰ দিনতে গান্ধীৰ ভলণ্টিয়াৰবোৰৰ অভিযোগবোৰ টাপ মৰাৰ পিছত আন এটা চোৰাং কাৰবাৰীৰ দলে গা কৰি উঠে। সিহঁতৰ লগত ৰঘুবীৰৰ দলৰ সংঘৰ্ষ হয়। ৰঘুবীৰে ভাবে যে তাৰ কৌশল সলনি কৰিবৰ সময় হৈছে। সিহঁতে চোৰাং কাৰবাৰকে একমাত্ৰ নিৰ্ভৰ কৰি চলাটো ঠিক হোৱা নাই বুলি ভাবে। সেই সময়তে এতিয়া মৌচম মঞ্জিল থকা মাটিখিনি সিহঁতে কিনি লয়। হীৰা-ৰঘুবীৰে হাতত থকা ধনেৰে এটা তেলৰ কল আৰু ডুমডুমাৰ ফালে দুটা কাঠৰ কল পতাৰ আঁচনি লয়। এতিয়া ঈৰ্শাদৰ ডুমডুমাত দুটা কাঠৰ কল আৰু মাকুমত এটা ধানকল আৰু এটা তেলৰ কল আছে। কিন্তু এইবোৰ ঈৰ্শাদে পিছত অৰ্জা বস্তুহে। ৰঘুবীৰে মাকুমত তেলৰ কল বহুৱাবলৈ চাই-চিতি থকাৰ সময়তে এদিন আবেলি দূৰৈৰপৰা লক্ষ্য কৰি মৰা এটা গুলীত ৰঘুবীৰ নিহত হয়। সি যে শত্ৰুপক্ষৰ গুলীত নিহত হৈছে এই কথা হীৰাৰ বুজিবলৈ বাকী নেথাকে। ঈৰ্শাদ চফল ডেকা। ইৰ্শাদ আৰু হীৰা বাইৰ অন্তৰত প্ৰতিশোধৰ

অগনি জ্বলে। কিন্তু এই প্ৰতিশোধ ইৰ্শ্বাদে অকলেহে লবলগীয়া হয়। কাৰণ ৰঘুবীৰৰ হত্যাৰ তিনি মাহৰ পিছত হীৰা বাইৰ মৃত্যু ঘটে। এই মৃত্যুও পাতাল জীৱনৰ অন্য এক কৰুণ কাহিনী।

ভৰ যোৱান কালত ধনপত সিং হীৰাৰ বুকু উদং কৰি অজান দেশলৈ গুচি গ'ল। পিছত ভাটী বয়সত যিটো মানুহে তাইৰ জীৱনলৈ আনি দিছিল সংযত দ্বিতীয়বিধ প্ৰেম আৰু ভৱিষ্যতৰ এখন ৰঙীন ছবি, এতিয়া সেই মানুহটোও তাইৰ হৃদয় শূন্য কৰি গুচি গ'ল। কিন্তু এইবাৰ তাই আগৰ দৰে ব্যাকুল নহয়। কাৰণ খহনীয়া আৰম্ভ হলেই আৰু এতিয়া তাইৰ আছে — যথেষ্ট টকা আৰু আশাৰ মাণিক স্বৰূপ চফল ডেকা ইৰ্শ্বাদ।

ৰঘুবীৰৰ হত্যাৰ সাদিনৰ পিছৰেপৰা হীৰা বাইৰ মূৰটো আচন্দ্ৰাই কৰি থকা হ'ল। বমিও হবলৈ ধৰিলে। পাঁচআলি ঘাটৰ নাগিনা মুচিয়াৰৰ ঘৈণীয়েক জানকী আকৌ এই ঘাটৰ আটাইবোৰ তিৰোতাক গৰ্ভৱতী হ'লে আঁজ মাৰে। হীৰা বায়ে তাইক মতাই পঠিয়ালে। লক্ষণবোৰ দেখি জানকীয়ে ক'লে, --"বৰ ভাল কথা। বহুত বকচিচ দিব লাগিব। গৰ্ভ হৈছে।"

কথাটোত হীৰা বাইৰ বিশ্বাস হ'ল। তাই জানকীক দহটা টকা দিলে। জানকী যোৱাৰ পিছত তাই অকলে হুৱাও ৰাওকৈ কান্দিলে। তাই জানে যে তাইৰ জীৱনলৈ ৰঘুবীৰ অহাৰ পিছত তাইৰ মন উজলি উঠাৰ লগে লগে দেহটোও সলনি হ'বলৈ বিচাৰিলে। লেডি ডাক্তৰ মেটিন্ডাই তাইক চাবৰ সময়ত তাইৰ উদৰৰ জনম দিয়া উপকৰণ কেইটা নিস্ক্ৰিয় আছিল। মাহেকীয়া ঋতু নহৈছিল। তাৰ পিছত কিন্তু গাভৰুৰ দৰে মন এটা পোৱা কাৰণেই নাইবা ৰঘুবীৰৰ সান্নিধ্যই পুৰণি বাসনা জগাই তোলাৰ কাৰণেই হয়তো প্ৰকৃতি তাইৰ প্ৰতি সদয় হৈছিল। মাহেকীয়া ঋতুৱে তাইক নাৰীত্বৰ মহিমা দিছিল। কিন্তু অদৃষ্টৰ কি পৰিহাস যে তাইৰ সন্তান সম্ভৱা হোৱাৰ লক্ষণে দেখা দিলে ৰঘুবীৰক কালে হৰি নিয়াৰ পিছতহে।

হীৰা বাইৰ বাস্তৱ বুদ্ধি প্ৰচুৰ আৰু বাস্তৱৰ লগত মুখামুখি হোৱাৰ সহসো অসামান্য। তাই ভাবিলে কথাটো লুকুৱাই ৰখা উচিত নহয় আৰু সন্তানটো নষ্ট কৰাৰ প্ৰশ্নই নুঠে। তাই সেইদিনাই ইৰ্শ্বাদক ক'লে, "তই এতিয়া ডেকা হৈছ।

তই কথাটো বুজি পাবি। সেই কাৰণেই তোক মাতি আনি কথাটো ক'বলৈ মই লাজ পোৱা নাই। দেখাত সাধাৰণ হলেও আচলতে কথাটো গহীনেই। চব আল্লাৰ খিয়াল। মোক যদি এজোপা গছ বুলি ভাব, সেইজোপা গছত মই আবতৰীয়া বেঙেনা ভাৰ বব খুজিছোঁ। আৰু দুমাহৰ পিছত মই এনেকৈ ঘূৰি ফুৰিব নোৱাৰিম। দেহায়ো নসহিব, দেখাতো কথাটো বেয়া হ'ব। গতিকে তয়ে মানুহবোৰৰ চাৰ্জ ল'বি। অসমৰ ক'ত ক'ত আমাৰ মানুহ আছে, তই জানই। সিফালে মিলবোৰ সজাৰ কাম চলি থাকিব লাগিব।"

ইৰ্শ্বাদে সকলো শুনি থাকিল। সি একো নেমাতিলে। হীৰা বায়ে আকৌ ক'লে, "চোৰাংচোৱা ৰাখিবি। আমাৰ মানুহ সিফালে যোৱাৰ গম পালে খতম কৰি দিবি। আৰু এটা কথা। আব্দুল্লাৰ ওপৰত চকু ৰখা হৈছেতো?"

আব্দুল্লা হ'ল শত্ৰু পক্ষৰ দলপতি। তাৰ মানুহেই ৰঘুবীৰক গুলীয়াইছিল। ইৰ্শ্বাদইঁতে ব্যক্তিগতভাৱে চোৰাং-চোৱা লগাই এই কথা জানি ল'লে। এতিয়া আব্দুল্লা কেতিয়া ক'লৈ যায় এই বিষয়ে ইৰ্শ্বাদৰ হাতত পুঙ্খানুপুঙ্খ তালিকা আছে। সি হীৰা বাইক তাকে ক'লে। তাই শুনি আশ্বস্ত হৈ পুনৰ ক'লে, "মনত ৰাখিবি, ইৰ্শ্বাদ, যিদিনাই বদ্‌লা লবলৈ পাহৰি যাবি, সেইদিনাই ৰঘুবীৰে কষ্টেৰে পতা আমাৰ ৰাজ্যখন খহি জহি যাব। অ' আচল কথাটোৱেই কোৱা হোৱা নাই। ইয়াত আজিৰেপৰা চাৰিটা গাৰ্ড থাকিব লাগিব।"

এইদৰেই ইৰ্শ্বাদ খাঁৰ লোকচক্ষুৰ অন্তৰালৰ অপৰাধীৰ জগতখনৰ লগত পৰিচিত হয়। সি এই জগতখনক তাৰ নিয়ন্ত্ৰণাধীন কৰি ৰখাৰো যোগ্যতা অৰ্জন কৰে। এতিয়া মাত্ৰ তাৰ একমাত্ৰ চিন্তা হ'ল আন এটা আন্ধাৰৰ ৰজা আব্দুল্লাক খতম কৰি দিয়া।

ইফালে হীৰা বাইক গৰ্ভস্থ শিশুৱে আমনি দি থকা হ'ল। লেডি ডাক্তৰ মেটিল্ডা এবাৰকৈ আহি তাইক পৰীক্ষা কৰি থকা হল। তাইক পুষ্টিকৰ আহাৰ খোৱাৰ উপদেশ দিলে। গাত জোৰ আহিবৰ বাবে বড়ি খাবলৈ দিলে। কিন্তু প্ৰকৃতিৰ বিৰুদ্ধে গৈ জয়ী হোৱা ইমান সহজ কথা নহয়। এদিন পুৱাতে হীৰা বাইৰ আগতীয়াকৈ প্ৰসৱ বেদনা আৰম্ভ হ'ল। ততাতৈয়াকৈ বেৰি হোৱাইট মেডিকেল স্কুলৰ হস্পিটেললৈ লৈ যোৱা হল। কিন্তু তাত আচল সকলো ব্যৱস্থা খটুওৱা সত্বেও একো লাভ নহ'লে। চল্লিছ বছৰৰ পিছত গৰ্ভ ধাৰণ কৰিলে এনে

অৱস্থাই হয়। হীৰা বায়ে মাজ নিশা এটা কম ওজনৰ বিকৃত মৃত সন্তানৰ জন্ম দি চকু মুদিলে।

সেই তাৰিখটো আছিল মনত থকা বিধৰ। ১৯৪৬ চনৰ ১৪ আগষ্টৰ মাজনিশা। এৰা, ঠিক তাৰ এবছৰৰ পিছত এনে এটা মাজ নিশা জৱাহৰলালে দিল্লীৰ লালকেল্লাৰপৰা ভাৰতৰ জনগণক 'নিয়তিৰ লগত মিলন-সংকেত'ৰ কথা কৈছিল।

গান্ধীৰ অহিংস নীতিৰে স্বাধীনতা পোৱা হ'ল বুলি চাৰিওফালে ঢাক ঢোল বজোৱা হল যদিও দ্বিখণ্ডিত ভাৰত মাতাই যন্ত্ৰণাতে চিঞৰিলে। হিংস্ৰ নীতিৰে স্বাধীনতা পোৱাহেঁতেন যিমানখিনি লোক শ্বহীদ হলহেঁতেন পেটেল-জৱাহৰলাল-জিন্নাৰ বুঢ়া কালৰ অভিলাষ পূৰণ কৰিবৰ কাৰণে ভাৰত দ্বিখণ্ডিত হোৱাৰ হেতু তাতকৈ বহুত গুণে বেছি মানুহ সাম্প্ৰদায়িক ৰোষৰ বলি হ'ল।

অহিংস নীতিৰে স্বৰাজ পোৱা গ'ল বাবে ইয়াত ৰাম ৰাজ্য হোৱাৰ কথা। এয়াই আছিল বাতৰি কাকত আৰু আকাশবাণীৰ জৰিয়তে নেতাসকলৰ প্ৰতিশ্ৰুতি। স্বাধীন ভাৰতৰ প্ৰথম প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহৰুৱে ক'লে — চোৰাং বেপাৰীক তৎ মুহূৰ্তে পোৱা বিজুলী বাতিৰ খুটাত ফাঁচী দিব লাগে। ইয়াকে শুনি উপকূলস্থ চোৰাং বেপাৰীবোৰে বম্বেত, কলিকতাৰ গাৰ্ডেন ৰিচত, শিলিগুৰিত আৰু আন অসংখ্য ঠাইত মদৰ টেবুলত একত্ৰিত হৈ চাগৈ পাৰেমানে হাঁহিলে। চোৰাং বেপাৰীবোৰে অৰ্থনীতিৰ তত্ত্ব, সমাজ আৰু কৃষ্টি সংস্কৃতিৰ কথা নেজানিব পাৰে। সিহঁতক নেতাসকলে ফুচুলুওৱা বৰ টান। কাৰণ সিহঁত হ'ল যুগৰ জটিলতাৰ সৃষ্টি আৰু সিহঁতে এটা কথা বুদ্ধিজীৱীসকলতকৈ ভালকৈ জানে যে মানুহৰ প্ৰকৃতি আৰু প্ৰবৃত্তিৰ আদি কালৰেপৰা বিশেষ পৰিবৰ্তন হোৱা নাই। সেই বাবে গান্ধী ৰাজ্য বা ৰামৰাজ্য প্ৰতিষ্ঠা হব বুলি সিহঁতে নিজৰ কাম ঢিলাই দিয়া নাই।

নতুন আমোলত হেনো ক'লা টকা অৰ্জাৰ বেছি সুচলহে ওলাইছে। নৈতিকতাৰ ক্ৰমাগত পতন আৰু ভণ্ডামিৰ অবিৰত উত্থানে আন্ধাৰ জগতৰ মানুহবোৰক যথেষ্ট সুবিধা দিছে। তাকে আন্ধাৰৰ ৰজাবোৰৰ বুজিবলৈ খুব কম সময়হে লাগিল। ইৰ্শ্বাদ খাঁও সেই একে ধাতুৰে গঢ়া মানুহ। সি ভাবি পালে যে সিহঁতৰ 'ৰামৰাজ্যখন' লাহে লাহে শক্তিশালী হৈ আহিছে। সি দুখেৰে ৰঘুবীৰ আৰু হীৰা 'আম্মাৰ' কথা সুঁৱৰিলে। চাহাবৰ দিন আছিল কাৰণেই তেওঁলোকে

খুব বুদ্ধি খটুৱাবলগীয়া হৈছিল আৰু কষ্টও কৰিবলগীয়া হৈছিল। কিন্তু দেশী শাসকে চোৰাং বেপাৰীক যথেষ্ট ‘কনচেচন ’ দিছে। এতিয়া চব টকাৰ খেলা। নীতিতকৈ, চৰিত্ৰতকৈ, ব্যক্তিত্বতকৈ আৰু গুণতকৈ এতিয়া টকাৰ মূল্য বহুত বেছি। ইয়ে হ'ল গান্ধীৰ সপোনৰ ভাৰতবৰ্ষৰ বৃহৎ প্ৰহসনমূলক সত্য।

মানুহৰ, নেতাৰ আৰু শাসকবৰ্গৰ সাৰপানী পাই ১৯৪৭ চনৰ পিছৰ প্ৰকৃত পৰাধীন ভাৰতবৰ্ষৰ নাগৰিক ইৰ্শ্বাদ খাঁই দোপত দোপে উন্নতি কৰিবলৈ ধৰিলে। ইৰ্শ্বাদে তাৰ চোৰাং কাৰবাৰৰ লগত জড়িত মানুহখিনি ৰঘুবীৰ আৰু হীৰা নথকাৰ কাৰণে আগৰ দৰে চলেনে নচলে পোনতে চাই ল'লে। তাৰ পক্ষৰ মানুহৰ মাজত তিনিটাই গোপনে আব্দুলাৰ লগত হলিগলি কৰাৰ সি সন্দেহ পাই গ'ল। তাকে জানি এই পৰ্যন্ত উৎকণ্ঠহীনভাৱে আৰু বিলাস আৰামেৰে ডাঙৰ হোৱা ইৰ্শ্বাদ খাঁ জ্বলি পকি উঠিল। সি অতিশয় নিষ্ঠুৰ হৈ পৰিল। তাৰ চকুৰ আগত ৰঘুবীৰ আৰু তাৰ মাতৃস্বৰূপা হীৰাৰ ছবি ভাগি উঠিল। তাৰ ভাব হ'ল, সিহঁতে যেন তাক হুকুম দিছে। তাৰ দেহৰক্ষী মানুহকেইটাক খুব সাধাৰণ কথা এটা কোৱাৰ দৰে ক'লে, “মোৰ লগত তহঁতৰ যিকোনো এটা থাকিলেই হ'ব। এতিয়া আমাৰ কাম হব লাগিব সেই নিমখ-হাৰাম তিনিটাৰ মঙহ কাছই খাব লাগিব।”

“মঙহ কাছই খাব লাগিব”। এই চাৰিটা শব্দ অপৰাধীৰ পাতাল ৰাজ্যত খুব জনাজাত। ইয়াৰ অৰ্থ হ'ল হত্যা কৰি ব্ৰহ্মপুত্ৰত পেলাই দিয়া। ইৰ্শ্বাদৰ মুখত এইকেইটা শব্দ প্ৰথম ব্যৱহাৰ কৰে — সেইদিনা তাৰ দেহৰক্ষী কেইটাৰ আগতহে।

যেনে কথা তেনে কাম। সেই মানুহকেইটা দুদিনৰ পিছত নিশ্চিহ্ন হৈ যায়। এই খবৰ পাই আব্দুল্লা অধিক দেহৰক্ষীৰে পৰিবেষ্টিত হৈ থাকে।

“ইন্সপেক্টৰ মুদৈ আব্দুল্লাৰ মানুহ। দহ হেজাৰ টকা দিবি। নহ'লে তাৰ মঙহ কাছই খাব লাগিব।” — ইৰ্শ্বাদৰ অধীনত কাম কৰা গুণ্ডা কেইটাক এনে হুকুম দিয়াৰ ছদিনৰ পিছত মুদৈ চিৰদিনলৈ নিখোজ হয়।

আব্দুল্লাক খতম কৰি ইৰ্শ্বাদ নিশ্চিন্ত হয়। আব্দুল্লা কলিকতাৰ ‘গাৰ্ডেন ৰিচ'ৰ এগৰাকী মহিলাৰ ওচৰলৈ প্ৰায়ে ৰাতিটো কটাবলৈ যোৱাৰ সন্দেহে ইৰ্শ্বাদে পাই যায়। সেই মহিলাৰ শয়ন কক্ষতে আব্দুল্লাক ভেড়নীয়া গুণ্ডাই হত্যা কৰে

আৰু ৰক্তাক্ত শৰীৰটো এটা কুখ্যাত গলিত পেলাই থোৱা হয়। ইৰ্শ্বাদে পাঁচ হেজাৰ টকা দিয়াই সেই দেহোপজীৱিনীৰ মুখ বন্ধ কৰে।

ইয়াৰ পিছৰেপৰা সমগ্ৰ উজনি অসমত ইৰ্শ্বাদ খাঁ আৰু তাৰ কৰ্ম পদ্ধতিয়ে উপকথাৰ ৰূপ লয়। ইৰ্শ্বাদৰ ঘৈণীয়েক কেবাজনীও। চহৰৰ বেলেগ বেলেগ ঠাইত চাৰিজনী উপপত্নী আছে। ইৰ্শ্বাদৰ অট্টালিকাৰ ভিতৰতে সুসজ্জিত 'বাৰ' বা পানশালা আছে। তাত উৰ্দি পিন্ধা বেহেৰাই সকলো লৌকিকতা ৰক্ষা কৰি উৎকৃষ্ট মদ পৰিবেশন কৰে। ইৰ্শ্বাদে দিয়া বিশেষ একোটা গোপন পাৰ্টিত স্কচ্ হুইস্কি নদীৰ দৰে বয়। ইৰ্শ্বাদে এগৰাকী 'বিবি' মফিকাক পাটনাৰ পৰা অনাৰ তিনি দিনৰ পিছত উচ্চ ৰাজ-কৰ্মচাৰী আৰু তাৰ লগত জড়িত অন্যান্য লোকক সি যিটো অঘোষিত পাৰ্টি দিছিল, সেই পাৰ্টিৰ লগতে দিয়া ভোজত ৰৌ মাছৰ ৰ'ষ্ট, চিকেন বিৰিয়ানি আদি সুখাদ্য বনাবৰ বাবে কলিকতাৰ মগাম্বো হোটেলৰ কাৰিকৰ অনাইছিল। ইৰ্শ্বাদৰ হাত খোলা স্বভাৱটোৱে ভদ্ৰ সমাজকো আকৰ্ষিত কৰিছিল। অসমৰ এগৰাকী জনাজাত সমাজসেৱিকা (পিছত মন্ত্ৰী) যৌৱন হেৰুৱাৰ পূৰ্বে ইৰ্শ্বাদৰ মৌচুম মঞ্জিলত গোপনে দুদিন কটোৱাৰ সময়ছোৱাত তাৰ তিৰোতা কেইজনীৰ অন্তৰত ঈৰ্ষাৰ দাবানল জ্বলিছিল।

প্ৰশাসনতো ইৰ্শ্বাদৰ হাত আছে। হায় বিশুদ্ধ সংবিধানেৰে ৰচিত গণতন্ত্ৰ। সি জিলা প্ৰশাসনৰ গুৰিয়াল কেইটাৰ লগত হুইস্কিৰ গ্লাচত চুমা দি ৰাতি তাৰ 'মৌচম মঞ্জিল'তে জুৱা খেলে। আবকাৰী আৰু পুলিচ বিভাগে তাক ৰক্ষণাবেক্ষণ দিয়ে।

গতিকে এই অঞ্চলত ইৰ্শ্বাদ উপকথা নহৈ আৰু কোন হ'ব?

ইৰ্শ্বাদ কালি আহি পাইছেহি। দেউতাহঁতে আজি দিনত তাক দেখা কৰাৰ কথা আছিল। কিন্তু অন্য কামত ব্যস্ত থকাৰ কাৰণে ইৰ্শ্বাদে সিহঁতক অনুমতি নিদিলে। সন্ধিয়াতে অনুমতি পোৱা গ'ল।

মৌচম মঞ্জিলৰ সুন্দৰ গেটৰ খুটাৰ ওপৰত একোটাকৈ বৃহৎ গোলাকাৰ বিজুলী বাতি জ্বলিছে। অট্টালিকাটোৰ ফালে গতি কৰা পিচ্ দিয়া আলিটোৰ কিনাৰে কিনাৰে থকা থুজা, দেবদাৰু আৰু কান্নাই সংমিশ্ৰিত সঙ্গতি ৰক্ষা কৰি থিয় দি আছে। বিধ বিধ নিয়ন লাইট আৰু বিজুলী বাতিয়ে সুবিস্তৃত মসৃণ সেউজীয়া

'লন'খন আৰু আলিটো পোহৰাইছে। আলিটো গৈ 'পৰ্চ' পাই অৰ্দ্ধ বৃত্তাকাৰভাৱে আগবাঢ়ি আন এটা 'গেট' পাইছেগৈ। সেইটো গেটৰো নিৰ্মাণ কাৰুকাৰ্য্য প্ৰায় একেই।

'পৰ্চ'ত এখন ফেহুৰঙী আমেৰিকান গাড়ী (প্লাই মাউথ)। প্ৰকাণ্ড অট্টালিকাটোৰ কেইটামান কোঠাতহে উজ্জ্বল পোহৰ। বাকীবোৰত চকুক আমনি নিদিয়া কোমল পোহৰহে।

বিৰাটত্বৰ হেতু অট্টালিকাটোৰ গাম্ভীৰ্য্য আৰু চৌহদটোৰ পৰিমাৰ্জিত সুন্দৰ ৰূপ বাহিৰৰ পৰা চকুত নপৰে। বছিৰে ইয়াত সোমাই প্ৰতি বাৰেই ভাবে -- ইয়াত আবকাৰী 'ডি. চি'ৰ কথা বাদেই, স্বয়ং নাৰ্গিচ (সেইকালৰ চিত্ৰ তাৰকা) আহিও এৰাতি কটাই গ'লে কোনেও গম নেপাব।

এতিয়া ৰাতি চাৰে সাতটা বজাত দেউতা, বছিৰ আৰু মুকুন্দ এই চৌহদৰ ভিতৰত। মুকুন্দই লক্ষ্য কৰিছে যে সিহঁতক কেইটামান মানুহে আলেঙে আলেঙে চাই আছে আৰু সিহঁতৰ গতিবিধিও চিকাৰীৰ দৰে। অট্টালিকাটোও নীৰব। মুকুন্দৰ এনে ভাৱ হৈছে. অট্টালিকাটোকে ধৰি সমস্ত চৌহদটোৰ ভিতৰত যেন এটা গভীৰ অভিসন্ধি চলি আছে।

'পৰ্চ'ৰ দুয়োকাষে দুখন মটৰ গাড়ী। এখন ফিয়েট আৰু এখন এম্বেশ্বেডৰ।

দেউতাহঁতক দেখি ভুটুং কৰে এটা মানুহ ওলালহি। সবল পেশীৰে এটা হৃষ্টপুষ্ট মানুহ। সিয়েই সিহঁতক ইৰ্শ্বাদৰ তালৈ লৈ যাব। তাৰ নাম গোনা। বেছ জোৰ থকা মানুহ। সি দুই হাতে পিস্তল চলাব পাৰে; পানী নিমিহলোৱাকৈ আধা বটল মিলিটেৰী ৰাম' গিলিব পাৰে। চাপৰ কাৰণে গোনাক লগৰবোৰে 'মাটি পালোৱান' বুলি মাতে।

"তহঁতে নতুন মানুহ এটা অনাৰ কথা আছিল নহয়?"

"ইয়েই সেইটো।"

"মোৰ পাছে পাছে আহি থাক।"

গোনাই সিহঁতক এটা সুসজ্জিত কোঠাত বহুৱালেগৈ। কোঠাটোত সোমালেই পোনতে চকুত পৰে দুখন ডাঙৰ ছবি। দেউতাই খুব সৰু সৰুকৈ মুকুন্দক কয়, "এয়া ৰঘুবীৰ আৰু হীৰা বাইৰ ছবি। তাৰ এক ৰকম বাপেক মাক। তোক কৈছোঁৱেই নহয়। বেলি বহাৰ লগে লগেই হীৰা বাইৰ ছবিৰ তলত চাৰিডাল মম জ্বলাব লাগে আৰু ৰঘুবীৰৰ ছবিৰ তলত লক্ষ্মী মাৰ্কা মাইচুৰী ধূপ।"

বছিৰে এইবোৰ কথা শুনা নাই। সি গোনা কোঠাটোত কেতিয়া সোমাবহি তাকে লক্ষ্য কৰি আছে আৰু ড্ৰয়িং ৰুমটোৰ সুন্দৰ সাজ-সজ্জা চাই সময় কটাইছে। বেৰত লিপিট খুৱাই ৰখা আৰু সুকীয়াকৈ থিয় কৰোৱাই ৰখা, মাৰ্বলৰ ভিন ভিন আকাৰৰ নগ্নঠা পৰী কেইজনীয়ে তাৰ আশালীন মনটোক আমনি দিছে।

কেবাটাও ভাঁজ থকা খট্‌খটিয়েদি তিনিটা মানুহ নামি আহিছে। তাৰে দুটাৰ ভৰি থৰক-বৰক। এটা কুৎসিত। তাৰ গাটো লোধোমা। ওপৰ পাৰি দাঁত নকলী। দেউতাই তাক চিনি পায়। সি ডি. এচ. পি. লবোৰাম গগৈ। ইটো লেং-লেংকৈ দীঘল। তাৰ গাত মঙহৰ সচঁ নাই। তাৰ চকুত বিশৃঙ্খল জীৱন যাপন কৰাৰ চিন। তাৰ ডিঙিটো বেছি দীঘল। সি চুৰীয়া আৰু আঠুলৈকে পৰা বগা কামিজ পিন্ধা কাৰণে তাক দেখিলে বৰটোকোলা এটালৈহে মনত পৰে। দেউতাহঁতে তাকো চিনি পায়। সি হ'ল অলক ফুকন। এম এল এ জেঠেৰীয়েক জ্ঞানেশ বৰুৱাৰ চেষ্টাত এতিয়া সি লাহোৱালত মদৰ মহল এটা পাইছে আৰু হঠাতে প্ৰচুৰ টকা হাতলৈ অহাৰ বাবে লুট্‌চা স্বভাৱটো আগতকৈ বাঢ়িছেহে। মহলদাৰ হোৱাৰ আগতে সি দালালী কৰি খাইছিল।

খটখটিয়েদি নামি অহা তৃতীয় ব্যক্তিয়েই ইৰ্শাদ খাঁ। সি শুধ বগা বহল পায়জামাৰ ওপৰত বাদামী ৰঙৰ ফুলবছা লক্ষ্ণৌৱালাৰ পাঞ্জাবী পিন্ধিছে। তাৰ হাতত দামী চিগাৰেটৰ টিন। তাৰ খোজ কাটল সংযত। গাম্ভীৰ্য্য আভিজাত্যনিহিত। সি সুপুৰুষ। দেহৰ ক'তো অবাঞ্চিত মেদ নাই। উচ্চতা ছফুটৰ ওচৰাওচৰি। ক'লা চুলিবোৰ চিত্ৰ তাৰকা দিলীপ কুমাৰৰ চুলিৰ দৰে সুন্দৰভাৱে খেলিমেলি হৈ আছে। আতৰসিক্ত মিহি মোচ। মুখত ডাঢ়ি নাই। কেৰেচটোহে (জুলুকি) কাণৰ তল পাইছেহি। মুখখন ধুনীয়া। তাক দেখিলে টেষ্ট খেলত স্থান পোৱা জাকত জিলিকা ক্ৰিকেট খেলুৱৈ এটা যেন লাগে। তাৰ বয়স অনুমান কৰা টান। পঞ্চাছ হব পাৰে, চল্লিছো হব পাৰে।

সিহঁত খটখটিৰপৰা নামি ড্ৰয়িং ৰুমৰ ডাঠ পাৰ্চিয়ান কাৰ্পেটত দুখোজমান দিয়াৰ লগে লগেই নিৰ্য্যাসৰ সুবাস আৰু আৰু সুৰাৰ গোন্ধে, তিনিটা বেলেগ বেলেগ ধৰণৰ মানুহৰ উপস্থিতিয়ে আৰু মদে বিকল কৰা অসংযমী মানুহ দুটাৰ লাগবান্ধ নোহোৱা কথাই ড্ৰয়িং ৰুমটোৰপৰিবেশ তেনেই সলনি কৰি পেলালে।

দেউতাহঁত থিয় হ'ল। সিহঁতে লক্ষ্য কৰিলে যে মাটি পালোৱান গোনা ক'ৰবাৰপৰা ভুটুং কৰে ওলাই ইৰ্শ্বাদৰ পিছত থিয় দিলেহি। ইৰ্শ্বাদে তাক ক'লে, "আমাৰ গাড়ীৰে থোৱাবি।"

গোনাই গঁগে আৰু ফুকনক পৰ্চৰ ফালে লৈ গ'ল। গঁগেৰ মুখত অস্ফুট গানৰ কলি ঃ আখিয়াঁ মিলাকে জিয়া ভৰমাকে...........

এতিয়া দেউতাহঁত ইৰ্শ্বাদৰ লগত মুখামুখি হ'ল। চালাম আৰু প্ৰণাম গ্ৰহণ কৰাৰ পিছত ইৰ্শ্বাদে সিহঁতক ইঙ্গিতেৰে বহিবলৈ দিলে। সিও বহিল।

"কিবা বিপদ?"

"নাই হোৱা। অইন এটা কথা।"

"এওঁ কোন?"

"এওৰ কাৰণেই আহিছোঁ। কথাটো অলপ দীঘলীয়া।"

দেউতাই সকলোখিনি কথা গুৰিৰেপৰা কৈ গ'ল। ইৰ্শ্বাদে আগ্ৰহেৰে শুনিলে। সি শেহত সুধিলে, "তেনেহলে তেতিয়াৰেপৰা ইহঁতৰ লগঁতে?" মুকুন্দই ক'লে, "হয়। এবাৰ দুবাৰ ভাড়াও মাৰিলোঁ।"

"তেনেহলে, দেউতা, কি কৰা ভাল হব?"

"মই আৰু কি ক'ম?"

"তথাপি ........ ।"

"ফেমিলি থকা মানুহ। বাগানত দিল বাহাদুৰহঁতৰ দৰে চকিদাৰ হলেও বেয়া নহ'ব।"

'ধেৎ তেৰি। এইবোৰ কাম কাৰ কাৰণে, জান? যিবোৰে মুতনিকে বান বুলি ভাবে, সেই গুড়ি পৰুবাবোৰৰ কাৰণে। এওঁৰ চেহেৰা আছে, তাগজ আছে। এইবোৰ মানুহে বাগানৰ বাবুক হুজুৰ বুলিব?"

"অলবৎ, অলবৎ। সেই বাবেই এন. ই. এচ. ক্লাবৰ প্ৰেচিডেণ্ট-চেক্ৰেটেৰীক লেওৰা দেখুৱাই ই আমাৰ ওচৰ পালেহি।"

বয়োবৃদ্ধ দেউতাৰ মুখত 'লেওৰা' শব্দটো শুনি ইৰ্শ্বাদে অকণমান মিচিকিয়ালে। সি লক্ষ্য কৰিলে দেউতা আৰু বছিৰৰ চকুকেইটা বেছি উজ্জ্বল যেন দেখা গৈছে যদিও সিহঁতৰ দৃষ্টি নৈৰ্ব্যক্তিক। এয়া এটোপা ধৰি অহাৰ লক্ষণ। সিও গঁগেহঁতৰ লগত দুই 'পেগ' মাৰিলে কাৰণে সি এতিয়া সিহঁতৰ মুখত গোন্ধ নেপালে।

"গতিকে চকিদাৰ হোৱা কেনচেল।"

"যদি আমাৰ লগত থাকে?"

দেউতাই এনেকৈ সোধাৰ লগে লগে ইৰ্শ্বাদে মুকুন্দক ভালকৈ আকৌ এবাৰ চাই ল'লে। ইয়াৰ সুন্দৰ আটিল চেহেৰা। মুখখনত বৈশিষ্ট্য আছে। এই মুখ সাধাৰণ মুখৰ লগত মিলি পৰা ধৰণৰ নহয়। ওখও যথেষ্ট। চকুৰ তীব্ৰ দৃষ্টিয়ে তাৰ বন্য অদমনীয় ব্যক্তিত্বৰ আভাস দিছে। এনে এটা চকুত লগা মানুহ দেউতা বছিৰৰ লগত নাৱৰীয়া হৈ 'মাল' কঢ়িয়ালে সকলোৰে সন্দেহ হ'ব, হিতে বিপৰীত হ'ব। অৱশ্যে ই আটাই কেইখন নাৱৰ তদাৰক হৈ থাকিলে কেৰিয়াৰ আৰু পাইকাৰীবোৰে তুৰি-মুৰি কৰিব নোৱাৰিব।

এইবোৰ কথা ভাবি চিন্তি চাই ইৰ্শ্বাদে ভালেখিনি সময়ৰ মূৰত ক'লে, "মোৰ ওচৰলৈ আহিল যেতিয়া কিবা এটা কৰিবই লাগিব।"

সি টেমাটো খুলি 'ফাইভ ফাইভ ফাইভ' চিগাৰেট এডাল উলিয়াই জাপানী লাইটাৰেৰে তাত অগ্নি-সংযোগ কৰি এটা হোপা মাৰি ভাবিলে যে মুকুন্দক আৰু কিছুমান গোপনীয় কামৰ প্ৰশিক্ষণ দিয়া উচিত আৰু সেইবাবে সি মানুহটো বিশ্বাসী হয়নে নহয় তাকো পৰীক্ষা কৰা উচিত।

"মুকুন্দ সম্প্ৰতি মোৰ তাতে থাওক" বুলি কোৱাৰ লগে লগে দেউতা আৰু বছিৰৰ মুখত হাঁহি ওলাল। কাৰণ এয়ে হ'ল ইৰ্শ্বাদৰ মুকুন্দক অতিশয় পছন্দ হোৱাৰ চিন। কিন্তু এটা কথা মনত পৰাত দেউতাৰ খন্তেকতে হাঁহি মোলান পৰিল। কথাটোও গুৰুতৰ। মুকুন্দৰ পৰিয়াল আছে। তিনিজনী বেগম আৰু অন্যান্য ব্যভিচাৰৰ মাজত এই চৌহদত যশোৱাই'ত কেনেকৈ থাকিব। মকুন্দই প্ৰস্তাবটো তপৰাই প্ৰত্যাখ্যান কৰে বুলি দেউতাই ক'লে, "কিন্তু তাৰ ফেমিলি আছে।"

ইৰ্শ্বাদে দেউতাৰ কথাটোত গুৰুত্ব নিদিয়া যেন দেখুৱাই মুকুন্দলৈ চাই ক'লে, "মকুন্দ, ফেমিলি থকা কথাটো জানিয়েই মোৰ লগত থকাৰ কথা কৈছো। ঘাটত দিগ্‌দাৰ হ'ব। অব্ ক'ৰ্চ ফেমিলিটো আৰু তুমিও ওচৰতে মোৰে ভাড়া ঘৰত থকাৰ সুবিধা হ'ব। মাথোন তুমি বেছিভাগ সময় ইয়াত থাকিব লাগিব। ৰাজি? তোমাৰ দৰে মানুহে কেৱল নাও বাবলৈ শিকিলেই নহ'ব, গাড়ীও চলাবলৈ শিকিব লাগিব আৰু ৰিভলভাৰো........।"

সি থিয় হ'ল আৰু হাত মেলি এটা চুইচ টিপিলে। গোনা আকৌ ভুটং কৰে ওলালহি। ইৰ্শ্বাদে ক'লে "নতুন মানুহ। মুকুন্দ।" গোনাই মুকুন্দৰ ওচৰলৈ আহি হাত এখন জোকাৰি দিলে। তাৰ কেএগ্ৰা আঙুলিটোৱে মুকুন্দৰ কেএগ্ৰা আঙুলি এটা স্পৰ্শ কৰিলে। এয়া পাতাল জীৱনত চলা সিজনৰ বিশ্বস্ত হোৱাৰ ইঙ্গিত। ইয়াৰ পিছত ইৰ্শ্বাদে আকৌ ক'লে, "আৰু, মুকুন্দ, ই হ'ল গোনা, মানে থানু নেওগ। বাৰু গোনা ঘৰটোৰপৰা সি গ'লনে?"

"কোনটো ঘৰ?"

"টেক্স ইন্সপেক্টৰ থকা ঘৰটো।"

"এতিয়া খালি আছে।"

"তেনেহলে মুকুন্দ তাতে থাকিব।"

ইয়াৰ পিছত দেউতা আৰু বছিৰে একো নক'লে। ইৰ্শ্বাদে মুকুন্দৰ ওচৰলৈ আহি তাৰ বাহুত জোৰেৰে খামোচ মাৰি ধৰি ক'লে, "কাইলৈ ইয়াত গোনাক লগ পাবা। সি চব বটাই দিব।"

সি এইবাৰ বছিৰৰ কান্ধত হাতটো থৈ ক'লে, "তই আৰু বিয়া নেপাতিলি?"

বছিৰে একো নেমাতিলে।

সিহঁত মৌচম মঞ্জিলৰপৰা ওলাই আহিল।

## ছয়

মই ইৰ্শ্বাদৰ কৃপাধন্য হ'লো। তাকো প্ৰথমৰ দিনাই । এই কথাটোৱে পাতাল ৰাজ্যত খলক লগালে। হয়তো মোৰ চেহেৰাটো তাৰ পছন হৈছে। মোৰ বোধেৰে এইটোৱেই মোক পছন কৰাৰ একমাত্ৰ কাৰণ হ'ব নোৱাৰে। চাহ বাগিছাৰ মালিক সুনন্দ দত্ত আৰু অম্বৰীষ চট্টোপাধ্যায়ৰ দৰে মানুহক পৰোৱাই নকৰি কাম ইস্তফা দিয়াৰ বাবেও মোক সি পছন্দ কৰিব পাৰে।

দিল বাহাদুৰক মই সকলোখিনি কথা কলোঁহি। সেই সময়ত যশোৱা আৰু হিমাদ্ৰিও ওচৰত আছিল। সিহঁতৰ মুখ-চকু দেখি ভাব হ'ল সিহঁত সন্তুষ্ট হ'ব পৰা নাই। সেইবাবে মই সিহঁতক ক'লো যে কামটো বেয়া লাগিলে গুচি আহিম আৰু আকৌ দিল বাহাদুৰহঁতৰ হাড়মাল হ'মহি।

ইয়াকে শুনি হিমাদ্ৰিৰ বিষাদভৰা মুখখন সামান্যভাৱে উজ্জ্বল হ'ল। দিল বাহাদুৰে খুব লাহে লাহে ক'লে, "মনত ৰাখিবি মুকুন সাপ নচুৱা মানুহ সাপ'ৰ হাতত মৰে। যি আনক গুলীয়াই মাৰে সিও গুলী খায়েই মৰে। কিয়নো ওস্তাদৰো ওস্তাদ আছে। তই যি লাইন বাছি ল'লি এই লাইনত পদে পদে বিপদ।"

ইয়াকে শুনি মোৰ মনটো মুজুৰা নপৰিল। মোৰ চকুত ভাঁহি উঠিল লোহাৰ খুটাৰ দৰে বয়সে ছুব নোৱাৰা দেউতাৰ—মুক্তা ৰহমানৰ—চেহেৰাটো। মানুহৰ অতীজৰৰেপ ৰা থকা মুল দোষবিলাকৰ কথা কৈ সি স্খলনমুখী মানুহৰ নিচাৰ আৱশ্যকতাৰ কথা কয়। তাৰ পিছত গীতাৰ অৰ্জুন-শ্ৰীকৃষ্ণৰ কথা-বতৰাৰ ৰিজনি দি কয় যে আমি যদি এনে যুক্তিসন্মত চোৰাং বজাৰত লিপ্ত নহওঁ, আনহে এই কাৰবাৰত সোমাই পৰিব।

*সি কোৱা কথাবোৰকে জুকিয়াই চাই মই দিল বাহাদুৰক ক'লোঁ, "সৰু সৰু বিপদ খণ্ডাব পাৰিলে, সেই অনুসৰি উন্নতিও সৰু বিধৰহে হয়। যিমানেই*

ডাঙৰ উন্নতি সিমানে ডাঙৰ বিপদ। ডাঙৰ বিপদ আহিব পাৰে বুলি ধৰি লৈ তাৰ্লৈ গণ্য নকৰি আগ বাঢ়িলেহে উন্নতিও লেখত ল'বলগীয়া হয়। যি বিপদৰ আশংকা কৰি চাকৰীয়ালবোৰৰ নিচিনা আহুকাল নথকা জীৱন বিচাৰি লয়, সি ওৰে জীৱন নিমাষিত হৈয়ে থাকে। তেনে মানুহ বেছি উধাব নোৱাৰে, তাৰ কাৰণে এই ভোগৰ পৃথিৱীখন উদং। কিন্তু জীৱনে যি যি বিচাৰে সেইবোৰ বস্তু এই পৃথিৱীৰপৰা আদায় কৰিবই লাগিব। দেউতা -বছিৰ আৰু ইৰ্শ্বাদক লগ পোৱাৰ পিছত মোৰ মতামতবোৰ এনেকুৱা হৈছে।"

ইয়াকে শুনি গালত হাত দি বহি থকা দিল বাহাদুৰে এটা হুমুনিয়াহ পাৰিলে আৰু ক'লে, "তেনেহলে তই আমাৰপৰা হেৰাই গ'লি। ইমান সুকীয়া হবি বুলি মই ভবা নাছিলোঁ।"

যশোৱাই বোধকৰোঁ কথাবোৰ আঁতেই বিচাৰি পোৱা নাই। তাইৰ মনত কিজানি বেছ টনা-আঁজোৰা চলিছে।

দিনটো পাৰ হোৱাৰ পিছতেই তাৰ প্ৰমাণ পোৱা গ'ল। পিছ দিনা একেবাৰে পুলিয়ে পোখালিয়ে গৈ ইৰ্শ্বাদৰ ভাড়াঘৰত খোপনি পিটিব লাগিব কাৰণে মই 'ডিউটী'ৰপৰা সোনকালে আহিলোঁ। ৰাতি আঠটা নৌ বাজোতেই ৰঞ্জু আৰু চানুৰ শুলে। মই সোনকালে অহা দেখি পিছে যশোৱা হৰষিত নহ'ল। এনেতে পদূলিমুখত মটৰ চাইকেল এখন গুজৰি গুজৰি ৰৈ যোৱাৰ শব্দ শুনা গ'ল। মই সেই ফালে টৰ্চ মাৰি দেখিলোঁ যে মানুহ এটাই নঙলা খুলিছে। বোধকৰো দিল বাহাদুৰেও তাক লক্ষ্য কৰি আছিল। সেয়েহে সি আলহী বহা কোঠাটোৰ টুল এখনৰ ওপৰত লেমটো থ'লে। ময়ো তালৈ আহিলোঁ।

এটা দেখিলেই উতনুৱা যেন লগা ডেকা কোঠাটোত সোমালহি। তাক দেখিয়েই মোৰ বুজিবলৈ বাকী নেথাকিল যে ইয়েই গোনাই কোৱা ওঁঠ-কটা হামিদ। সি এতিয়া এই হাতীধৰা বাগিছাত ইৰ্শ্বাদৰ বিশ্বস্ত মানুহ। তাৰ চাকৰিটোৰ কোনো নাম নাই। কিন্তু মেনেজাৰ এচিচটেণ্ট মেনেজাৰৰ ওপৰত ওস্তাদী দেখুৱাবলৈকো তাক ইৰ্শ্বাদে কৰ্তৃত্ব দিছে। গোনাই কোৱা মতে হামিদ আদিতে 'পকেটমাৰ' আছিল। পিছত সি এটা দল গঠন কৰি বিলাতী মাটি, কয়লা আৰু তামৰ তাঁৰ চুৰ কৰিছিল। এবাৰ তিনি বছৰ জেলত থাকিবলগীয়া হৈছিল। জেলৰপৰা ওলোৱাৰ পিছত তাৰ মূৰ গুজিবলৈ ঠাই এডোখৰ নাছিল। কাৰণ সি

আছিল ঘাত মাউৰা। জেলত একেলগে থকা ৰহিমুদ্দিন নামৰ ডকাইত এটাৰ মুখে তিনিচুকীয়াৰ বিজয়া ৰয় নামৰ মাইকী মানুহ এজনীৰ ৰূপগুণৰ কথা শুনি তাৰ কাণ ঘোগোলা হৈছিল। সি ধৰি লৈছিল যে বিজয়া ৰহিমুদ্দিনৰ উপাৰ্জনেৰে পোৱা ছলনাময়ী প্ৰিয়া। সি ভাবি পাইছিল যে ৰহিমুদ্দিনৰ কথা কৈ বিজয়াৰ কাষ চপাই ভাল। সমবয়সী হোৱাৰ বাবে সুন্দৰী বিজয়াৰ হামিদক পছন্দ হৈছিল। তাই তাক তাইৰ লগত থাকিবলৈ দিছিল আৰু সি তাইৰ সৌহাত স্বৰূপ হৈ পৰিছিল। তদুপৰি তাক টকাৰ যোগেদি পাব নোৱাৰা দেহমনৰ আচল প্ৰেমখিনিৰ সোঁৱাদ দিছিল। বিজয়া ৰয়ৰ জৰিয়তে হামিদৰ সি নজনা আন এখন অপৰাধীৰ জগতৰ লগত পৰিচয় ঘটিছিল। এইখন ইৰ্শ্বাদৰ জগত। বিজয়াৰ তালৈ অহা এইখন জগতৰ দুই এটা মানুহৰ ধন খৰচ কৰিব পৰা আৰু লাহ বিলাসত থাকিব পৰা ক্ষমতা দেখি নষ্ট চৰিত্ৰ হামিদৰ মন এইখন জগতলৈ দোঁ খাইছিল। হাতত ধন প্ৰয়োজনতকৈ বেছি হলে ত্ৰিছ মাইল ৰেলত উঠি বিজয়াৰ মৰম বিচাৰি আহা চাজ্জানেই হামিদক ইৰ্শ্বাদৰ আন্ধাৰ ৰাজ্যলৈ আনিছিল। হামিদৰপৰা ইৰ্শ্বাদ খাঁৰ উপকাৰো হৈছিল। বিজয়াৰ ছলনাময়ী ৰূপত ভোল যোৱা উগ্ৰ পুলিচ বিষয়া দুটামান ইৰ্শ্বাদৰ প্ৰধান সহায়ক হৈ পৰিছিল।

মোৰ এক নিমিষতে এইবোৰ কথা মনত পৰি গ'ল। মই উত্তনুৱা মানুহটোলৈ চালোঁ। ওপৰৰ ওঁঠটো অলপ কটা কাৰণে তাৰ কুকুৰ দাঁতটো ওলাই থাকে। কিন্তু ই গঢ়িত উজ্জ্বল মুখখন অশুৱনি কৰা নাই।

তাৰ বিষয়ে আৰু এটা কথা মনত পৰিল। চাৰি বছৰৰ পিছত ইৰ্শ্বাদৰ বিশ্বস্ত দলটোৰ এটা হৈ পৰাত সি তিনিচুকীয়ালৈ এমাহ-দুমাহৰ ভিতৰতহে যাব পাৰিছিল। এদিন বিজয়া তাৰ ওচৰ ওলাই তাক কান্দি কান্দি কৈছিল যে তাইৰ এটা কঠিন বেমাৰ হৈছে, যিটো বেমাৰৰ বাবেও দেহেৰে বেহা কৰা তিৰোতাবোৰক মানুহে ঘৃণাৰ চকুৰে চায়। তাই ইতিমধ্যে ৰূপ আৰু সুঠাম দেহ হেৰুৱাইছল। কথাটো গোনাৰ মুখে ইমানলৈকে শুনি মই ভাবিছিলো যে ব্ৰহ্মপুত্ৰৰ চাপৰিত নৈ-ৰখীয়া পুলিচৰ লগত ৰাইফল লৈ গুলিয়াগুলি কৰিব পৰা কঠোৰ হামিদে বিজয়াৰ হাতত অলপ টকা দি তাইক আঁতৰাবলৈ চাব। কিন্তু মোৰ অনুমান ভুল হ'ল। এই চহৰৰ এইবোৰ বেমাৰৰ চিকিৎসাত নাম থকা খুব ডাঙৰ ডাক্তৰ এজনৰ তালৈ সি তাইক লৈ গৈছিল। সি তাইৰ বাবে বহুত খৰচ কৰিছিল।

তাইৰ বেমাৰ ভাল হৈছিল। কিন্তু তাইৰ যৌৱনে আগতীয়াকৈ বিদায় লৈছিল। তথাপি তাইক সি আহুকাল বুলি ভবা নাছিল। সি তিনিচুকীয়াৰ হস্পিটেলৰ চুপাৰিনটেণ্ডেটক ঘোচ দি তাইক তাতে চকিদাৰনী কাম দিয়াইছিল। গোনাই কৈছিল "প্ৰেম দেহাতেই নেথাকে, মনতো থাকে। এয়া দেখ দেখ প্ৰমাণ।"

যতীন কেৰাণীৰ ঘৰত কৰা বেয়া ব্যৱহাৰৰ কথা মোৰ মনত পৰিল। এতিয়াও দেখিলোঁ যে তাৰ আদব কায়দা ভাল নহয়। তাৰ এনে এটা ভাব যেন সি সমস্ত পৃথিৱীৰ অধিপতিহে।

তথাপি তাক দেখাৰ আগতেই তাৰ কথা মই জানো। সেই বাবে তাক দেখি মোৰ ক্ৰোধ নজন্মিল। দিল বাহাদুৰে তাক নমস্কাৰ কৰি কৌতুহলেৰে চাই ৰ'ল। হেজাৰ হওক, হামিদ এতিয়া দিল বাহাদুৰৰ এক প্ৰকাৰ ওপৰৱালা।

হামিদক বহিবলৈ দিয়া হ'ল। সি ক'লে, "মই হামিদ। তুমি দিল বাহাদুৰ। হেঃ হেঃ হেঃ। কাৰেক্ট? আপুনি জৰুৰ মুকুন্দ খাওন্দ, এদিন মোঁৰো 'বচ' হ'ব যেন পাইছো। এতিয়া ন' টাইম। পইণ্টলৈ আহোঁ। আপুনি টেক্স ইন্সপেক্টৰ থকা ঘৰটোত থাকিব লাগিব। কাৰেক্ট। কাইলৈ মৰ্ণিঙত মই বাগানৰ ট্ৰেক্টৰ আৰু ট্ৰেইলাৰ লৈ আহিম। জৰুৰ চব বস্তু ধৰিব। কাৰেক্ট? বাই......।" মই সাজু থাকিম বুলি ক'লোঁ।

সি থিয় হলেই। দিল বাহাদুৰে ক'লে, "ঘৰলৈ প্ৰথম আহিছে যেতিয়া চাহ একাপ খাই যাওক।"

"ধুৎ! ৰাতি মানুহে চাহ খায় নেকি?"

"আচাম একচাইজৰ বস্তু ?"

"বেছি জোৰদাৰ হ'ব। অলপ খায়ে আহিছোঁ।"

"ব্ৰাণ্ডি?"

"হাও নাইচ!"

"মানে?"

"বেছ জমিব। লগত?"

"ভাবিছোঁ।"

"লগত মোৰ লেকচাৰ থাকিলেইটো নহব! কি কয়, মুকুন্দ? কাৰেক্ট? কিয় ভাবিব লাগিছে, মিষ্টাৰ দিল, চৰি, বাহাদুৰ? যতীনে দিয়া পাৰ কেইযোৰ নাই জানো? আলুৰে সৈতে তামাম জোল বনাবা।"

"হয়। মই হিমাদ্রিক কওঁ।"

এইবুলি দিল বাহাদুৰ ভিতৰ সোমাল। হামিদে চকিখনত বহি ভৰি জোকাৰি জোকাৰি বুকুজেপৰপৰা সোণালী ৰঙৰ পেকেট এটা উলিয়ালে। চেলেউটো (পাচতহে জানিলোঁ যে এনে চেলেউকে মিক্সাৰ বোলে) কনাৰ পৰা সমান জোখৰ কাগজ এটুকুৰা উলিয়াই মোহাৰি নৰম কৰি থোৱা ধপাতখিনি পকাই চেলেউ ডালত জিভাৰে এঠা লগাই সি ক'লে, "দিম নেকি, এডাল বনাই? ইয়াত কেৱল মিক্সাৰেই নাই, মোহিনী ভাঙো আছে। হুপিলেই একদম চকুৰ আগত অপ্সৰাই নাচিবলৈ ধৰিব। মই কাৰেক্ট কৈছোঁ, মুকুন্দ বাবু তামাম আমেজ লাগিব।"

মই 'এইবোৰ নচলে' বুলি ক'লো। সি দুনাই জোৰ নকৰিলে। মই ভাবিলোঁ মই আচল মানুহকে পাইছোঁ। যি মদ আৰু ভাং একেলগে খাব পাৰে সি কম বস্তু নহয়। হামিদে দুহোপমানেৰে চকু সেমেকা কৰি আগৰ দৰে ভৰি দুখন জোকাৰি ক'লে, "পাৰলৈ লোভ হোৱাত যতীনৰ নামটো ওলাই পৰিল। সি বেটা হেনো ইজ্জত বঢ়াবলৈ ৰিজাইন দিলে। বাঃ বাঃ এইটোনো পইণ্টৰ কথা হ'লনে? সি হেনো মহা পাতচোৰ বাবু। সিফালে মুছলমান দেখিব নোৱাৰে। কাৰেক্ট? কুলি কিছুমানক হেনো উচটাই দিছিল। চব ডিটেক্ট হৈ গ'ল। তাক পোনে পোনে নেখেদাই, সেই কায়দাৰে খেদিলো। ছোৱালীজনীৰ কিন্তু বেছ ফেঞ্চি চেহেৰা' কাৰেক্ট?" দিল বাহাদুৰে এনেতে দুপেগমান নথকা এটা খোলা ব্ৰাণ্ডিৰ বটল আৰু গিলাচ এটা থলেহি। তাকে দেখি হামিদৰ ভৰি জোকাৰণি কমিল। খন্তেক পিছতে সি পানীৰ বটল এটা আৰু ধোঁৱা ওলাই থকা মঙহৰ বাটি এটা থ'লত হামিদে সুধিলে, "কাৰেক্ট? কেৱল মইহে? কোনোবা এটাই খাব লাগিব। অকলে খালে নজমে।"

মই দিল বাহাদুৰেহে খাব বুলি কোৱাত হামিদে 'ইয়েচ ইয়েচ" বুলি ক'লে, "তেন্তে দিল—চৰি—বাহাদুৰ, চব ৰেডি কৰা।" হেজাৰ হওক, হামিদ তাৰ এক প্ৰকাৰ মালিক। সেয়েহে সি লাজুক ভঙ্গী এটা কৰি আৰু এটা গিলাচ আনিলে আৰু দুটাৰ বাবে মদ বাকিলে।

সিহঁতক ব্ৰাণ্ডিৰ কাষত বহুৱাই মই ভিতৰ সোমালোঁ। পোনতে ভেটাভেটি হ'ল হিমাদ্রিৰ লগত। তাই মোৰ ফালে ঘোপাকৈ চাই ক'লে, "এইপাতক দেখিলেই মাথা টিঙিচ্ কৰে উঠে।"

ইহত কেইটা শুলেনে বুলি মই আগুৱাই আহোঁতে যশোৱাৰ ওন্দোলোৱা মুখখন চকুত পৰিল। তাই মোৰ ওচৰ চাপি ক'লে, "ভাল মানুহবোৰ তোমাৰ লগ হৈছে। এইবোৰৰ দৰে হবলৈ গ'লে মই হলে ফাঁচ লাগি মৰিম।"

মোৰ ফাঁই উঠি গ'ল। মই টানকৈয়ে ক'লো, "এই তিৰোতাবোৰৰ ঘৰৰ ভিতৰতে যতবোৰ দুশ্চিন্তা! সেই কাৰণে তিৰোতাক সুধি কোনো কাম কৰিব নেলাগে। ইমান দিন সত হৈ, কান্ধুলি-জানৰ ভকতীয়া নিয়মেৰে চলি মই হ'লো কি? দুখীয়াৰ চৰিত্ৰৰ কি মূল্য আছে। নকৰ কিয়। পেটত গামোচা বান্ধি থাকিবিনে, দেউতাইঁতৰ লগ হবলৈ দিবি। ইহঁতৰ লগ নললে আমাক কোনে খুৱাব? সন্ত মহন্তবোৰে?............"

থিতাতে বহুত বকিলোঁ। সিহঁতে বকা মদৰ বাষ্পবোৰেহে যেন কৰ্ণপথেদি মোৰ মগজুত সোমাই মোক অস্থিৰ কৰি পেলালে। মই হিমাদ্ৰিক গিলাচ এটা খুজিলোঁ। তাইৰপৰা গিলাচটো লৈ হামিদৰ ওচৰত বহিলোঁ। হামিদে ক'লে, "এইবোৰ নচলে বুলি কৈছিল নহয়? কাৰেক্ট?" মই ক'লো, "পোনতে কোৱা যায়েই।" ইয়াকে শুনি দিল বাহাদুৰ আৰু হামিদে একেলগে হাঁহিলে।

ব্ৰাণ্ডি শেষ হোৱাৰ পিছত 'আচাম একচাইজ' চলিল অৰ্থাৎ মহলৰ মদ চলিল। পাৰৰ মঙহ শেষ হ'ল। এতিয়া তাৰ ঠাইত কেঁচা পিয়াঁজ মূলাৰ টুকুৰা আৰু কেঁচা জলকীয়া। এতিয়া দিল বাহাদুৰৰ গলাত বেসুৰা গান। মোৰ এটা কথাৰ বোকোচাত এটা কথা উঠি চব খেলিমেলি লগাই দিছে। নিজেই নিজৰ কথা নুবুজা হৈছোঁ। হামিদে কৈছে, "কুন্দ বাবু (নাম ভুল কৰিছে), বুইছে, আজিৰপৰা আমাৰ মাজত দোস্ত বনি যোৱাটো চেৰাপৰ চিয়াহীৰে ৰেজিষ্টাৰ কৰি পেলালোঁ। কাৰেক্ট? অকলে চেৰাপ খাই একদম ভাল নেলাগে। কাৰেক্ট? তেতিয়া বিজয়ালৈ মনত পৰে। যোৱান আৰু খুবচুৰৎ বিজয়ালৈ। এতিয়া বিজয়া একদম 'ৰড্ডি'। নটিনীবোৰৰ বয়স হলে......."

তাৰ পিছত কি কলে সেইবোৰ মোৰ কাণত নোসোমাল। জাল কমাৰ পিছত দেখিলোঁ যে দিল বাহাদুৰে চকিত মুৰ থৈ নাক বজাই আছে। হামিদ নাই। মদপী যদিও সি কিজানি 'ডিউটি' পাহৰি নেযায়। সি মটৰ চাইকেলৰ প্ৰচণ্ড আৱাজ কৰি কেতিয়া গ'লগৈ আমাৰ বিভোৰ অৱস্থাত একো কাণত নপৰিল।

এতিয়াও দেহত দুবিধ সুৰাৰ কাম চলি আছিল। মই মনে মনে বিছনাত পৰাৰ লগে লগে এটা উচুপনি শুনিলোঁ। তাৰ অৰ্থ এয়ে যে ইমান পৰে যশোৱা শোৱা নাছিল। মই গাৰুত মূৰটো থৈ গোলাপী নিচাখিনি অনুভৱ কৰি কৰি শুবলৈ বুলি গাটো শিথিল কৰাৰ লগে লগে তাইৰ উচুপনিটো আৰু ঘন হ'ল। "চুপ থাক, হাৰামজাদী। মোক তোৰ নাকী লগোৱা ম'হ পাইছ?" বুলি ধমক দি মই শুই পৰিলোঁ।

দিল বাহাদুৰহঁতক এৰি অহাৰ সময়ত আমি যে কিমান বেথা পাইছিলোঁ সেয়া আমৰণ মনত থাকিব। ৰঞ্জু আৰু চানুৰে হিমাদ্ৰিক এৰিয়েই দিব খোজা নাছিল। যশোৱাই দিল বাহাদুৰ আৰু হিমাদ্ৰিক সেৱা কৰি থোকাথুকি মাতেৰে বিদায় লৈছিল। তেওঁলোকেই মোৰ চৰম বিপদত ত্ৰাণকৰ্তা আছিল। তেওঁলোকৰ হিয়া বসুন্ধৰাৰ দৰে বহল। তেওঁলোকক এৰি আহিবৰ সময়ত ময়ো মুখ ফুটাই কথা ক'ব পৰা নাছিলোঁ। বুঢ়া-বুঢ়ী হালৰ সোতোৰা সুতুৰি গাল চকুলোৰে তিতিছিল।

জীৱনত মনটো অতিশয় কোমল হৈ পৰাৰ মুহূৰ্তবোৰ আৰু আত্মাই অন্তৰ উবুৰিয়াই ভাল পাব পৰা সৌৰৱণীবোৰ সচাঁকৈয়ে গৌৰৱৰ বস্তু। ইয়েই খন্তেকীয়া দুৰ্লভ মনুষ্য জীৱন সাৰ্থক কৰে বুলি জ্ঞানীজনে কোৱা শুনিছোঁ। এই ফালৰপৰা ময়ো সাৰ্থক, যশোৱাও সাৰ্থক আৰু দিল বাহাদুৰহঁতো সাৰ্থক।

কিন্তু, মই জানো সেই একেটা মুকুন্দ খাওশু? মই হামিদ বা গোনাৰ দৰে এটা আন্ধাৰ জগতৰ মানুহহে। এইখন জগতত কিজানি দয়া-মায়া বিচাৰি পোৱা টান হব। পাপাচাৰ আৰু প্ৰতি দিনৰ ভোগ-বাসনাক জীৱনৰপৰা আদায় কৰাহে এই জগতৰ নিয়ম। পিছত কি হ'ব এই বিষয়ে চিন্তা কৰিলে এই আন্ধাৰ জগত চলিব নোৱাৰে। এই জগতত আতচবাজীৰ চমক আছে কিন্তু দিন-ৰাতিৰ ৰ'দ-জোনাক নাই। এই কথা ইৰ্ষাদৰপৰা জগনুলৈকে ইহঁতৰ সকলোৱে জানে ! সেই বাবেই সিহঁতৰ আশ্ৰয়বোৰ অদ্ভুত বস্তু। মদ, জুৱা, নাৰী আৰু গোপনে কাম কৰাৰ নিচা।

মোৰ হয়তো বহুত টকা হব। হয়তো টকাই মোক ক্ষমতাও দিব। কিন্তু ইয়াকে পাবলৈ হয়তো মই বহুত কিবাকিবি হেৰুৱাব লাগিব। মোৰ মনত বহুত প্ৰশ্ন। মোৰ হাতত এই প্ৰশ্নবোৰৰ উত্তৰ নাই। দেউতাই বা কৃ অলপ খোকোজা ভাঙিব পাৰিবনে? এবা মই দেউতাৰ ওচৰলৈ যাবই লাগিব। কিন্তু সময় পাইছোঁ ক'ত? ইৰ্শ্বাদৰ ভূতৰ ৰাজ্যলৈ অহাৰেপৰা নদীৰ পাৰৰ ফালে যাবলৈ সময়কে নোপোৱা হৈছোঁ। মেম চাহাব কেইজনীমানৰ লগত হাঁহি-খিকিন্দালিকৈ পুৱাৰ আহাৰ খাই ইৰ্শ্বাদে হামিদ, গোনা আৰু চাজ্জানক এঘণ্টা-দুঘণ্টা কিবাকিবি কৈ থকাৰ সময়ত ময়ো হাজিৰ থাকিব লাগে। ইয়াকে শুনি থকাও মোৰ ট্ৰেইনিঙৰ এটা অংশ। মোৰ হতুৱাই হয়তো ইৰ্শ্বাদৰ অতি ডাঙৰ কাম কৰাবলগীয়া আছে। সি মোক বিশ্বস্ত কেইটাৰ লগৰে এটা বুলি ধৰি নোলোৱা হ'লে এই গোপন কথাবোৰ শুনিবলৈ নিদিলেহেঁতেন। এইবোৰ কথাৰপৰাই ওলাই পৰে যে ইৰ্শ্বাদৰ সহচৰবোৰ কেৱল উজনি অসমতেই বিয়পি থকা নাই, অসমৰ বাহিৰতো তাৰ ঘাঁটি আৰু অনুগত লোক আছে। তাৰ গোপন ৰাজ্যৰ মানুহবোৰ বিচিত্ৰ। কোনোবা খুনী, কোনোবা জেলৰপৰা ওলোৱা ডকাইত, কোনোবা মোহময়ী নাৰী, কোনোবা অৰ্থলিপ্সু বিষয়া, কোনোবা দুৰন্ত অভিলাসী ৰাজনীতি কৰা মানুহ।

এইবোৰ শুনাৰ পিছত গোনাই মোক বন্দুক আৰু মটৰ গাড়ী চলাবলৈ শিকায়। বন্দুক চলাবলৈ কোনোবা এটা ব্ৰহ্মপুত্ৰ চাপৰিলৈ লৈ যায় হাতীধৰা চাহ বাগিছাৰ ফালে মটৰ চলোৱাৰ ট্ৰেইনিং চলে।

আবেলি হামিদ আৰু চাজ্জানৰ লগত থাকিব লাগে। সিহঁতৰ লগত দন-বৈঠক কৰিব লাগে। সিহঁতে লাঠি আৰু পিস্তল চলাবলৈ শিকায়। সন্ধিয়া যেতিয়া ইৰ্শ্বাদে গোনাই চলোৱা গাড়ীত চহৰৰ আন ঠাইত থকা উপপত্নী কেইজনীৰ যিকোনো এজনীৰ তালৈ যায়, তেতিয়া সিহঁতৰ লগত দুই এক পেগ্ মদ চলে।

ৰাতি ভাড়াঘৰটো ওলাওঁগৈ মানে মোৰ ল'ৰা দুটা শুই পৰে। আগৰ দৰে যশোৱাৰ লগত মনৰ দুটা-এটা কথা পাতিবলৈকো মোক ভাগৰে জুমুৰি দি ধৰে। স্বৰূপ কথা ক'বলৈ গলে, মই এতিয়া আগৰ অকপট খোলোচা স্বভাৱটো হেৰুৱাইছোঁ, যশোৱাৰ লগত যেন মোৰ কথা-বতৰাৰ বিষয়বস্তুৰ অন্ত পৰি আহিছে।

মই এতিয়া ভাবোঁ — মই বাৰু কোন? কাঞ্চুলিজানৰ মুকুন্দ খাওন্দনে?

"অ', স্পিচিয়েল গিয়েৰ? যেতিয়া ওপৰলৈ কোনো পধ্যে নুঠে, তেতিয়া ইয়াৰ কাম। ধৰা, বোকাত বা খালত সোমালত চকাটো একে ঠাইতে ঘূৰি থাকিবলৈ ধৰিলে, কেওঁ কেওঁ মাত দিলে, তেতিয়া চকাৰ তলত তক্তা বা ইটা ভৰাবা। ঠেলিবলৈ মানুহ থাকিলে ফাষ্ট গিয়েৰ, নেথাকিলে স্পিচিয়েল। মানুহে ঠেলিলেও গিয়েৰ লগাব পাৰা। এই ........"

"আৰু যদি হঠাৎ ........"

"হঠাৎ ব্ৰেক ফেইল কৰিলে, অথচ দেখিলে যে আগত ট্ৰাক বা ছাগলী বা গৰু। তেতিয়া একদম চেকেণ্ড গিয়েৰ। লাগে গিয়েৰ বক্স ফাটি যাওক। তথাপি স্পিড খুব কমিব, অন্ততঃ ৰক্ষা পৰিব। আৰু এটা কথা। ৰাস্তাত গৰু থাকিলে সদায় তাৰ পাছফালেহে ক্ৰছ কৰি যাব। এইটো বৰ ইম্পৰ্টেণ্ট কথা। এয়া চাওক। হৰ্ণ দিলোঁ যদিও গৰু জনী ইটো চাইডলৈ আহিয়েই আছে। আগফালেদি ক্ৰছ কৰাহেঁতেন তাইৰ থোতোৰা ভাগি গ'লহেঁতেন।"

"সাধাৰণতে কিমান স্পিড হলে ভাল?"

"কাৰবাক খেদিবলৈ বা নিজে পলাবলৈ হ'লেতো স্পিডৰ প্ৰশ্নই নুঠে। তথাপি এটা কথা। ষাঠি কিলোমিটাৰলৈ গাড়ীখন যিকোনো অৱস্থাত কণ্ট্ৰ'ল কৰিব পাৰি। মুৰ্গী জেনেৰেলি গাড়ীৰ চেপাত নমৰে। কিন্তু গাড়ীৰ চেপাত মুৰ্গী মৰা মানে এনে স্পিডতেই একচিডেণ্ট।"

গোনাই মটৰ গাড়ী চলোৱাৰ অভিজ্ঞতা কেইটাৰ কথা কলে। ঠিক আজিয়েই কোৱা নাই। আগতেও কৈছে। বোধকৰোঁ আগতে সি কৈছিল বুলি পাহৰি যোৱাৰ বাবেও আজি ক'লে।

সি মোৰ হাতত ষ্টিয়েৰিং এৰি দি নিজে এচুকত বহিল। মোৰ হাত আহিছে। সেই বাবে নিশ্চিত নিসংকোচে জীপখন চলাই গ'লো। হাংচুৰিয়া হল আৰু এন. ই. এছ. ক্লাব হৈ হাতীধৰা চাহ বাগিছাত সোমালোঁ। দিল বাহাদুৰ আৰু হিমাদ্ৰিক চাবৰ বৰ মন গ'ল।

মই গাড়ী চলাই অহা দেখি হিমাদ্ৰিয়ে সন্তোষ পালে। আবেলি হোৱা বাবে দিল বাহাদুৰকো পোৱা গ'ল। এখন গাড়ী লৈ যে মই অকলে আহিছোঁ। এই কথাটো সিহঁতে ভাল নেপালে। মই গোনাক পৰিচয় কৰি দি ক'লো, "এওঁ মোৰ শিক্ষক। পিছত এওঁ মোক এম্বাশ্বেডৰ গাড়ী চলাবলৈ শিকাব। তেতিয়া হলে আৰু ভয় নাই। টেক্সী চলাই ভাত কঠা মোকোলাব পাৰিব।"

গোনাই ক'লে, "ফাৰ্ষ্ট ক্লাছ চলাবলৈ কিটো লাগিছে? জীপৰ গিয়েৰ তিনিডাল আৰু এম্বাশ্বেডৰৰ চাৰিডাল। ইমানেই।"

হিমাদ্ৰিয়ে ক'লে, "কেৱল চলাব জানিলেই নহ'ব। সিহঁতকো হাৱা গাড়ীত হাৱা খুৱাবা। পাৰিলে আমাকো।"

মই ক'লো, "গোনাৰ মৰ্জি হলে পৰা যাব।"

ইমান পৰ দিল বাহাদুৰ মনে মনে আছিল। সি শেহত ক'লে,

"তই হাৱা গাড়ীত ঘুৰি ফুৰিলেই নহ'ব নহয়। মানুহজনীৰ কি অৱস্থা কৰিছ। তাইৰ বৰ কষ্ট হৈছে। আমি এদিন গৈছিলোঁ। ল'ৰা দুটাই আমি অহাৰ সময়ত খুব কান্দিলে।"

কথাটো শুনি মই আচৰিত হ'লো। দিল বাহাদুৰহঁত যশোৱাক চাবলৈ গৈছিল। এই কথাটো তাই মোক ক'ব লাগিছিল। তাই মোক এই কথা কোৱাৰ প্ৰয়োজন বুলি নেভাবিলে। এয়ে তাইৰ মোৰ প্ৰতি বিৰূপ হোৱাৰ লক্ষণ। কিন্তু মোৰো তাইৰ প্ৰতি বিৰূপ হোৱাৰ কাৰণ নথকা নহয়। তাইৰ আকোৰগোঁজ স্ব ভাৱটো মোৰ একেবাৰে অপছন্দ। তাই মোক দিনে ৰাতিয়ে পাবৰ বাবেই মই ক্লাবৰ চকিদাৰৰ নিচিনা কাম কৰিব নোৱাৰো। অনবৰত ঘৰত ভাৰ্য্যাৰ পৰিচৰ্য্যাৰ মাজত থকাও বিৰক্তিকৰ। কাৰণ এনে জীৱনত সোঁত নাই, গতি নাই, ব্যতিক্ৰম নাই। মোৰ যশোৱালৈ পুনৰ বিৰূপ ভাৱহে হ'ল।

এই মানুহবোৰৰ সংশ্ৰৱলৈ অহাৰ পিছত মোৰ এটা গুণ বাঢ়িল। মই নিজকে লৈ আঁচনি বনাব পৰা হৈছোঁ। মগজুটো উৰ্বৰ হৈছে। এতিয়া দিল বাহাদুৰৰ মুখত যশোৱাৰ মনৰ অৱস্থাৰ এটা আভাষ পাই মই ইতিমধ্যে এটা বুদ্ধি বিচাৰি পালোৱেই। মই ভাবিলোঁ, মোৰ এতিয়া টকাৰ অভাৱ নাই, ঘৰত বন কৰা ছোৱালী এজনী ৰাখিলে যশোৱাৰ ঘৰুৱা কাম পাতলিব, তাইৰ লগ এটাও হব আৰু মাজে মাজে পুৱাই সিহঁতৰ আটাইবোৰকে দিল বাহাদুৰৰ ঘৰত থৈ গ'লে সকলো সন্তুষ্ট হব।

উভতি আহোতে জীপৰ পিছ চকা এটা ফুটিল। গোনা জীপৰপৰা নামিল। লগে লগে ময়ো। সি ক'লে, "ভালেই হ'ল আৰু এটা ট্ৰেইনিং পোৱাৰ সুবিধা হ'ল।"

এইবুলি সি কেনেকৈ 'জেক'ৰ সহায়ত চেপেটা পৰি থকা চকাটো দাঙিব লাগে, কেনেকৈ খুলিব লাগে এইবোৰ দেখুৱাই গ'ল। তাৰ হাত বৰ খৰ। সকলো কাম পাঁচ মিনিটৰ ভিতৰতে কৰিলে।

চকাটো লগাই তাৰ মুখত শ্ৰমৰ আনন্দ। সি চিগাৰেট এটা জ্বলাই ক'লে, "আৰু দুটা কথা শিকাব লাগিব। ষ্টাৰ্ট বন্ধ হৈ গ'লে কি কি পৰীক্ষা কৰিব লাগিব সেই কথা। কাৰ্বোৰেটৰ চাফা কৰিবলৈ শিকাব লাগিব। মনত ৰাখিব, মুকুন্দ বাবু, স্মাগ্‌লাৰৰ গাড়ী সদায় টিপ টপ কণ্ডিশ্বনত থাকিব লাগিব।"

ইয়াত ভালেমান নতুন কথা শিকিছোঁ। গোনাহঁতে মটৰ গাড়ীক গাড়ীহে বোলে আৰু গাড়ীৰ চকা ফুটিলে 'পাংচাৰ' হৈছে বুলিহে কয়। চোৰাং কাৰবাৰক স্মাগ্‌লিং আৰু তাৰ লগত লিপ্ত মানুহক স্মাগ্‌লাৰ বোলে। হামিদ বা গোনাহঁত স্মাগ্‌লাৰ হিচাপে গৰ্বিত। কাৰণ সাধাৰণ মানুহে সিহঁতক সাহসী আৰু চহকী বুলি ভাবে।

ইয়াৰ পিছৰ কেইদিন বেছ আৰামতে থাকিলোঁ। কাৰণ মই কাম খিনি নিয়াৰিকৈ শিকি পেলালোঁ। হামিদৰ প্ৰথম দিনাতে মোক পছন্দ হোৱাৰ বাবে এতিয়া আমি দুয়ো সমানে ডাঙৰ-দীঘল হোৱা ল'ৰাৰ দৰে কথা পাতো। গাড়ী আৰু বন্দুক চলোৱা শিকোৱা শেষ নোহোৱালৈকে গোনাই মোৰ লগত হলিগলি কৰিবলৈ ইচ্ছা কৰা নাছিল। তাৰ ট্ৰেইনিং দিয়াৰ কাম লাহে লাহে অন্ত পৰি অহাৰ লগে লগে আৰু দিন যোৱাৰ লগে লগে গাড়ী আৰু বন্দুক সম্পৰ্কে ক'বলগীয়া কথাৰ অন্ত পৰাৰ লগে লগে তাৰ ইচ্ছাকৃত গাম্ভীৰ্য কমিল আৰু সি মোৰ লগত বন্ধু হ'বলৈ হাবিয়াস কৰিলে। অৱশ্যে আগৰেপৰা সি মোক ভাল ব্যৱহাৰ কৰি আহিছে। পোনতে দেখিয়েই ইৰ্শ্বাদ খাঁই মোক তাৰ বিশ্বস্ত সহচৰ হিচাবে গঢ়ি তোলাৰ আঁচনি লোৱাৰ বাবেহে কিজানি ইহঁতে মোক খুব প্ৰাধান্য দি আহিছে। ইফালে মই লিখা-পঢ়া নেজানো বুলি গম পোৱাহেঁতেন ইহঁতৰপৰা এনে ব্যৱহাৰ কিজানি নেপালোঁহেঁতেন।

গোনাই এতিয়া মোক 'তই' বুলি মাতে। সি এদিন ক'লে, মোৰ আতিগুৰি জানিলে তই আচৰিত হ'বি। এদিন নীৰলে কম। ইমানদিন এই দুনিয়াত থাকি

এটা কথা বুজি ল'লো। কথাটো তোৰ ভাল নেলাগিব পাৰে। কিন্তু অলবৎ সঁচা কথা। মানে দুনিয়াত কাকো বিশ্বাস নকৰিবি। পুলিচবোৰৰ দৰে। সিহঁত একদম ৰাইট্। সেই বাবেই মই নিজৰ কথা কাকো নকওঁ। কিন্তু তোক ক'ম। যি বুজিলো, তয়ে ময়ে একে গছৰ পাণ।"

মই একো নমতা দেখি সি আকৌ ক'লে, "একদম চুপ? তাজ্জব কাণ্ড! অ' তোৰ মন খাৰাপ। এনে সুন্দৰ বতৰতো?"

এৰা, শীতৰ পিছ্ত সকলোতে বসন্তৰ পয়োভৰ। এতিয়া মন মাৰি থকাৰ সময় নহয়। বসন্তকাল বছৰত এবাৰহে আহে। মানুহৰ জীৱনটো চুটি আৰু বছৰবোৰো চুটি চুটি।

"মই আগতেই কৈছোঁ, মোৰ এটা কথাত খোকোজা লাগি আছে। দেউতাইহে তাৰ সমিধান দিব পাৰিব। দেউতাৰ ওচৰলৈ যাবই লাগিব। নহ'লে এই গা-পিৰপিৰোৱা বতৰতো মোৰ মন গোমা হৈহে থাকিব।"

"ঠিক আছে। লগে লগে মোৰ এটা ভাল আইডিয়া খেলাই গ'ল। বন্দুক মাৰিবলৈ শিকাব লাগে বুলি হাইঠা চাপৰিলৈ যাম। চিকাৰ কৰিম। তেতিয়া মোৰ কথা কম। ভাল লাগিব। মনটো পাতলিব।"

দেউতা আৰু বছিৰে মোক আৰু "মাটি পালোৱান" গোনাক পাই খুব ভাল পালে। সিহঁতৰ নাৱতে হাইঠা চাপৰিত চিকাৰ কৰিবলৈ যাবলৈ আহিছোঁ বুলি কোৱাত দুয়োটাই কিৰিলি পাৰিলে।

দেউতা ঃ মই জানো, কামৰ বোজা পাতলিলেই তই ওলাবিহি।

বছিৰ ঃ সি আমাক এৰি থাকিব পাৰিবনে?

মই ঃ মোৰ সদায় মনত পৰে।

গোনা ঃ আমাৰ কেবাটাৰো দুখৰ সময়ত দুটাইহে সাৰথি! মুকুন, ইহঁত দুটাক সকলোৱে কিয় ইমান ভাল পায়, জান?

মই ঃ কচোন বাৰু।

গোনা ঃ ইহঁতৰ দেহে হয়তো পাপ কৰিছে। কিন্তু অন্তৰ একদম চাফা। আৰু ইহঁতৰ টকা পইচা আৰু সা-সম্পত্তিলৈ কোনো মায়া নাই। চহকী হোৱাৰ ইচ্ছা নাই। সন্ন্যাসীৰ দৰে। কাৰোলৈ আক্ৰোশ নাই। মন সদায় খুচী।

মই ঃ তই তেনেহলে ইহঁতক উধৰপৰা মুধলৈ চিনি পালি।

বছিৰ ঃ তেনেহলে এই কেইদিনৰ ভিতৰতে আপুনি নুবুলি তই বুলি কোৱাক লৈ তইঁত বেছ ফ্ৰেণ্ড হৈছ।

দেউতা ঃ হেৰ গোনা, আমাক ইমান শলাগিব নেলাগে দে। শলাগিলে শলাগাঁঠি লাগে। আমি ইমান মহাপুৰুষ নহয় দে, "চেৰাবী" নাবৰীয়াহে।

আমি চাৰিওটা নাবৰ ছৈৰ তলত। চ'তৰ পহিলা ভাগৰ ৰ'দটো চোকা হৈছে। দেউতা আৰু বছিৰে চাউল কিমান আছে চাইছে। কাৰণ আমি হাইঠা চাপৰিত চিকাৰত মৰা চৰাইৰ মঙহেৰে বালি ভাত খাব লাগিব। মোৰ মনত অপাৰ আনন্দ। ব্ৰহ্মপুত্ৰখন দেখিলেই মই সুকীয়া মানুহ হৈ পৰোঁ। তদুপৰি ভালেমান দিনৰ অন্তত দেউতা আৰু বছিৰক লগ পাইছোঁ।

দেউতাই আমাক চাহ আৰু আদাৰ ৰস দি বনোৱা বিস্কুট খাবলৈ দি মোক ক'লে, "এদিন আমি দুয়োটা গৈছিলোঁ। তই নাই। আহিবৰ সময়ত ৰঞ্জুহঁতে আমাক ভৰিত সাৰট মাৰি মাৰি ধৰিছিল। আমাৰ মন খাৰাপ হৈ গৈছিল। যশোৱাৰ মনটো কিন্তু ফৰকাল নহয়। আমাৰ ওচৰত তাই ওজৰ দিলে।"

মই ব্যগ্ৰ হৈ সুধিলো, "কি ওজৰ?"

বছিৰেহে মাত লগালে, "তই হেনো তাইক পাত্তা নিদিয়। তাই আমাক ক'লে — "তোমালোক হাত দীঘল মানুহ, তাক আকৌ চকিদাৰ কৰি দিয়া।"

মই বেছি কৌতুহল দেখুৱাই সুধিলোঁ, "তোমালোকে কি ক'লা?"

দেউতাই ক'লে, "মই ক'লো বোলো দুখোজ আগুৱাই যাওঁতে তই পাছফালৰপৰা আজুৰি পিছুৱাই নানিবি। সি ঠিক বাটেৰেহে বাট বুলিছে। এতিয়া ভুল কৰিলে আৰু পিছত শুধৰাব নোৱাৰি। মোৰ বেলিকা সেয়ে হ'ল। যেতিয়া থিতাপি ল'ব লাগিছিল তেতিয়া আকৌ মোৰ মন কমোৱা তুলা হৈ আছিল।"

দেউতাই যশোৱাক দিয়া উত্তৰটো মোৰ পছন্দ হ'ল। মই ধৰি ল'লো যে যি কেইটা প্ৰশ্নৰ মই উত্তৰ পোৱা নাই তাৰ উত্তৰ দি দেউতাইহে মোৰ মনৰ খুদুৱনি মাৰিব পাৰিব।

গোনাৰো কিজানি বৰ লুইতক ভাল পোৱা মন এটা আছে। কিজানি সকলো মানুহকে ঈশ্বৰৰ বিনন্দীয়া পৃথিৱীখনে মুগ্ধ কৰিব পাৰে।

চ'তৰ বাউলী বতাহত চাপৰিৰ বন বিৰিণাই নাচি থকা আৰু মুহূৰ্তে মুহূৰ্তে বৰ লুইতে ৰং সলোৱা চাই চাই গোনা অৰ্থাৎ থানু নেওগ বিভোল হৈ পৰিল।

তাৰ ওচৰতে বহিৰো থিয় দি আছে। সি গোনাক মাতি আমনি দিবলৈ ইচ্ছা কৰা নাই। সিহঁত নাৱৰ মাজ ভাগত। দেউতা আৰু মই ছৈৰ তলত। সি কঁকালত হেকিমী মালিছ এটা ঘঁহি আছে আৰু মোৰ ল'ৰা দুটাৰ কথাও কৈ আছে। মোক যশোৱাৰ ওফন্দ ভঙাৰ বুদ্ধি কেইটামানো দিছে। মই এই বুদ্ধিত পতিয়ন যাব খোজা নাই। মোৰ মনত আকৌ সংশয়। অৱশ্যে ইৰ্শ্বাদক লগ পোৱাৰ আগতে মোৰ এই সংশয় দুৰ কৰিবলৈ দেউতাই বহু যুক্তি দেখুৱাই বহু কথাই কৈছিল। এতিয়া সেইবোৰ যুক্তিয়ে মোক সবল কৰিব পৰা নাই। গতিকে দেউতাক কথাটো কেনেকৈ সোধোঁ তাকে ভাবি আছোঁ।

"তই দেখোন মাছৰ দৰে দৰক লাগিলি?"

"এটা কথাই মনটো তল ওপৰ কৰিছে। মই বাৰু একাঠু বোকাত নামিলোঁ নেকি? এই বোকাতে পোত যাম নেকি?"

"অ', বুজিলো। কথাটো কায়দা লগাই কৈছ। প্ৰথম কথা হ'ল, তই আঁতৰি থাকি স্মাগলিং বন্ধ কৰিব নোৱাৰ। দ্বিতীয়তে, বেপাৰীতকৈ গ্ৰাহকৰহে এনে স্মাগলিঙৰ দৰ্কাৰ বেছি — চৰকাৰৰ ভণ্ডামি আৰু গাফিলিৰ কাৰণেই।"

"মোক জানো এই লাইনে শুজিব?"

"অলবৎ। তই কিবা স্কুল-কলেজত পঢ়া ভো ভো পণ্ডিতনে কি যি কাৰণে তই অইন লাইন ল'ব পাৰিবি। শুন। মানুহে হাৰ মানিব নোৱাৰে। মানুহ আজব জীৱ। মানুহে য'তে ত'তে, আনকি অতি অসম্ভৱ যেন লগা অৱস্থাতো, নিজকে খাপ খুৱাব পাৰে কাৰণেই সি মানুহ । আমাৰ কথাকে চাচোন। নদীয়েই আমাৰ ঘৰ, অথচ বেমাৰৰ নামত আমাৰ মূৰৰ বিষ এটাও নাই। ঘৰত থাকিবলৈ আমাৰ কষ্ট হ'ব পাৰে। সেইবুলি আমি ঘৰৰ ভিতৰত থাকিব নোৱাৰিমনে? কি কৱ ? এতিয়া কথাটো পৰিষ্কাৰ হ'লনে?"

"কিন্তু স্মাগ্‌লিঙত যে ইমানবোৰ চৈত্তান।"

"ইয়াক চৈত্তানৰ কাম বুলিও ক'ব নোৱাৰি। স্মাগ্‌লিঙত মন বহাৰ পিছত তই এনেকৈ কব নোৱাৰিবি। মোহৰ নিচাত যেনেকৈ মানুহে বহুত কিবাকিবি ভাল পাই পেলায়— সংসাৰ, ল'ৰা-ছোৱালীক — সেইদৰে স্মাগ্‌লিঙক ভাল পোৱাও এটা নিচা, অন্তৰে বিচৰা বস্তু। এই নিচাৰ তুলনাত লাভখিনি তুচ্ছ। এই বেবচাই অন্ততঃ মানুহৰ সময় কটোৱাৰ বহখিনি বিৰক্তি নাইকিয়া কৰে। তই

পাপ-পুণ্যৰ কথা ভাবিছ নেকি? হেৰ, মই চিঞৰি চিঞৰি ক'ব পাৰো। বোলোঁ পাপ আৰু পুণ্যৰ মাজত থকা বেৰখন তেনেই লেহুকা, ফুটা ওলোৱা। পুথিবোৰে আমাক ভয় খুৱাই থাকিলেই হ'বনে?"

মই সমিধান পাই গ'লো। মোৰ সংশয় দূৰ হ'ল। মোৰ ভগবানৰ সুন্দৰ সৃষ্টি এই বিশাল ব্ৰহ্মপুত্ৰখনলৈ চাই চাই এতিয়া ক'বৰ ইচ্ছা গ'ল, "হে ভগৱান, তুমি যদি ইমান বিবেচক তেনেহলে দেশত ইমান অনিয়ম কিয়? পুণ্যবানে ভু-নোপোৱা এই পৃথিবীখন ইমান ভয়ানক আৰু চিত্তাকৰ্ষক কিয়। তোমাৰ পৃথিবীত ব্যভিচাৰী আৰু খুনীও খুচী হৈ আছে, অথচ সৎ আত্মাবোৰক বেদনাই দহিছে। তুমি নাই বুলিহে ভাব হয়।"

হাইঠা চাপৰিৰ ফালে আমাৰ নাও চলিল। আমি অ'ঢ়ে ঘণ্টাৰ মূৰত পালোঁগৈ।

হাইঠা চাপৰি লোকালয়ৰ পৰা ভালেখিনি নিলগত। ষ্টিমাৰখন এইখিনি নেপাইহিয়েই। সেই কাৰণে ইয়াৰ আকাশ, মাটি, বতাহ, তৰুলতা, সকলো আপুৰুগীয়া। এইবোৰত মানুহৰ নিষ্ঠুৰ হাত পৰা নাই কাৰণেই এই চাপৰিয়ে, কাষৰ ৰূপালী পানীয়ে আৰু অনন্ত আকাশে চিত্তক টানি নিয়ে।

বছৰে বছৰে পলস পৰা হাইঠা চাপৰিৰ ডাঠ সেউজৰ মাজত বহুত অজলা জানোৱাৰ। পানীৰ কাষৰ বালিত বহুত নানাৰঙী চৰাই। ই চিকাৰীৰ স্বৰ্গ।

হাইঠা চাপৰিত হাইঠা থাকিবই। হয়তো বহুত চৰাইৰ মাজত থকাৰ কাৰণে হাইঠাবোৰ চকুত পৰা নাই। তদুপৰি হাইঠা বোলে মাটিত নপৰে। হাইঠাৰ বাহিৰেও তৃপ্তিকৰ মঙহৰ বহুত চৰাই আছে: উলু ম'ৰা, শৰালি, বনৰীয়া ৰাজহাঁহ ইত্যাদি।

আমাৰ চাৰিওটাই বন্দুক চলাব জানো। কিন্তু চিকাৰৰ চখ বেছি গোনাৰহে। তাৰ বন্দুকত দুটা পৰঘোমা চৰাই পৰিল। সি হঠাতে ভুমুকি মৰা বন কুকুৰা এটা মাৰি মোক ক'লে, "ইহঁত দুটাই এতিয়া খোৱাৰ যোগাৰ কৰক। আমি আগুৱাই যাওঁ, আহ। কেইটামান বনৰীয়া হাঁহ ইৰ্শাদকো দিব লাগিব। তাৰ এজনী বিবি হেনো ৰষ্ট বনোৱাত ওস্তাদ।"

গোনাৰ এই কেইটা কথাই মোক দুটা কথাৰ সম্ভেদ দিলে। প্ৰথম কথা হ'ল মোক ইয়ালৈ লৈ অহাৰ কথা ইৰ্শাদে জানে আৰু দ্বিতীয় কথা হ'ল — ইৰ্শাদৰ মৌচম মঞ্জিলত থকা বিবিবোৰ তেনেই মমৰ পুতলা নহয়, সিহঁতে কিজানি

মাজে মাজে সোৱাদ লগাকৈ ৰান্ধি ইৰ্শ্বাদক সন্তুষ্ট কৰে।

চাপৰিৰ পাৰে পাৰে আহি থাকোঁতে মই কৌতূহল দমাব নোৱাৰি গোনাক সুধিলোঁ, “তাক ইমানবোৰ তিৰোতা লাগেনে? বাহিৰত আৰু আছে দেখোন!” সি ক'লে, “সেইবোৰ কেলেঙ্কাৰী কথা। তিৰোতা গোটোৱাটো ইহঁতৰ এটা বাহদুৰি ঃ চা, মোৰ কিমান প্ৰতাপ। সিফালে লালসা থাওঁক বা নেথাওক। ‘নেফা'ৰ গাওঁ বুঢ়াবোৰে মেথোন ৰখাৰ নিচিনা কথা। ধনে তিৰোতালৈ খঁকটো বেছি কৰে কিজানি। পিছে লালসাৰ জানো শেষ আছে ? নিকাহ্ কৰাই অনাৰ অলপ পিছতে ধনী মানুহৰ বেগম গৰাকী পুৰণা হয়। ইয়াকে কয় বোলে বাৰীৰ ঘাঁহে গোহালিৰ গৰুৱে নিমিলে। বোধকৰোঁ ইহঁতক সহজে পোৱা যায় কাৰণে। ইহঁতক লুতুৰা স্বভাৱটোৱে লগ নেৰে। সেই কাৰণেই বাহিৰত তাৰ মন বেছি। বিবিহঁত যিমানেই ধুনীয়া হওঁক লাগে। হেজাৰ হওক সিহঁত দুখীয়া মানুহৰ ছোৱালী। গতিকে মঞ্জিলৰ ভিতৰতে খৰলি পিটি থাকে। খোৱা ভাল, থকাত আৰাম, অথচ কাম নাই। গতিকে দুবছৰমানৰ ভিতৰত বিবি কেইজনীৰ গাবোৰ মঙহেৰে লোথোপ থোপ হয়। ফলত ইৰ্শ্বাদ নেলাগে আনৰ চকুকো সিহঁতে তৃপ্তি দিব নোৱাৰা হয়। সিহঁত মালী, চকীদাৰ আৰু বজাৰ কৰা মানুহৰ ভোজ হয়। মুঠতে সকলো ফালেই চোৰাং বিজ্‌নেচ। এবাৰ এজনী বেগম সম্পৰ্কীয় বুলি দেখা কৰিবলৈ অহা ডেকা এটাৰ লগত ধৰা পৰিল। ইৰ্শ্বাদে তাইক তুৰন্তে তালাক দি সেই ডেকাটোৰ লগত যাবলৈ দিলে। ডেকাটো আছিল জোতা বেপাৰী। তাই ইয়াত জেলত থকাৰ দৰে থকাতকৈ তাৰ লগত গৈ ভালেই পালে। এজনী ড্ৰাইভাৰ এটাৰ লগত নিৰুদ্দেশ হ'ল। ইৰ্শ্বাদে বিচাৰি উলিয়াব পাৰিলেহেঁতেন। কিন্তু ইচ্ছা নকৰিলে। এই দুজনীক ধৰিহে তাৰ পাঁচজনী তিৰোতা।”

“আৰু ল'ৰা-ছোৱালী?”

“কেবাটাও আছে। ডাঙৰ হলেই সিহঁতক আঁতৰত পঢ়িবলৈ পঠায়।”

“কিমান ডাঙৰ হৈছে?”

“বেছ ডাঙৰ হৈছে। দুটামানে কলেজ পাবৰ হৈছে। সিহঁতৰ কাৰণে বহুত খৰচ। সিহঁত দিল্লীৰ ফালে পাব্লিক স্কুলত পঢ়ে। আনকি ছোৱালী কেইজনীয়েও তাতে পঢ়ে।”

“মুঠতে কেইটা ল'ৰা ছোৱালী।”

"মোৰ হিচাবত আঠটা।"

পানীৰ যুৱলিত জিৰণি লৈ থকা নাহৰফুটুকী এটা আমাক দেখি পলাল। দঁতাল গাহৰি এটাইহে আমাৰ ফালে ভেবা লাগি চাই থাকিল। গছৰ ডালত কুৰুৱা চৰাইৰ আৰাও শুনিলোঁ। ওখ চতীয়না গছ কেইজোপাত থকা বহুত কপৌৱে একেলগে কুৰুলিয়ালে।

আমি ভিতৰলৈ নোসোমালোঁ। আমাৰ লক্ষ্য হ'ল ধেনুভিৰীয়াকৈ জাকপাতি উৰি অহা শৰালি হাঁহবোৰ। গোনাই বন্দুকটো মোৰ হাতত দিলে। এজাঁই গুলীতে পাঁচটা নোদোকা শৰালি আকাশৰপৰা খহি পৰিল। আৰু এজাঁই মাৰিলোঁ। এইবাৰ তিনিটা। মই উত্ৰাৱল হৈ চিঞৰিলো। গোনাই মোক মনে মনে থাকিবলৈ ইঙ্গিত দি মোৰ পৰা বন্দুকটো ল'লে। সি হাতত সাৰে ভৰিত সাৰে হাবিত সোমাল। অলপ পিছত বন্দুকৰ আৱাজ শুনিলো। মই শৰালি কেইটা দুজোঁটকৈ বান্ধিলো। এনেতে দেখিলোঁ যে গোনাই গধুৰ উলু ম'ৰা এটা বন্দুকত ওলোমাই লৈ আহিছে।

সি ক'লে "আজিলৈ চখ মিটিলে দে। উলু ম'ৰা মৰাটো এলাপেচা চিকাৰীৰ কাম নহয়। ইয়াৰ মঙহেই উত্তম। আন একো মঙহে ইয়াৰ লগত ফেৰ মাৰিব নোৱাৰে। এতিয়া দেউতাহঁতে ইয়াকহে ৰান্ধিব লাগিব।"

আমি লৰালৰিকৈ দেউতাহঁতৰ ওচৰ পালোঁহি। সিহঁতে ইতিমধ্যে চৰুত চাউল বহালেই। হাঁহ দুজোঁট ছৈৰ তলত থ'লোগৈ। বছিৰে উলু ম'ৰাটোৰ পাখি গুচোৱাত লাগিল। দেউতাই আমাৰ হাতে হাতে একো কাপ কফি দিলেহি।

কফিৰ কাপত চুমা দি গোনাই মোক ক'লে, "এতিয়া আমি হাবিৰ ভিতৰ সোমাম দেই। পাল খোৱা মাইকী গাহৰি চাম।"

বন ফালি আহি এৰালিয়ে ঘেৰি থকা ডোবা এটা পালোঁ। গোনাই ক'লে যে এনে ঠাইলৈ পাল খোৱা গাহৰিজনী আহি মাত দিয়েহি আৰু লগে লগে গাহৰি গোঁ গোঁ শব্দ কৰি ওলায়হি। মোৰ কপাল ভালে থাকিলে ঘটনাটো দেখি যাব পাৰোঁ।

কিন্তু তালৈকে খপি থকাটো কম ধৈৰ্য্যৰ কথা নহয়। মুকলিত পমা গছ এজোপা পৰি আছিল। আমি তাতে বহিলোঁ। সি মুখত চিগাৰেট এটা গুজি মোৰ ফালে ধুনীয়া পেকেটটো আগবঢ়াই দি ক'লে, "নিজৰ কথা ক'ম বুলি তোক কথা দিছিলোঁ নহয়। এতিয়া চব ক'ম।..........."

এইবুলি আৰম্ভ কৰি সি অন্তৰ খুলি নিজৰ কাহিনী কৈ গ'ল ঃ

তাৰ ঘৰ আছিল চুঙীত। গোলাঘাট আৰু যোৰহাটৰ মাজত থকা এই অঞ্চলটোৰ ওচৰত চাহ বাগিছাও আছে, সাৰুৱা পথাৰো আছে। চুঙীৰপৰা গোলাঘাটৰ ফালে গৈ থাকিলে দক্ষিণ হেঙেৰা হাট পোৱা যায়। এইখন বৰ ডাঙৰ হাট। গোটেই শিৱসাগৰ জিলাখনৰ গৰু ম'হৰ তাত কিনা-বেচা হয়।

গোনা ওৰফে থানু নেওগৰ বাপেক ভাবিত নেওগ পেটে ভাতে খাই থকা মানুহ আছিল। ভাবিতৰ কমাৰ হিচাবেও বেছ নাম আছিল। সি খেতিৰ কাম নথকা দিনকেইটা নাঙলৰ ফাল, দা কটাৰী আদি বনাই ওপৰঞ্চি উপাৰ্জন কৰিছিল।

গোনাৰ মাক কনকা বৰ ধুনীয়া তিৰোতা আছিল। ভাবিত চাপৰ আছিল বাবেহে গোনা চাপৰ হ'ল। তাৰ নাক মুখত মাকৰ চেহেৰাৰ কিছু মিল আছে বুলি মানুহে কয়।

কনকা তেতিয়া ভৰ গাভৰু আৰু গোনা দুবছৰীয়া। সংসাৰ সুন্দৰকৈ চলিছিল। কিন্তু হঠাতে এই সংসাৰত জুই জ্বলিল। বাৰিষা বাৰীত বাঁহ কাটিবলৈ যাওঁতে ভাবিতক সাপে খুটিলে। বেজ গিয়ানী লগোৱা হ'ল। কিন্তু ভাবিত নেবাচিল।

কনকাই দিক্‌বিদিক শূন্য দেখিলে। তিতাবৰৰ পৰা তাইৰ বাপেক মাক আহিল। শাধকৰম শেষ হোৱাৰ পিছত বাপেকে জীয়েকক নিজৰ ঘৰতে ৰখাৰ প্ৰস্তাৱ কৰিলে। কিন্তু কনকা মান্তি নহ'ল। তাই বেছ ধৈৰ্য্য ধৰি থাকিব পৰা তিৰোতা। তাই ভাবিলে, বিয়া দিয়া ছোৱালীৰ বাপেক-মাকৰ ঘৰত স্বত্ব নাই।

এটা মৰকীয়া পোৱা গ'ল। তাৰ নাম বিষ্ণু। এই বিষ্ণুৱেই গাভৰু মানুহজনীৰ কণাৰ লাখুটি হ'ল। আৰু এটা অসময়ত হেনো কনকাৰ তালৈ এজন মানুহ আহি আছিল। তেওঁ শিক্ষিত ডেকা। নামটো হৰিপ্ৰসাদ ভূঞা। এতিয়া এইটো বিখ্যাত নাম। তেওঁ হিংসাত বিশ্বাসী কমিউনিষ্ট পাৰ্টি এটাত সোমাই জেল খাটিছিল। পিছত এম-এল-এ হৈছিল। এতিয়া গুৱাহাটীত এজন ডাঙৰ উকীল।

এই হৰিপ্ৰসাদ ভূঞাৰ ঘৰ আছিল দক্ষিণ হেঙেৰাত। তেওঁ গোনা ওপজাৰ আগৰেপৰা চৰকাৰৰ ৰোষত পৰা মানুহ। গোনা ওপজাৰ সময়ত হৰিপ্ৰসাদ ভূঞাৰ পাৰ্টিটো নিষিদ্ধ আছিল। এই পাৰ্টিৰ মানুহবোৰ দেশী চৰকাৰৰ চকুৰ আঁৰত লুকাই চুৰকৈ থাকিব লগীয়া হৈছিল। পুলিচে চোৰাংচোৱাৰপৰা খবৰ পাইছিল যে মাৰ্ঘেৰিটা, থাওৰা আৰু ৰজাবাৰীৰ ডকাইতিবোৰ এই পাৰ্টিৰ মানুহেই কৰিছিল। ডকাইতিৰ ধৰণ একে। শনিবাৰে দৰমহা দিবলৈ হুণ্ডিৰ টকা নিওতেই তিনিওটা ডকাইতি হৈছিল। এই ডকাইতৰ দলটোৱে চুঙী দক্ষিণ হেঙেৰা অঞ্চলত গঢ় লৈ উঠিছিল। দলটোক ধৰা পেলাবৰ বাবে পুলিচে ৰাইজৰ পৰা সহায় পোৱা নাছিল। কিয়নো এনে ডকাইতিৰ আঁৰত এটা সৎ অভিপ্ৰায় লুকাই আছিল।

এই দলৰে এজন হ'ল হৰিপ্ৰসাদ ভূঞা। তেতিয়া তেওঁ এজন দেশৰ উজ্জ্বল ভবিষ্যত দেখা, কলেজৰ পৰীক্ষা সাং কৰি অহা ডেকা। ভূঞাৰ ভাবিত কমাৰৰ লগতো চিনাকি আছিল। ভাবিতে পেলনি যোৱা লোহাৰ চুঙাৰে তেওঁক বন্দুকৰ নল বনাই দিছিল। সেই সময়তেই কনকাৰ লগতো হৰিপ্ৰসাদ ভূঞাৰ চিনাকি। এই চিনাকি আছিল সৰ্বনশীয়া। তাৰ বাবে গোনাই মাকক জগৰ নিদিয়ে। দুনিয়াৰ গতি-বিধি বুজি এতিয়া সি মাকক প্ৰশংসাৰে বিচাৰ কৰিবলৈ সমৰ্থ হৈছে।

ভাবিতৰ মৃতুৱে হৰিপ্ৰসাদ ভূঞাক বিচলিত কৰিছিল। তেওঁ কনকাক সান্ত্বনা দিছিল। মাজে মাজে খা-খবৰ কৰিছিলহি। বিপদে কাবু কৰিব নোৱাৰা মানুহজনীয়ে আত্মগোপন কৰি থকা হৰিপ্ৰসাদক বৰ আকৰ্ষণ কৰিছিল। কনকাৰ কেৱল দুৰ্যোগৰ মুখামুখি হ'ব পৰা সাহসেই নাছিল, তাইৰ আছিল দুকুল ওপচোৱা যৌৱন। মাকৰ বিষয়ে নিৰপেক্ষভাৱে জানিবলৈ বিচাৰি গোনাৰ এটা কথা জানি ভাল লাগিছিল যে বাঁৰী ভাত খোৱা যুৱতী কনকাই সমাজৰ বান্ধোন নেওচা দি জীৱন-দেৱতাৰ উপাসিকা হৈছিল। ৰূপকথাৰ কোঁৱৰৰ দৰে তাইৰ ওচৰলৈ আহি হৰিপ্ৰসাদে তাইক জীয়াই থকাৰ সোৱাদ দিছিল। হৰিপ্ৰসাদ সঁচাকৈয়ে ৰহস্যময় কোঁৱৰ আছিল। কাৰণ যিদিনা তেওঁ কনকাৰ কাষলৈ আহিছিল, তাৰ পিছদিনাই হয়তো তেওঁ পুলিচৰ গুলীত শেষ হৈ যোৱাৰ আশঙ্কাও আছিল। সেই কাৰণেই হয়তো এই গোপন প্ৰেম উপকথাৰ প্ৰেমৰ দৰে নিৰ্মল আৰু অকৃপণ আছিল। কথাটো ওচৰ-চুবুৰীয়াই নজনাকৈ থকা নাছিল। কিন্তু কোনেও বিশেষ বু-বু বা-বা লগোৱা নাছিল। এইটো মানুহখিনিৰ মহৎ গুণৰ চিন বুলিহে গোনাই ভাবে।

কাৰণ তেওঁলোকৰ হেনো হৰিপ্ৰসাদলৈ শ্ৰদ্ধাও আছিল ভয়ো আছিল। হয়তো কনকালৈকো তেওঁলোকৰ দয়া হৈছিল।

কিন্তু অকস্মাতে ঘটনাই এনে এটা ৰূপ ল'ব বুলি কনকাই ভবা নাছিল। হৰিপ্ৰসাদে দুপৰ নিশা জগাই ফোঁপাই ফোঁপাই কৈছিল, "মহিমা বাগিছাৰ মালিক খতম। মোৰ লগৰ দুটা ধৰা পৰিছে। সেয়েহে মোকো হয়তো ধৰিব।"

ইয়াকে কৈ, কনকাৰ হাতত মোনা এটা দি হৰিপ্ৰসাদ লুকাই পৰিছিল। মোনাটোত কিছুমান কাগজ পত্ৰ আৰু কেইটামান মানুহৰ ছবি। তেওঁৰ দলৰ মানুহৰ ছবি নহয় বুলি কনকাই বুজিছিল।

হৰিপ্ৰসাদ পলোৱাৰ অলপ পিছতেই কনকাৰ ঘৰ ঘেৰাও কৰিছিল। তাইৰ হাতত সেই মোনাটো পোৱা গৈছিল। এয়ে পূৰা প্ৰমাণ। যি কেইটা মানুহৰ ছবি পোৱা হৈছিল, সিহঁত হৰিপ্ৰসাদহঁতৰ মতে দেশদ্ৰোহী আৰু ডকাইতৰ দলটোৱে সিহঁতক হত্যা কৰাৰ আঁচনি লৈছিল। কথাটো হয়নে নহয় অনুমান কৰা কঠিন। কিন্তু পুলিচ বিষয়াবোৰে এনে এটা ব্যাখ্যাকে দাঙি ধৰিছিল।

পুলিচ বিষয়া ধৰ্মেশ্বৰ শইকীয়া যিমান নিষ্ঠুৰ আছিল, সিমান লম্পটো আছিল। কেৱল সিয়েই নহয়। এটাৰ পিছত এটাকৈ তিনিটাৰ তাইৰ দেহাৰ ওপৰত সেই ৰাতি উৎপীড়ন চলিছিল।

হৰিপ্ৰসাদ ভূঞা ধৰা পৰিছিল। বিচাৰত মুক্তি নোপোৱা পৰ্য্যন্ত সি আঢ়ৈ বছৰ জেলত আছিল।

ইতিমধ্যে কনকাৰ জীৱনলৈ বহুত পৰিবৰ্ত্তন আহিছিল। তাইক মাক বাপেকে তিতাবৰলৈ লৈ গৈছিল। বাপেক হাত দীঘল মানুহ আছিল কাৰণে তাইক বয়ন বিভাগত কামত সুমুৱাই দিছিল।

গোনা তিতাবৰতে ডাঙৰ দীঘল হৈছিল। সি তাত হাইস্কুলৰ শেষ শ্ৰেণীলৈকে পঢ়িছিল। ককাক আৰু আইতাক মৰাৰ পিছত তাক আৰু মাক কনকাক তিতাবৰৰ ঘৰখনে আগৰ দৰে নোচোৱা হ'ল। আৰু সিহঁতক আপদ যেন ভবা হৈছিল। তাকে এদিন কনকাই তাৰ আগত চকুলো টুকি টুকি কৈছিল।

কেৱল উইভিং বিভাগৰ চাকৰিটোকে সমল হিচাবে লৈ কনকা সেইখন ঘৰৰপৰা ওলাই আহিছিল। বাপেকে ভাবি চিন্তিয়েই তাইৰ নামত এডোখৰ মাটি লিখি দিছিল। তাতে সামান্য ঘৰ এটা সাজি মাক আৰু পুতেক থাকিবলৈ

লৈছিল। কনকাৰ চাকৰিটো নথকা হ'লে তাই বাপেকৰ ঘৰখনতে লেদেনা উকটি থাকিব লাগিলহেঁতেন।

গোনাই আকৌ স্কুলত পঢ়িছিল। সি মেট্ৰিক পাছ্ কৰিছিল। সি যোৰহাটত কলেজত পঢ়াৰ কোনো উপায় নাছিল। ইফালে খেতি-বাতি কৰা বা খেতি তদাৰক কৰাৰো উপায় নোহোৱা হৈছিল। কাৰণ চুঙীত বৰ দেউতাকে ভাবিতৰ সকলো মাটি নিজৰ কৰি লৈছিল। সিফালে চাকৰি এটা পোৱাও সহজ কথা নাছিল। তাৰ চাকৰি বিচাৰোতে দুবছৰ গৈছিল। কিন্তু ক'তো তাৰ কাৰণে চাকৰি নাছিল। নিষ্কৰ্মা অৱস্থাত মনৰ গতি সলনি হৈছিল। সি সেই অঞ্চলৰ প্ৰায়বোৰ ঠগ-প্ৰৱঞ্চক আৰু অপৰাধী মানুহবোৰৰ লগ লাগিছিল। এইবোৰত লিপ্ত হৈ পৰিছিল ' তাৰ এটা দলো আছিল। এই দলটোক মানুহে ভয় কৰি চলিছিল। এনে সময়তে এই দলটোলৈ এটা সুযোগ ওলাইছিল। অসমত ধান-চাউল উৎপন্ন একেদৰে থকাৰ বাবে নিজ ঠাইৰ চাউলে নিজৰ মানুহখিনিকে খাবলৈ নুজুৰিছিল। সিফালে নাগালেণ্ডে ধান-চাউলৰ বাবে অসমলৈহে বাট চাই আছিল। নগাবোৰৰ হাতলৈ কিবা কাৰণত বহুত টকা আহিছিল। অথচ কচু-হালধি আদিৰ বাহিৰে তাত খোৱা বস্তু একো নাছিল।

ইফালে চৰকাৰে বিনা অনুমতিত এঠাইৰপৰা এঠাইলৈ ধান-চাউল নিয়াটো বন্ধ কৰি দিছিল বাবে ধান-চাউলৰ ক'লা বজাৰে গা কৰি উঠিছিল।

জালুকনিৰপৰা বৰহোলালৈকে তিতাবৰৰ এই বৃহৎ অঞ্চলটোত খুব ধান হয়। গতিকে তিতাবৰৰপৰা ধান-চাউলৰ চোৰাং কাৰবাৰ কৰা সুচল হৈছিল। ইয়াৰ গুৰি ধৰিছিল এটা মাৰোৱাৰীয়ে। এই কামত তাৰ সহায় হৈছিল গোনা আৰু তাৰ দলটো। মাৰোৱাৰীটোৰ দহখন ট্ৰাক আছিল। একোখন ট্ৰাক এৰাতিৰ ভিতৰতে ঘাঁচপানী-কহিমাৰ অঞ্চলত ধান-চাউল থৈ ঘূৰি আহিব পাৰিছিল। গোনাহঁতৰ হাতলৈ বহুত টকা আহিছিল। আচৰিত কথা যে মাক কনকাই তাক ৰাতি ৰাতি ক'ত ঘুৰি ফুৰ বুলি সোধা নাছিল। হয়তো পুতেকৰ গাত সেই হৰিপ্ৰসাদ ভূঞাৰ লক্ষণ আছে বুলি ভাবিহে ভাল পাইছিল। সিহঁত থকা ঘৰটো আগতকৈ ভাল হৈছিল।

এদিন যেতিয়া গোনাই একেলগে পাঁচ হেজাৰ টকা মাকৰ হাতত দিছিলহি মাকে আচৰিত হৈ কৈছিল, "মই হ'লে কথাটো ভাল দেখা নাই। এইবোৰ এৰ।" তাকে শুনি গোনাই কৈছিল, *কিয় এৰিম? সৎ হিচাপে জীয়াই থাকিবলৈ এখন*

দেশৰ মানুহে আমাক কি সুবিধা দিছে? যি দেশৰ পুলিচে পাঁচবছৰীয়া ল'ৰাটোৰ আগতে মাকক অত্যাচাৰ কৰিব পাৰে, ইজ্জৎ নষ্ট কৰিব পাৰে (গোনাই যে সেই নিলৰ্জ্জ কাণ্ড দেখিছিল, সি পিছতহে ক'লে) সেইখন দেশত কিহৰ ন্যায় বিচাৰ আছে। বাঁৰী বোৱাৰীয়েকক ঠগি যদি বৰজনাকে মাটি বাৰী হজম কৰিব পাৰে আৰু গঞা মনে মনে থাকে, সেইখননো সমাজনে ?"

মাকৰ মাতিবলৈ একো নাছিল। গোনাৰ তেতিয়া ভাব হৈছিল যে এইখন সমাজত অন্যায়ৰ পৰা বাচি থাকিবলৈ হ'লে নিজৰ হাতত ক্ষমতা থাকিব লাগিব আৰু এনে ক্ষমতা ধনৰ যোগেদিহে হয়।

কিন্তু ধানৰ চোৰাং বজাৰ কৰাও সহজ কাম নাছিল। এক ট্ৰাক চাউল ডিমাপুৰলৈ লৈ যাওঁতে ৰাতি গোলাঘাট এৰাৰ পিছতে গোনাহঁতক পুলিচে আগুৰি ধৰিছিল। দুয়োপক্ষৰ মাজত গুলীয়াগুলী চলিছিল। দুই পক্ষৰ লোকেই আহত হৈছিল। মাল জব্দ হৈছিল। গোনা ধৰা পৰিছিল। তাৰ জেল হৈছিল।

জেলতেই তাৰ আন এটা লাভ হৈছিল। জেলত অধঃপতিত মানুহবোৰৰ বৃথা ভেম, নীচামি, লোভ, খিয়লাখিয়লি আৰু লেতেৰা স্বভাৱবোৰ তাৰ ভাল নেলাগিছিল। কিন্তু এটা মানুহক তাৰ বৰ ভাল লাগিছিল। সি সাধাৰণ কয়দীবোৰৰ লগত মিলামিছা কৰা নাছিল। সি কয়দীবোৰৰ ওপৰত হুকুম চলাইছিল। তাৰ হাতত পইচা আছিল। সেইবাবে সি থকা-খোৱাত কষ্ট পোৱা নাছিল। সিয়েই আছিল চাজ্জান সিং। বিহাৰী মানুহ। শিলৰ মূৰ্তিৰ দৰে তাৰ চেহেৰা। সি আছিল ইৰ্শ্বাদ খাঁৰ মানুহ। গোনাই তাৰ মুখেই প্ৰথম ইৰ্শ্বাদ খাঁৰ কথা শুনিছিল। ইৰ্শ্বাদৰ কাৰণে পৃথিৱীখন দুবাৰদলিৰ গালিছাৰ দৰে যদিও ইৰ্শ্বাদৰ মানুহৰ জেল কেনেকৈ হয় বুলি সোধাত চাজ্জানে কৈছিল, "অভাৱত পৰা চব ছোৱালীয়েই বেশ্যা নহয়। সেইদৰে একচাইজৰ চব অফিচাৰেই ঘোচৰ দাস নহয়। এটা কালান্তক এক্চাইজ চুপাৰ আহিল। সি আমাৰ বস্তু বাহানি অনা ট্ৰাক এখনত 'ৰেইড' চলালে। মিঠা তেলৰ টিনৰ মাজত কানি পাই গ'ল। সেয়া মোৰেই কানি বুলি ক'বলগীয়া হ'ল। মই জেল খাটিবলগীয়া হ'ল। ইৰ্শ্বাদ আকাশৰ তৰাৰ দৰে দূৰৈতে জিক্মিকাই থাকিল। পিছে এতিয়া মোৰ ইয়াত 'ৰেষ্ট'হে হৈছে। ঘৰখন ইৰ্শ্বাদেই পোহপাল দি আছে। এইটোৱেই নিয়ম।"

চাজ্জানেও গোনাক বৰ পছন্দ কৰিছিল। চাজ্জানে আগতে খালাচ পাইছিল। গোনায়ো খালাচ হোৱাৰ পিছত চাজ্জানৰ ওচৰ পাইছিলগৈ। চাজ্জানৰ যোগেদিয়েই গোনাই ইৰ্শ্বাদি খাঁৰ গোপন জগতখনত সোমাব পাৰিছিল।

গোনাৰ কাহিনীয়ে মোৰ অন্তৰ ছুই গ'ল। মোৰ মনৰ চকুত দুজনী কনকাৰ ছবি ভাঁহি উঠিল। এজনী যৌৱন সম্পদেৰে গৰবিনী কনকা আৰু এজনী বয়সৰ আঁচোৰ লগা স্থূলকায়া কনকা।

মই সুধিলো, "মাৰ এতিয়া ক'ত থাকে?"

সি ক'লে, "মোৰ লগত। মাই মোক গোল্লাই গৈছোঁ বুলি নেভাবে।"

ইয়াকে শুনি মোৰ মগজত এটা বুদ্ধি খেলালে। মই এৰালীৰে ঘেৰা ডোবাটোলৈ চাই থাকিলোঁ।

সি সুধিলে, "তোৰ কাহিনীৰ লগত মোৰ অলপ মিল নাইনে বাৰু?"

মই ক'লো, "সেই বাবেই এতিয়া মোৰ আগৰ কথাবোৰ মনত পৰিছে। গোনা, যাওঁ বল। ব্ৰহ্মপুত্ৰক সাক্ষী কৰি আমি আজি সখি পাতোঁগৈ।"

সেই ঠাই এৰাৰ সময়ত সি ক'লে, 'সখি মানে দোস্ত আৰু এটা দোস্তৰ ইটো দোস্তৰ লগত এক কথা। চাব্বাইছ! হাত মিলা।"

সি মোৰ হাতখন জোকাৰি দিলে। বন ফালি হাইঠা চাপৰিৰ কিনাৰলৈ আহি থাকোঁতে গোনাই হাঁহি ক'লে, "চালা এজনী গাহৰিও নাহিল। বনৰ জানোৱাৰেও আমাক খচ্চৰ বুলি জানে।"

দেউতাইঁতে ৰন্ধা-বঢ়া কৰি থকা ঠাইকণ পোৱাৰ আগতে মোৰ ইয়াৰ আগতে মনত খেলোৱা বুদ্ধিটো কামত খটুৱাবলৈ চালোঁ। ক'লোঁ, "গোনা এটা ডাঙৰ কথা তোৰ লগত আলচ কৰিব খোজোঁ। তোৰ মা মানে মোৰো মা। তেখেতে ভাৰাঘৰত থাকি বৰ আমনি পাইছে চাগৈ। ইফালে যশোৱাৰো একে অৱস্থা। এতিয়া অৱশ্যে বাই এজনী দিনটো থাকে বাবে তাই অলপ সকাহ পাইছে। মোৰ ভাৰাঘৰটো ডাঙৰ। দুয়োটা পৰিয়াল একেলগে থাকিলে কেনে হয়?"

সি ক'লে, 'এৰা, কথাটো ময়ো ভাবি চাইছোঁ। তথাপি মাক সুধিব লাগিব। *কিন্তু এটা চৰ্ত্ত হোৱা বেয়া। আমি পাৰ্ট হিচাপে থাকিব লাগিব। ইৰ্শ্বাদে ভালেই পাব।"*

গোনাৰ এইকেইটা কথাই মোৰ মনটো পাতল কৰিলে। আমাৰ ভোজন পৰ্বৰ আগতে এঘণ্টা 'জিন' চলিল। ব্ৰহ্মপুত্ৰৰ বতাহ গাত লগাৰ ফলত 'জিন'ৰ ৰাগীয়ে আমাৰ দেহত বেছি কাম দিলে। তাৰ পিছত কেবাবিধো ব্যঞ্জন আৰু উলু মৰাৰ মঙহ থকা ডাঠ জোলেৰে বালিভাত খাই পাঁচআলিৰ ঘাট পাওঁ মানে পশ্চিমৰ ৰঙা কাঁহী যেন বেলিটোৰ এফাল ব্ৰহ্মপুত্ৰৰ দূৰৈৰ দিগ্‌বলয়ত ডুব গ'ল।

দুটা শৰালি লৈ প্ৰথম সোনকালে ঘৰত সোমালোঁ। ৰঞ্জু আৰু চানুৰে কিজানি মোক দহদিনমানৰ মূৰতহে দেখা পালে। সিহঁতৰ প্ৰত্যেকেই এটা এটা হাঁহ হাতত লৈ মাকক চিঞৰিবলৈ ধৰিলে। যশোৱাৰ হাঁহি থকা মুখখন যেন বাৰাণ্ডাৰ লাইটে আৰু পোহৰ কৰি তুলিলে। মইও ভাবিলোঁ, এয়া এচমকা মেঘ আঁতৰি যোৱা আকাশৰ জোননে, শৰতৰ ফৰকাল জোন?

মুখ হাত ধুই আৰামী চকিখনত বহি চিগাৰেট হুপি থকাৰ সময়ত যশোৱাই চাহ একাপ হাতত লৈ মোক ক'লে, "বুইছা মানুহজনী বেছ ভাল। মানে আমাৰ নাদুৰীৰ কথা কৈছো। ভাল ৰান্ধেও। আজি ঔটেঙাৰে মাটি মাহ ৰান্ধিলে। জিলমিল শাকৰ লগত হাঁহ কণীও ভাজিলে। ইয়াকে খাবলৈ পাই মোৰ কান্ধুলিজানত থকা যেন লাগিল। কাইলৈ আহোঁতে তাই মধু সোলেং আৰু কচুৰ থোৰ আনিব। পাতত দি খুৱাব।"

নাদুৰী মোহনা ঘাটৰফালে থাকে। তাত এইবোৰ বস্তু পায়। মই চাহ খাই খাই যশোৱাই নাদুৰীক ভূৰি ভূৰি শলাগ লোৱা শুনি গ'লো। মই ক'লো, "আমাৰ আৰু ভাল দিন আহিছে, যশো। ৰঞ্জুহঁতৰ আইতা এজনীও এইটো ঘৰলৈ আহিব।"

"আইতা।"

"আইতা।।"

"অঁ, তহঁতৰ আইতা।"

"কাৰ কথা কৈছা"

"গোনাৰ মাক। সাদৰী তিৰোতা। কনকা।"

## সাত

মকুন্দই ইৰ্শ্বাদৰ কানিৰ কাৰবাৰৰ চক্রটোৰ লগত সকলো প্রকাৰে লিপ্ত হ'ব পৰা পাৰদৰ্শিতা অৰ্জন কৰিলে। অলপ দিনৰ ভিতৰতে সি ইৰ্শ্বাদক সন্তুষ্ট কৰিব পাৰিলে। সি ইৰ্শ্বাদৰ ইমান প্রিয়পাত্র হ'ল যে তাৰ যিকোনো অনুৰোধ ইৰ্শ্বাদে পেলাব নোৱাৰা হ'ল।

ইফালে মুকুন্দৰ ঘৰুৱা সমস্যাৰো সমাধান হ'ল। গোনাৰ আৰু টোৰ মাক কনকাই মকুন্দহঁত থকা ভাৰাঘৰটোৰ এটা অংশত থাকিবলৈ ল'লে। কনকাক ওচৰতে পাই যশোৱাৰ মনত বৰ আনন্দ। ল'ৰাছোৱালী কেইটাই কনকাৰ দৰে আইতাক এজনী পাই হাততে সৰগ ঢুকি পালে। আনকি নাদুৰীও কনকাৰ প্রশংসাত পঞ্চমুখ। তাই কয়, "এৰা গোনাৰ দৰে নিপোটল মানুহ এটাৰ মাক এনেকুৱাহে হ'ব লাগে। অন্নপূৰ্ণাৰ দৰে চেহেৰা।"

হাইঠা, বিৰিণা, পছুকটা, ধনবৰ, ৰ'দালী আদি চাপৰিয়ে কোন ঋতুত কি ৰূপ লয় আৰু কি কি পশুপক্ষীৰ চিকাৰ কৰিব পৰা যায়, এইবোৰ কথা এতিয়া মুকুন্দ খাউণ্ডৰ নখদৰ্পণত। সি দেউতা-বছিৰৰ নাৱত মাল আনি তিনিবাৰ উত্তৰ পাৰলৈ আহিছে। এতিয়া সি এইবোৰ অঞ্চলৰ কানি বিতৰণত লিপ্ত মানুহবোৰ চিনি পায়। ব্রহ্মপুত্রৰ চাপৰিবোৰতেই সাধাৰণতে 'ৰিটেইলাৰ'ৰ লগত কানিৰ আৰু টকা পইচাৰ আদান প্রদান হয়। এই মানুহবোৰে কানিখিনি পায়েই টুলুঙা নাৱেৰে দুৰণিৰ অচিন গাঁৱলৈ যায়। একোখন গাঁৱক কানি যোগোৱাৰ এনে ব্যৱস্থাৰ পম খেদি আবকাৰী বিভাগৰ মানুহ হায়ৰাণ হয়। সিহঁতে একো উৱাদিহ নেপায়। কিবা গম পালেও দুৰণিৰ এনেবোৰ ঠাইত আবকাৰী মানুহে কানিৰ বেপাৰৰ লগত লিপ্ত দুৰ্দান্ত মানুহবোৰৰ লগত ফেৰ-পাতি লৈ ইহঁতক ধৰা পেলোৱা সহজ কথা নহয়। মুকুন্দই ইহঁতক দেখি আৰু কথা-বতৰা পাতি বুজি পাইছে যে ইহঁতৰ প্রত্যেকটোৱেই গোনা, হামিদ বা চাজ্জনৰ দৰে বলী দেখনিয়াৰ আৰু সাহসী। ইহঁতো ইৰ্শ্বাদৰ পাতাল ৰাজ্যৰ প্রজা। ইহঁতৰ হাততো ৰিভলভাৰ থাকে।

ইহঁতৰ একো একোটাৰ বাদশ্বাহৰ দৰে মেজাজ। কামো তেনেকুৱা। তাৰ এটা হ'ল — সম্প্ৰতিৰ মুকুন্দৰ বন্ধু কেশৱ। ধনবৰ চাপৰিত নাও ৰ'লে সি তাৰপৰাই বুজন পৰিমাণৰ কানি লৈ তুৰন্তে কেবাভাগো কৰি চাৰি পাঁচখন সৰু নাও লৈ বৈ থকা মানুহক একোটাকৈ ভাগ দি বৰনৈকাষৰীয়া গাওঁ কিছুমানলৈ পঠিয়ায়। তাক ধনবৰ চাপৰিৰ গৰাকী যেন লাগে। ইয়াত তাৰ এটা ডাঙৰ ম'হৰ খুটি আছে। তাৰ কেবাজনীও ঘৈণীয়েক। দুজনী ম'হৰ খুটিত থাকে। এজনী মহুৰা ঘাটত আৰু তিনিজনী লক্ষীমপুৰত থাকে। সি দুটা ঘাট আৰু তিনিখন বিল ডাকি লৈছে। তাৰ ক'লা কাৰবাৰ নকৰিলেও চলে। কিন্তু এই কাৰবাৰ নকৰিলে তাৰ মনটো সুত নেলাগে। এই কাৰবাৰলৈ তাৰ এটা সুকীয়া মোহ। কাৰণ এই কাৰবাৰত 'ৰিস্ক' আছে।

মুকুন্দৰ ভাব হয়, ক'লা কাৰবাৰ কেৱল কাৰবাৰেই নহয়, ই নৃত্যগীতৰ দৰে এটা মোহনীয় বিদ্যা। দেউতাই ঠিকেই কৈছে যে স্মাগ্‌লিঙত ধন পোৱাটো গৌণহে, স্মাগলিং কৰি পোৱা তৃপ্তি খিনিহে মুখ্য। কথাটো হয়। ইৰ্শ্বাদৰ মাকুম আৰু তিনিচুকীয়াৰ ফালে কাঠকল, তেলকল আদি আছে আৰু এতিয়া সি এখন চাহ বাগিছাও কিনি ল'লে। এইবোৰেৰেই তাৰ চলি যায়। কিন্তু সি গতানুগতিকভাৱে চলিবলৈ নিবিচাৰে। ইৰ্শ্বাদক লাগে দুঃসাহসিকতাৰ আনন্দ। সেইবাবে তাৰ স্মাগ্‌লিঙলৈ আকৰ্ষণ বেছি। দেউতাই কয়, "স্মাগ্‌লিং মানে ক'লা বেপাৰ। কিন্তু স্মাগ্‌লিং বুলিলে অলপ বেছি বুজায়। ইয়াৰ লগত জোঁট খাইছে বিদেশী বস্তু, বন্দুক-বাৰুদ, মটৰ লাঞ্চ ইত্যাদি...."

দেউতা আৰু বছিৰৰ লগত নাৱেৰে যোৱাত যিমান আৰাম, বছিৰ আৰু জগ্‌নুৰ লগত তাতকৈ বেচি আৰাম। কাৰণ দেউতাৰ লগত যিকোনো কথা ক'ব নোৱাৰি। দেউতা নেথাকিলে জগ্‌নু আৰু বছিৰৰ মাজত নাৰীসংক্ৰান্ত গোপন চক্ৰটোৰ ওপৰত বেছ আলোচনা চলে। মুকুন্দই এইবোৰ শুনি আন এখন জগতৰ বাতৰি পায়। সি বছিৰক দেউতাৰ দৰেই ব্ৰহ্মপুত্ৰৰ প্ৰতি একমাত্ৰ আসক্তি থকা মানুহ বুলি ভাবিছিল। কিন্তু পন্‌চল্লিছ বছৰীয়া মানুহটোক ভোগ-লালসাই ব্ৰহ্মপুত্ৰৰ পাৰৰপৰা বহু দূৰলৈ টানি লৈ যায়। দেউতাই এইবোৰ কথা জানিও নজনাৰ ভাও জোৰে।

ইয়াৰ পিছত মুকুন্দ খাওন্দৰ ক'লা বেপাৰৰ ঘাই শিপাডালকে চিনি লোৱাৰ সুযোগ হয়। সি বঢ়িয়াকৈ হিন্দী ক'ব পৰা হয়। কাৰণ তাৰ স্মৃতি-শক্তি আনতকৈ বহুত বেছি। হয়তো লিখা-পঢ়া নেজানে কাৰণেই।

মুকুন্দৰ হিন্দী ভাষা কোৱাত বেছ পাৰদৰ্শী হোৱাৰ কেবাটাও প্ৰমাণ পাই আৰু ৰুচিসন্মতভাৱে দামী পোছাক পিন্ধি সি বেছ দেখনিয়াৰটো হৈ থকা দেখি ইৰ্শ্বাদে তাক কেবাবাৰো পাকিস্তানৰ সীমাৰ নিকটৱৰ্তী ৰাজস্থানৰ ঠাই কেইখনমানলৈ লৈ যায়। কাৰণ বৰ বৰ মহাজনবোৰে এইবোৰ ঠাইত চৰকাৰৰ চকুত বালি মাৰি প্ৰয়োজনাধিক কানি উৎপন্ন কৰে। সৰ্বমুঠ উৎপাদনৰ তুলনাত ঔষধ প্ৰস্তুত কৰিবৰ বাবে প্ৰয়োজন হোৱা কানিৰ পৰিমাণ অতি কম! অথচ এই অজুহাততে তাত আফিং খেতি চলি থাকে।

ইৰ্শ্বাদে মুকুন্দক আফিং কেলেঙ্কাৰীৰ বাদশ্বাহ কেইজনৰ লগত চিনাকি কৰি দিয়ে। বাদশ্বাহ কেইজন মুকুন্দৰ প্ৰতি আকৰ্ষিত হয়। কাৰণ তাৰ গলগলীয়া মাতটোৰ হিন্দীৰ উচ্চাৰণ আৰু ন্যায়কোচিত চেহেৰা বেছ মনোগ্ৰাহী। এইদৰে সি ইৰ্শ্বাদৰ ৰাজস্থান আৰু উত্তৰ প্ৰদেশত থকা চোৰাং বেপাৰৰ চক্ৰটো জানি লয়।

ইৰ্শ্বাদে তাক তিনিবাৰ কলিকতালৈ লৈ যায়। এতিয়া পঞ্চ তাৰকাযুক্ত হোটেলত কেনে কায়দাত থাকিব লাগে, কেনেকৈ কাটা চামোচ ধৰিব লাগে আৰু কেনেকৈ কেবেৰা নৰ্তকীক চায়ো নোচোৱাৰ ভাও জুৰি তাইৰ দেহৰ নগ্ন, অশ্লীলতাৰে নয়ন জুৰাব লাগে— এইবোৰ কথা আৰু তাৰ জানিবলৈ বাকী নাই।

ইৰ্শ্বাদে কলিকতাৰ প্ৰাইভেট মাল পৰিবহন প্ৰতিষ্ঠান কেইটামানৰ মূল মানুহ দুটামানৰ লগত তাক চিনাকি কৰি দিয়ে। ট্ৰাক যোগাৰ কৰি দিয়া দালাল দুটামানৰ লগতো মুকুন্দৰ চিনাকি হয়। কাৰণ অসমলৈ মালবস্তু অনাৰ নামত এনেকুৱা ট্ৰাকবোৰতেই অবাধে কানি আহি থাকে।

মানুহবোৰৰ নাম, থকা ঠাই, চেহেৰা, পৰিবহন প্ৰতিষ্ঠান কেইটাৰ নাম মুকুন্দৰ মনত থাকিবই। তাৰ স্মৃতিশক্তি অতি প্ৰখৰ। তথাপি তাৰ ভয়ো হয়, আৰু দুখো হয় এটা কথাত: ইৰ্শ্বাদকে ধৰি এই মানুবোৰৰ কোনেও নেজানে যে সি 'ক'ৰ চুকটোও চিনি নেপায়। সি আৰু কিমানদিন এনেদৰে অভিনয় কৰি থাকিব?

এই বয়সত আখৰ লিখা শিকিবলৈ তাৰ ইচ্ছা নাই। সিযে লিখা-পঢ়া নেজানে এই কথাটো জনাই কাৰোবাক ঘৰুৱা শিক্ষক ল'লেও বিপদ। কথাটো ফাঁচ হৈ বই। তেতিয়া ইৰ্শ্বাদৰপৰা আৰম্ভ কৰি বছিৰ বা জগনুলৈকে সকলোৰে মনোভাৱ বেয়া হ'ব বুলি তাৰ নিতান্ত বিশ্বাস। ইয়াৰ ফলত সি ইৰ্শ্বাদৰ ওচৰত বিশ্বস্ত হৈ থাকিব নোৱাৰিব আৰু ইৰ্শ্বাদে তাক দিল্লী-কলিকতালৈ লৈ নেযাব। সি হয়তো তেতিয়া বছিৰহঁতৰ লগত নাওহে মাৰিব লাগিব।

পিচে এতিয়ালৈকে সি টিপ্ চহী দিবলগীয়া হোৱা নাই। কহুৱামুখৰ ফৰিঙা মাষ্টৰে মুকুন্দৰ নামটো ইংৰাজী আৰু অসমীয়া আখৰেৰে লিখি দিছিল। তাকে সি কেবাবাৰো আকি থকাৰ কাৰণে গোটেই পাকবোৰ মনত ৰৈ গ'ল। গতিকে ফৰিঙা মাষ্টৰে লিখা আখৰ কেইটাৰ দৰেই সি অসমীয়া আৰু ইংৰাজী আখৰেৰে চহী কৰিব পাৰে।

সি অনুভৱ কৰে যে লিখা-পঢ়া নেজানিলে বৰ বিপদ। গতিকে সি লিখা-পঢ়া শিকিবই। ৰঞ্জুৱে ইংৰাজী স্কুলৰ দুটা শ্ৰেণী বগালেই। সি অসমীয়াও লিখিব জানে। এইবাৰ চানুৰেও স্কুলত ভৰি দিব। গতিকে সি সিহঁতৰপৰাই আখৰ কেইটা চিনি ল'ব। সিহঁতে নিশ্চয় নিৰক্ষৰ বাপেকক নেহাঁহিব আৰু আনকো কথাটো নক'ব।

কিন্তু ইৰ্শ্বাদ কিছুমান বিপদৰ সম্মুখীন হোৱাত মুকুন্দৰ এই বোৰ চিন্তা তল পৰিল। ইৰ্শ্বাদে এটা বেয়া খবৰ পালে। প্ৰথমতে খবৰটো দিলে গোনাই। সি জগনু আৰু বছিৰে চলোৱা নাৱত গৈ থাকোঁতে চাপৰি আৰু ব্ৰহ্মপুত্ৰৰ কাষৰীয়া গাঁৱত থকা কেৰিয়াৰ আৰু ৰিটেই লাৰবোৰে তাক জনালে যে সিহঁতে আগৰ সমান কানি বেচিব নোৱাৰা হ'ল। কেশৱ মহাজনে ক'লে, "এই লাইনত আন কোনোবা সোমাইছে। কেইখনমান গাৱঁত কেইখনমান নতুন মুখ দেখিছো। সিহঁতৰ দুটামানে মনিহাৰী বস্তু ভাৰ বান্ধি বেচিবলৈ আনে। কেইটামানে এলুমিনিয়ামৰ বাচন-বৰ্তন বেচিবলৈ আহে। কেইটামান আকৌ মিস্ত্ৰী। সিহঁতে ছাতি ভাল কৰে, বাচন জ্বালাই কৰে। মই সিহঁতৰ পিছত মানুহ লগাইছো।

ধনবৰ চাপৰিত ইকৰা বোজাই কৰি উভতি আহোঁতে ব'দালি চাপৰি পোৱাৰ সময়ত দুখন নাৱে সিহঁতৰ নাওঁখন আগুৰি ধৰিলে। দুই পক্ষৰ মাজত গুলিয়াগুলি হ'ল। গোনাৰ গুলি চলোৱাৰ অভ্যাস বহুদিনীয়া। জগনু আৰু বছিৰো বন্দুক চলোৱাত পাকৈত। সেই কাৰণেই আক্ৰমণকাৰীৰ দল পলাই গ'ল।

হামিদ, চাজ্জান আৰু মুকুন্দৰ লগত ইৰ্শ্বাদ খাঁই উত্তেজিত হৈ কিবা আলোচনা কৰি আছিল। সিহঁতে ইতিমধ্যে খবৰ পাইছিল যে তিনিচুকীয়াৰপৰা ডুম্‌ডুমাৰ ফালে যাওঁতে দুই কিলো কানি সহ ইৰ্শ্বাদৰ পাৰ্টিৰ এম্বেচাদৰ এখন আবকাৰী বিভাগৰ মানুহে জব্দ কৰিলে।

এনে সময়ত গোনাইঁতে সিহঁতৰ নাৱলৈ গুলী চলোৱাৰ কথা আৰু কেশৱ মহাজনে কোৱা কথা কেইটা ক'লেহি।

তাকে শুনি সকলোৱে ভাবিছিল যে ইৰ্শ্বাদ অধৈৰ্য্য হৈ পৰিব। কিন্তু সি এতিয়া হঠাতে সম্পূৰ্ণ স্বাভাৱিকহে হৈ পৰিল। এইটোৱেই নেতাৰ লক্ষণ। সিয়ে যদি উত্তেজিত হৈ পৰে আনে তাৰ আৰু সিহঁতৰ নিজৰ ওপৰতে আস্থা হেৰুৱাব।

ইৰ্শ্বাদৰ অলপ ৰক্তচাপ বৃদ্ধি হৈছে বুলি অলপতে ডাক্তৰে ধৰা পেলাইছিল। সেই কাৰণে সুৰাপানৰ ক্ষেত্ৰত খুব সংযমী হৈ আছিল। মনক অত্যন্ত দমাব নোৱাৰা সময়তহে সুৰাৰ নিমাখিত বিকল্প হিচাবে 'বিয়েৰ' খাইছিল। কিন্তু এই সন্ধিয়া মনৰ ভিতৰত থৈয়ানথৈয়া ৰণ চলি থকাৰ বাবে সি সুৰাৰ আশ্ৰয় লবলগীয়া হ'ল। সি বেল টিপি দিয়াত বেহেৰা এটা ওলাল। সি ক'লে, "বৰা পেগ। স্কচ।"

স্কচ দুঢোকমান গিলি সি কেবাদিনৰ মূৰত ইয়াৰ স্বাদ অনুভৱ কৰিলে। অলপ পৰৰ পিছত ই তাৰ স্নায়ুতন্ত্ৰত কাম কৰিলে। সি এইবাৰ সুস্থিৰ হৈ মুকুন্দৰ ফালে চাই থাকি ক'লে, 'মুকুন্দ, তুমি কি ভাবা? আৰু কি ঘটিব পাৰে?"

মুকুন্দয়ো ঘটনাবোৰ ধৈৰ্য্য সহকাৰে জুকিয়াই চাই আছিল। সি ক'লে "এইটো নিশ্চয় ষড়যন্ত্ৰ। প্ৰথম কোবতে যথেষ্ট হেঁচা দি সিহঁতে আমাক কাবু কৰিব পাৰে। হয়তো ইয়াত আজি ৰাতি 'ৰেইড' হব পাৰে।"

"কোনে ৰেইড কৰিব? সিহঁতে?" ইৰ্শ্বাদে তাচ্ছিল্যাৰে হাঁহিলে।

"কিন্তু মোৰ মনে কৈছে যে আজি ৰাতি কিবা এটা অঘটন হ'বই।" — মুকুন্দই দোহাৰিলে।

ইৰ্শ্বাদে অৱশিষ্ট হুইস্কিখিনি একে কোবে শেষ কৰি চকুহাল চলচলীয়া কৰিলে। ফোনটো খুলি আনি প্লাগটোত লগাই দিবলৈ সি চাজ্জানক হুকুম দিলে।

সি আবকাৰী অধীক্ষকলৈ ফোন কৰিলে। এই অধীক্ষকজন ইৰ্শ্বাদৰ হাতৰ মুঠিৰ মানুহ। কিন্তু তেওঁ ফোনত ক'লে, "মই সেইবোৰ একো নেজানো। কাইলৈ অফিচতহে গম পাম।"

তেওঁ আৰু একো ক'ব নুখুজিলে। ইৰ্শাদে সকলো বুজি গ'ল। সি ক'লে, "মুকুন্দ, তুমি ঠিকেই ভাবিছা। আজি ৰেইড হ'ব পাৰে। নিশ্চয় পুলিচ আৰু একচাইজকো সিহঁতে হাত কৰিছে। তেনেহলে সিহঁতে পোনতেই কায়দা কৰি বিজ্‌নেচত নামিছে । কিন্তু ভয় নাই। এক্সপিৰিয়েন্স বৰ ডাঙৰ বস্তু। চব ঠিক হৈ যাব।"

এই নতুন দলটো কোন হ'ব পাৰে ইৰ্শাদেহে জানে। সি শেহৰ বাৰ কলিকতালৈ যাওঁতে তাৰ এটা বিশ্বস্ত চেঠজীৰপৰা এনে এটা ইঙ্গিত পাইছিল। কিন্তু তাকে এতিয়া মুকুন্দহঁতক ক'ব খোজা নাই। কানিসহ এম্বাশ্বেডৰখন আটক হোৱাৰ হোৱাৰ লগে লগেই অবৈধভাবে বহুৱা ফোনৰ লাইনৰ যোগেদি ইৰ্শাদে তাৰ হৈ কাম কৰা বিভিন্ন ঠাইৰ মানুহবোৰক সজাগ কৰি দিলে।

ইৰ্শাদে চিগাৰেট হুপি হুপি একে ঠাইতে বহি থাকিল। মুকুন্দহঁত তাৰ ওচৰতে থিয় দি থাকিল। কাৰণ সি সিহঁতক আঁতৰি যাবলৈ কোৱা নাছিল।

ইৰ্শাদে ভাবিলে যে 'ৰেইড' কৰিলে সিহঁতে তাৰ ঘৰত একো নেপাব। মাত্ৰ এটা অপমানৰ কথাহে। কিন্তু জগনুহঁতৰ নাৱত একাল 'মাল' আছে। গতিকে সিহঁতৰহে ৰাতি বিপদ হ'ব পাৰে।

'মুকুন্দ, আজি যদি 'ৰেইড' হয় তেনেহলে তোমাক চাব্বাইছ দিম তুমি কথাবোৰ বেছ বুজি উঠিছা। এই লাইনত চবকে সন্দেহ কৰিব লাগে।"

"পাৰ্টিটো কাৰ হ'ব পাৰে?"

মুকুন্দৰ এই প্ৰশ্নটো শুনি ইৰ্শাদে ঘড়ীটোলৈ চাই ক'লে, "এতিয়া ন বাজিছে। মাজ নিশা কেবাঠাইৰপৰা মোৰ ইন্‌ফৰ্মাৰ আহি যাব। তেতিয়া চব জানি যাম।"

"তেতিয়ালৈকে আমাৰ কাম কি হ'ব?"

"গোনা, হামিদ আৰু চাজ্জান মোৰ লগত থাওক। মুকুন্দ জগনুহঁতৰ লগত থকা 'মাল'খিনিৰ কথা কি ভাবিছা?"

"মই ভাবিছো মালখিনি হাতীধৰা বাগানৰ মাজত লুকুৱাই থওঁগৈ।"

"এইটো বুধি একেবাৰে উৰাই দিব নোৱাৰি। তাকে নকৰি আৰু এটা কাম কৰিব পাৰা। সৰু নাও এখনত মাল লৈ দেউতা এতিয়া ওচৰৰ চাপৰি এটালৈ যাওকগৈ। তালৈ কোনো নেযায়। বছিৰ আৰু জগনুৰ লগত মুকুন্দই

নাবত ৰাতিটো থাওক। পহৰা দিয়ক। আমাৰ দুচমন কেনেকুৱা তাৰ এটা আইডিয়া পোৱা যাব।"

মুকুন্দই অস্ত্র-শস্ত্রৰে সজ্জিত হৈ পাঁচআলি ঘাটলৈ গ'ল।

ৰাতি বাৰ বাজি দহ মিনিট গ'ল। ইমান পৰে নবেন আহিব লাগিছিল। নবেন হ'ল আবকাৰী বিভাগৰ এটা পিয়ন। সি ইৰ্শাদক ভিতৰুৱা খবৰ দি থাকে। কিন্তু ৰাতি দুটালৈকে নবেন নাহিল। তিনি বজাত গোপনীয় ফোনটো বাজি উঠিল।

"কোন?"

"মই ইন্সপেক্টৰ বাবুলী বৰা। আপুনি সাৱধানে থাওক। আজি সুবিধা মতে পুলিচ যোগাৰ নহ'ল কাৰণে আপোনাৰ তাত ৰেইড নহ'ল। কাইলৈ আগ ৰাতি হ'ব।"

"কোন বাৰু আমাৰ পিছত লাগিছে, বাবুলী?"

"তাকেই কম বুলিহে ইমান ৰাতি ফোন কৰিছোঁ। সিহঁতে আজি নবেনক ধৰি লৈ গ'ল। সিহঁত বেয়া ধৰণে নামিছে। লগত পলিটিচিয়ান এটা আছে। আপুনি জানেই চাগৈ।"

"ধৰিব পাৰিছোঁ। মোক ডিটেইল লাগে।"

এইবুলি কৈ হঠাতে ইৰ্শাদে ফোনটো থৈ দিলে। সি আৱাজতে গম পালে যে তাৰ গোপন লাইনত থকা ফোনো 'টেপ' হৈছে। সি চিন্তিত হৈ পৰিল। সি ধৰি ল'লে যে তাৰ অনুগত মানুহকো গোলাম আলিয়ে হাত কৰিছে। তেনেহলে কথা গহীনেই। সেই ব্যক্তি কোন হ'ব পাৰে তাকে হামিদে নিশ্চয় বাহিৰ কৰিব পাৰিব।

পাতাল জগতত যদি এটা মানুহ খুন হয়, কথাটো শীঘ্রে সিহঁতৰ মাজত বিয়পি পৰে। এনে এটা খুনৰ খবৰ ৰাতি তিনিটা বজাতো মৌচম মজিলে পাই গ'ল। চাৰ্কিত হাউচৰ আগত পৰি থকা ৰক্তাক্ত শটো হ'ল নবেনৰ। একে সময়তে তাতকৈ ভপত খবৰ এটা পোৱা গ'ল। পাঁচআলি ঘাটৰ বহিৰ দেউতাইতৰ নাওখন গোলাম আলিৰ মানুহে আক্ৰমণ কৰিলে। মুকুন্দ আৰু জগনুৰ প্ৰতি আক্ৰমণত তিষ্ঠিব নোৱাৰি পলাবলৈ ধৰিলে। জগনুৰ ভৰিত গুলি লাগিল। মুকুন্দই অসীম সাহসেৰে নাৱৰ গৰা পাৰলৈ উঠি আন্ধাৰৰ আঁৰে আঁৰে গৈ এটা মানুহক গুলী কৰিলে। তাক গৰা মাৰি ধৰি সি নাৱলৈ লৈ আহিল। সি গুৰুতৰভাৱে আহত

হৈছিল। সি অচেতন। তাক একেবাৰে শেষ কৰি ব্ৰহ্মপুত্ৰত উটুৱাই দিব পাৰি। কিন্তু তাৰ পৰা লাভতকৈ লোকচানহে বেছি বুলি মুকুন্দই ভাবি পালে।

ৰাতি নৌ পুৱাওঁতেই ইৰ্শ্বাদে এই খবৰ পাই গ'ল। খবৰ পায়েই ইৰ্শ্বাদে পাঁচআলিলৈ এখন জীপ পঠালে। পোহৰ হোৱাৰ আগতে আহত মানুহটো মৌচম মঞ্জিলৰ চৌহদলৈ অনা হ'ল। লগত মুকুন্দ খাওন্দ।

"চাবাইছ মুকুন্দ, ঠিক কাম কৰিলা। ইয়াক গোপনে চিকিৎসা কৰাই বচাম। তাৰ মুখেই সিহঁতৰ চব কথা জানি ল'ম। খতম নকৰি গোলাম আলিক সাংঘাটিক চিন্তাত পেলাইছোঁ। তাৰ পৰা কথা উলিয়াব নোৱাৰিলে হাৰামজাদাৰ মঙহ কাছই খাব লাগিব।

"বোধকৰো ক'ব।"

"তথাপি হাৰামজাদাৰ মঙহ কাছই খাব লাগিব। আমাৰ বিজ্‌নেচ মতে সি থাকিব নোৱাৰে।"

এই কথা শুনি মুকুন্দৰ বুকু কঁপি গ'ল। এইখন নিৰ্মম পৃথিৱীত কেৱল বিজ্‌নেচ। খুব ঠাণ্ডা মগজেৰেই ইয়াৰ মানুহে খুন কৰিব পাৰে।

মুকুন্দই চাই থাকোতেই আহত মানুহটো মৌচম মঞ্জিলৰ কোনো এটা গোপন কক্ষলৈ স্থানান্তৰিত হ'ল।

ৰাতি পুৱাল। গোটেই ৰাতি নোশোৱা সত্ত্বেও ইৰ্শ্বাদৰ চকুৰ তীব্ৰ দৃষ্টি একেদৰেই আছে। বিপদত সি অধিক তৎপৰ, নিষ্ঠুৰ আৰু ধৈৰ্য্যশীল হৈ পৰে। আব্দুল্লাই তেতিয়া তাক অধিক আঘাত হানিছিল। তাৰ দলৰ পাঁচটা মানুহে প্ৰাণ হেৰুৱাবলগীয়া হৈছিল। কিন্তু আব্দুল্লাৰ দল চেদেলি ভেদেলি হৈ এই চোৰাং ব্যৱসায় এৰিবলৈ বাধ্য হোৱাৰ আগতে "সাতটা হাৰামজাদাৰ মঙহ কাছই খাইছিল।" আব্দুল্লাকো নিষ্ঠুৰভাৱে হত্যা কৰা হৈছিল।

ইৰ্শ্বাদৰ ধাৰণা যে একালৰ আব্দুল্লাৰ আজ্ঞাবহ গোলাম আলিয়েই কৌশল সলাইছে বাবে তাক কাবু কৰাটো সহজ নহ'ব।

মুকুন্দৰ এটা কাণ্ড দেখিহে আচৰিত লাগিল। পুৱা সাত বজাৰ আগতেই সাতটা বেলেগ বেলেগ ধৰণৰ মানুহ ইৰ্শ্বাদৰ ওচৰ পালেহি। এইবোৰ তাৰ নিজস্ব চোৰাংচোৱা বাহিনীৰ মানুহ। তাৰ ভিতৰত পাঁচআলিৰ ভিখাৰী এটা, 'মডাৰ্ণ ট্ৰেভেল্‌চ'ৰ আগত থকা ঠেলাৱালাবোৰৰ ভিতৰতে এটা আৰু টেক্সী ড্ৰাইভাৰ

এটাও আছে। জিনৰ পেণ্ট আৰু ডাঠ কাপোৰৰ হাৱাইন চাৰ্ট পিন্ধা স্বাস্থ্যবান মানুহ এটাও আছে। সি হ'ল আবকাৰী বিভাগৰ পৰিদৰ্শক বাবুলী বৰা।

বাবুলী বেছি সময় নাথাকিল। সি ফুচ্‌ফুচাই কেইটামান কথা কৈ থিতাতে আঁতৰিল। বাবুলীৰ মটৰ চাইকেল এখন আছে। কিন্তু এতিয়া চাইকেলতহে আহিছিল।

প্ৰতিটো মানুহে এটাৰ পিছত এটাকৈ ইৰ্শ্বাদক কিবাকিবি কৈ গ'ল। সিহঁত কথাবোৰ সাধাৰণ মানুহে ধৰিব নোৱাৰা ভাষাতহে কৈছিল। এইবোৰ শব্দ হ'ল পাতালৰ জীৱনৰ সাংকেতিক ভাষা। এনেবোৰ শব্দৰ ভালে কেইটামান শব্দ মুকুন্দৰ এতিয়াও আয়ত্বাধীন হোৱা নাই। সেই বাবে মুকুন্দই গোটেইখিনি কথা বুজিব নোৱাৰিলে।

ইৰ্শ্বাদে প্ৰতিটো মানুহক এনুৰা এনুৰা নোট দি বিদায় দিলে। সিহঁত যোৱাৰ পিছত সি মুকুন্দক ক'লে, "এতিয়া চব পৰিষ্কাৰ। মই শোওঁগে। তুমিও যোৱাগে। কি কাণ্ড ঘটি আছে চব আবেলি ক'ম।"

ইৰ্শ্বাদৰ বিৱৰণত গোলাম আলিৰ পূৰ্ণ পৰিচয় নেপালে। সি মাথোন মুকুন্দই জানিবলগীয়া কথাখিনি এনেকৈ ক'লে, "তাৰ দলত মানুহ কম নহয়। এক্সপিৰিয়েন্স থকা মানুহো আছে। বিমোচন মহালীয়েই তাক 'বেক' কৰিছে। কমিচনাৰো আছে। গোলাম আলিয়ে আমাক একদম শেষ কৰি দিব খুজিছে।"

কথাখিনিৰ মুকলি অৰ্থ হ'ল এনেকুৱা ঃ গোলাম আলিয়ে শ্ৰম মন্ত্ৰী বিমোচন মহালীক হাত কৰিছে। বিমোচনে ইৰ্শ্বাদক এই ব্যৱসায় এৰিবলৈ বাধ্য কৰাবৰ বাবে সি আবকাৰী আয়ুক্তক হেঁচা দিছে। এয়ে পৰিষ্কাৰ ছবি এখন দাণ্ডি ধৰিছে। গোলাম আলিৰ ধনৰ ভাগ নিশ্চয় আবকাৰী মন্ত্ৰীয়ে পাইছে। সেই কাৰণেই আবকাৰী অধীক্ষকজনে ইৰ্শ্বাদৰ মানুহ হোৱা সত্বেও তাক সহায় কৰিব পৰা নাই।

গোলাম আলিৰ জীৱন কাহিনীও আচৰিত। যি ৰাতি কলিকতাৰ 'গাৰ্ডেন ৰিচ'ৰ এক দেহোপজীৱিনীৰ ঘৰত আব্দুল্লাক গুলীয়াই মাৰি এক কুখ্যাত গলিত পেলাই থোৱা হৈছিল, সেই ৰাতি সি কলিকতাৰে পাৰ্ক চাৰ্কাচৰ শীত তাপ নিয়ন্ত্ৰিত বিলাসপূৰ্ণ হোটেলত আমোদ-প্ৰমোদত মত্ত আছিল। পিছ দিনা পুৱা আব্দুল্লাই তাক লগ পোৱাৰ কথা আছিল। লক্ষ্ণৌৰপৰা আহি আব্দুল্লা চেঠ এজনৰ ঘৰত উঠিছিলহি। ৰাতি চেঠৰ ঘৰলৈ ঘূৰি নহা দেখি তেওঁ একো ভবা নাছিল। কাৰণ আগতেও আব্দুল্লা আমোদ-প্ৰমোদৰ কাৰণে ওলাই গৈ ৰাতি ঘূৰি নাহিছিল। কিন্তু দুপৰলৈকে নহা দেখি সেই চেঠজন শঙ্কিত হৈ পৰিছিল। গোলাম আলিয়েও আব্দুল্লাই তাক লগ নধৰা দেখি উৎকণ্ঠিত হৈ পৰিছিল। কিন্তু পুলিচলৈ ফোন কৰাটোও সি উচিত নহয় বুলি ভাবিছিল। একে কাৰণত চেঠজীয়েও একো অনুসন্ধান নচলাইছিল। তৃতীয় দিনাৰ কাকতত আব্দুল্লাৰ অচিনাক্ত শটো দেখি গোলাম আলি শিয়ৰি উঠিছিল। সেই শটো চিনি পাওঁ বুলি ক'লে সি বিপদ মাতি অনা হ'ব বুলি সি জানিছিল। সি ফোন কৰি চিধা চেঠজীৰ ওচৰ ওলাইছিলগৈ। চেঠজীয়েও তাক কৈছিল, "তুমি তুৰন্তে অসমলৈ যাব লাগিব। অসমলৈ মাল গ'লেই।"

তাৰ পাছতো পেছাদাৰ খুনী লগাইছিল বুলি গোলা ম আলিৰ ভয় হৈছিল। সি হোটেল পায়েই টেক্সী এখন লৈ এয়াৰপৰ্টলৈ আহি ৰাতিটো নিকটবৰ্তী পঞ্চতাৰকাযুক্ত 'হোটেল এয়াৰপৰ্ট'ত আছিল। পুৱাৰ 'ফ্লাইট'ত নিজৰ ঠাই পাইছিলহি। কলিকতাৰ বাতৰি কাকতবোৰ আগদিনা আবেলি চহৰখন পাইছিলহি। সাধাৰণ পাঠকে ইয়াত কোনো গুৰুত্ব দিয়া নাছিল। কাৰণ আব্দুল্লাক নেদেখা মানুহৰেই সংখ্যা বেছি। তদুপৰি তাৰ মুখখন বিকৃত কৰিহে কুখ্যাত গলিটোত পেলাই দিয়া হৈছিল। তথাপি পাতাল জগতৰ দুই এটাই তাক আব্দুল্লা বুলি সন্দেহ কৰিছিল।

নিজ ঠাই পাই গোলাম আলিয়ে নছৰৎ হোছেইনক মতাই পঠাইছিল। সিয়ো আব্দুল্লা চক্ৰৰ এটা প্ৰধান মানুহ। গোলাম আলিৰ উদভ্ৰান্ত চেহেৰা দেখি নছৰতৰ এটা ডাঙৰ সন্দেহ হৈছিল। ঘুকটি উলিওৱা চকুহাল আৰু ছুৰীৰে পূৰণ চিনৰ দৰে কটা আব্দুল্লাৰ চিনিব নোৱাৰা মুখখনৰ ছবি আব্দুল্লাৰ বুলি নছৰৎ

নিশ্চিত। কাৰণ আব্দুল্লাৰ কপালখন বেছি ওখ, তাৰ ঢৌ উঠা উঠা চুলিখিনিৰো বৈশিষ্ট্য আছিল। আব্দুল্লাৰ জুলফিও গালৰ মাজলৈকে অহা বিধৰ।

আব্দুল্লা লক্ষ্ণৌৰপৰা অহাই নাছিল বুলি গোলাম আলিয়ে কোৱাৰ এটা কাৰণ আছিল। নছৰতৰ হাতত ডুমডুমাৰ ফালে বেচা মালখিনিৰ বাবদ তিনি লাখ টকা আছিল। আব্দুল্লা মৰিছিল বুলি জানিলে সেইখিনি টকা থকাৰ কথা সি অস্বীকাৰ কৰিব বুলি গোলামৰ সন্দেহ হৈছিল। ইফালে আব্দুল্লাৰ পিছত বজাৰখন চলাবৰ অভিপ্ৰায়েৰে গোলাম আলিয়েই তাক হত্যা কৰিলে বুলি নছৰতে সন্দেহ কৰিছিল। সাত দিনৰ ভিতৰতো আব্দুল্লা নোলোৱাহি দেখি নছৰতৰ সন্দেহ বাঢ়িছিল। গোলাম আলি আব্দুল্লাৰ প্ৰধান অনুগত লোক আছিল সঁচা। কিন্তু নছৰতেহে আব্দুল্লাক মানুহ হিচাপে ভাল পাইছিল। পৰিয়ালৰ মানুহে আব্দুল্লা নিখোজ হোৱাৰ খবৰ দিয়াত পুলিচে দুদিনমানহে তৎপৰতা দেখুৱাইছিল। পুলিচৰ গুৰিয়াল কেইজনে ক'লা বেপাৰীৰ জটিল জগতখনৰ ভিতৰত সোমাবলৈ ইচ্ছা নকৰিছিল। তদুপৰি আব্দুল্লাৰ মৃত্যু বা নিৰুদ্দেশে কাকো সন্তপ্ত কৰা নাছিল।

দিন যোৱাৰ লগে লগে নছৰত আৰু গোলামৰ মনোমালিন্য বাঢ়িছিল। নছৰতৰ হাতত পাইকাৰীবোৰৰপৰা পোৱা টকাও গোট খাইছিল। গোলামৰ চকুত এইটোৱেই আছিল অক্ষমণীয় অপৰাধ।

চোৰাং বেপাৰীয়ে জমা টকা বেপাৰত নখটুৱালে বেংকত নেৰাখে। কাৰণ সেয়া ক'লা টকা।

সেই বাবে গোলামে নছৰতৰ হাতত থকা টকাখিনিৰ ভাগ বিচৰাত সি টকা থকাৰ কথা অস্বীকাৰ কৰিছিল। এয়ে তাৰ কাল হৈছিল। গোলাম আলিয়ে লগত মানুহ লৈ ৰাতি নছৰতৰ ঘৰত সোমাই তাক হত্যা কৰি কেবা লাখো টকা লুট কৰিছিল। সিহঁত পলাইছিল।

এইদৰে ভিতৰুৱা কন্দল, প্ৰতিশোধ আৰু হত্যাৰ ফলত আব্দুল্লাৰ দলটো থানবান হৈ গৈছিল। ইৰ্শাদৰ দলেহে প্ৰভুত্ব বিস্তাৰ কৰিছিল। আন্ধাৰ জগতে গোলাম আলিহঁতৰ কথা পাহৰি গৈছিল। পুলিচৰ হিচাবতো সিহঁত ইতিহাসহে হৈ পৰিছিল। কিন্তু গোলাম আলিৰ আকস্মিক আবিৰ্ভাবে ইৰ্শাদ খাঁৰ সকলো হিচাবত গোলমাল লগাই দিলে।

নছৰতক হত্যা কৰাৰ পিছত গোলাম আলি গুৱাহাটী আৰু তিনিচুকীয়াৰ জনাৰণ্যৰ মাজত কাৰো চকুত ধৰা নপৰাকৈ আছিল। তাৰ হাতত বহুত টকা আছিল বাবে কোনো চাকৰি বা ব্যৱসায় কৰাৰ দৰ্কাৰ নাছিল। সি তিনিচুকীয়াৰ বেলেগ বেলেগ ঠাইত তিনিটা ঘৰ কিনি লৈছিল। দুটা ঘৰ ভাড়া দিছিল। সি তাত থকাৰ এবছৰৰ পিছত সেই ঠাইত এটা ডকাইতৰ দল গঢ়ি উঠিছিল। সেই দলৰ দলপতি বিষ্ণু মোহন ধৰা পৰি জেলত সোমোৱাটোৱে আৰু বিমোচন মহালী চাহ মজদুৰৰ নেতা হৈ পৰাটোৱে গোলাম আলিক আকৌ পাতাল জগতত প্ৰবেশ কৰিবলৈ সুবিধা দিছিল।

মজদুৰ সন্তান বিমোচন নেতা হৈ চাহ বাগিছা এৰি তিনিচুকীয়াত গোলাম আলিৰ ভাড়াঘৰত আছিল। সেই সময়ৰ পৰাই — ভাৰত-চীন যুদ্ধৰ পাঁচ বছৰমানৰ পিছত — শ্ৰম বিভাগৰ নিৰ্দেশ মতে চাহ বাগিছাৰ মজদুৰক মালিকে কিছুমান সুবিধা দিবলৈ বাধ্য হৈছিল। মজদুৰ তিৰোতাৰ বাবে জাপি, এপ্ৰন আৰু মুনিহৰ কাৰণে ছাতি একোটা দিবলগীয়া হৈছিল। তাৰ ফলত চাহ বাগিছাবোৰত এইবোৰ বস্তু যোগান ধৰাৰ লাখ লাখ টকাৰ ঠিকা ওলাইছিল। চাহ বাগিছাৰ মালিকে মজদুৰ নেতাই মনোনীত কৰা লোককহে বস্তু যোগান দিয়াৰ ঠিকা দিছিল। এই ঠিকাৰ বাবে নিবনুৱা যুবকসকলে খুব চেষ্টা কৰিছিল। কিন্তু বিমোচনক ঘোচ দিয়াৰ ফলত তিনিটামান মাৰোৱাৰী আৰু গোলাম আলিয়েহে এই ঠিকা পাইছিল। এইটো সুবিধাতে বিমোচন মহালীৰ জেপত দুই লাখমান টকা সোমাইছিল। অৱশ্যে বেছি লাভ হৈছিল ঠিকাদাৰ কেইটাৰ। কাৰণ জাপি সজা মানুহটোৱে এটা জাপিত ডেৰ টকা পাইছিল। কিন্তু ঠিকাদাৰে পাইছিল আঠ টকাকৈ।

এই সময়তে গোলাম আলিৰ বিমোচন মহালীৰ লগত এটা নিবিড় অসুস্থ সম্পৰ্ক ঘটিছিল। টকাই বিমোচনক ৰাজনৈতিক শক্তিও দিছিল। সি বিধান সভাৰ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰি জয়ী হৈছিল। ভোট যুদ্ধত গোলাম আলিয়ে তাক প্ৰচুৰ সহায় কৰিছিল। ডকাইত বিষ্ণু মোহন জেলত সোমোৱাৰ পিছত সৰু-সুৰা অপৰাধ কৰি বৰ্তি থকা তাৰ দলটোৱেও বিমোচনক সহায় কৰিছিল। এই নিৰ্বাচনত প্ৰচুৰ টকা ঢলা হৈছিল। বিমোচনৰ ৰাজনৈতিক ভবিষ্যত উজ্জ্বল বুলি ভাবি কিছুমান ব্যৱসায়ীয়ে তাক যথেষ্ট টকা দিছিল।

বিমোচন মহালী শ্রমমন্ত্রী হৈছিল।

নির্বাচনৰ পিছত গোলাম আলিয়ে বিষ্ণু মোহনৰ দলটো একত্রিত কৰি চোৰাং বজাৰৰ বাবে উপযুক্ত কৰি তুলিছিল। ইয়াক সুকলমে চলাই যাবৰ বাবে গোলাম আলিয়ে ৰাজনৈতিক সহায় পোৱাৰ প্রতিশ্রুতি আদায় কৰিছিল। বিশেষকৈ বিমোচনৰপৰা।

গোলাম আলিৰ দলটোৱে ১৯৬৭ চনৰ জুলাই মাহৰপৰা চোৰাং কাৰবাৰত লাগে। এতিয়া ১৯৬৮ চনৰ এপ্রিল-মেত সি ইমান শক্তিশালী হৈ পৰে যে সি ইৰ্শ্বাদৰ কর্ম ক্ষেত্রও অধিকাৰ কৰিব খুজিছে।

বিমোচন মন্ত্রী হৈয়ে আছে আৰু গোলাম আলিয়েও পুলিচ আৰু আবকাৰী বিষয়াৰ সতর্কতাৰপৰা হাত সাৰি বেছ স্বচ্ছন্দে কাৰবাৰ চলাই আছে। ইৰ্শ্বাদে ভাবিলে।

সি ধৰি ল'লে যে নিজে নিঃশেষ হৈ যাব পৰা এইসংকটৰ পৰা মুক্তি পাবলৈ হ'লে সি বেছ কঠোৰ হ'ব লাগিব।

গোলাম আলিৰ অভ্যুত্থানৰ গতি-প্রকৃতি জানি লৈ সি জয়ী হোৱাৰ এটা পথ বাছি ল'লে। এই পথ হ'ল নির্মম হত্যাৰ।

এতিয়া আবেলি তাৰ ওচৰত ওঁঠ কটা হামিদ, মুকুন্দ আৰু চাজ্জান। ইৰ্শ্বাদে চাজ্জানক ক'লে, "৬ নম্বৰক মাত।"

একোটা নম্বৰে একোটা গুণ্ডাক বুজায়। সিহঁতৰ নাম আছে। কিন্তু সিহঁত নম্বৰৰ যোগেদিহে পৰিচিত হোৱাটো সিহঁতৰ বাবেই বেছি সুবিধা। অলপ পৰৰ পিছতে এটা কুৎসিত চেহেৰাৰ লেং পেং মানুহ ইৰ্শ্বাদৰ ওচৰত থিয় হ'লহি। মুকুন্দই গুলীয়াই বন্দী কৰি অনা মানুহটোৰ নাম ধাম জানি লৈ ইৰ্শ্বাদে ছয় নম্বৰক ক'লে, 'সি থাকিব নেলাগে। কামটো 'ৰেইড'ৰ আগতেই হ'ব লাগে।"

শুনাত অতি সাধাৰণ কথা। ইৰ্শ্বাদে কৈছেও অতি সাধাৰণ কথা এটা কোৱাৰ দৰে। কিন্তু আচলতে ই এক নির্মম আদেশ ঃ সেই মানুহটোক আগ ৰাতিৰ ভিতৰতে শেষ কৰি দিব লাগে।

মুকুন্দই ইমান ঠাণ্ডা মগজেৰে মৃত্যু-দণ্ড দিব পৰা মানুহটোলৈ তন্ন তন্নকৈ চাই তাৰ মুখত কোনো উৎকণ্ঠা, ভয় বা অনুশোচনাৰ চিন নেদেখিলে। তাৰ মুখখনত মনৰ ভাষা অকণো পৰিস্ফুট নহ'ল। মুকুন্দই ভাবিলে যে এনে মানুহেইহে চোৰাং জগতৰ ৰজা হোৱাৰ যোগ্য। হঠাতে ইৰ্শ্বাদে তাৰ চকুৰ আগত যেন এটা দৈত্যৰ আকাৰ ধাৰণ কৰিলে। মুকুন্দই চকু মুদি দিলে। সি ভাবিলে যে মানুহটো সি ধৰি ননাহেঁতেন আজি সি মৰিবলগীয়া নহ'লহেঁতেন। তাৰ তেতিয়াই দেউতাক চিএণ্ডৰি ক'বৰ মন গ'ল — তই কোৱাৰ দৰে এই জগত ৰঙীন নহয়। তই এই জগতৰ বহুত কথাই নেজান।

সন্ধিয়াৰ পিছত তিনি আৰু ছয় নম্বৰে মানুহটোক পোনতে মদ খুৱাই লৈ পিছত প্ৰচুৰ কানি খুৱাই ইমান অজ্ঞান কৰি পেলালে যে সি পাঁচ ছঘণ্টালৈ চকু মেলা আশা নাই। সিহঁতে তাক ৰেলৰ আলিত শুৱাই থৈ আহিল। ৰাতি দহ বজাৰ ৰেলখন তাৰ মৃত্যুদূত হ'ল।

ৰাতি এঘাৰ বজাত মৌচম মঞ্জিলৰ চৌহদত পুলিচ সোমাল। কিন্তু তাত একো বিচাৰি পোৱা নহল। অতিৰিক্ত আৰক্ষী অধীক্ষক বিপুল ঘোষ আৰু আবকাৰী অধীক্ষক ৰূপক ডেকাৰহে লাভ হ'ল। সিহঁতৰ প্ৰত্যেকৰ জেপত তিনি হেজাৰটকীয়া নোটৰ বান্দিল একোটা সোমাল। ইয়াৰ দ্বাৰা ইৰ্শ্বাদে সিহঁতক বুজাই দিলে যে মন্ত্ৰীৰ হেঁচাত পৰি সিহঁতে এনে কাম কৰিছে যদিও কৰ্তব্য কঠিনভাৱে পালন নকৰিলেও চলে।

## আঠ

মই এতিয়া কি কৰোঁ? মই যি চক্ৰবেহুত সোমালোঁ তাৰ পৰা মই এতিয়া ওলাব নোৱাৰোঁ। মই ইৰ্শ্বাদৰ পাপচক্ৰৰ সকলো কথা জানো। মই সেই পাপচক্ৰৰ প্ৰধান এটা অংশ। মই যদি এই চক্ৰবেহুৰপৰা ওলাই যাব খোজো, তেনেহ'লে মোৰ সাৰণ নহব। ইৰ্শ্বাদে কোনোবা এটা নম্বৰেৰে পৰিচিত পেছাদাৰ খুনীক মাতি আনি খুব সাধাৰণ কথা এটা কোৱাদি ক'ব, "সি থাকিব নেলাগে, তাক কাছই খাব লাগিব।"

সিহঁতে মোক এই মৌচম মঞ্জিলতে অতি সহজে গুলীয়াই মাৰিব আৰু পিছত হয়তো মোৰ শটো কোনোবা এটা ব্ৰহ্মপুত্ৰৰ ডুবিত থকা কাছই খাব।

মই বিমৰিষ। নাদুৰী থকাৰ বাবে যশোৱাৰ সুখ হৈছে। নাদুৰী আৰু গোনাৰ মাক কনকাই ঘৰখন বৰ মৰম কৰি তুলিছে। ৰঞ্জু আৰু চানুৰ ডাঙৰ হৈছে। সিহঁতক দেখি মোৰ মনত কিছুমান নতুন ভাবৰ উদয় হৈছে। এদিন ভালকৈ পঢ়াশুনা কৰি ডাঙৰ মানুহ হোৱা দেখিলে কোনোবাই কব "সেই খুনী, নিৰক্ষৰ চোৰাং বেপাৰীটোৰ ল'ৰা ইমান ভাল হৈছেনে?" কিন্তু এনে উক্তি দিয়া মানুহে হয়তো নেজানিব যে সুবিধা পোৱাহেঁতেন ময়ো বহুত পঢ়াশুনা উকীল-মুনচিফ হব পাৰিলোহেঁতেন আৰু অপৰাধী মানুহৰ লগত হাত মিলাব নেলাগিলহেঁতেন।

এৰা, কথাটোৱে মোৰ হৃদয় দহিছে। অসীম সাহস দেখুৱাই মই সেই মানুহটোক ধৰি আনিলোঁ। গোলাম আলিৰ দলৰ সকলো গুংসূত্ৰ ইতিমধ্যে পোৱা গ'ল কাৰণে ইৰ্শ্বাদৰ ওচৰত সেই মানুহটোৰ প্ৰয়োজন নোহোৱা হল। বিপৰীত পক্ষৰ মানুহ কাৰণে সি ৰেলগাড়ীৰ চকাৰ তলত লাডু হৈ গ'ল। স্বৰূপ কথা ক'বলৈ গ'লে তাৰ মৰণৰ প্ৰকাৰান্তৰে ময়েই দায়ী। মই খুনী।

এতিয়া মই যশোৱাৰ অন্তৰ জয় কৰিব পাৰিছোঁ। মই তাইক খুব ভালপাবলৈ ধৰিছোঁ। কাৰণ মৌচম মঞ্জিলত কলুষিত হৈ অহা মনটোৱে তাইক দেখি সুখ পাব বিচাৰে। কনকাও খুব খুচী। কাৰণ তাই উপাৰ্জনক্ষম পুতেকক জীৱন যুঁজত

সফল বুলি ভাবিছে। কনকাই মোৰ পৰিয়ালটো পায়ো অত্যন্ত সুখী। কিন্তু নিষ্কলুষ মনৰ সুখবোৰ দেখিহে মোৰ বৰ ঈৰ্ষা হৈছে।

চোৰাং কাৰবাৰৰ সপক্ষে দেউতা, বছিৰ আৰু জগনুৱে যিবোৰ যুক্তি দিয়ে সেইবোৰ বেছ মনোগ্ৰাহী। এনে যুক্তিক সহজে খণ্ডন কৰিব নোৱাৰি। কিন্তু চোৰাং কাৰবাৰে মানুহক অসুস্থ অভিলাষ দিয়ে, লোভ, লালসা, বাসনা দিয়ে, নিৰ্মম কৰে, হত্যাকাৰী কৰে। মোৰ দেউতাক বাৰে বাৰে সুধিবৰ ইচ্ছা যায় এনেকৈ ঃ

দেউতা, যিখন ব্ৰহ্মপুত্ৰক মাছ, পানী আৰু পশুপক্ষীৰে ভাল পোৱা, সেইখন ব্ৰহ্মপুত্ৰৰ দৰেই তুমি বিশাল, তুমি সুন্দৰ। তোমাৰ পৰা মাত্ৰ এটা উত্তৰ লাগে। হিংসাৰ পথ পৰিহাৰ কৰি, নিৰ্মম নহৈ, হত্যাকাৰী নহৈ আমি সফল চোৰাং কাৰবাৰী হ'ব নোৱাৰিমনে? দেউতাই হয়তো এই প্ৰশ্নৰ মনোগ্ৰাহী উত্তৰ দিব নোৱাৰিব। ময়ে ইয়াৰ উত্তৰ বিচাৰি উলিয়াব লাগিব।

ৰেলগাড়ীৰ চকাই প্ৰাণ লোৱা সেই মানুহটোৰ মূৰটো যদি দুখৈত ছিটিকি পৰিছে, তেনেহলে তাক লৈ এতিয়া মানুহৰ মাজত আলোচনা হৈছে। গোলাম আলিয়ে খবৰ পাই নিশ্চয় সি ৰেলগাড়ীৰ আগত পৰি আত্মঘাতী হোৱা বুলি ভবা নাই।

এতিয়া মোৰ পৰিপূৰ্ণ ঘৰখনে মোক শান্তি দিব পৰা নাই। মই যশোৱাক একো কোৱা নাই। কনকাৰ মুখে তাই আমাৰ কেনেকৈ উপাৰ্জন হয় গম পাইছে। অথচ তাই মোক আৰু গোনাক আমি কি কৰিব লাগে এই বিষয়ে একো সোধা নাই। হয়তো কনকাক পাই তাই এই বিশেষ জীৱন ধাৰাৰ স্বচ্ছলতাৰ লগত মিলি গৈছে।

মই এতিয়া অতিশয় ক্লান্ত। দুপৰীয়া একেটা কোঠাত ময়ো আছোঁ, কনকা আৰু যশোৱায়ো তাতে কথা পাতি আছে। দেওবাৰ কাৰণে ৰঞ্জুৱেও কিবা পঢ়ি আছে। সি কেবাখনো কিতাপ পঢ়ি অঁতালে। তাৰ চকু গজিছে। তাৰ নজনাক জনাৰ আগ্ৰহ হৈছে।

চানুৰ চোফাৰ এচুকত শুই আছে।

মই কনকালৈ লক্ষ্য কৰিছোঁ। জীৱনত ইমান ধুমুহা পাৰ হৈ গ'ল বুলি মানুহজনীক দেখি কবই নোৱাৰি। এতিয়া মৰমীয়াল আইতাকৰ চেহেৰাটোৱেই সৌৱৰাই দিয়ে যে একালত কনকা অতি ৰূপৱতী আছিল। এতিয়া এইখন আইতাক আইতাক লগা মুখত শান্তিৰ চিন, বয়সক সম্ভ্ৰমেৰে গ্ৰহণ কৰাৰ চিন।

যশোৱা আৰু কনকাক একেলগে দেখিলে মোৰ মোৰ মনটো ভাল লাগে। যশোৱাৰ মুখতো শান্তিৰ চিন। কাৰণ তাইৰ জীৱনৰ দাবী কম। বোধকৰোঁ যোৱা কেইমাহৰ ভিতৰত যশোৱাৰ মনটো কনকাৰ ঠাচত গঢ় লৈছে।

মই কৈছোঁ, "এবাৰ দিল বাহাদুৰহঁতৰ ফালে ঘুৰি আহিলে কেনে হয়? মোৰ বেলি বহাৰ পিছতহে কাম।" সিহঁতে হয়ভৰ দিছে।

আমি আটাইবোৰ হাতীধৰা বাগিছালৈ ওলাইছোঁ। গোনাই জীপ চলাইছে। দিল বাহাদুৰৰ পদূলী পোৱাৰ লগে লগে মই বৰ অস্বস্তি-বোধ কৰিছোঁ। নিশ্চয় ক'ৰবাত কিবা ঘটিছে। চৌহদটো আগৰ দৰে লগা নাই। গাই কেইবাজনীও দেখা নাই। চোতাল অপৰিষ্কাৰ।

পোনতে মইহে সোমাই গৈছোঁ। সিহঁত জীপত। ৰঞ্জু আৰু চানূৰে হৰষত সিহঁতৰ ককাক-আইতাকক চিঞৰিছে। হিমাদ্রি বা দিল বাহাদূৰৰ সলনি আন এটা মানুহহে ওলাই আহিছে।

"দিল বাহদুৰ নাই?"

"তেওঁলোক গ'লগৈ নহয়।"

"কেতিয়া?"

"যোৱা দেওবাৰে।"

"আপুনি?"

"মহৰী। আপুনি বাৰু মুকুন্দ বাবু নেকি?"

"হয়।"

"আপোনাক ক'বলৈ কৈছে — সি গাই কেইজনী লৈ গৈছে। খানাপাৰাত থকা পুতেকে ভেটেনেৰীৰ ট্ৰাকত লৈ গ'ল। আপোনাৰ পাওনাখিনি পঠাব হেনো।"

"আপুনি মোক খবৰ নিদিলে কিয়?"

"ক'ত থাকে নেজানো।"

"হামিদক নক'লে কিয়?"

"তেখেতৰ লগত দেখাদেখিয়েই হোৱা নাই। আজি আবেলি আপোনাক খবৰ কৰাৰ কথা আছিল।"

মই অধোমুখে উভতি জীপৰ ওচৰত কথাটো তেনেই চমুকৈ কৈছোঁহি। যশোৱাৰ এটা হুমুনিয়াহ শুনিছো আৰু ৰঞ্জুৰ চকুহাল চলচলীয়া হোৱা দেখিছোঁ। লগতে মোৰ চকুৰপৰা লোতক নিগৰিছে। মই ভাবিছো যে দুটা কাৰণত দিল

বাহাদুৰহঁতে আমাক খবৰ নিদিয়াকৈ এটা বেয়া ভাব লৈ গুচি যাব পাৰে। যশোৱাইঁতক ইয়াত নৰখাৰ বাবে আৰু মই ইৰ্শ্বাদৰ লগ লোৱাৰ বাবে। হয়তো এটা চোৰাং বেপাৰীয়ে কিনি লোৱা চাহ বাগিছাত সি কাম কৰি নিজক সৰু নকৰে আৰু এই চোৰাং কাৰবাৰটোৰ অনুচৰ হিচাপে থকাৰ বাবে সিহঁতে মোক ঘৃণা কৰে।

মই দিল বাহাদুৰে এৰি থৈ যোৱা ঘৰটোলৈ চাইছোঁ। ভাবিছোঁ এইটো ঘৰৰ ভিতৰতে এদিন মোক দিল বাহাদুৰে এনেকৈ কৈছিল ঃ ...... সাপ নচুৱা মানুহ সাপৰ হাতত মৰে। যি গুলিয়াই মাৰে সিও গুলী খায়েই মৰে।

মই আকৌ ভাবি ভাবি জীপত উঠিছোঁ। মই নিষ্প্ৰাণ হৈ পৰিছোঁ। কাৰণ বুঢ়ী আইৰ সাধুত শুনাৰ দৰে মৰম লগা, সৎ মহৎ আৰু সুখী বুঢ়া-বুঢ়ীহালে মোক তুচ্ছ কৰি থৈ গ'ল।

গোনাই এমাইলমান গাড়ী চলাই সকলোকে চিনেমা হল্ল এটাত সুমুৱাই থৈ যাব নেকি সুধিছে। যশোৱাই কোৱা শুনিছোঁ, "ইমান নিদাৰুণ নহ'বা, গোনাকাই। মৰাৰ সমান দুখ পাইছোঁ। আচল শাহু-শহুৰ নেপালোঁ, যাক পালোঁ তেওঁলোকো.........''

তাই বাকীখিনি কথা কব পৰা নাই। মই মাত্ৰ তাই নাকৰ পানী উজুৱা হে শুনিছোঁ।

আচল গ্ৰাহকক মাল দিবলৈ যাওঁতে মৰামৰি হৈছে। তি নিচুকীয়াৰ ফালে অহা ৰেলগাড়ীত খুব খানাতালাচ হৈছে। নাদুৱাত কোনোবাই চাজ্জানৰ জীপলৈ গুলী চলাইছিল। সি কোনোপধ্যেহে বাচিছে। সিফালে চিলাপথাৰত ইৰ্শ্বাদৰ মানুহে দুটাক ভালকৈ ঘাইল কৰিলে।

কানিৰে সৈতে ধৰা পেলোৱা এম্বাশ্বেডৰখনৰ বাবে তাৰ ড্ৰাইভাৰটো এতিয়া জেলত। নকলী নম্বৰ থকা এই গাড়ীখনৰ বাবে ইৰ্শ্বাদকহে পুলিচে সন্দেহ কৰিছে। মাকুম আৰু পানীতোলা ৰেলষ্টেচনৰ মালবাবু দুটাক পুলিচে গ্ৰেপ্তাৰ কৰিছে।

এই গোটেইবোৰ ইৰ্শ্বাদৰ হৈ কাম কৰা মানুহ। সি ডাঁৰৰ বাতৰি ডাঁৰে পাই আছে।

মই কিন্তু সন্ধিয়া তাক বিচলিত হৈ থকা দেখা নাই। ডাক্তৰে তাৰ ৰক্তচাপ লৈছে আৰু অলপ বেছি আছে বুলি কৈছে। সেই সতৰ্ক-বাণীলৈ কাণসাৰ নিদি সি অকণ অকণকৈ হুইস্কি পি আছে। মোক দেখিয়েই সি এই বেয়া খবৰবোৰ মোক কৈছে। সি ওঁঠ দুটা চেপি নিজক কোৱাৰ দৰে কৈছে, "গোলাম আলি, বিমোচন, অধিকাৰী। ওঁহো, এই দুটা একোটা যন্ত্ৰ। কিন্তু গোলাম আলি........তাক যদি তাৰ ৰখীয়া কেইটাৰ হতুৱাই খুন কৰোৱাওঁ ? সি মন্ত্ৰী, কমিছনাৰ আদিক লৈ খেলত নামিছে। কিন্তু মোৰ এক্সপিৰিয়েন্সখিনি ?"

ইৰ্শ্বাদৰ অভিজ্ঞতা নাই বুলি কোনেও নকয়। তাৰ সিদ্ধান্ত উত্তম বুলি ভাবিবৰ থল আছে। গোনা, হামিদ বা চাজ্জানে ইৰ্শ্বাদৰ প্ৰতিটো আদেশৰ অৰ্থ আছে বুলি ভাবি তাকে উৎসাহেৰে পালন কৰে। কিন্তু মোৰ হলে আজি ইৰ্শ্বাদৰ কাণ্ড-কাৰখানাবোৰ পছন্দ হোৱা নাই। মই ভাবি-চিন্তি পাইছোঁ যে হত্যাৰ আশ্ৰয় নোলোৱাকৈ আমি এই সংকটৰপৰা হাত সাৰিব পাৰিম। স্বৰাজৰ পিছৰ দেশখনত লোলুপ নেতাবোৰৰ দেশসেৱা কেনে বিধৰ হব পাৰে মোৰ আৰু বুজিবলৈ বাকী নাই। এন. ই. এছ. ক্লাবত কাম কৰাৰ দিনৰপৰা এতিয়ালৈকে সিহঁতৰ কীৰ্তি-কলাপ শুনি শুনি মোৰ কাণ ঘোগোলা হৈছে আৰু স্বনিযুক্ত এই দেশসেৱকবোৰহে দেশৰ আচল সমস্যা হৈ পৰিছে। ধন পোৱাৰ আশা দেখিলে ইহঁতে আইনক বনবাস দিব পাৰে। ভোট গোটোৱাৰ সময়ত সিহঁত ৰাইজৰ দুখত পমি যায়। কিন্তু ক্ষমতা পোৱাৰ পিছত সিহঁত ব্যৱসায়ীৰহে বুকুৰ কুটুম। সেই কাৰণেই এইখন দেশত অলক ফুকনৰ দৰে তল খাপৰ দালাল এটাই মদৰ মহলো ডাকি লব পাৰিছে। এতিয়া সি যথেষ্ট আঢ্যৱন্ত।

'মই পিছে এইবাৰহে কথাটো পছন্দ কৰা নাই।" মই এনেকৈ আপত্তি তুলি নিজৰ কথাখিনি পেছ কৰিব খুজিছোঁ। সি কৈছে, "তেনেহলে তুমি তাৰ লগত বুজাপৰালৈ আহিব লাগে বুলি ভাবিছা ?"

"তাৰো এটা কাৰবাৰ কৰাৰ অধিকাৰ আছে।"

"সেই বুলি আমাৰ কামত সি হাত দিব কিয় ?"

"চৰকাৰ 'বেক'ত থাকিলে সি আমাক শেষ কৰি নিষ্কণ্টক হোৱাৰ কথা ভাবিবই। আমিওতো তাক শেষ কৰি দিয়াৰ কথা ভাবিছোঁ।"

"তেনেহলে সি (জীয়াই) থাকিব লাগে?"

"তাক মৰাও সহজ নহ'ব। তাকে কৰিবলৈ যাওঁতে তাৰ পক্ষৰ মানুহ মৰিব আৰু আমাৰ মানুহো মৰিব। তেতিয়া পুলিচৰ বৰ মজা হব। লাভৰ বেছি ভাগ পইচা পুলিচক দিওঁতেই যাব। এই ক্ষেত্ৰত পুলিচে ক্ষমতা পোৱা অনুচিত। ধৰক এটা মানুহ খুন হল। তাৰ লগে লগে পুলিচৰ ক্ষমতা বাঢ়িল। তাৰ বাবে আপোনাকো সিহঁতে এৰেষ্ট কৰিব নোৱাৰিব বুলি ভাবেনে? আজিৰ দিনত টকাৰ যোগেদি দেখা সাক্ষী বনাই আপুনি বেয়া পোৱা যিকোনো এটা মানুহক জেলত দিয়াব পাৰি।"

"তুমি ইমানবোৰ কথা ক'ৰপৰা জানিলা?"

"মই এন-ই-এছ ক্লাবত কাম কৰোতে তাত আলচ্‌ হওঁতে শুনা কথা। সমাজৰ তেজ শোহা মানুহ কিছুমানো ইয়াৰ সভ্য। তাত বিমোচন মহালীকো দেখিছিলো, এতিয়াৰ কমিছনাৰ সূৰ্য্য অধিকাৰীকো দেখিছিলোঁ। সিদিনা খানাতালাচীৰ বাবে এডিচনেল পুলিচ ছুপাৰিনটেণ্ডেণ্টটো যে আহিছিল— বিপুল ঘোষ— সি তেতিয়া ডি. এচ. পি আছিল— সিও চাৰ্টাৰ একাউনটেণ্ট, পিছত ক্লাবৰ চেক্ৰেটেৰী, অম্বৰীষ চাটাৰ্জিৰ লগত প্ৰায়ে আহিছিল। এইবোৰ মানুহৰ কথা-বতৰাবোৰ শুনিয়েই দুনিয়া কিমান হাৰামী বুজি পাইছিলোঁ। প্লেণ্টেড কেচ মানে কি জানে?"

"কৈ যোৱা।"

"ধৰক আপুনি দোষ কৰা নাই। কিন্তু আপোনাৰ শাস্তি হবই লাগিব। তাৰ বাবে আপোনাক দোষী কৰাৰ বুদ্ধি কিছুমান আগৰেপৰা ঠিক কৰি আপোনাক ঘটনাৰ ঠাইতে গ্ৰেপ্তাৰ কৰা হৈছে বুলি কোৱা হব। মুঠতে আইনখন গোটেই ফাঁকি। ই কেৱল দুখীয়াৰ কাৰণেহে।"

"বুজিলোঁ। তুমি কি কৰিবলৈ দিহা দিয়াৰ আগতে ইমান কথা কবলগীয়া হৈছে?"

"মই কব খুজিছোঁ, আইনৰ চকুত ধূলি দি ধনৰ জোৰত যিটো কাম কৰিব পাৰি সেইটো কামৰ বাবে তাহানিৰ চুবুৰীয়া ৰজাবোৰৰ দৰে যুঁজ-বাগৰ কৰিবৰ দৰ্কাৰ নাই। দিনো বদলিছে, কাইদাও বদলিছে।"

"কিন্তু তুমি কোৱা কায়দামতে সি বিমোচন আৰু অধিকাৰীকো পকেটত ভৰালে।"

"সেইটো কি কথা? মনত ৰাখিব, চাহাব, দুনিয়াত বাপেকবোৰৰো একোটা বাপেক আছে, ওস্তাদৰ ওপৰতো একোটা ওস্তাদ আছে। মোক এটা চান্স দিয়ক। মই আপোনাক নিষ্কণ্টক কৰিমেই।"

"তুমি ঠাণ্ডা মগজেৰে কথাবোৰ কৈছানে' কিবাকিবি খাই কৈছা?"

"সন্দেহ নকৰিব, চাহাব, মই আপোনাৰ ওচৰলৈ কেতিয়াও নিচা খাই নাহোঁ। এনেকুৱা সংকটতেহে একোটা ভাল আইডিয়া মগজলৈ আনে।"

"তোমাৰ পূৰা আইডিয়াটো কি?"

"এপষ মালৰ লেনদেন বন্ধ কৰক। মোক ৰখীয়া দুটা লগত দিয়ক। গোলামক আৰু পাবাৰত থকা মানুহ কেইটামানক ভালকৈ জানি লবলৈ মোক সময় দিয়ক। পিছত এদিন দেখিব, গোলাম আলি জেলত আৰু আপুনি সম্মানিত মানুহ হিচাপে ফুটবল খেলত প্ৰাইজ দিব পাৰিছে।"

ইৰ্শাদৰ মোৰ কথাত বিশ্বাস জন্মিছে। সি মোৰ পিঠিত চপৰিয়াইছে। মই সমস্যাটো সমাধানৰ পন্থা কিছুমান দুপৰৰপৰা ভাবিহে আছিলোঁ। কিন্তু ইৰ্শাদক কোৱাৰ দৰে আঁচনি এটা পোৱা নাছিলোঁ। তাৰ লগত আলচ কৰি থাকোতেই এটা আঁচনিয়ে মনত ঠাই ললে। মোৰ বোধেৰে দুনিয়াৰ ডাঙৰ ডাঙৰ মানুহবোৰৰ ডাঙৰ ডাঙৰ আঁচনিবোৰ বা ভাববোৰ এনেকৈয়ে হঠাতে উদয় হয়।

ইৰ্শাদক এতিয়া মই নিৰ্ভয় দিছোঁ। মোৰো নবজন্ম হৈছে। হত্যাৰ প্ৰতি মোৰ স্বাভাৱিক ঘৃণা আছে কাৰণেই হয়তো মই ক'লা বজাৰৰ ক্ষেত্ৰতো অহিংস নীতিকে খটুৱা কুচক্ৰী লোক হিচাপে আবিৰ্ভাব হৈছো। মোৰ মনে মনে হাঁহিও উঠিছে। দুনিয়াখনক মনে মনে বিদ্ৰূপ কৰিছোঁ। দুনিয়াত ইমানবোৰ সপোনৰ অগোচৰ বিৰোধ! অহিংসাক ধৰ্ম কৰিব খোজা মহাত্মা গান্ধী গুলী খাই মৰে। সত্যৰেই জয় হব বুলি বিশ্বাস কৰা গান্ধীৰ দেশতেই আকৌ ৰজাঘৰে প্ৰজাঘৰে অসত্য আৰু ভণ্ডামিৰ প্ৰকোপ বেছি। গতিকে মই ইৰ্শাদক ঠিকেই কৈছোঁ যে স্বাধীনতাৰ পিছৰ এই গান্ধীৰ দেশখনত কূট-কৌশল ভণ্ডামি, পাপ আৰু ধনৰ শক্তি খাৰ-বাৰুদ-বোমাতকৈ বহুত বেছি।

এই চাৰিটা শক্তিকে কৌশল হিচাপে ল'বৰ বাবে মোক ইৰ্শ্বাদে সকলো সুবিধা কৰি দিছে। দুৰ্দান্ত, নিষ্ঠুৰ, হত্যাৰ যোগেদি সমাধান বিচৰা এটা স্বাভাৱিক হত্যাকাৰী ইৰ্শ্বাদেও মোৰ ওপৰত আস্থা ৰাখিছে। এইখিনিতেই মোৰ আধাআধি জয় হৈছে বুলি ক'ব পাৰি। ইৰ্শ্বাদৰ দৰে মদ্‌গৰ্বী মানুহ এটাই মোৰ দৰে লিখা-পঢ়া নজনা মানুহ এটাৰ ভৱিষ্যতৰ কৌশল আৰু এই কৌশল খটুৱাব পৰা মোৰ আত্মবিশ্বাসত পতিয়ন গৈছে যেতিয়া মোৰ যুক্তি যথেষ্ট প্ৰবল। এয়ে মোক অসম্ভৱ উৎসাহ দিছে।

☆ ☆ ☆

মই মৌচম মঞ্জিললৈ অহাৰ দিনা অপ্ৰকৃতিস্থ অৱস্থাত যিটো মানুহক দেখিছিলো পোনতে সিহঁত দুটাৰেই সহায় ল'ব লাগিব। সিহঁত ইৰ্শ্বাদৰ ওচৰত খোলোচা হ'ব নোৱাৰে। কিন্তু মোক সিহঁতে চব কথা ক'ব আৰু সহায়ো কৰিব।

এটা হ'ল লেং লেংকৈ দীঘল আঠুলৈকে পৰা কামিজ পিন্ধা দালাল আৰু মহলদাৰ অলক ফুকন। এম, এল, এ জ্ঞানেশ বৰুৱাৰ বৈনায়েক। ইটো হ'ল সেই কোমোৰা যেন ডি. এচ. পিটো। লবো ৰাম গগৈ। পোনতে লবোৰামৰ তালৈ যোৱাটো ঠিক নহ'ব। এতিয়া মই গললৈকে জপিয়াবলৈ হ'লে অৰ্থাৎ আবকাৰী মন্ত্ৰী পৰ্য্যন্ত হাতৰ মুঠিলৈ আনিবলৈ হ'লে পোনতে অলক ফুকনক হাত কৰিব লাগিব।

বহুত ভাবি চিন্তি মই বছিৰ আৰু জগনুকে মোৰ গা-ৰখীয়া কৰাটো ঠিক কৰিলোঁ। কাৰণ ইহঁত দুটাই মোৰ হৈ নিজৰ প্ৰাণ বিসৰ্জন দিবলৈ প্ৰস্তুত। সিহঁতৰ লগত মই অন্তৰ উবুৰিয়াই কথা পাতিব পাৰোঁ। সিহঁত লগ হিচাবেও উত্তম! সিহঁত হামিদ বা গোনাতকৈ কিজানি সৰল। সিহঁতক দেখিলে দুষ্ট মানুহ যেন নেলাগে। কিন্তু হামিদ বা গোনাক দেখিলেই গুণ্ডা প্ৰকৃতিৰ মানুহ যেন লাগে। তদুপৰি জগনু বেছ দেখনিয়াৰ। বছিৰক দেখিলেও মানুহৰ পোনতে ভাল ধাৰণা হয়।

দেউতাই এই পোন্ধৰ দিন সিহঁত দুটাক হেৰুৱাব। পিছে দেউতাৰনো লগৰ কি আকাল? পাঁচ আলিত হাজিৰা কৰা দেছুৱালী মাইকী সোপাই সময় পালেই তাৰ লগত চুপতি মাৰেহি। সিহঁত দেউতাৰ কেৱল চকু কাণৰ তৃপ্তিহে। জগনু আৰু বছিৰৰহে সিহঁতৰ কেইজনীমানৰ লগত কেলেঙ্কাৰী।

অলক ফুকন পুৱা সোনকালে উঠে। তাক লগ পাই দুটা কথা জানিলোঁ। প্ৰথম কথা হ'ল — বিমোচন মন্ত্ৰী হৈ মজদুৰৰ প্ৰতিনিধিত্ব কৰিছে যদিও সি মুখ্যমন্ত্ৰীৰ প্ৰিয়ভাজন নহয়। বিমোচন মুখ্যমন্ত্ৰীক খহাবলৈ বিচৰা দলটোৰহে। অৱশ্যে ৰাজনৈতিক দল একেটাই। দ্বিতীয় খবৰ হ'ল, বিমোচনৰ লগত অলকৰ বৈনায়েক জ্ঞানেশ বৰুৱাৰ সম্পৰ্ক ভাল নহয়। কাৰণ বিমোচনক খেদাই তাৰ ঠাইত বৰুৱাই মন্ত্ৰী সভাত সোমাবলৈ খেণ গণি আছে। দলৰ ভিতৰত কন্দল বেছি হলে কাৰোবাৰ কাৰোবাৰ মন্ত্ৰীত্ব যাব পাৰে। তেতিয়া হয়তো জ্ঞানেশ বৰুৱা মন্ত্ৰী হ'ব পাৰে। কিন্তু বিমোচন মহালীক খেদা সহজ কথা নহয়। তাৰ লগতো মানুহ আছে বাবে তাক মন্ত্ৰীত্বৰপৰা বাদ দিলে সি পোন কোবেই দিল্লীত প্ৰধান মন্ত্ৰীৰ ওচৰ পাবগৈ। তদুপৰি বিমোচন মহালী ইমান শিয়াল বাগি দিব পৰা মানুহ যে সি কোন দিনা মুখ্যমন্ত্ৰীৰ একান্ত ভক্ত হৈ পৰে ঠিক নাই। যদি সি মুখ্যমন্ত্ৰীৰ ভিতৰুৱা দলটোৰ লগ লাগে, তেনেহলে সি আবকাৰী মন্ত্ৰীও হৈ যাব পাৰে। তেতিয়া ইৰ্শ্বাদৰ বিপদ বাঢ়িবহে।

অলক ফুকন সঁচাকৈয়ে দালাল হোৱাৰ উপযুক্ত মানুহ। কথাৰ পৰা বুজা গ'ল যেন কোনটো এম. এল. এ. শাসক দলৰ কোনটো উপদলৰ এই বিষয়ে সি সবিস্তাৰে জানে। তাক লগ পালে এনে লাগে যেন সিহে মন্ত্ৰী ভঙা-পতা কৰিছে। চৰকাৰৰ বেলেগ বেলেগ বিভাগৰ বৰমুৰীয়াবিলাকৰ নাম আৰু ফোন নম্বৰবোৰ তাৰ বহীত টুকি থোৱা আছে!

"গতিকে বিমোচনক বাদ দি আবকাৰী মন্ত্ৰীক ধৰিব নোৱাৰি।"

"কথাটো ভাল নহব। সি গম পালে যমৰ মূৰ্তি ধৰিব। "এইবোৰ বহুত কথা। এইবোৰ বুজিবলৈ তোমালোকৰ বহুত বছৰ লাগিব। আনকি আমাৰ জ্ঞানেশেও নুবুজে। প্ৰফেচাৰ মানুহ নহয়। সি মোৰ জহতহে এম. এল. এ. হল।"

"তেনেহলে পোনতে কাৰ কাষ চপা ভাল হ'ব?"

"মই অকলে এই বিষয়ে ভাবিব খোজা নাই। ময়ো কথাবোৰৰ আদি-অন্ত পোৱা নাই। এতিয়া হেনো মন্ত্ৰীসভাৰ মাজত বিৰাট কন্দল। ইন্দিৰাই যদি

এতিয়াৰজনক অপছন্দ কৰে, তেনেহ'লে খেলা খতম। বিমোচন তেতিয়া একচাইজলৈ আহি কোটিপতি হব। ইশ্বৰ্যদে 'মাল'ৰ কাৰবাৰ এৰি কাঠকল আৰু তেলকলহে চলাব লাগিব। গতিকে মই এটাৰ লগত গৰমিল হৈহে বুদ্ধি উলিয়াব লাগিব। মানুহটো কিন্তু 'ৰাম খচ্চৰ।' তাৰ তালৈ মোক নিলে কিন্তু তোমাৰ — মানে ইৰ্শ্বাদৰ — যথেষ্ট খৰচ পৰিব। সি দিনটো অফিচত থাকে। অফিচ মানে বিমোচনহঁতৰ পাৰ্টিৰ অফিচ। সি তাৰ চেক্ৰেটেৰী। সি চব জানে। কিন্তু অফিচৰপৰা পোনে পোনে এজনী নটিনীৰ তালৈ যায় আৰু মাজৰাতিলৈকে তাতে পৰি থাকে। গতিকে সন্ধিয়া আহিবা। এই মানুহ দুটাও আনিবা। জেগা ভাল নহয়। গোলাম আলিও সেই ফালেই থাকে।"

অলক ফুকনে মোৰ আগত সেই মানুহটোৰ বিষয়ে বহুত কথাই কলে। নাম বশিষ্ঠ শৰ্মা। তাক ভানু শৰ্মাৰ গিৰিয়েক হিচাপেহে জানে। বশিষ্ঠৰ লগত ভানুৰ সৰুতে বিয়া হৈছিল। বশিষ্ঠ তেতিয়া হাইস্কুলৰ হিন্দী শিক্ষক আছিল। ভানুৰ প্ৰথম সন্তানটি আছিল লৰা। এতিয়া সি গুৱাহাটীত পঢ়ি আছে। সিয়েই সিহঁতৰ একমাত্ৰ সন্তান হব বুলি ভবা নাছিল। কিন্তু ল'ৰাটো ওপজাৰ দুবছৰৰ পিছত ডাক্তৰে পৰীক্ষা কৰি পালে যে ভানুৰ জৰায়ুৰ এটা জটিল গণ্ডগোল ঘটিছে বাবে তাইৰ আৰু লৰা-ছোৱালী নহয়। ভানু আছিল মেট্ৰিক পাছ। কেৱল এটা ল'ৰাৰ মাক হিচাবে তাইৰ মাতৃৰ কৰ্তব্য তেনেই কম। তদুপৰি হিন্দী মাষ্টৰৰ নিৰহ -নিপানী জীৱনে তাইক আমনি দিলে। সেই বাবে তাই ঘৰতে পঢ়া-শুনা কৰি বিশ্ববিদ্যালয়ৰ মাধ্যমিক পৰীক্ষাটো ভালকৈ পাছ কৰি স্থানীয় কলেজত বি.এ. শ্ৰেণীত নাম ভৰ্তি কৰিলে। এজনৰ ভাৰ্য্যা আৰু এটাৰ মাক হিচাপেও ৰূপ আৰু মোহনীয় কথা-বতৰাৰে কলেজত দুবছৰ প্ৰেমৰ ঢৌ তুলি ভানুৱে বি.এ. পাছ কৰিলে। তাইৰ ৰূপ আছিল। পিছে তাইৰ ৰূপতকৈ যৌৱনৰ পয়োভৰহে বেছি আছিল। তাতে আকৌ ছোৱালীস্কুলত মাষ্টৰণী হৈয়ে তাই ক্ষান্ত হোৱা নাছিল। ঘৰুৱা জঞ্জাল প্ৰায় নাছিলেই বাবে তাই সমাজসেৱিকা হৈ শাসক দলত সোমাই মহিলাৰ সমিতিবোৰত মেম্বৰ বা সভানেত্ৰী আদি হৈছিল। তাই ঘৰত থাকিবলৈ সময়কে নোপোৱা হৈছিল। তাইৰ ৰূপৰ চমকে ক্ষমতাশালী পুৰুষবোৰক মুহিছিল আৰু কোনো কোনো সময়ত ৰাজনীতি কৰা পুৰুষসকলৰ নীৰস জীৱন তাই জীপাল কৰি তুলিছিল। ক্ষমতালাভৰ ৰাজনীতিৰ ক'লা মেঘত

ভাই আছিল বিজুলী। ৰূপৰ পোহৰ বিলাই তাই আওপকীয়াকৈ ক্ষমতা ভোগ কৰিব পাৰিছিল। যোৱাবাৰপাৰ্টিয়ে চাবুৰা সমষ্টিৰ পৰা বিধান সভাত প্ৰতিদ্বন্দ্বিতা কৰিবৰ বাবে তাইৰ নামটো দিল্লীলৈ পঠিয়াইছিল। কিন্তু এইটো সমষ্টিত চাহ মজদুৰৰ সংখ্যা বেছি আছিল বাবে তাত বিমোচন মহালীকহে দিল্লীয়ে প্ৰতিদ্বন্দ্বিতা কৰিবলৈ দিয়ে।

তথাপি শ্ৰীমতী ভানু শৰ্মা ক্ষমতাত আছে। তাই কিবাকিবি চৰকাৰী সমিতিৰ সদস্যা। তাই গুৱাহাটীতেই থাকে। সিফালে বয়সত আদহীয়া যদিও মানুহজনীয়ে লোলুপ লোকক ভুলোৱা আকৰ্ষণখিনি হেৰুৱা নাই।

'ৰাম খচ্চৰ' বশিষ্ঠ শৰ্মাৰ ভানুৰ স্বৰূপ বুজিবলৈ বাকী নাই বুলি বুজাবোৰে বুজি লৈছে। তাইৰ জোৰতেই সি আজি পাৰ্টিৰ জিলা অফিচটোৰ সম্পাদক। এই কামটোৰ যোগেদিয়েই 'ৰাম খচ্চৰ' মানুহটোৱে "পলিটিক্সৰ খচ্চৰ' মানুহবোৰক সঘনে লগ পাই থাকে বাবেই ক্ষমতা লাভৰ 'হাৱা' কোনফালে বলিছে চব গম পায়। তাৰ লগত চৰিত্ৰৰ বহুখিনি মিল আছে বাবে অলক ফুকন তাৰ ভাল বন্ধু।

বশিষ্ঠ শৰ্মাৰ পৰিয়াল জীৱন নায়েই। তাৰ অকলশৰীয়া জীৱন পত্নীপ্ৰেম আৰু পুত্ৰ স্নেহৰপৰা বঞ্চিত। সেই বাবে অফিচটোৱেই তাৰ প্ৰাণ আৰু বাকীখিনি সময় সি নিজক ক্ষয় কৰাৰ উপায় বিচাৰে। সি হেনো দুটা বস্তুৰ বাবেই বাচি আছেঃ নিচা আৰু ভিন ভিন নাৰীৰ নিচা। তাৰ এইটো বছৰৰ নিচা হ'ল জুলেখা।

অলক ফুকনে বশিষ্ঠৰ কথা কওঁতে 'ৰাম খচ্চৰ' বুলি মোক বাৰে বাৰে সোঁৱৰাই দিয়া সত্বেও মোৰ কিন্তু মানুহটোলৈ মায়াহে উপজিল।

বশিষ্ঠ শৰ্মাৰ বাবে সন্ধিয়াৰপৰা সেইখনেই ঘৰ। সাধাৰণ তিনি খোঁটালীৰ ঘৰটোত তিনিটা মানুহ বহিব পৰাৰে ব্যৱস্থা নাই। এইটো হেনো জুলেখাৰ ঘৰ নহয়। জুলেখা ইয়ালৈ আহেহে । দৰ্কাৰ হলে তাই থাকি যায়। এইটো খবৰ মোক বছিৰেহে দিলে।

বছিৰ আগতে ইয়ালৈ আহিছিল। তেতিয়া ইয়ালৈ জুলেখা অহা নাছিল। আন কোনোবা কোনোবাহে আহি আছিলহি।

এই ঘৰৰ মালিকটোৱে আগতে দোকানত কাম কৰিছিল। নাম হানিফ। সি ভাল পইচাও পাইছিল। কিন্তু দোকানৰ মালিকৰ মৃত্যু হোৱাৰ পিছত পুতেকহঁতে তাৰ দায়িত্ব লৈয়েই হানিফক কামৰ পৰা খেদি দিছিল। কাৰণ সি হেনো আগৰেপৰা হিচাপ পত্ৰত গণ্ডগোল লগাই আছিল।

হানিফৰ বয়স ষাঠিৰ ওপৰ। বছিৰে তাৰ পৰিয়ালটোৰ সঠিক খবৰ নেজানে। সম্প্ৰতি তাৰ লগত কোমোৰাটো যেন আগে-গু ৰিয়ে শকত জীয়েক এজনী, দহ বছৰীয়া পুতেক এটা আৰু সৰু সৰু ঠিকা ঠুকলি লোৱা ডেকা পুতেক এটা থাকে। পুতেকটোক সাধাৰণতে ঘৰত পোৱা নেযায়। দুপৰ ৰাতিহে ঘৰ ওলায়হি। লোদোৰ পোদোৰ জীয়েকজনীৰ নামটো বছিৰে পাহৰি গ'ল। তাইলৈ হেনো বিহাৰী এটা চাপিছিল। সি দুবছৰমান তাইৰ লগত থাকি এবাৰ বিহাৰলৈ গৈ আৰু ঘূৰি নাহিল।

বছিৰে মানুহঘৰৰ আগৰেপৰা চিনি পায় কাৰণে মই তাৰ লগত ইয়ালৈ আগতে আহিলোঁ। অলক ফুকন সুকীয়াকৈ ওলালহি। বশিষ্ঠ শৰ্মা ওলোৱাৰ পিছতহে জুলেখা আমাৰ আগত ওলালহি। জুলেখাৰ লগত বশিষ্ঠৰ সম্পৰ্ক বেছ ঘনিষ্ঠ বুলিয়েই ভাব হ'ল।

আচৰিত কথা অলক ফুকন আৰু বশিষ্ঠৰ চেহেৰাৰ লগত ভালেখিনি মিল আছে। বশিষ্ঠও ওখ। সিও চুৰীয়া পিন্ধে। দুয়োটাৰে মুখখন দীঘল আৰু শেনৰ দৰে চকু। অলকৰ অৱশ্যে মূৰ ভৰ্তি চুলি আছে। কিন্তু বশিষ্ট কপালৰ ফালে তিনি আঙোলমান তপা হৈছে। তাৰ বাকীখিনি চুলিও পাতল। অৱশ্যে বশিষ্ঠৰ মুখখন ধুনীয়া আৰু তাৰ ভাব ভঙ্গীত কৰ্তৃত্বৰ ছাপ স্পষ্ট। ব্যৱহাৰ সুন্দৰ। দেখিলে 'ৰাম খচ্চৰ' যেন নেলাগে।

এবাৰ জুলেখাই আমাৰ খোঁটালীটোত পাক এটা মাৰি বছিৰ আৰু অলকৰ মনটো উজলাই থৈ গ'ল।

আমাৰ লগত চিনা-পৰিচয় হোৱাৰ পিছত বশিষ্ঠ শৰ্মাই এনেকৈ কথা আৰম্ভ কৰিলে, 'থলীতে লগ পাবলৈ আহিলা যেতিয়া জৰুৰ কথাটো গুৰুতৰ।"

বশিষ্ঠৰ হেনো বিয়লি চাৰিটাৰপৰা পেটত এটোপা এটোপাকৈ মদ পৰি থাকে। তাক দেখি ভাব হ'ল যে ইতিমধ্যে মদে তাৰ মনটো বেছ কোমল কৰি তুলিছে।

অলক ফুকনে লাহেকৈ ক'লে, "অফিচ শেষ হোৱাৰ পিছত তোমাক ঘৰলৈ গ'লে জানো পাম?"

সি অলপ হাঁহি ক'লে, "এৰা। ঘৰতনো কেৱল বেৰকেইখন চাই কৰিম কি?"

জুলেখা হাজিৰ হ'লহি। মিহি মিঠাবৰণীয়া ছোৱালীজনী দেখি ভাব হ'ল যে তাই যৌৱন লাহে লাহে মৰহি যোৱাৰ আগৰ পূৰ্ণ অৱস্থাৰ গাভৰু। কিন্তু তাইক দেখিলে বহুতৰ লালসাৰ খাৰঘৰত জুই জ্বলিব।

বশিষ্ঠই জুলেখাক এনেকৈ আদেশ দিলে, "নোখোলাটো আনিবা। আৰু গিলাচ।"

জুলেখাই এটা দীঘল হুইস্কিৰ বটল আৰু চাৰিটা গিলাচ থৈ গ'লহি। আকৌ এবাৰ পানীৰ বটল দুটা থৈ তাই স্বপ্নৰ পৰীৰ দৰে অন্তৰ্ধান হ'ল। গিলাচত মদ ঢালি ঢালি বশিষ্ঠই ক'লে, "এয়ে লাইফ। জুলেখাৰ নিচাৰপৰা আঁতৰি থকা সহজ নহয়। ভোকৰ ভাত মুঠি এৰি আহিব পাৰি, কিন্তু জুলেখাৰ ওচৰৰপৰা তাইৰ নিচাৰে মাতাল নহৈ ঘূৰি যাব নোৱাৰি। নহয়নে বাৰু, বছিৰ?"

বছিৰ যে বশিষ্ঠৰ আগৰে চিনাকি বুজি পালোঁ।

সুৰাই অধিক ক্ৰিয়া কৰাৰ আগতে অলকে ক'লে, "আজি তোমাক নোপোৱাহেঁতেন মুকুন্দ বাবুৰ ৰাতি টোপনি নহ'লহেঁতেন। ইৰ্শাদ খাঁক বিমোচন মহালীয়ে বিপদত পেলাইছে। গোলামহে তাৰ বুকুৰ কুটুম হৈছে। বোলে ধৰ্মৰ পাক সাতটা, পাপৰ পাক দুকুৰি সোতৰটা। তোমাৰপৰা এই পাকবোৰ বুজি দিহা পৰামৰ্শ লবলৈ আহিছোঁ।"

ইয়াকে শুনি বশিষ্ঠ গহীন হৈ পৰিল। তাৰ সুৰাই কোমল কৰা মনটো দিনৰ ভাগৰ মনটোৰ দৰে কুচক্ৰী হৈ পৰিল যেন লাগিল। লগেলগে আমাৰ আটাইৰে সুন্দৰ আমেজখিনি নাইকীয়া হ'ল।

সি ভিতৰ সোমাল। সি অলপ পিছত আমাৰ ওচৰ পাই ক'লে, "ইয়াত কোবা টান। জুলেখাৰপৰা বিপদ নাই। কিন্তু ইয়াত দুৱাৰ খিৰিকীৰো কাণ আছে।

ইয়াকে কৈ অৱশিষ্ট হুইস্কিৰে বটলটো বাতৰি কাকতেৰে মেৰিয়াই হাতত লৈ সি ক'লে, "চব এতিয়া মোৰ তালৈকে যাওঁ।"

আমি চাৰিওটা ৰাস্তাত উঠিলোঁ। ইৰ্শাদৰ মানুহ হিচাপে এইখিনি ঠাইত আমাৰ বিপদ। বছিৰ সতৰ্ক হ'ল। জগনু থকাহেঁতেন ভাল আছিল। কিন্তু "এই চহৰত বছিৰেই অকলে এটা মখনা" বুলি কৈ দেউতাই আজি জগনুক ৰাখিলে।

বছিৰে গোলাম আলিৰ ঘৰটো দেখুৱালে। দুমহলীয়া লেংলেঙীয়া ঘৰ এটা মাত্ৰ। হয়তো তিনিচুকীয়াত তাৰ ঘৰ আছে।

ঘৰত সোমোৱাৰ লগে লগেই বশিষ্ঠ শৰ্মাৰ আগৰ লেহুকা মনটোৰ লেশমানো চিন নোহোৱা হ'ল। সি আমাক ধুনীয়াকৈ সজাই পৰাই ৰখা ড্ৰয়িং ৰুমত ক্ষমতাৰ ৰাজনীতিৰ 'দুকুৰি সোতৰটা পাক'ৰ কথা কৈ গ'ল ঃ

ক্ষমতাৰ বাঘজৰী টানিবলৈ হ'লে কেৱল গুণ, খ্যাতি আৰু ৰাইজৰ ওপৰত প্ৰতিপত্তি থাকিলেই নহব। বৰ বৰ গছত হাঁকুটী লগাবলৈয়ো শিকিব লাগিব। এই বিষয়ত মুখ্যমন্ত্ৰীজন বৰ পাকৈত। সেই বাবেই তেওঁ মুখ্যমন্ত্ৰী। আনহাতেদি তেওঁক বিৰোধিতা কৰি থকা একে দলৰে বিধায়ক পৰীক্ষিত বৰুৱা মুখ্যমন্ত্ৰীতকৈ বহুত ওপৰ খাপৰ মানুহ। কিন্তু মুখ্যমন্ত্ৰীজনাই তিনি ঠাইত বড়িয়াকৈ হাঁকুটী লগাইছিল। ফলত তিনিচুকীয়া আৰু গুৱাহাটীৰ দুজন মাৰোৱাৰীয়ে আৰু ডুমডুমা-ডিগবৈ-মাৰ্ঘেৰিটাৰ মুকুট-বিহীন মহাৰাজ দশানন যাদবে তেওঁৰ হকে বস্তাই বস্তাই টকা খৰচ কৰি তেওঁৰ অনুগত এম, এল, এবোৰক দলপতি বছাৰ দিনা আঠমঙলা খাবলৈ যোৱা জোঁৱাইৰ দৰে ৰাখিছিল, তদুপৰি তেওঁ দিল্লীৰ অধীশ্বৰীৰ কৃপা লাভ কৰিছিল।

পৰীক্ষিত বৰুৱা হাৰিব বুলি ভবা নাছিল। তেওঁ এসপ্তাহমান চেঙালুটি পাৰি আছিল। দুটা সিংহ একে ঠাইতে থকাটো ভাল কথা নহব বুলি ভাবি পাৰ্টিৰ গৰাকিনীয়ে তেওঁক বিলাসপূৰ্ণ হোটেলত থাকি কাম চলাই থাকিব পৰা ডাঙৰ পদবী এটা দিছিল। ওভতগোৰে নচা আৰু ৰজাক ককাই বুলিব নোখোজা পৰীক্ষিত বৰুৱা কেৱল পঢ়াশুনাতেই বিদগ্ধ নাছিল, বুদ্ধিতো আছিল বৃহস্পতি। তেওঁ অসমত নিজৰ প্ৰতিপত্তি কমাটো সম্ভৱ হ'ব পাৰে বুলি ভাবি মুখ্যমন্ত্ৰীক ভাবুকি দি চাৰিজন নিজৰ দলৰ মানুহক মন্ত্ৰী হিচাপে ৰাখিবলৈ বাধ্য কৰাইছিল। শিক্ষা মন্ত্ৰী, স্বাস্থ্য মন্ত্ৰী, কৃষি মন্ত্ৰী আৰু শ্ৰম মন্ত্ৰী (লগতে কাৰাগাৰ) পৰীক্ষিত বৰুৱাৰ মানুহ। এওঁলোকক এতিয়া মুখ্যমন্ত্ৰীয়ে গাখীৰ খুৱাই সাপ পোহাৰ দৰেই হৈছে।

গতিকে সেই সূত্ৰেই শ্ৰম আৰু কাৰাগাৰ মন্ত্ৰী বিমোচন মহালী পৰীক্ষিত বৰুবাৰ মানুহ। সেই ফালৰপৰা চাবলৈ গ'লে ইৰ্শ্বাদ খাঁৰ বাবে এইটো ভাল খবৰ। "পিছে সি ইতিমধ্যে লুটিবাগৰ মাৰিলেনে কি তাকে ৰাজধানীত জানি লব লাগিব। তাৰ মোৰ ওৱাইফেও কব পাৰিব।" বশিষ্ঠ শৰ্মাই এনেকৈ টিপ্পনী কাটিলে।

বৈ পৰা চেলাউৰি দুডালত আঙুলী বোলালেই বুজিব লাগিব যে বশিষ্ঠই এটা নতুন কথা ভাবিছে। আবেলিৰেপৰা লক্ষ্য কৰি ইয়াকে জানি ল'লো। সি দুটা আঙুলিৰ চেপত ৰখা চিগাৰেট ডাল হুপি হুপি চেলাউৰিৰ ওপৰত এটা হাতৰ তৰ্জনী আঙুলি ইফাল সিফাল কৰি থাকিল। পুৰি শেষ হৈ আহিব খোজা চিগাৰেটডাল ছাঁইদানীত থৈ সি ক'লে, "অৱশ্যে আনটো জখলাইদি আচল ঠাই ওলাবগৈ পাৰিলে বিমোচনক বুঢ়া আঙুলি দেখুৱাব পাৰিবা। জখলাৰ পহিলা খলপা উদ্ধৱ শইকীয়া, পিছৰ খলপা দশানন যাদব আৰু পিছৰ খলপাই আচলজন, শ্ৰীকান্ত মহন্ত।"

"মহন্ত! স্বয়ং একচাইজ মিনিষ্টাৰ!" এনেকৈ কৈ মই মনত খোকোজা লগাটো দেখুৱালোঁ। বশিষ্ঠ শৰ্মাই আকৌ এটা চিগাৰেট জ্বলাই ক'লে, "আচৰিত হৈছা? মনত ৰাখিবা, এনে বুদ্ধিৰে দিল্লীৰ দৰবাৰো ওলাবগৈ পাৰি। ম্যাথোন মানুহ কোনটোৱে কেনেকৈ সাঁতুৰি আছে আৰু কাৰ বাহুৰ বল কিমান এইবোৰ কথা আগতে নিয়াৰিকৈ জানিব লাগিব। সেই কাৰণেই ইহঁতৰ কাণ্ড-কাৰখানাবোৰ নজনাটো ভুল হ'ব। সকলোকে নকওঁ। অৱশ্যে তোমালোক ইৰ্ষাদৰ মানুহ বুলিয়েই কওঁ বাৰু। অৱশ্যে ইৰ্ষাদেও অলপ অলপ জানে।"

দশানন যাদবৰ উন্নতি হোৱাৰ কাহিনী সাধুকথালেখীয়া। পোনতে বাপেকৰ লগত বিহাৰৰপৰা অহা সময়ত তাৰ বয়স বাৰ কি চৈধ্য। সি তেনেই ভিকহু হৈ আহিছিল। তাৰ জাৰত গাত লোৱা কাপোৰেই নাছিল, দীঘল ৰাতিবোৰ জুই ফুৱাই কটাইছিল। এয়া দ্বিতীয় মহা সময়ৰ দুবছৰমানৰ আগৰ কথা।

দশাননৰ বাপেকে মাটি কাটিছিল আৰু দশানেনেও মানুহৰ ঘৰৰ ইটো সিটো কাম কৰি দুই এপইচা ঘটিছিল। পিছত তাৰ বাপেকে এটা ঘোঁৰাই টনা গাড়ী এখন লৈ গাঁৱৰ বজাৰে সমাৰে সৰুসুৰা বেপাৰ কৰি ফুৰিছিল। দশাননো বাপেকৰ লগে লগে আছিল। মহাযুদ্ধৰ সময়ত দশানন ডেকা। তেতিয়া বাপেক পুতেক দুয়ো ঠিকাদাৰ। যুদ্ধৰ সময়ৰ ঠিকাত সিহঁতৰ বহুত টকা হ'ল। আনকি যুদ্ধৰ পিছত দশাননে কেবাখনো জীপ নিলামত কিনি লব পৰা হল। বাপেক বুঢ়া হ'ল। সি ঘৰতে থাকিবলৈ ললে। ইফালে মূলধন যথেষ্ট হোৱাৰ বাবে দশাননে বেলেগ বেলেগ কাৰবাৰত ধন খটুৱালে। মাকুম, বৰহাপজান, তিনিচুকীয়া, ডুমডুমা, মাৰ্ঘেৰিটা আদি ঠাইত তাৰ মাটিঘৰ আৰু পেট্ৰল পাম্পৰ ষ্টেচন হ'ল। ডিগবৈত

এটা ধুনীয়া চিনেমাহলো সাজিলে। সি তিনিচুকীয়াৰ দক্ষিণ-পূব অঞ্চলৰ এটা জাকতজিলিকা মানুহ হৈ পৰিল। তাৰ তলত বহুত কৰ্মচাৰীয়ে কাম কৰিবলৈ ধৰিলে। ইফালে সি তেতিয়ালৈকে কোনো মতেহে চহীটো দিব পাৰিছিল। এনেকুৱা মানুহে পৰক বিশ্বাস নকৰে বাবে কিছু দিন সি ঘৰতে পঢ়িবলৈ ললে। মনে মনে ঘৰুৱা শিক্ষকো ললে। সি জোঁটাই জোঁটাই ইংৰাজী পঢ়িব পৰা হ'ল। মুঠতে তাৰ বিদ্যা সিমানেই।

ষাঠি চনৰ পিছত চীনে ভাৰত আক্ৰমণ কৰিলে। চীনে ভাৰতৰ মাটিও অধিকাৰ কৰিলে আৰু ডাংকোপ মাৰি থকা ভাৰতক এসেকা দি চীনে দখল কৰা ঠাই এৰি আকৌ নিজ দেশলৈ গ'ল। ভাৰতে ভাবিলে যে চীনৰপৰা ৰক্ষা পাবলৈ অসমকে ধৰি চুবুৰীয়া ৰাজ্যকেইখনত ভালকৈ সৈন্য সামন্ত ৰাখিব লাগিব। ফলত যোৰহাটৰ ওচৰৰ ৰবৈয়াত বৃহৎ বিমান ঘাটি হ'ল আৰু তিনিচুকীয়া আৰু ডিব্ৰুগড়ৰ মাজৰ নাদুৱা আৰু পানীতোলাত সৈন্য ছাউনী বহিল। তাত হাজাৰ হাজাৰ সৈন্যৰ বাবে প্ৰচুৰ ৰচদ পাতিৰ প্ৰয়োজন হ'ল। ইতিমধ্যে বহু লক্ষ টকাৰ গৰাকী দশানন যাদবে ৰচদপাতিৰ যোগানৰ ঠিকা লৈয়ো অজস্ৰ টকা আৰ্জিলে। ইফালে চৰকাৰৰ ঘৰত ধন খৰচ কৰাৰ ক্ষমতা খটুৱাই সি দুটা মদৰ মহলো ললে।

দশাননৰ অতি কম সময়ৰ ভিতৰতে ইমান শ্ৰীবৃদ্ধি দেখি তিনিচুকীয়াৰ প্ৰধান ব্যৱসায়ী ডুগৰমলৰো চকু থিয় হ'ল।

দশাননৰ আকাংক্ষা বাঢ়িহে গ'ল। দুখন মদৰ মহল চলাই সি বুজি ললে যে মহলদাৰ হোৱাৰ সমান লাভজনক ব্যৱসায় আৰু নাই। ডিব্ৰুগড়ৰপৰা ডিগবৈলৈকে যথেষ্ট সংখ্যক চাহ বাগিছা থকা অঞ্চলটোত যিমান ঘনাই ঘনাই মদৰ মহল আছে, ভাৰতৰ আন ঠাইত কতো সিমান ঘনাই ঘনাই মহলবোৰ নাই। গতিকে এই অঞ্চলত মদৰ মহলদাৰবোৰ আঢ্যৱন্ত শ্ৰেণীত পৰে।

দশাননে মদৰ মহলক কেন্দ্ৰ কৰি ক্ষমতাৰ বাঘজৰী টনাৰ স্বপ্ন দেখিলে। বেলেগ বেলেগ কৌশল খটুৱাই সি প্ৰায় এশমান মদৰ মহলৰ গৰাকী হৈ উজনি অসমত তাৰ এখন সাম্ৰাজ্যই স্থাপন কৰিলে। এজন মানুহে ইমানবোৰ মহল কিয় পাব বুলি সুধিলত বশিষ্ঠ ফুকনে কলে যে এইখন গান্ধীৰ দেশত সকলো সম্ভৱ। চৰকাৰে নিয়ম কৰিলে যে অনুন্নত সম্প্ৰদায়ৰ লোকক মদৰ মহল ডাকি

খোৱাৰ ক্ষেত্ৰত বেছি সুবিধা দিয়া হ'ব। অৰ্থাৎ এনে সম্প্ৰদায়ৰ লোক প্ৰাৰ্থী হলে তেওঁ পাবই। চৰকাৰৰ প্ৰতিটো নিয়মক ফাঁকি দিয়া উপায় একোটা আছেই। দশাননৰ উপায়বোৰ অতি চমৎকাৰ। তপছিলভুক্ত, ভৈয়াম জনজাতি আৰু চাহ বনুৱা সম্প্ৰদায়ৰ ডেকা একোটাৰ নামত দৰ্খাস্ত কৰোৱা হয় আৰু ৰাজধানীত দৰ্খাস্তৰ সংখ্যা অনুসৰি ঘোচত বহুত ধন খটুৱা হয়। এই অনুন্নত সম্প্ৰদায়ৰ ডেকাবোৰে একো একোটা মহল পোৱাৰ বাবদ সিহঁতৰ প্ৰত্যেকে দশাননৰপৰা মাহে এহেজাৰ-ডেৰ হেজাৰ টকা পাই থাকে। কাৰণ সিহঁতৰ মহলবোৰ দশাননে চলায়। মদৰ মহল পোৱা কোনোবা ভৈয়াম জনজাতিৰ বা চাহ বনুৱা ডেকাই দশাননৰপৰা অতি বেছি ওঠৰ বা বিছ হেজাৰ টকা পায়। কিন্তু এটা মদৰ মহল চলালে অতি কমেও বছৰি দুই লাখ টকা লাভ হয়।

মন্ত্ৰীৰপৰা আবকাৰী বিভাগৰ পিয়নটোলৈকে সন্তুষ্ট ৰাখিব জনা কোটিপতি দশাননৰ ৰাজ্যৰ আন আন মহলদাৰৰ লগত ভাল সম্পৰ্ক আছে। আচলতে ৰাজ্যখনৰ সকলো মহলদাৰ গোপনে গোপনে এক গোট। তেওঁলোকক দশানন, তিতাবৰৰ শম্ভু দত্ত আৰু বিশ্বনাথ চাৰিআলিৰ চৰণ তেৱাৰীয়ে চলায়। বশিষ্ঠ শৰ্মাই কয় যে মহলদাৰৰ সমষ্টিটোকে অসম ৰাজনীতিত চমুকৈ 'লিকৰ লবী' বোলে। মন্ত্ৰী ভঙা-পতা কৰা, এম-এল-এৰ মতামতেৰে দলপতি হৈ মুখ্যমন্ত্ৰী হোৱাত সহায় কৰা আৰু নিৰ্বাচনত বিশেষ বিশেষ ঠাইত মুক্তহস্তে খৰচ কৰাৰ ক্ষেত্ৰত ব্যৱসায়ী গোটে আৰু 'লিকৰ লবী'য়ে নেতাহঁতক পুতলা নাচ নচুৱায়। ব্যৱসায়ীসকলৰ মাজত আকৌ বিভাজন আছে। কিন্তু 'লিকৰ লবী' সদায় একগোট। সেইবাবে অসমৰ ক্ষমতালাভৰ ৰাজনীতিৰ গতি নিৰ্ণয় কৰে 'লিকৰ লবী'য়েহে। অথচ নেতাৰ মুখত সদায় গান্ধীবাদী সংযমৰ কথা, মদ নিবাৰণৰ কথা, মদৰ গোন্ধ নথকা ৰামৰাজ্যৰ কথা। "চব চুৰৰ বাচ্চা" — এয়ে ভানু শৰ্মাৰ স্বামী, শাসক দলৰ অফিচ এটাৰ গৰাকী, সুৰাসক্ত-বেশ্যাসক্ত আদবয়সীয়া বশিষ্ঠ শৰ্মাৰ চমু ধাৰণা।

দশাননৰ কাৰবাৰবোৰৰ বেছি ভাগেই নীতিৰ বিৰুদ্ধে চলা কাৰবাৰ বাবে তাৰ আদালতত বহুত কাম। সেই বাবে ডিব্ৰুগড়ত তাৰ হৈ কাম কৰা উকীল এজন আছিল। এইজন উকীলে দশাননৰ গোচৰ নেথাকিলেও মাহে নিয়মীয়াকৈ পাঁচ হেজাৰ টকা পাই থাকে। এনেকৈ ৰখা উকীলক হেনো 'ৰিটেইনাৰ' বোলে।

সিদিনালৈকে শ্ৰীকান্ত মহন্ত দশাননৰ 'ৰিটেইনাৰ' আছিল। এইবাৰৰ পৰীক্ষিত বৰুৱাক হেৰুওৱা ক্ষমতাৰ যুঁজখনত ডুগৰমলৰ ব্যৱসায়ীৰ দলটোতকৈ দশাননৰ 'লিকৰ লবী'য়েহে বেছি প্ৰভুত্ব খটুৱায়। এই সুবিধাতে দশাননৰ 'লবীয়ে' জোৰ দিয়াৰ ফলত শ্ৰীকান্ত মহন্ত আবকাৰী মন্ত্ৰী হয় আৰু দশাননহঁত তেনেই নিষ্কণ্টক হৈ পৰে। "এয়ে ৰাইজক ভুৱা দি চলা গণতন্ত্ৰৰ পাহাৰাৱালাবোৰৰ চাল।" বশিষ্ঠ শৰ্মাই পুনৰ এটা মত দাঙি ধৰিলে।

এতিয়া উদ্ধৱ শইকীয়া দশাননৰ 'ৰিটেইনাৰ'। শইকীয়া ডাঙৰ উকীল। দুবছৰ মানৰ আগতে তেওঁ চৰকাৰী উকীলো আছিল। গতিকে তেওঁৰ জৰিয়তে শ্ৰীকান্ত মহন্তৰ ওচৰ চাপিব লাগিব। কিন্তু দশাননৰ জৰিয়তেহে শ্ৰীকান্ত মহন্তৰ ওচৰ চপা বেছি ভাল। তদুপৰি দশানন প্ৰায়ে ৰাজধানীতে থাকে।

ৰাতি দহটা বাজিল। মই সকলো তলানলা বুজি ল'লোঁ। আমি বশিষ্ঠ শৰ্মাক ধন্যবাদ জনাই ৰাস্তাত উঠিলোঁহি। অলক ফুকনে ক'লে, "মানুহটো ৰাম খচ্চৰ হব পাৰে। কিন্তু তাৰ কাৰোবাৰ পছন্দ হ'লে সহায় কৰিবই। বিৰাট হেল্পফুল।" মই ক'লো, "দশাননক লগ পোৱাতকৈ ৰাজধানীলৈ তাৰ ঘৈণীয়েকক লৈ যোৱা ভাল হব কিজানি।" বছিৰেও ক'লে, "তোৰ কথাটো উৰাই দিব নোৱাৰি।"

আমি অলকৰ ঘৰৰ ওচৰ পাবৰ হ'লহি। তাক এৰাৰ সময়ত সিক'লে, "এতিয়া তোমালোক ইৰ্শ্বাদৰ তালৈকে যোৱা। তাৰোতো এটা মত আছে।"

আমি মৌচম মঞ্জিল পাওঁ মানে চহৰখন নিঃপালী দিলে। পিছে চৌহদত থকা মানুহবোৰ আগৰ দৰেই সজাগ। ইৰ্শ্বাদক জগাবলগীয়া নহল। সি শোৱাহেঁতেন গুচি গলোঁহেঁতেন।

মদ আৰু ভাঙৰ জালত হামিদৰ মুখে-চকুৱে বিকৃত চেহেৰা লোৱা সত্ত্বেও তাৰ কথা-বতৰাবোৰ লৰ হোৱা নাই। সি আমাক বাৰাণ্ডাতে পাই ক'লে, ইৰ্শ্বাদে বেগম মহলত মছগুল নেথাকি ড্ৰয়িং ৰুমতে সাতটামান বজাৰপৰা বহি আছে। আমি দেখিলোঁ যে ড্ৰয়িং ৰুমত নীলা জিৰো পাৱাৰৰ লাইটহে জ্বলিছে।

বোধকৰোঁ ইৰ্শ্বাদে আমাৰ মাত শুনিলে। কাৰণ একেলগে দুটা টিউব লাইট জ্বলিল। সি আমাক মাত দিলে।

ইৰ্শ্বাদৰ কাষৰ টেবুলৰ ছাঁইদানীটোত চিগাৰেটৰ টুকুৰা দেখা নেপালোঁ। মুখত মদৰ গোন্ধো নেপালোঁ। বোধকয় ডাক্তৰে দুই বিধ বস্তুকে খাবলৈ মানা কৰিলে।

মই কোৱা কথাখিনি মনোযোগেৰে শুনাৰ পিছত সি ক'লে, "লিংকবোৰ ময়ো কিছু নজনা নহয়। কিন্তু ইমান জনা নাছিলোঁ। তেনেহলে গোলাম আলিয়ে মেইন লাইনত উঠা নাই, ব্ৰাঞ্চ লাইনতহে উঠিছে। মুকুন্দ, মেনি থেংকচ। বছিৰ, তয়ো তেনেহ'লে এইবোৰ শুনি ওস্তাদ হৈ গ'লি। দেউতাৰ ভালনে? জিকিৰ একেটাই গায়নে আৰু কিবা গায়?"

বছিৰে ইয়াৰ চমু উত্তৰ দিয়াৰ সময়ত মই লক্ষ্য কৰিলোঁ যে ইৰ্শ্বাদ থিতাতে প্ৰফুল্লিত হৈ পৰিল।

"এতিয়া, মুকুন্দ, প্লেন কি?"

"মেইন লাইনত উঠিব লাগিব।"

"কাইলৈ পুৱা।"

"পাবাগৈ?"

"পাম। এচেম্বিলি বহি আছে।"

"অকলে?"

"কাক নিয়া ভাল হব বাৰু?"

"বশিষ্ঠক মই তেনেকৈ চিনি নেপাওঁ। তাৰ মিচেচকহে জানো। অলকক নিয়াই ভাল হ'ব। বছিৰতো যাবই। ফিয়েটখন নিবা। কাৰণ ভানু শৰ্মাকো শ্বিলঙলৈ নিবলগীয়া হব পাৰে। কিমান টকা লাগিব?"

"এই বিষয়ে মোৰ কোনো ধাৰণা নাই।"

"শুনা, মিনিষ্টাৰক কেতিয়াও লাখৰ কম 'অফাৰ' নকৰিবা। মিনিষ্টাৰে 'চাওঁচোন বাৰু' বুলি ক'লেই বুজিবা টকা দিলে কামত আহিব। তেতিয়া শ্বিলঙৰ গুৰুমৎ সিঙৰ তালৈ যাবা। সি মোক কেনেকৈ খবৰ দিব লাগে জানে। মই 'ৰাতাৰাত' গৈ ওলামগৈ। এতিয়া পাঁচিছ হেজাৰ লৈ যোৱা। তাৰে উদ্ধৱ শইকীয়া আৰু অধিকাৰী কমিচনাৰৰতো ওঁঠ তিয়াব লাগিব। পিছে কাইলৈ দুপৰীয়াহে যাবা। উদ্ধৱ শইকীয়াৰপৰা চব বুজি লবা। পাৰিলে দশানন বা মহন্তলৈ ট্ৰাঙ্ককল এটাও কৰিবা।"

ইটোৰ লগত সিটোৰ অসুস্থ সম্পৰ্ক জানি উঠাৰ পিছত অভিজ্ঞ ইৰ্শ্বাদৰ মোতকৈ বুদ্ধি বেছি হ'ল। সি উঠি গৈ পাঁচ মিনিটমানৰ মূৰত আহিল। তাৰ পাছে পাছে এটা মানুহ। নম্বৰ ছয়। মানুহটোৰ হাতত এটা ধুনীয়া সৰু চুটকেচ।

ইৰ্শ্বাদ আগৰ ঠাইত বহিল আৰু চুটকেচটো থিতাতে খুলি থাক থাক ৰখা এশটকীয়া নোটৰ বাণ্ডিলবোৰ দেখুৱাই বন্ধ কৰি ক'লে, "পাঁচিছ হেজাৰ। তোমালোকক ই গাড়ীৰে থৈ আহিব।"

ছয় নম্বৰে আমাক মোৰ ঘৰত থোৱালেহি। একেবাৰে ওচৰ। কিন্তু হাতত টকা আছিল কাৰণেই এই ব্যৱস্থা।

ৰাতি বাৰটাতো গোনা ওলোৱাহি নাই। তাক হেনো হাতীধৰা বাগিছাৰ কলঘৰৰ কাম চোৱাৰ ভাৰ দিছে। বছিৰে ময়ে ভাত খালোঁ। তাক শোৱাৰ ব্যৱস্থা কৰি দি অহাৰ পিছত যশোৱাক সৰু চুটকেচটো খুলি দেখুওৱাত তাইৰ মুখ মেল খালে, জিভা তালুত লাগিলগৈ। তাই ক'লে, 'ইমান টকা! এইবোৰ লুকঢাক বেপাৰত ইমান টকা। হৰি হৰি!" মই ক'লো, "মোৰ নহয়। এইবোৰ টকাৰে 'ক'ৰ চুকটো চিনি নোপোৱা মানুহটোৱে কাইলৈৰপৰা ভৈব্য ভৈব্য শিক্ষিত মানুহবোৰ কিনিম। টকাই চব, যশোৱা, টকাই চব। অন্ততঃ আমাৰ ইয়াত।" পুৱা শোৱাৰ পৰা উঠি দেখিলোঁ যে ৰঞ্জুৱে এখন বাতৰি কাকত পঢ়িছে আৰু যশোৱাই নিবিষ্টমনে শুনি গৈছে। মোক দেখি তাই ক'লে, "দেশ বিদেশৰ কথাবোৰ শুনি ইমান ভাল লাগে। মোৰ তেতিয়া একে জেগাতে থকা যেন নেলাগে।"

ইয়াকে শুনি মোৰ মগজত এটা আঁচনি খেলালে। মই ক'লো, "তই আৰু কনকাতো আজি কালি ঘূৰি ফুৰই। নিশ্চয় বহুতৰ লগত চিনাকি। গতিকে ৰঞ্জুহঁতক ঘৰত পঢ়ুৱাবলৈ এটা ল'ৰা ঠিক কৰ। সি চানূৰক গুৰিৰে পৰা পঢ়ুৱাব। গতিবে তই তাকে চাই চাই, শুনি শুনিও তই শিকি পেলা।"

যশোৱাই মোৰ কথাটোত হয়ভৰ দিলে। মই ইয়াৰ পিছৰ আঁচনিটো তাইক নক'লো। মোৰ আচল আঁচনিটো হ'ল যশোৱাই পঢ়াশুনা জনাৰ পিছত মই তাইৰপৰা শিকিম। তেতিয়া নিৰক্ষৰ আছিলোঁ বুলি কোনেও উৱাদিহ নেপাব।

# ন

যোৰাবাটৰ পানশালা এখনত সিহঁত সন্ধিয়াই সোমাইছিল। 'তৰ্কাৰ পৰা 'লিভাৰ ফ্ৰাই'লৈ কেবা বিধো সুস্বাদু খাদ্যৰ লগত কৰা সুৰাপান মাত্ৰাধিক হোৱাৰ ফলত ৰাতি নটাত বছিৰৰ মুখত কোনোবা নিবিড় নিতম্বিনীৰ কামগন্ধী দেহৰ বৰ্ণনা আৰু অলকৰ আকৌ তাৰ ওপৰত অশ্লীল অভিমত। অথচ সিহঁতৰ কাৰো পেটত সুৰা নেথাকিলে মহলদাৰ অলক ফুকনক বছিৰে 'ছাৰ' বোলে আৰু অলকেও বছিৰৰপৰা এটা সম্ভ্ৰমসূচক দূৰত্ব বজাই ৰাখে। কিন্তু এতিয়া দুয়োটা একে। সিহঁতে মাজে মাজে গলত ধৰাধৰিকৈ কান্দে। তাকো জুলেখাৰ দুখত। কাৰণ সিহঁতৰ মতে জুলেখাৰ দৰে ছোৱালী এজনী বশিষ্ঠ শৰ্মাৰ নিচিনা 'খচ্চৰ' এটাৰ কবলত পৰাতকৈ সিহঁত দুটাৰ মৰমেৰে সৌভাগ্যৱতী হোৱাটো উচিত আছিল।

এই বোৰ শুনি মুকুন্দই মাজে মাজে আমোদ পালেও সি সুৰাৰ পাতলীয়া নিচাখিনি আৰু সঙ্গী দুটাৰ মাতলামিখিনি উপভোগ কৰিব পৰা নাই। এতিয়া ৰাতি নটা বজাত যোৰাবাটৰপৰা শ্বিলঙলৈ গ'লেও অসুবিধা নহব আৰু বিপদো নহব। কাৰণ সিহঁতে অনা ফিয়েট গাড়ীখনৰ চালক হল ছয় নম্বৰ। ইয়াৰ নাম কালীন্দ্ৰ। মোহনবাৰীৰ মজদুৰ বস্তিৰ কঠোৰ জীৱনক প্ৰত্যাহ্বান জনাই পাপচক্ৰত সোমাই পৰা ই এটা গুণ্ডা। সি এনে কিছুমান দুঃসাহসিক কাম কৰিছিল যে সি সহজে ইৰ্ষাদৰ দৃষ্টি আকৰ্ষণ কৰিছিল।

ৰাতি দহটা বজাত মুকুন্দ বেছি বিমোৰত পৰিল। সি সিহঁত হালক এৰি গাড়ীৰ ওচৰ পাই কালীন্দ্ৰক কলে, "ইহতক উঠোৱাই টান হব। অথচ কলৈ যোৱা ভাল হব কব পৰা নাই। অলকে কোৱা নাই।"

কালীন্দ্ৰই কিন্তু একো খোৱা নাই। গুণ্ডা এটাৰ সংযম দেখি মুকুন্দৰ মানুহ জাতিটোৰ বিচিত্ৰ ৰূপৰ প্ৰতি শ্ৰদ্ধা হ'ল। কালীন্দ্ৰই তাক এটা বুদ্ধি দিলে। সেই

মতে ‘ধাবা’ৰ ল’ৰা এটাই সিহঁতৰ আগত দুগিলাচ নেমু টেঙাৰ পানী দিলে। সিহঁতে তাকে ‘লাইম দিয়া জিন’ বুলি ততালিকে খাই শেষ কৰিলে। পিছত আকৌ দুগিলাচ দিয়া হ’ল। এই দুগিলাচ শেষ কৰাৰ পিছত ‘দৰবে’ কাম দিলে। অলক ফুকন নিশ্চল হৈ বহিল। বছিৰে চকু দুটা পিৰিকিয়াই থাকিবলৈ ধৰিলে।

অলকে ঘড়ীটোলৈ চাই বছিৰক ক’লে, ‘ছালা মাতাল, বাহান ...(অশ্লীল) উঠ মুকুন্দ।”

মুকুন্দই সুধিলে , “কলৈ?” অলকৰ মগজে শীঘ্ৰে কাম কৰিব পৰা হল। কলে, “বিল পে কৰাচোন। অলপ ভাবোঁ।”

মুকুন্দই খোৱা-লোৱাৰ দাম দি গাড়ীত বহিলত আগৰে পৰা বহি থকা অলকে ক’লে, “কালী, গুৱাহাটী।”

“গুৱাহাটী?”

“অঁ নিচা কৰাৰ পিছতেই এনেদৰে এই অলকৰ মগজত আচল বুদ্ধি খেলায়। শ্বিলং ৰাজধানী হব পাৰে, কিন্তু পলিটিক্সৰ আচল খেলাখন হয় গুৱাহাটীতহে। চি এম আদি ইয়াত থাকিব পাৰে। চি-এম য’ত, শ্ৰীকান্তও ত’ত।”

মুকুন্দই একো নেমাতিলে। সিহঁত গুৱাহাটীৰ ভাল হোটেল এটাত উঠিলগৈ। অলকে মেনেজাৰৰ ফোনটো ল’লে। ৰাতি চাৰে এঘাৰ বজাতো সিটো মূৰৰ পৰা সি সেই মায়াবিনীৰ মাত শুনিলে। বছিৰ আৰু মুকুন্দই অলকৰ মুখত যি দুই এটা শব্দ শুনিলে তাৰ পৰা আচল কথা একো বুজা নগ’ল।

অলকে ফোনটো থলে। তাৰ মুখত এটা সন্তোষৰ হাঁহি বিৰিঙি উঠিল। কৌতুহলী মুকুন্দই কি হ’ল বুলি সুধিলত অলকে ক’লে “ৰুমলৈ আহা। চব ক’ম। মুঠতে তুমি যে উদ্ধৱ শইকীয়াৰপৰা চিঠিখন আনিলা, সেইখন সাংঘাতিক কামত আহিব নাইবা সেই চিঠিৰ দৰ্কাৰেই নহব পাৰে। আফটাৰ অল, ইৰ্শ্বাদ বা তুমি ভেৰি ভেৰি লাকী।”

“কোনে ক’লে?”

“ভানু শৰ্মাই। ভানু হ’ল বলদ সোপাৰ মাজত....... ন, ন, এক্সকিউজ মি, মিষ্টাৰ মুকুন্দ, মই ক’ব খুজিছোঁ — আমাৰ ভানু সিহঁতৰ মাজত মৌ ৰাণী।”

কালীন্দ্ৰ আৰু বছিৰ তলৰ কোঠা এটাত থাকিল। মই আৰু অলক ফুকন দ্বিতীয় তলাৰ বেছি সুবিধা থকা কোঠা এটাত থাকিলোঁ। অলকে ক’লে, “এতিয়া

শোৱা। পুৰাই ভানুৰ ওচৰ ওলাবগৈ লাগিব। আই উইল ড্যু অল ড্য টকিং। মুঠতে তুমি সুবিধা পালেই তাইক প্ৰশংসা কৰি যাবা।"

এতিয়াও অলকে মুকুন্দৰ কৌতূহল অটুট ৰাখিবলৈ সক্ষম হ'ল।

"চব কথা খোলোচাকৈ নকলে মোৰ কিন্তু শোৱা নহব।"

"ক'লো নহয়। আমাৰ ষ্টাৰ ভাল। বশিষ্ঠই ঠিক খবৰেই দিছে। পৰীক্ষিত বৰুৱা সহজে হাৰ মনা লোক নহয়। মহা লেকেটিয়া আৰু কোব খোৱা সাপৰ দৰে।"

"মুঠতে কি হৈছে?"

"তাৰ পুৰণি বেমাৰটোৱে উক দিছে। দলপতি হবলৈকে পৰীক্ষিতে এম, এল, এ গোটাইছে। দুই পক্ষৰে সমান এম. এল. এ আছে বুলি প্ৰত্যেকটো উপদলৰ মানুহে কয়। অৰ্থাৎ দুয়ো পক্ষৰে নিজৰ শক্তিৰ বিষয়ে সন্দেহ। এতিয়া গুৱাহাটী-শ্বিলঙত গৰুৰ — চৰি, চৰি — আই মিন, এই বাহান - (অশ্লীল) হঁতৰ দৰদাম হৈছে। এইটোৱেই ইৰ্শাদৰ টকা খটুৱাৰ আচল সময়। ক্লিয়েৰ? ইৰ্শাদ কাইলৈ পাবহিয়েই লাগিব। — উইথ মেনি এ লাখ।"

অলকে মুকুন্দক নিজে বুজা কথাখিনি বিস্তৃতভাৱে কৈ গ'ল। মুকুন্দই নিশ্চিন্তে ছয় ইঞ্চি ডাঠ ডানলোপ গাৰুৰ ওপৰত মূৰটো থলে আৰু তাৰ সোনকালে টোপনি আহিল।

বয়সটো ধৰিব নোৱাৰি কিন্তু যুৱতী যেন লাগে। তাইৰ ঋজু শৰীৰত মেদ নাই। এতিয়াও এটা লোভনীয় দেহৰ অধিকাৰিণী। অথচ নিজৰ একমাত্ৰ সন্তানটো স্নাতকোত্তৰ মহলাৰ ছাত্ৰ। দেহত পাহাৰী নিজৰাৰ চঞ্চলতা নেথাকিলেও ভৈয়ামৰ নৈৰ লয়লাসখিনি আছে। মৌবৰষা কথা। ঘনাই নাচি থকা তৰা যেন চকুহালত সংযতক অসংযত কৰাৰ মায়াজাল তৰা আছে। গঢ়িত মুখখন ন গাভৰুৰ দৰে সতেজ। তাৰ এতিয়াও দেহহিল্লোলত কামৰেণু বিয়পে।

এইজনীয়েই বহু আলোচিতা, বহু কল্পিতা আৰু বহুতক ধন্য কৰোঁতা মিচেচ ভানু শৰ্মা। পঙ্ক তিলক বিভূষিতা এই মহিয়সীৰ আজিৰ ৰাজদৰবাৰত বহুত ক্ষমতা।

পুৱা ন বজাত অলক, মুকুন্দ আৰু বছিৰ ভানু শৰ্মাৰ ঘৰত। কেবা মাহৰ মূৰত ভানুক দেখি লম্পট অলকে ভাবিছে, -- এইজনী বুঢ়ী নহ'ব নেকি? এৰা, এনে তিৰোতাবোৰ এনেকুৱা ছোৱালী ছোৱালী চেহেৰাতে থাকে। ইয়াৰ প্ৰমাণ আছে। বসন্তৰ শাহুৱেকক জীয়েককতকৈ সৰু দেখি। কলিতা ডাক্তৰৰ ঘৈণীয়েকক

তপা পকাচুলীয়া কলিতাৰ জীয়েক যেনহে লাগে। বিয়াৰ সোতৰ বছৰৰ পিছতো মিচেচ কলিতাই সেইফালে বেছ জমাই আছে।

বছিৰৰ স্থূল কামাবেগকো মিচেচ শৰ্মাৰ দেহভঙ্গীয়ে আকৃষ্ট কৰিব পাৰিলে।

মুকুন্দৰ ভাব হ'ল, — তাই যেন শাপভ্ৰষ্টা অপ্সৰীহে। তাই কথা কৈ থাকোঁতে তাইৰ ধুনীয়া নাকটো আৰু নিমজ গাল দুখনত তাৰ আঙুলি কেইটা বগৰাই দিবৰ মন গ'ল। তাইৰ উন্মুক্ত নিমজ বাহু দুটাই তাৰ চকুহালক বাৰে বাৰে নিমন্ত্ৰণ কৰিলে।

অলপ সময়ৰ ভিতৰতে সিহঁতৰ মাজত ৰসালাপ চলিল। মুকুন্দই মানুহজনীৰ শীঘ্ৰে আনৰ লগত অন্তৰঙ্গ হোৱাৰ ক্ষমতা দেখি আচৰিত। তাৰ মনত তাই যাদুকৰী। এতিয়া তাৰ মনত নৈতিক স্খলনো আৰম্ভ হৈছে। জীৱনত পহিলা বাৰৰ বাবে।

মাণিকেহে মাণিকক চিনি পায়। সচাঁ কথা। কাৰণ মুকুন্দৰ পুৰঠ মৰম লগা মুখখনে, গোপন আত্মীয়তা আভাস দিয়া উজ্জ্বল চকুহালে আৰু তাইতকৈ দহ বছৰমান সৰু যেন লগা তাৰ আকৰ্ষণীয় পৌৰুষে ভানু শৰ্মাক মদনৰ শৰ মাৰিলে।

অলক ফুকন তাইৰ আগৰে চিনাকি। তাই অলকৰ মুখে ইৰ্শ্বাদৰ বহুত কথাই শুনিছিল যদিও বছিৰ আৰু মুকুন্দৰ কথা শুনা নাছিল। মুকুন্দ নতুন 'আমদানী'। অলকে সিহঁতক এনেকৈ চিনাকি কৰি দিছিল, "এয়ামুকুন্দ খাওন্দ,— ইৰ্শ্বাদৰ আচল লেফ্‌টেনেণ্টতকৈ, এওঁ বছিৰুদ্দিন য়ুচুফ — ইৰ্শ্বাদৰ চকু কাণ।" তাই পোনতেই ধৰি লৈছিল হে ৰাজধানীত চব ফয়চলা কৰিবলৈ অহা এই ক'লা বেপাৰীৰ দলটোৰ মুকুন্দ নিশ্চয় দলপতি। তাইৰ চকুত তাৰ চেহেৰাটো লেফ্‌টেনেণ্টতকৈ কোনোবা কেপ্তেন মেজৰৰ যেনহে লাগিল। পনচল্লিচৰ ডেওনা পাৰ হোৱা মিচেচ শৰ্মাৰ কেৱল দেহটোৱেই নহয় মনটোও বহু দিনৰ মূৰত গাভৰু হৈ পৰিল। তাইক জীয়ৰী কালৰ সুখ স্মৃতিয়ে এতিয়াৰ জটিল পাক লগা মনটো আৱেগপ্ৰৱণ কৰি তুলিলে।

আজি তাইৰ যেন প্ৰেমৰ আৰাধ্য দেৱতা সাক্ষাৎ নিকটত। তাই উলাহেৰে লেতেৰা ৰাজনীতিৰ গেলাপচাঁ কথাবোৰ অকণো নুলুকুৱাকৈ ক'লে। ক্ষমতাৰ

ৰাজনীতিৰ ভিতৰুৱা কথাবোৰৰ বিষয়ে তাইৰ জ্ঞান দেখি মুকুন্দ আচৰিত হ'ল। তাই কৈ থাকোতে সি ভাবিলে ঃ ইমান ধুনীয়া মানুহজনীয়ে এই কূট কথাবোৰ নকৈ ক'ব লাগিছিল কান্ধুলিজানপৰীয়া অকৃত্রিম প্রেম পীৰিতিৰ কথা। ভানু শৰ্মাই তাক আশ্চর্যজনকভাৱে অভিভূত কৰিলে; তাতকৈ বৈছি আশ্চর্য্যজনকভাৱে অভিভূত কৰিলে আন এটা কথাইহে। কথাটো হ'ল -- সি নিজক নিজে চিনি নোপোৱা হ'ল। নিজৰ হৃদয় মনৰ দৌর্বল্যত এতিয়া সি বিস্মিত আৰু উৎকণ্ঠিত। কলিকতা-দিল্লীত শীততাপ নিয়ন্ত্রিত হোটেলত ইর্শাদে তাৰ লগত কেবাজনীও সুন্দৰীৰ লগত ইঙ্গিতসূচক পৰিচয় কৰি দিয়া সত্ত্বেও তাক সৌন্দর্য্যক ভাল পোৱাৰ প্রৱণতাই আৰু কামলিপ্সাই আমনি দিয়া নাছিল। তাৰ সামান্য মানসিক স্খলনো হোৱা নাছিল। সিহঁত দেহোপজীৱিনী কাৰণেই নহয়। সিহঁতৰ লগত কোনো ধৰণৰ সম্পর্ক স্থাপনেই কিবা কাৰণত তাৰ মনত খুব বেসুৰা বেসুৰা লাগিছিল। ইফালে সযত্নে আকর্ষণীয় কৰি ৰখা ভানু শৰ্মাক তাৰ কিয় ভাল লাগি গ'ল তাৰ উত্তৰ তাৰ মাজত নাই। হয়তো সাধাৰণতে দেখা পোৱা বহুততকৈ তাইৰ জীৱনলালসা বেছি বুলি তাৰ চকুত দেখা দিয়াৰ বাবেও। হয়তো নুমাই যাব খোজা বন্তিগছিৰ পোহৰ সি বেছিকৈ দেখিলে বাবেও। হয়তো তাৰ জীৱনতন্ত্রীত এটা  অচিন সুৰৰ লগত তাইৰ মাজত পোৱা একে অচিন সুৰৰ সমলয় ঘটিল। কাৰণ এই আকর্ষণ একপক্ষীয় নহয়। তাৰ লগত চিনাকি কৰি দিয়াৰ অলপ পিছতে মিচেচ ভানু শৰ্মাই কৈছিল, “তোমাৰ লগত ইমান সুন্দৰ মানুহটো দেখি আচৰিত হৈছোঁ। তুমি (মানে অলক) আমাৰটোৰ দৰে এটা বৰটোকোলা। এওঁ হ'ল — গ্ৰীক দেৱতা; আমাৰ শাস্ত্ৰৰ কার্তিক।” বছিৰক কেনেকুৱা বুলি সোধাত তাই কৈছিল, “মহা খোৰ। নাকী নলগোৱা ম'হ।” নিজৰ ৰসিকতাত নিজে ভোল গৈ তাই হাঁহি হাঁহি চকু চলচলীয়া কৰিছিল। এনেজনী লাস্যময়ী নাৰীয়ে ৰাজনীতিৰ ডবা খেলৰ কথা কওঁতে তাইৰ পিছে চেলাউৰিৰ মাজৰ মঙহ থুপ খাইছিল।

“মুঠতে পৰীক্ষিত বৰুৱা জীয়াই থাকে মানে সি আমাৰ মুখ্যমন্ত্ৰীক সুখেৰে থাকিবলৈ নিদিয়ে। পৰীক্ষিতৰ দলটো আকৌ মূৰ তুলি উঠিছে। সিহঁতে দাবী কৰিছে যে দলপতি নির্বাচিত কৰিবৰ বাবে আকৌ পার্টিৰ এম, এল, এবোৰৰ সভা বহিব লাগে।”

"তেনেহলে কোন দলপতি হ'ব?"

"পৰীক্ষিত বৰুৱা। তেওঁ দিল্লীলৈ গ'ল যদিও অসমত এতিয়াও এম, এল, এ।"

"কাৰণ?"

"অতি সহজে কাৰণ এটা বিচাৰি পোৱা যায়। যেনে বৰ্তমান মুখ্যমন্ত্ৰীয়ে দলৰ আস্থা হেৰুৱাইছে।"

"গতিকে কি হ'ব পাৰে?"

"অলপতে, মানে দুই এদিনৰ ভিতৰতে, শক্তি পৰীক্ষা হৈ যাব পাৰে। পৰীক্ষিতে জিকিবলৈ হ'লে বৰ বেয়া কথা হ'ব। সি আচল বদন বৰফুকন। সি মিটিঙত অসমৰ ইতিহাসৰ বৰ বৰ কথা ক'লে কি হ'ব? সি জানে যে সীমান্তৰ সিপাৰৰপৰা বিদেশী আহি আছে। সিহঁত বেদখল কৰি পমুৱা মুছলমানৰ মাজত বহিছেহি। সি সিহঁতৰ ত্ৰাণকৰ্তা হৈ পৰিছে। তাৰ এটা গ্ৰুপ আছে। এনেকৈ বিদেশী আহি থাকিলে মূল অসমীয়া মানুহখিনি তাকৰীয়া হৈ পৰিব। অসমীয়া ঘৰতে বিদেশী হ'ব। এই বিদেশীবোৰ খেদিবলৈ নিৰ্দেশোঁ আছে। কিন্তু তাকে কৰিবলৈ ল'লেই একুৰিমান এম, এল, এই 'ৰিজাইন' দিম বুলি কয়। তাতে লগ লাগে পৰীক্ষিত বৰুৱা। আমাৰ চি. এমৰ অৱস্থা থৰক-বৰক হৈ পৰে। এতিয়া আমাৰ চি. এমৰ ইন্দিৰা গান্ধী আৰু ফকৰুদ্দিন আহমেদতকৈ মুৰাৰজী আৰু নিজলিঙ্গ পাৰ ফালেহে দৰদটো বেছি কাৰণে পৰীক্ষিতে সুবিধা ল'ব খুজিছে। এইটো ইন্দিৰাৰো চাল হ'ব পাৰে। তাকে জানি কালি আমাৰ চি. এম দিল্লীলৈ গৈ 'মেডাম'ক ক'লে — এনেকুৱা হলে মই কংগ্ৰেছ এৰি দিম, অসমৰপৰা কংগ্ৰেছ উৰি যাব। মেডামে নজনা ভাও ধৰি ক'লে — পিছে দলপতিৰ প্ৰতি আস্থা আছেনে নাই তাকে জানিবলৈ বিচৰাটো ভাল কথা; গণতন্ত্ৰ পূৰঠ হোৱাৰ চিন।"

"তেনেহ'লে এম-এল-এৰ ভিতৰত 'ভোটাভোটি' হ'বই নেকি?"

"হ'ব।"

"বতাহ কোনফালে বৈছে?"

"কোনেও পাত্তা পোৱা নাই । পৰীক্ষিতৰ লম্ফ-জম্ফ বেছি। সি অসমতে আছেহি। বৰ বৰ কথা শুনাইছেহি। আমাৰ 'চীফ'ৰ কুৎসা ৰটনা কৰিছে। দেখাত তাৰ দলটো ডাঙৰ যেন লাগিছে। পূব পাকিস্থানৰ মানুহবোৰক আশ্ৰয় দিয়া

নেতাকেইটা আছেই। এতিয়া বিমোচন মহালীৰ হাতত থকা বনুৱা গোষ্ঠীৰ পাঁচটা এম, এল, এ পৰীক্ষিতৰ লগ লাগিছে বুলি শুনিছোঁ। সিহঁতে 'বেক' কৰা ব্যৱসায়ীবোৰৰপৰা বহুত বহুত টকা লৈছে। এই কেইদিন ঘণ্টাই ঘণ্টাই পলিটিক্স বদলি আছে।"

"আপোনাৰ মুখ্যমন্ত্ৰীয়ে হাত সাৱটি বহি আছেনে?"

'পিছে এৰোঁ কম ভকত নহয়। মুখ দেখি একো বুজিব নোৱাৰি। দেম কেয়াৰত আছে। দ পানীৰ মাছ। আমাৰ পিছে ভয় হৈছে। কাৰণ পৰীক্ষিতৰ বেজাই টকা। দিল্লীত কায়দা খটুৱাই এক্সপৰ্ট লাইচেন্স দি হোজাইৰ আতৰ বেপাৰী এগালৰপৰা অনেক লাখ টকা পাইছে। মই চীফ মিনিষ্টাৰ হ'লে তহঁতক বৰুৱা বামুণ গাঁৱত 'ৰাম' বনোৱাৰ পাৰ্মিট দিম, বিনা বাধাই হাবিত কাঠ কটাৰ সুবিধা দিম, প্লাইউড মিল বহুৱাবৰ বাবে লাইচেন্স দিয়াম আদি বাৰেকুৰি কথা কৈ সি বোম্বাইৰ মূধা ফুটা শিল্পপতি দুটাৰ পৰা সহায় আদায় কৰিছে। এতিয়া তেওঁলোকৰ মানুহ আহি শ্বিলঙত 'পাইন উড'ত আছেহি। এৰা, এই সপ্তাহটোৱেই আমাৰ 'চীফ'ৰ বাবে মাৰাত্মক সময়। এতিয়া যি তেওঁক সহায় কৰিব, সেই জন লোকক আৰু তেওঁ নেপাহৰে।"

"বাৰু, বুজিলোঁ। আৰু এটা কথা। বোম্বেইত পলিটিচিয়ানে হাজি মাস্তানৰ দৰে স্মাগ্‌লাৰৰপৰা টকা লয়। আমাৰ ইয়াত কেনে? আমিতো সেই বাবেই ...."

"মুঠতে যেনেকৈয়ে 'আৰ্ন' কৰক লাগে, দেখাত একে। সিফালে পলিটিক্স হ'ল এজনী নাটেশৰী তিৰোতা। কলিকতাৰপৰা দুটা গুজৰাটী স্মাগলাৰ আহি 'পাইন উড'ত আছেহি বুলি আমাৰ চীফে চি-আই-ডি ৰিৰ্পোট পাইছে। আমাৰ চীফেও বোলে মানুহ পকোৱাত লাগিছে। পিছে তাৰ কোনেও পাত্তা পোৱা নাই। মাথোন কালি চেম্বাৰত মোক ক'লে — বুইছা ভানু, মই যে "অঁ" বুলি কওঁ ইয়াৰ অৰ্থ ইয়েচো নহয়, ন'ও নহয়। কিন্তু ইয়াৰ জোৰ বেছি। বুইছা অলক, আমাৰ চীফ আচল বস্তু যেন পাইছোঁ। সহজে 'কমিট' নকৰে। কথাবোৰ এনেকৈ কয় যে কিছুমান বাক্যৰ অৰ্থ দুই বা তিনি ধৰণে ব্যাখ্যা কৰিব পাৰি।"

'সঁচা?'

"তোমালোকক মিছা কথা কলে ভানুৰ কি কামত আহিব? আমাৰ চীফে এই কায়দা হেনো মহাত্মা গান্ধীৰপৰা শিকা। এই কথা জানিলোঁ আমাৰ চীফৰ

বিশ্বাসী লোক বিজয় ভাগৱতীৰপৰা। আমাৰ চীফ ৱাৰ্ধাত থাকোঁতে এদিন গান্ধীৰ চেক্রেটেৰী প্যাৰেলালে হেনো তেওঁক এনেকৈ কৈছিল — চাৰ্চ্চিলে নঙঠা ফকিৰ বুলি ক'লে কি হব? কেইটা ইংৰাজে গান্ধীজীৰ দৰে সুন্দৰ ইংৰাজী লিখিব পাৰে? কংগ্ৰেছৰ গুৰুত্বপূৰ্ণ প্ৰস্তাৱবোৰ গান্ধীয়ে লিখিছিল। একোটা প্ৰস্তাৱৰ বাক্য একোটাৰ দুই তিনিটা অৰ্থ কৰিব পৰা নোহোৱালৈকে গান্ধীয়ে বাক্যটোত শব্দৰ যাদু খটুৱাই আছিল। গতিকে মাউণ্টবেটেনে গান্ধীৰ কি পাত্তা পাব?"

"গতিকে, ভানু, চাঞ্চ কাৰ বেছি?"

'নিশ্চয় আমাৰ 'চীফ'ৰ। বুইছা, মুকুন্দ,— আৰু তোমালোক দুয়োকে কৈছোঁ --প্লিজ ডণ্ট বেক এ ৰং হৰ্চ। আমাৰ 'চীফ'ৰ আচল কেপিটেল কি জানা? টকা নহয়। আনৰ আস্থা — কনফিডেন্স উইথ কেপিটেল চি। অথচ পৰীক্ষিত বন্ধুৱাই যাক মন্ত্ৰী পাতিম বুলি কথা দিব, মূৰকৰ পৰত সেইটো এম, এল, এই সৰু কৰ্পোৰেচন এটাৰ চেয়াৰমেনশ্বিপো নেপাব পাৰে।"

"মূঠৰ ওপৰত তোমাৰ 'চীফ'ক তুমি কোৱা ভেড়া কেইটামানক কিনিবলৈ আমাৰ ইৰ্শ্বাদৰ দৰ্কাৰ আছেনে নাই?"

"মুকুন, তুমি কি ভাবা? তুমিটো এটা 'পিকচাৰ' পাই গলা!"

"মই মানুহজনক এতিয়ালৈকে দেখা নাই। পেটটো পাম কেনেকৈ?"

"লুক, মিষ্টাৰ মুকুন, ইৰ্শ্বাদ উইল বি হেবিৰি মাচ ৱেলকাম। পইণ্ট ৱান — সি আমাৰ 'চীফ'ক সহায় কৰিবলৈ অহাটোৱে তেওঁক ইমপ্ৰেছ কৰিব এই কাৰণেই যে এই কাৰ্য্যই ইৰ্শ্বাদক 'কমিউনেল' নোহোৱাটো দেখুৱাব। এন্ ইমপৰ্টেণ্ট প্লাচ পইণ্ট। পইণ্ট টু — এনে সময়তেই টকাৰ তেওঁৰ দৰ্কাৰ। এই দুৰ্বল মুহুৰ্ততেই তেওঁক হাতলৈ অনাৰ অপূৰ্ব সুযোগ। ইট্চ আনাডাৰ প্লাচ পইণ্ট। অৱশ্যে পাৰ্টিৰ সংগঠনৰ কাৰণে দৰ্কাৰ বাবে টকাটো আমি ৰাখিব পাৰোঁ বুলি কব। মাছ আৰু জিজিৰ পাৰ্থক্যটো বুজাবলৈ চাব। বুইছা?"

"কিমান?"

"মুঠতে ইৰ্শ্বাদক মাতি দিয়া। যদিও মই এই এম-এল-এ বোৰক ঘৃণা কৰো, তথাপি তোমালোকৰ টকাৰ বাৰ্গেনিঙৰ চব ষ্টেজতে মই থাকিম।"

"এ লেডি ইন নিড ইনডিড। এ বিউটিফুল ৱান এট্ ডেট।"

"অলক, তোমাৰ বুদ্ধি, ইংৰাজী আৰু মদ খোৱাৰ ধৰণ— চব মোৰ পছন্দ হয়। বাট নট ইয়ৰ লেংকি বডি। কিন্তু মুকুন্দক চোৱাচোন — এ গ্ৰীক গড।"

"সেইবোৰ বাদ। নাও ন' ৰুম ফৰ দিল্লগী। কেতিয়া যাবা?"

"আগতে ইৰ্শ্বাদ আহক।"

"সি ক'লৈ আহিব লাগিব?"

"আজিৰ ভিতৰতে। পাইনলৈ।"

"তোমাক ক'ত ৰাখিব লাগিব?"

"মই এম, এল, এ হোষ্টেলতে থাকিম। পাইনত থাকিলে দেখোন সিপক্ষই বহুত স্কেণ্ডেল উলিয়াব।"

মুকুন্দই ভানুৰ ফোনটো ল'লে। টুকি ৰাখিব নেজানে কাৰণেই তাৰ গুৰুমৎ সিঙৰ ফোন নম্বৰটো মনত আছিল। সি ট্ৰাঙ্ক কলত গুৰুমৎ সিঙক পাই গল। সি ইৰ্শ্বাদে কৈ দিয়া গোপন ভাষাৰে ক'লে, "চিৰিয়াখানাৰপৰা কৈছোঁ। ডিব্ৰুগড়ক কবা, আহিব লাগে। শ্বিলঙত বাৰখন মান কম্বল লাগিব।"

ভানুৱে নিৰিষ্ট মনে শুনি বৰ আমোদ পালে। তাই ক'লে "অ', আমাৰ 'হিৰো' কম নহয়। পুৰা জিৰো জিৰো চেভেন।"

সন্ধিয়াৰ ভিতৰতে ইৰ্শ্বাদ শ্বিলং পালেহি। সি গুৰুমৎ সিঙক লগত লৈ 'পাইনউড' হোটেলত মুকুন্দহঁতক লগ ধৰিলেহি। সি প্লাইমাউথখনত আহিল। তাৰ লগত দুটা দেহৰক্ষী। তিনি নম্বৰ আৰু চাৰি নম্বৰ। সুন্দৰ প্লাইমাউথ গাড়ীখনে শ্বিলঙলৈ এজন আঢ্যৱন্ত লোকৰ আগমন জাহিৰ কৰিলে।

১৯৬৯ চনৰ 'পাইনউড' হোটেল আভিজাত্যৰ এক চৰম নিদৰ্শন। ইয়াৰ কাৰুকাৰ্য্যখচিত 'বাৰ'ত (পানশালাৰ) লাখ লাখ টকাৰ বিনিময়ত 'পাৰ্মিট', 'লাইচেন্স' আদি পাবৰ বাবে গোপন বন্দবস্ত হয়। চাটুকৰৰে পৰিবেষ্টিত হৈ ইয়ালৈ দুই-এক মন্ত্ৰীও আহে। তেতিয়া কৰ্তৃত্বৰ সুৰ সলাই মন্ত্ৰীজন 'মৌ চাহাব' হৈ পৰে। তেওঁ যেন নতুন যুগৰ জমিদাৰহে! আৰু আহে সচিব, উপসচিব, অবৰ সচিব, সঞ্চালক আদিৰ দল। দামী সুৰাৰে আপ্যায়িত এই ৰাজপুৰুষসকলৰ

ডাঙৰ ডাঙৰ শিল্প-প্ৰতিষ্ঠানৰ প্ৰতিনিধিসকলৰ লগত কমিচনৰ পাৰ্চেণ্ট সম্পৰ্কে দৰাদৰি হয়। এই 'পাইনউড'ৰ চুকে কোণে দালাল। এই দালালবোৰৰ যোগেদিয়েই এজন মানুহে প্ৰশাসনৰ উচ্চতম পৰ্য্যায়ৰ লোকৰ লগত যোগাযোগ কৰি নিজৰ স্বাৰ্থসিদ্ধি কৰিব পাৰে। মাথোন টকা থাকিলেই হ'ল। অকল এয়ে নহয়। 'পাইনউড' হ'ল ভোগ লালসাৰ অকুণ্ঠ সমৰ্থক। কোনোবা আদবয়সীয়া, ব্যস্ত, ক্ষমতাবান বিষয়াৰ ৰচকী তিৰোতা সুবিধা বুজি প্ৰিয়জনক লৈ 'পাইনউড' পাইহি। সেইদৰে কোনোবা মেদবহুলা পতিপ্ৰাণা প্ৰৌঢ়াৰ বৈচিত্ৰবিলাসী পতি ইয়াত মধ্যবিত্তৰ নৈতিকতাক নেওচা দিয়া, ধন আৰু সম্ভোগক প্ৰশ্ৰয় দিয়া কোনোবা মায়াবিনীৰ বাহুবন্ধনত পৰিতৃপ্ত হয়হি। ৰাতি এই হোটেলত ভিন ভিন জাতিৰ দেহোপজীৱিনীৰ উলহ মালহ।

এই 'পাইনউড' হোটেলতে এতিয়া বৃহৎ শিল্পপতিৰ এজেণ্ট দুটা আহি আছেহি। ইয়াত হাজিৰ হোৱাৰ অলপ পৰৰ পিছতেই অলক ফুকনে গম পালে যে ইয়াতে দশানন যাদবো আহি আছেহি। গতিকে আচল মানুহজনক লগ পোৱাটো সিমান টান নহব বুলি অলকে ধৰি ললে। কিন্তু 'পাইনউড'ত থাকিবলৈ ঠাই নোপোৱাৰ কাৰণেহে অলক ফুকন হতাশ হল। পিছে গুৰুমৎ সিঙে কথাটো জানি ভালহে পালে। সি সকলোকে বুজালে যে সিহঁত 'পাইনউড'ত থকাহেঁতেন বেয়াহে হলহেঁতেন। কাৰণ সিহঁত বহুতৰ চকুত পৰিলহেঁতেন। তাৰ সলনি সিহঁত গুৰুমৎ সিঙৰ ঘৰত থকাই ভাল। তাৰ প্ৰকাণ্ড ঘৰটোৰ এটা অংশৰ তিনিটা কোঠা সি অতিথিৰ কাৰণেই আছুতীয়াঁকৈ ৰাখিছে। এইকেইটা কোঠাতে সি তাৰ প্ৰয়োজনীয় অতিথিবৰ্গক আমোদ-প্ৰমোদৰ সকলো সুবিধাৰে সুন্দৰকৈ আপ্যায়িত কৰে।

গুৰুমৎ সিঙো ইৰ্শ্বাদৰ দৰেই প্ৰতাপী। একালৰ বাছ কণ্ডাক্টৰ গুৰুমৎ সিং এতিয়া এই ফালৰ আন্ধাৰ জগতখনৰ ৰজা। তাৰ কাৰবাৰ তিনিটা বস্তুৰ। কানি, মদ আৰু বিদেশী সৰঞ্জাম। কানি বেপাৰ কৰাৰ বাবেই তাৰ লগত ইৰ্শ্বাদৰ সম্পৰ্ক গাঢ়। ইৰ্শ্বাদৰ লগত তাৰ বিবাদ হব নোৱাৰে। কাৰণ তাৰ কানি বিতৰণৰ ঠাই হল মিকিৰ আৰু উত্তৰ কাছাৰ পাৰ্বত্য জিলা। সিফালে নগাওঁ আৰু নামনি অসমত চৰকাৰে মদ নিবাৰণ কৰাত তাৰ কপাল ফুলিল। সেইবোৰ ঠাইলৈ মদ চালান কৰি সি ইমান ধনী হল যে এতিয়া সি মন্ত্ৰী একোটা তাৰ জেপত ভৰাই

থব পাৰে। তাৰ আনটো লাভবান কাৰবাৰ হল বিদেশী বস্তুৰ চোৰাং কাৰবাৰ কৰা। পূব পাকিস্থানৰ সীমান্তবৰ্তী এলেকাত তাৰ মানুহ আছে। সিফালে শুল্ক বিভাগৰ বিষয়াও তাৰ হাতৰ মুঠিত। সেয়েহে সি জাপানী ট্ৰেনজিষ্টৰ, কেমেৰা আৰু টেপৰেকৰ্ডাৰ, নানা বিধ বিদেশী ঘড়ী, এচেন্স, পাউডাৰ আদিৰ চোৰাং কাৰবাৰ চলাই ভালেমান নিবনুৱা খাচীয়া, মিজো আৰু বঙালী ডেকাক ৰোজকাৰৰ সুবিধা দিছে।

ভানু শৰ্মা এম, এল, এ হোষ্টেলৰ শ্ৰীমতী মঞ্জুশ্ৰী পুৰকায়স্থৰ লগত আছিল। শ্ৰীমতী পুৰকায়স্থ কাছাৰ জিলাৰ কোনোবা এটা সমষ্টিৰ এম, এল, এ। সিহঁত আজি ৰাতি ক'ত থাকিব এইটো কথা ভানু শৰ্মাই জনা উচিত। অথচ এতিয়া আটাইকেইটা মানুহ শ্ৰীমতী পুৰকায়স্থৰ ওচৰ ওলালেগৈ বহুতৰে চকু থিয় হব। সেইবাবে অলক ফুকনে কালীন্দ্ৰক লৈ ফিয়েটত ভানু শৰ্মাক 'পাইনউড'লৈ আনিবলৈ গ'ল।

ভানু শৰ্মাৰ কাৰণে 'লাউঞ্জ'ত অপেক্ষা কৰি থকা সময়খিনিৰ ভিতৰত মুকুন্দই ইৰ্শ্বাদ আৰু গুৰুমৎ সিঙৰ আগত গোটেই পৰিস্থিতিটো দাঙি ধৰিলে। ইৰ্শ্বাদে আঁচনিটো পছন্দ কৰিলে। গুৰুমৎ সিঙে কলে, "হয়তো গোলাম আলিয়েও ইয়াতে কৰবাত জুপুকা মাৰি থাকি একেটা চেষ্টাই কৰি থাকিব পাৰে। কিন্তু সি নোৱাৰিব। এই লাইনত নতুনকৈ নমা মানুহে বেছি টকা দিব নোৱাৰিব। সি তলৰ ঢাপতে থাকি যাব। কি কোৱা ইৰ্শ্বাদ?"

শ্বিলঙত ইৰ্শ্বাদৰ সুকীয়া ৰূপ। গুৰুমৎ সিঙৰ দৰে কৰ্ডৰ পেণ্ট আৰু ডিঙিলৈকে আবৰা চুৰেটাৰ পিন্ধি অহা নাই। সি 'থ্ৰি পিচেচ চুট' পিন্ধিছে।

ইৰ্শ্বাদে কলে, "কব নোৱাৰোঁ। মই কনফিউজড। সিয়েইতো আচল মানুহ কেইটা হাত কৰাৰ কাৰণে মোৰ বিপদ।"

গুৰুমৎ সিঙে কলে, কিন্তু গোলামে নেজানে যে বিমোচন মহালীয়েই চৰকাৰ নহয়। ৰূপক ডেকাই এক্সাইজ ডিপাৰ্টমেণ্ট নহয়। এচ. পি বিপুল ঘোষো দেশৰ হৰ্তা কৰ্তা নহয়। চব উফৰি যাব। মুকুন্দ বাবুৱে ঠিক কথাই কৈছে। আচলতে গোলাম আলি হল এটা ডকাইত। তাৰ বুদ্ধি সিমান ক্ষুৰধাৰ হব নোৱাৰে। এই লাইনত 'ৰাফ' বুদ্ধিয়ে কাম নিদিয়ে। সেয়েহে মই কওঁ তোমাৰ মুকুন্দ বাবু ডাঙৰ সম্পত্তি।"

সিহঁতে নিঃসন্দেহে কথা-বতৰা পাতি থাকিল। কাৰণ সিহঁতৰ অনুমান হ'ল যে সিহঁতৰ কাষেদি পাৰ হৈ যোৱা মানুহবোৰৰ বেছি ভাগেই অসমীয়া নেজানে আৰু এইবোৰ মানুহৰ লোকৰ কথা বতৰালৈ আগ্ৰহো নাই।

অলক ফুকনে ভানু শৰ্মাক লৈ 'লাউঞ্জ' পালেহি। থিতাতে পৰিবেশটো মনোৰম হৈ পৰিল। গুৰুমৎ আৰু ইৰ্শ্বাদকো ৰূপৰ প্লাৱনে স্পৰ্শ কৰিলে। কাৰণ ভানু শৰ্মাৰ ৰূপত এক মোহনীয় মাৰ্জিত ব্যক্তিত্বও সিহঁতে দেখা পালে। পৰিচয় পৰ্ব সমাপ্ত হোৱাৰ পিছত ভানু শৰ্মাই কেবাটাও তপত খবৰ জনালেহি ঃ কেন্দ্ৰত দলৰ বিভাজনৰ পিছত অসমৰ বিধায়কসকলে কোনটো দল লৈছে এই বিষয়ে দলপতিয়ে একো ব্যক্ত কৰা নাই আৰু বিধায়কসকলেও সুবিধা বুজি জাপ মাৰিবৰ বাবে নিৰপেক্ষ হৈ আছে। কিন্তু 'মেডামে' জানে যে মুখ্যমন্ত্ৰীৰ পেটটো সিটো দলৰ ফালেহে। ইফালে পৰীক্ষিত বৰুৱা 'মেডাম'ৰ মানুহ। গতিকে দলৰ বিধায়কৰ সভাত শক্তি পৰীক্ষা হোৱাটো প্ৰায় নিশ্চিত। তথাপি পৰ্য্যবেক্ষকসকলৰ মতে মুখ্যমন্ত্ৰীক ওফৰোৱাটো সহজ নহব । কাৰণ বহুতো বিধায়কে মুখ্যমন্ত্ৰীকহে বেছি বিশ্বাস কৰে। মুখ্যমন্ত্ৰী দিল্লীৰপৰা আবেলি গুৱাহাটী পালেহি। মাজনিশা শ্বিলং পোৱাহি কথা।

সেই বাবে সেই লাউঞ্জতে পিছদিনাৰ ৰণকৌশল প্ৰস্তুত হ'ল। কাইলৈ নিচেই পুৱাতে এই হোটেলতে ক্ষমতাৰ কূটচক্ৰৰ লগত জড়িত ব্যৱসায়ী আৰু মুখ্যমন্ত্ৰীৰ মানুহ' দশানন যাদবক সকলোৱে লগ ধৰিব আৰু তেওঁৰ সহায় বিচাৰিব। লগত দলৰ হৈ ভানু শৰ্মাও থাকিব। দশাননে যদি আবকাৰী মন্ত্ৰী শ্ৰীকান্ত মহন্তক এটা লেনদেনৰ মাজলৈ আনিব পাৰে তেনেহলে সকলো সহজ হৈ পৰিব।

এই সামূহিক সিদ্ধান্তত সকলো সন্তুষ্ট হল। প্লাইমাউথ আৰু ফিয়েটে 'পাইনউড' হোটেলৰ চৌহদ এৰিলে। পোনতে ভানু শৰ্মা এম এল, এ হোষ্টেলত নামিল।

দশানন যাদবৰ চেহেৰাত এসময়ৰ মাটি কটা বনুৱাৰ লেশমানো চিন নাই। বেছ সম্ভ্ৰান্ত মানুহৰ চেহেৰা। খদ্দৰৰ ধুতি-পাঞ্জাৱীৰ ওপৰত কাশ্মীৰী শ্বাল এখন লোৱা ষাঠি বছৰীয়া শকত-আৱত মানুহটোক সমুলি উৎকণ্ঠা নথকা ঠাণ্ডা মগজৰ মানুহ যেন লাগে। তাৰ আধা পকা চুলিবোৰ মূৰৰ চৌপাশে চেদেলি ভেদেলি হৈ পৰি থকা। প্ৰশস্ত কপালত চন্দনৰ ফোঁট। কাপোৰে আবৰি নথকা সুগোল

গলধনটোত সোণৰ চেইনডালৰ একাংশ দেখা যায়। মানুহটো তন্ত্র-মন্ত্রত বিশ্বাসী যেন লাগে। তাৰ আঙুলিত কেবাটাও বাখৰ খটোৱা সোণ আৰু ৰূপৰ আঙঠি। ভোটা নাকটোৰে আৰু মঙহে পুতি থোৱা সৰু সৰু চকু দুটাৰে তাৰ বহল আৰু পুৰঠ মুখখন সম্পূৰ্ণ ভাবলেশ শূন্য। এনে মানুহক বুজি পোৱা টান। তদুপৰি মানুহটোৱে জুখি-মাখি কথা কয়।

এনে এটা সময়ত শ্বিলঙত দশাননৰ উপস্থিতিয়েই অলক ফুকন আৰু ভানু শৰ্মাক বুজায় যে মুখ্যমন্ত্ৰীয়েও তলে তলে কাম কৰি আছে। তেওঁৰ নিৰ্দেশমতে নিশ্চয় দশানন যাদব ইয়াত আছেহি। কাৰণ ধনৰ বলেৰে উজনি অসমৰ বেছিভাগ বিধায়ককে হাতত ৰখাৰ ক্ষমতা দশাননৰহে আছে।

মানুহটো খুব গহীন। সংকটে বিচলিত কৰিব নোৱাৰা অভিজ্ঞ ৰাজনীতিজ্ঞৰ দৰে। পিছে খুব অমায়িকো। সি সকলোকে সাদৰেৰে বহুৱালে। গুৰুমৎ সিং নাহিল। বছিৰ গাড়ীতে কালীন্দ্ৰৰ লগত বহি থাকিল। ভানু আৰু ইৰ্শ্বাদ একেখন দীঘল চকিতে বহিল। মুকুন্দ আৰু অলক তাৰ কাষতে বিছনাত বহিল। সি 'চুইচ' টিপি কফিৰ অৰ্ডাৰ দিলে। অলকে তাক সকলোৰে লগত পৰিচয় কৰাই দিলে। সি অৱশ্যে ভানু শৰ্মাক আগৰেপৰা চিনি পায়। সি ইৰ্শ্বাদৰ নামহে শুনিছিল। এতিয়া তাক তন্ন তন্নকৈ চাই ল'লে। তাৰ অসমীয়া শব্দৰ উচ্চাৰণত অকণো আড়ষ্টতা নাই। শব্দৰ বাছনিও যথাৰ্থ। সি কলে, "মিচেচ শৰ্মাও আহিছে যেতিয়া কথা শকতেই। নহলে তেখেতে এনেয়ে মোৰ মেদেলা দেছুৱালীটোৰ খবৰ লবনে?"

নিজৰ ৰসিকতাত নিজে ভোল গৈ সি নিজেহে বেছিকৈ হাঁহিলে। খন্তেকতে পৰিবেশটো সজীৱ হৈ পৰিল। ভানুৱে মাত লগালে, "সুবিধা পাইছে যেতিয়া কওক বাৰু। মোৰো আপোনাৰ ওপৰত অভিযোগ বহুত।"

"অভিযোগবোৰ গাত পাতি লৈছোঁ।"

"অভিযোগবোৰ উঠাই লৈ যদি আন এটা অনুৰোধ কৰোঁ?"

"সেই বাবেইতো আহিছে।"

"আপোনাৰোতো 'বচ'। সেইবোৰ বহুত কথা। আগতে কি সকামত আহিল কওক।"

"ইৰ্শ্বাদকতো জানেই ।সাহস আৰু কষ্টৰ বলত মানুহটোৱে বেছ উন্নতি কৰিছিল। কিন্তু এতিয়া তেওঁৰ পদে পদে বিপদ।"

এনেকৈ আৰম্ভ কৰি ভানু শৰ্মাই সকলোকে তাৰ আগত কথাখিনি কোৱাৰ সুবিধা দিলে। দশাননে কথাবোৰ শুনিহে গ'ল, সি একো মতামত নিদিলে। সি গোলাম আলিক চিনি পায়। এসময়ত সি গোলাম আলিক টকাও ধাৰে দিছিল। এবাৰ তাৰ চিনেমা হল এটাত গণ্ডগোল হওঁতে গোলাম আলিৰ মানুহেই উৎপাত কৰা মানুহকেইটাক ঠাণ্ডা কৰিছিল। তেতিয়া গোলাম আলি তাৰ আজ্ঞাবহ আছিল। এইবোৰ কথা অলক ফুকনে বছিৰৰ মুখে শুনিছিল। অথচ টিমক দশাননে সিহঁতক এইবিষয়ে একো জানিবলৈ নিদিলে। সি মাথোন ক'লে, "কথাখিনি শুনি মই যি বুজিলোঁ, এই গোলাম আলি কেৱল ধান খেৰৰ জুইহে। ভমককৈ জ্বলি ভমককৈ নুমাব। কি কয় মিচেচ শৰ্মা?"

ভানুৱে ক'লে, "বিপক্ষক সাধাৰণ বুলি ভাবিব নেপায়। মই হ'লে তেনে বুলি নেভাবোঁ। তাৰ প্লেন জটিল। সি একছত্ৰী সম্ৰাট হব খুজিছে। নহলেনো বিমোচন মহালীক হাতৰ মুঠিলৈ আনি ইৰ্শ্বাদৰ দৰে মানুহক কাবু কৰি পেলায়নে?"

"বিমোচন ধান খেৰৰ জুই। একেলগে নুমাব।"

"কিন্তু পৰীক্ষিত যদি ........ ......."

"সেই বোৰ বাদ। সি ধান খেৰৰ জুই নোহোৱাহেঁতেন এই সময়ত সি শ্বিলঙত থাকিলেহেঁতেন, সুবিধা বুজি চোং সলাব পাৰিলেহেঁতেন।"

ইয়াকে কৈ দশানন যাদব ইৰ্শ্বাদ খাঁৰ ওচৰত থিয় হৈ তাৰ কাণৰ ওচৰত ফুচফুচাই কিবা এটা ক'লে। সকলোৱে দেখিবলৈ পালে যে ইৰ্শ্বাদে মূৰ দুপিয়াই কথাটোত সমৰ্থন জনাইছে।

অলপ পিছতে দশাননে ঘোষণা কৰিলে যে সি সকলোকে আবকাৰী মন্ত্ৰী শ্ৰীকান্ত মহন্তৰ ওচৰলৈ লৈ যাব। ইয়াকে শুনি সকলোৱে সকাহ পালে। কাৰণ শ্ৰীকান্ত মহন্ত নহলে দশাননৰ বিপদ , আৰু দশানন নহলেও শ্ৰীকান্ত তিষ্ঠি থাকিব নোৱাৰে।

বাৰাণ্ডাত বেষ্ঠিত ভালেমান দৰ্শনাৰ্থী। কিন্তু দশানন, অলক বা ভানুৰ দৰে ব্যক্তিয়ে 'পি, এ'ক (ব্যক্তিগত সহায়কাৰী) নামটো লিখি দি ৰৈ থাকিব নেলাগে। ইতিমধ্যে সোমাই থকা মানুহটো ওলাই আহিলেই হ'ল। সিহঁতে দহ মিনিটমান ইফাল সিফাল কৰি থকাৰ পিছত হাতত নথি পত্ৰ লৈ মানুহ এটা ওলাই আহিল। সিহঁত সোমাই গ'ল।

শ্ৰীকান্ত মহন্ত বহি থকা কোঠাটো বেছ আহলবহল। বেৰত থকা বিখ্যাত শিল্পীয়ে আঁকা ছবি কেইখনে মানুহটোৰ মাৰ্জিত ৰুচিৰ পৰিচয় দিয়ে। ঘূৰণীয়া মেজখনৰ ওপৰত কিতাপ কিছুমান আছে। সেই বোৰ আইনৰ কিতাপ নহয়। মন্ত্ৰী হোৱা সত্বেও মানুহটোৰ পঢ়াৰ অভ্যাস আছে। মানুহটোৱে দেশ-বিদেশৰ সাহিত্য-সংস্কৃতিৰ খবৰ ৰাখে। ডেঢ়িকৈ শুই ডেঢ়িকৈ উঠা মানুহটোৱে সাজি পাৰি আহিহে মানুহক দেখা দিলে।

মানুহটো বেছ চকুতলগা। ক'লা চুলিখিনিয়ে মাখন যেন কোমল মুখখনৰ উজ্জ্বলতা বঢ়াইছে। গাত চৰ্বিৰ পৰিমাণ অধিক নহয়। উচ্চতাও নিয়মীয়া। তথাপি মানুহটোক দেখিলে আচল মানুহ এটা দেখা যেন নেলাগে। অবাস্তব দ্বন্দ্বহীন কৰ্মহীন জগত এখনৰ ভোগী মানুহ এটা যেনহে লাগে।

মানুহটো খুব চৌখিন। বাদামৰঙী ট্ৰাওজাৰৰ ওপৰত কফিৰঙী প্ৰিঞ্চ কোট পিন্ধিছে। সোণালী ফ্ৰেমৰ চছমাযোৰৰ কাচ দুখন যথেষ্ট শক্তিশালী।

দশাননে ইৰ্শ্বাদ আৰু মুকুন্দক উজনি অসমৰ প্ৰখ্যাত ব্যৱসায়ী বুলি চিনাকি কৰি দিলে। কিন্তু শ্ৰীকান্ত মহন্তই ইতিমধ্যে সকলো তলা-নলা বুজি পাই গ'ল। সি ধৰি ললে যে মুকুন্দ ইৰ্শ্বাদ খাঁৰে এটা সৃষ্টি। সি জানে যে বিমোচন মহালীয়ে মাত্ৰা চেৰাই গৈ উজনি অসমত তাৰ নিজৰ আবকাৰী বিভাগত হস্তক্ষেপ কৰিছে।

শ্ৰীকান্ত মহন্তই দশানন আৰু অলকৰ লগত ইৰ্শ্বাদৰ কি যোগসূত্ৰ থাকিব পাৰে তাকে ভাবিবলৈ চেষ্টা কৰিলে। কিন্তু এই গোটেইখিনি মানুহৰ লগত ভানু শৰ্মাৰ কি সম্পৰ্ক থাকিব পাৰে, ইয়াকে ভাবি সি বিমূঢ় হল। অৱশ্যে দুমাহমানৰ মুৰত তাইক দেখি তাৰ ভালেই লাগিল। সি ক'লে, "আজি দিনটো খুব ভালেই যাব যেন পাইছোঁ। পুৱাই কেক্‌টাচ ফুলা দেখিলোঁ, এতিয়া আকৌ দেখিলোঁ এই মৰুভূমিত আচল এপাহি গোলাপ।"

"এনেবোৰ কবিত্ব কৰিলে মন্ত্ৰীত্ব বজাই ৰখা টান হব কিন্তু।" মিচেচ শৰ্মাই মুখখন ভেঙুচাই কলে। মুখখনৰ এনে কৃত্ৰিম ভেঙুচালীয়ে তাইক অপৰূপা কৰি তুলিলে।

দশাননে আওপকীয়াকৈ ভানু শৰ্মাক জনাই দিলে যে এনে লঘু কথা-বতৰা শুনিবলৈ তাৰ সময় নাই। সি ক'লে, "মিচেচ শৰ্মা, আমি আচল কথালৈ অহাই ভাল হব যেন পাইছোঁ। মহন্ত চাহাব, মোক কিজানি সেই বাবেই মাতি ছিল?"

"হয়। এনে দুৰ্যোগৰ সময়ত আপোন মানুহ ওচৰত থকা ভাল।"

"লগতে ইৰ্শ্বাদ খাঁকো আনিছোঁ। তেৰো এই দুৰ্যোগত সহায় কৰিবলৈ ইচ্ছুক।"

ভানু শৰ্মাই ভাবিলে, দশাননে কথাটো উজু কৰি ললে। শ্ৰীকান্ত মহন্তই 'হয়নে' বুলি ইৰ্শ্বাদৰ ফালে চাওঁতে ইৰ্শ্বাদে ক'লে, "আমাৰ তাত আপোনাক লৈ গৌৰৱ কৰোঁ। অথচ এটা গ্ৰুপৰ কাণ্ড-কাৰখানা দেখি ভাব হৈছে আপোনালোকৰ খুব জুলুম হৈছে।"

মুকুন্দ আৰু চতুৰ। সি ক'লে, "হয় ছাৰ, উজনি অসমৰ মানুহে আপোনাত আৰু 'চীফ'ত বাদে আন নেতা নাই বুলি কয়। তাৰ সকলো ব্যৱসায়ীয়েই আপোনাৰ আজ্ঞামতে চলিবলৈ পালে ভাল পায়। তেওঁলোকে মহালীক পালি নেতা বুলিও নেভাবে। এতিয়া এইটো গ্ৰুপৰ শত্ৰুতা দেখি প্ৰায়বোৰ ব্যৱসায়ীয়ে কি কৈছে জানে?"

শ্ৰীকান্তই নিৰুত্তৰ ভাৱে সুধিলে, "কি কৈছে?"

মুকুন্দই বিশ্বাসযোগ্যভাৱে সাজি সাজি অনৰ্গল কৈ গ'ল, "তেওঁ লোকে এনেকৈ কয়--কেৱল মহালীৰ গ্ৰুপটোৰেই টকা আছেনে? আমি কি পানীয়ে মৰা বাও? আমাৰ হাতত কি পইচা নাই? সেয়েহে আমি তেওঁলোকৰ হৈ আহিছোঁ।"

এই কথাবোৰ আচল উদ্দেশ্য বেকত কৰাৰ কৃত্ৰিম সাংকেতিক ভাষা বুলি সকলোৱেই জানে। তথাপিও এনে কৃত্ৰিম আৱৰণৰ প্ৰয়োজন আছে। নোম টেঙৰ শ্ৰীকান্ত মহন্তই নিশ্চিন্ত হবলৈ বিচাৰিলে।

"হয়নে যাদব?" আকৌ শ্ৰীকান্তৰ কূট প্ৰশ্ন।

"নহলে ইমান দূৰৰ প ৰা নাহে।" দশানন যাদবৰ চুটি উত্তৰ।

দৃষ্টি উদাসীন কৰি নিজক আনে বুজিব নোৱাৰা কৰিবলৈকে চতুৰ শ্ৰীকান্তই চছমাযোৰ খুলি আওপকীয়াকৈ টকাৰ প্ৰয়োজনটো বুজাই দিলে। সি ক'লে, "মিচেচ শৰ্মাই কিজানি জানেই পৰীক্ষিত বৰুৱাই দুৰ্যোধনৰ দৰে কুৰুক্ষেত্ৰলৈ সাজু হৈছে। লগত কৰ্ণ হিচাবে থিয় হৈছে উত্তৰ প্ৰদেশৰ বহুত চেনিকলৰ মালিক কৰম ত্ৰিপাঠী। অৱশ্যে লগত ভীষ্ম-দ্ৰোণ নাই। বুড়া বজাৰৰ মাৰোৱাৰীবোৰহে নাৰায়ণী সেনা হৈছে। খেলা বেছ জমিব। আমাৰ 'চীফ'ৰ ইনফ্লুয়েন্স হ'ল লকেল, পৰীক্ষিতৰ হল নেচনেল। যিটো কথা উকীল হৈ বিশ বছৰেও বুজা নাছিলোঁ, সেইটো কথা দুবছৰমান মন্ত্ৰী হৈয়ে বুজি পালোঁ। বৰ নিদাৰুণ কথা। গণতন্ত্ৰ হ'ল পুঁজিবাদৰ মুখা। 'গৰিবী হটাও'ৰ সংকল্প লৈ ইন্দিৰা প্ৰিয়দৰ্শিনীয়ে বেংক কেইটামান নেচনেলাইজ কৰিলে। তাকে জানি উচ্ছাসত দিল্লীত ৰিক্সাৱালাবোৰে প্ৰচেচন কৰিলে। তাকে ৰেডিঅ'ত শুনি আপোনমনে হাঁহিলোঁ। ধাৰ লৈ ৰিক্সাৱালাবোৰ শিল্পপতি হব নেকি? টাটা-বিৰলাৰ ফালে টেকেলী কাতি? গিমিক'ৰো এটা সীমা আছে। বুইছে মিচেচ শৰ্মা, বুড়া বজাৰৰ ভীষ্ম-দ্ৰোণবোৰ পৰীক্ষিত ৰ হৈ ধনুত আটোপ-টঙ্কাৰ দিছে, অথচ আমি — মানে আপুনি, মই, চীফ আদি সকলো এতিয়াও সাৰথি কৃষ্ণৰ সন্ধানত। বুইছে, দশানন বাবু, খাঁচাহেব, মিষ্টাৰ খাওন্দ আৰু ফুকন, আপোনালোকক দেখি মই সঁচাকৈয়ে আশ্বস্ত হৈছোঁ। ইয়াতে অৰ্গেনাইজ কৰা বাবে মিচেচ শৰ্মা আৰু দশানন বাবুৰ নিশ্চয় এটা ডাঙৰ ভূমিকা আছে। এৰা, বিপদৰ বন্ধুৱেহে আচল বন্ধু।"

এই কপট-কৃত্ৰিম ভাষণত আপ্লুত হোৱা দেখুৱাই মুকুন্দই ক'লে, "আমি ইমান প্ৰশংসাৰ যোগ্য নহওঁ, ছাৰ। আগতে কামটো সমাধা হওঁকচোন। আমাৰ পাচেকৈ শলাগ ল'লেও হব। চিন্তা নকৰিব ছাৰ। ৰাইজৰ আশীৰ্বাদৰ জোৰ বুড়া বজাৰৰ মাৰোৱাৰীৰ টকাতকৈ বহুত বেছি। তথাপি আমি বহি থকা নাই। পৰীক্ষিত বৰুৱাই আন ৰাজ্যৰ বেপাৰীৰ আগত হাত পতাৰ কথা শুনি অসমৰ ৰসজীপ থকা মানুহখিনি টিঙিৰি তুলা হৈছে। মই জানো, মোৰে বন্ধু, মাছৰ মহলদাৰ কেশৱ মহাজনেও দুই তিনি লাখ টকা দিবলৈ প্ৰস্তুত। আমাৰ ইৰ্শ্বাদ খাঁৰ অকলে দহটা হাতীৰ জোৰ। দশানন যাদবতো একেবাৰে ৰথীৰো ৰথী মহাৰথী।"

তাৰ সমুখত থকা মানুহ কেইটাৰ যে ধনৰ মোনা শকত আৰু সিহঁতো যে বিসম্বাদীয়ে জ্বলাকলা কৰাৰ সময়ত তাৰ কাষত থিয় দি নিজেও একোটা সুবিধা লব বিচাৰিছে এই কথা শ্ৰীকান্ত মহন্তই নিমিষতে বুজি পালে। ৰাজনীতিত নতুন যদিও তাৰ বুজিবলৈ বাকী নাই যে নীতি বৰ্জিত সাম্প্ৰতিক ৰাজনীতিৰ ডাবা খেলত কোনো কাৰো স্থায়ী শত্ৰু বা মিত্ৰ নহয়। দশাননে হয়তো ভাবিছে যে তাৰ ব্যৱসায়ৰ সাম্ৰাজ্যখন সম্প্ৰসাৰিত কৰি অধিক সুদৃঢ় কৰাৰ সুযোগ এইটোৱেই। ইৰ্শ্বাদ-মুকুন্দই হয়তো ভাবিছে এই সুযোগতে ৰাজনীতিত যুক্ত হৈ নিজক প্ৰতিষ্ঠা কৰাৰ কথা। সি জানে যে এনেকৈয়ে ব্যৱসায়ী শ্ৰেণীটো নিষ্কটক হৈ আছে।

শ্ৰীকান্তৰ নিজৰ অৱস্থিতিৰ কথাও মনলৈ আহিছে। সি ভাবি পাইছে যে এই মানুহখিনিৰ ওপৰত তাৰ প্ৰভাৱ থকা কথাটো মুখ্য মন্ত্ৰীয়ে জনা উচিত। তেতিয়াহে তাৰ মন্ত্ৰী হিচাপে অস্তিত্ব অক্ষুণ্ণ হৈ থাকিব। এই সন্ধিক্ষণত তাৰ যোগেদি মুখ্যমন্ত্ৰী উপকৃত হলে সি অধিক শক্তিশালী হব পাৰিব। এই সুযোগতে বন বিভাগটোও তাৰ হাতলৈ আহিব পাৰে। সেই কাৰণে এই দলটোক সি মুখ্যমন্ত্ৰীৰ ওচৰলৈ লৈ যোৱাটোকে ঠিৰাং কৰিলে। প্ৰস্তাৱটো এওঁলোকৰ আগত কেনেকৈ দাঙি ধৰিব তাকে আগতে মনতে জুকিয়াই ললে। সি কলে, "আপোনালোকৰ কথাখিনি শুনি ভাল পাইছোঁ। মুখ্যমন্ত্ৰীয়েও আপোনালোকক দেখা পালে বৰ ভাল পাব। কিন্তু এটা কথা । মই আপোনালোকৰ কথা বেলেগ ধৰণেৰে কম। হিতাকাংক্ষী হিচাবে খবৰ কৰিবলৈ আহিছে বুলিহে কম। আৰু কম — প্ৰতিজন বিসম্বাদীৰ লগত এওঁলোকৰ নাৰাজ। বিমোচন মহালীয়ে জোৰজুলুম চলাইছে বুলিও কম। তেখেতে চব বুজিব। নহয়নে মিচেচ শৰ্মা? আপুনিতো চব জানে। তেখেতে এজন বিচক্ষণ খেলুৱৈ। তেখেতে আঁ কৰিলেই তলুৱালৈকে সকলো গম পায়।"

শ্ৰীকান্ত মহন্ত থমকি ৰ'ল। সি ক'লা মিহি চুলিখিনিত হাত ফুৰাই এটা হাঁহি মাৰিলে। এই হাঁহিয়ে তাৰ গোপন মনৰ দুষ্টালিখিনি অগোপন কৰি দেখুৱালে। সি 'চুইচ' টিপাৰ লগে লগে 'পি-এ' জন হাজিৰ হ'ল। পি এক মুখ্যমন্ত্ৰীৰ তালৈ যোৱা হ'ব বুলি জনালে। ইয়াকে জনোৱাৰ অৰ্থ হল দুটা। অপেক্ষা কৰি থকা

মানুহবোৰক আজি আৰু মন্ত্ৰীয়ে দেখা নকৰে বুলি পি-এ জনে জনাব লাগিব আৰু ড্ৰাইভাৰকো গাড়ীখন সাজু কৰি ৰাখিবলৈ ক'ব লাগিব।

শ্ৰীকান্ত মহন্ত বাৰাণ্ডাত থিয় হোৱাৰ লগে লগেই সকলো থিয় হ'ল। সি ক'লে, 'চেম্বাৰত মই পোনতে সোমাম। মই ওলাই আহি আপোনালোকক তেখেতৰ ওচৰলৈ নিম। অৱশ্যে মিচেচ শৰ্মা মোতকৈ আগতে সোমালেও মোৰ একো ক'বলগীয়া নাই। পাৰ্টিৰ ৱাৰ্কাৰ যেতিয়া .....”

বেঞ্চিৰ কাষত থিয় দি প্ৰণাম কৰা মানুহখিনিৰ ওচৰেদি পাৰ হৈ শ্ৰীকান্ত মহন্ত গাড়ীত উঠিল। তাৰ গাড়ীৰ পাছে পাছে প্লাইমাউথ আৰু ফিয়েটখন চলিল। ভানু শৰ্মা শ্ৰীকান্ত মহন্তৰ কাষত বহিল।

বিয়াগোম মানুহজন পোহ মনা হাতী এটাৰ দৰে ধীৰ-স্থিৰ। তেওঁৰ নিৰ্বিকাৰ চকুৰ দৃষ্টি অসীমত। তেওঁ কাৰো ফালে চাই কথা নকয়। এনে দৃষ্টিয়ে ওচৰৰ সকলোৰে স্থিতি অস্বীকাৰ কৰা যেন লাগে। ডাঠ ধুতি-পাঞ্জাবী আৰু এৰি কাপোৰখনে মানুহজনৰ স্থূলত্ব বেছিহে কৰিছে। তেওঁৰ মুখখন অস্বাভাৱিকভাৱে স্বাভাৱিক। তাত বিন্দুমানো উৎকণ্ঠা-অনুভূতি নাই। বিৰাট মানুহজনৰ ব্যক্তিত্বও বিৰাট। তেওঁক দেখি কাৰো ভাব নহয় যে এইজন মানুহৰ মগজত ক্ষমতা হেৰুওৱা টনা-আজোৰ চলি আছে আৰু একেটা মগজতে হেজাৰ কূট বুদ্ধিয়ে খেলা কৰি আছে।

এইজনেই মুখ্যমন্ত্ৰী। অসমৰ ৰাজনীতিৰ এজন নিপুণ খেলুৱৈ। কথা খুব কম কয়। ক'লে এটা বাক্যই দুটা-তিনিটা অৰ্থেৰে শ্ৰোতাক বিভ্ৰান্ত কৰে।

শ্ৰীকান্ত মহন্তই ইৰ্শ্বাদ আৰু মুকুন্দকহে চিনাকি দিবলগীয়া হ'ল। বাকী কেইজন মুখ্যমন্ত্ৰীৰ বহু আগৰে চিনাকি। এক পক্ষে চাবলৈ গ'লে, মুখ্যমন্ত্ৰীৰ লগত দশানন যাদবৰ ঘনিষ্ঠতা তেখেতৰ মন্ত্ৰীসভাৰ সদস্যসকলতকৈয়ো বেছি। তেখেতৰ বিপদৰ বন্ধু দশাননহে। কাইলৈ যদি দশাননে পৰীক্ষিত বৰুৱাৰ শিবিৰৰ প্ৰতি আনুগত্য দেখুৱায়, তেনেহলে তৎমুহূৰ্তে মুখ্যমন্ত্ৰীৰ সিংহাসন থৰক্-বৰক্ হ'ব। তেখেতে জানে যে তেখেতৰ অপকাৰ হয় বুলিয়েই যাদব আজি শ্বিলঙত।

এইজন দশাননৰ লগত অহা বাবেই এতিয়া মুখ্যমন্ত্ৰীৰ ওচৰত ইৰ্শ্বাদ আৰু মুকুন্দৰ গুৰুত্ব বাঢ়িল। স্বয়ং আবকাৰী মন্ত্ৰী শ্ৰীকান্ত মহন্তই এনেকৈ চিনাকি কৰি দিলে, "এওঁ ইৰ্শ্বাদ খাঁ, খোৱাঙৰ পৰা মাইজানলৈকে এওঁৰ সমান প্ৰতাপী ব্যৱসায়ী পাবলৈ নাই। এওঁ মুকুন্দ খাওন্দ, ইৰ্শ্বাদ খাঁৰ পাৰ্টনাৰ। উজনি অসমৰ লুইতপৰীয়া গাওঁবোৰত এওঁৰ খুব প্ৰতিপত্তি।"

মুখ্যমন্ত্ৰীয়ে এটা মানুহক কোন পলকত চাই লয় কোনেও তৰ্কিব নোৱাৰে। কিন্তু আজি তেখেতে ইৰ্শ্বাদ আৰু মুকুন্দলৈ কেবা চেকেণ্ডো চাই থকাটো সকলোৰে চকুত ধৰা পৰিল। তেখেতে ইয়াৰদ্বাৰা আওপকীয়াকৈ বুজাই দিলে যে নতুন মানুহ দুটাৰ জীৱিকাৰ ধৰণ আৰু অত্যধিক আয়ৰ প্ৰতি তেখেতৰ এক প্ৰকাৰ সমৰ্থন থাকিব যদিহে আয়ৰ সামান্য অংশ এটাই তেখেতৰ গাদী বজাই ৰখাত সহায় কৰে।

সিহঁত দুটাক চাই "অ' বুলি কৈ মুখ্যমন্ত্ৰীয়ে খিৰিকিয়েদি শ্বিলঙৰ মেঘালী আকাশখনলৈ চাই খন্তেকতে পূৰ্বৰ দৰে অমনোযোগী হৈ পৰিল। অলক ফুকনে এনেতে মাত লগলে "এওঁলোক, ছাৰ, মোৰ সোঁহাত স্বৰূপ। অফিচ চলোৱাত মোক ধনজনেৰে বেছ সহায় কৰে।"

সম্পূৰ্ণ মিছা কথা। তথাপি ইয়াৰ উত্তৰ হব লাগিছিল এনে ধৰণৰ ঃ ভাল কথা। তাকে নকৈ মুখ্যমন্ত্ৰীয়ে মাত্ৰ 'অঁ' বুলিহে সঁহাৰি দিলে। "অঁ" নামৰ ধ্বনিটোৰ একেলগে দুই তিনিটা অৰ্থ হব পাৰে। এজন উপমন্ত্ৰীয়ে তেখেতক এবছৰৰ ভিতৰত বাসভৱন এটাৰ বাবে তিনিবাৰ মুখ্যমন্ত্ৰীক অনুৰোধ কৰিছিল। প্ৰতি বাৰেই তেখেতে "অ" বুলি কৈছিল -- নিৰুত্তাপভাৱে। এবছৰ পাৰ হোৱাৰ পিছত সেই উপমন্ত্ৰীজন পদচ্যুৎ হৈছিল। এতিয়া তেওঁ পৰীক্ষিত বৰুৱাৰ শিবিৰত। এইদৰে মুখ্যমন্ত্ৰীৰ বহু প্ৰশ্নৰ উত্তৰ 'অঁ'। অসমৰ পৰা বিদেশী বিতাৰণ কৰিব লাগে। — অঁ। শিল্পোদ্যোগসমূহত অসমীয়া ডেকাক চাকৰি দিব লাগে। — অঁ। অতি শীঘ্ৰে বানপানী ৰোধ কৰিব লাগে। অঁ। কৃষিমন্ত্ৰীৰ সাম্প্ৰদায়িকতাত লেগাম লগাব লাগে। অঁ। শিক্ষামন্ত্ৰীৰ উদ্ভগালি দূৰ কৰিব লাগে। — অঁ। দেখা গ'ল যে আগৰ কেইটা অঁৰ অৰ্থ হ'ল— গাপ পেলাই থোৱা হব, শেষৰ দুটাৰ অৰ্থ হ'ল – নিশ্চয় তাকে কৰা হব। কাৰণ, আনে পেটৰ কথা বুজি নোপোৱা এই নিপুণ খেলুৱৈজনে কৃষিমন্ত্ৰী আৰু শিক্ষামন্ত্ৰীক অসমৰ ৰাজনীতিৰ পৰা বনবাসী কৰিলে।

বাৰুকৈ দিল্লীত কৰুণাময়ীয়ে এই সুচতুৰ বাকপটু সুদৰ্শন পুৰুষ দুজনক আশ্ৰয় দিলে। এতিয়া তেওঁলোক পৰীক্ষিতৰ শিবিৰত। এইবোৰ কথা 'পলিটিচিয়ান বিজনেচমেন' দশানন যাদবৰ মনত পৰাত তাৰ পেটে পেটে হাঁহিও উঠিল।

এনেতে এটা অঘটন ঘটিল। সকলোকে আচৰিত কৰি স্থিতপ্ৰজ্ঞ ৰূপী নতুবা স্থিতপ্ৰজ্ঞৰ ভাও লোৱা মুখ্যমন্ত্ৰীজনাই এটা নৈৰ্ব্যক্তিক উপদেশ বা মন্তব্য দাঙি ধৰিলে। টেবুলৰ কাচৰ গোলকটো লিৰিকি বিদাৰি মুখ্যমন্ত্ৰীয়ে ক'লে, "কেৱল ব্যৱসায় কৰিলেই দেশৰ উপকাৰ নহয়। আমি উৎপাদন কৰিবলৈ আগবাঢ়িব লাগিব। আমাক শিল্পপতিও লাগে। দেশত পলিটিচিয়ানতকৈ শিল্পপতিৰহে প্ৰয়োজন বেছি।"

সকলোৱে কথাটো শলাগিলে। কাৰণ তেওঁলোকে শলাগিবলৈ বাধ্য। কাৰণ এখন ৰাজ্যৰ সকলো দিশত মুখ্যমন্ত্ৰী হৰ্তা-কৰ্তা-বিধাতা। কোনোবা মুখ্যমন্ত্ৰীয়ে যদি কয়, "অসমত খেতিৰ ফচল বঢ়াবৰ বাবে পদ্মা-কুচিয়াৰাৰ পাৰৰ মিঞাবোৰ অনাৰ ব্যৱস্থা কৰিব লাগে," তেতিয়াও অনুগতসকলে "হয় ছাৰ' বুলিবই লাগিব। সকলো অনুগতৰে — যাৰ নতুন নাম চামচা — এইখিনি উপস্থিত বুদ্ধি আৰু ভণ্ডামি আছেই।

কিন্তু এতিয়া মুখ্যমন্ত্ৰীৰ চেম্বাৰত বহি থকা প্ৰত্যেকেই মুখ্যমন্ত্ৰীৰ আচৰণৰ ব্যতিক্ৰম দেখি বিমূঢ়। কাৰণ অলক ফুকন, ভানু শৰ্মা আৰু দশানন যাদৱে ভালকৈ জানে যে বিধান সভাত আৰু পাৰ্টিৰ সভাত বাদে আন ক্ষেত্ৰত এনেকৈ মুখ্যমন্ত্ৰীৰ একে লগে চাৰিটা বাক্য কিজানি বহু মাহৰ মূৰতহে উচ্চাৰণ কৰিছে। এই চাৰিটা বাক্যৰ মৰ্ম অতি সুন্দৰ — আনকি বাতৰি কাকতৰ বাবেও। কাৰণ অৰ্থনীতি নপঢ়া মানুহেও জানে যে বেপাৰতকৈ শিল্পোদ্যোগৰ স্থান উৰ্দ্ধত। পিছে সম্প্ৰতিৰ পৰিস্থিতিত ইয়াৰ অৰ্থ আৰু দুটা হ'ব পাৰে। কৌশলগত ভাৱে। আচল অৰ্থটো কিন্তু দশাননৰ বাবে স্পষ্ট ঃ যদি এই পৰিস্থিতিত মুক্তহস্তে মোক ধনেৰে সহায় কৰা, নিষ্কণ্টক মুখ্যমন্ত্ৰী হিচাপে মই তোমালোকক শিল্প- প্ৰতিষ্ঠান প্ৰতিষ্ঠা কৰিবৰ বাবে অনুজ্ঞাপত্ৰ দিম তেহেলৈ এই অনুজ্ঞা পত্ৰ যিহকে কৰা লাগে।

"হয়, ছাৰ, আমি সকলোৱেই আগ্ৰহী।" — ইৰ্শ্বাদৰ ইঙ্গিত পাই মুকুন্দ খাওণ্ডে এনেকৈ ক'লে। সি ভবাই নাছিল যে এই সামান্য অভিমতটোৱেই মুখ্যমন্ত্ৰীৰ মনৰ অলপ বতৰা ৰ'দ কাঁচলিলৈ ওলাব।

মুখ্যমন্ত্ৰীয়ে সোঁ কাষৰ বেৰত থকা মহাত্মা গান্ধীৰ বন্ধোৱা ছবিখনলৈ চাই চাই ক'লে, "এমাহৰ পিছতেই ইণ্ডাষ্ট্ৰিৰ এটা ব্যাপক প্লেন লোৱা যাব। কিন্তু এই মাহটোৱেই এবছৰ যেন লাগিছে।"

ভানু শৰ্মাহঁতৰ এয়ে প্ৰথম অভিজ্ঞতা যে এই শেষৰ বাক্যটোৱে দুটা অৰ্থ বহন কৰা নাই। মুখ্যমন্ত্ৰী যে সংকটত পৰিছে তাকে সময়ৰ ৰূপকেৰে প্ৰকাশ কৰিছে।

শ্ৰীকান্ত মহন্তই মাত লগালে, "এই বিষয়ে এখেতসকলে চিন্তা কৰি আছে।"

এই কথাটোৰ ওপৰত গুৰুত্ব নিদি মুখ্যমন্ত্ৰী সোঁহাতৰ পাথৰ বন্ধোৱা ৰূপৰ আঙুঠি তিনিটালৈ চাই ক'লে "অকল শিল্পৰ গৰাকী নহৈ উজনি অসমৰ ধনী মানুহখিনি চাহ বাগিছাৰ বনুৱাৰ মাজত সোমাই যাব লাগে। ধনৰ সদ্ ব্যৱহাৰ কৰিব লাগে।"

আকৌ বহু দিনৰ মূৰত এটা দীঘল বাক্য। ইয়ো এক ব্যক্তিক্ৰম। ইয়াৰ অৰ্থ আছে বুলি ভানু শৰ্মা, দশানন যাদব আৰু শ্ৰীকান্ত মহন্তই নিমিষতে বুজি পালে। সাধাৰণতে দেখা দিয়া অৰ্থটো সঁচাকৈয়ে এক মহৎ আদৰ্শৰ পৰিচায়ক। কিন্তু বহুদিন মুখ্যমন্ত্ৰীৰ সান্নিধ্যত থাকি এই তিনিও ব্যক্তিয়ে এই প্ৰথম এটা ভয়াবহ ইঙ্গিত পালে বনুৱাৰ নেতা বিমোচন মহালীক ক্ষমতাৰ যুজত নিপাত কৰাৰ ই এটা প্ৰস্তুতি। দ্বিতীয় বাক্যটোৱে ইয়াকে সুচাইছে যে চাহ বাগিছাত বনুৱাৰ মাজত সংগঠন কৰিবৰ বাবে ইৰ্শ্বাদ-দশাননৰ দলে ধন ভাঙিব লাগিব আৰু নতুন লোকপ্ৰিয় চাহ বনুৱা নেতাৰ সৃষ্টি কৰি বিমোচন মহালীৰ বুকুত কামোৰ মাৰিব লাগিব।

ইয়াকে কোৱাৰ পিছত মুখ্যমন্ত্ৰীয়ে টেবুলত আঙুলি বোলালে আৰু এটা সৰু হাঁমিৰে বিৰক্তি প্ৰকাশ কৰিলে। অৰ্থাৎ তেখেতৰ লগত কথা পতাৰ সময় উকলি গ'ল। ধন্যবাদ জনাই আটাই কেইজন মুখ্যমন্ত্ৰীৰ কোঠাৰপৰা ওলাই আহিল।

গাড়ীত উঠাৰ আগতে দশাননে ইৰ্শ্বাদক সুধিলে, "তোমাৰপৰা কিমান পাব গম পালে জানো?" ইৰ্শ্বাদে ক'লে "কেতিয়া কি কৰিব লাগে তত ধৰিব নোৱাৰিলোঁ।"

ভানু শৰ্মা লাহে ধীৰে ওলাই আহিছিল। তাইৰ মুখত ডাৱৰ। তাই ততাতৈয়াকৈ মুকুন্দৰ ওচৰলৈ আহি সুধিলে, টকাখিনি কাৰ হাতত আছিল? সি ক'লে, ইৰ্শ্বাদৰ পৰ্টফলিঅ' বেগত। সাধাৰণতে আমি অফিচাৰক দৰদাম কৰি পইচা দিওঁ। মন্ত্ৰীবোৰৰ মুখত ইমান বৰ বৰ কথা যে কি কৰিব লাগে তৰ্কিবই নোৱাৰিলোঁ।"

ভানুৱে মুকুন্দৰ কান্ধত সৰুকৈ চিকুট এটা মাৰি কলে, "তথাপি চি এমৰ ওচৰত তুমি ঠিক কথাই কৈ আছিলা। ইয়ৰ পাৰ্ফমেন্স ৰাজ একচে্লেণ্ট। তুমি থিতাতে ইৰ্শ্বাদৰপৰা টকা আনা। মই মহন্তৰ লগত পৰামৰ্শ কৰোঁ।

মহন্ত নিজৰ গাড়ীত উঠাৰ আগতে ভানু শৰ্মাই তেওঁৰ লগত ফুচফুচাই কিবা আলোচনা কৰিলে। ইয়াকে দশাননে লক্ষ্য কৰি আছিল। ইৰ্শ্বাদৰ পৰ্টফলিঅ' বেগত পাঁচ লাখ টকা থকাৰ কথা সি প্ৰশ্ন কৰি জানি ললে। দশাননে অৱস্থা বুজি আদেশ দিলে, "তোমালোক দুয়ো মহন্তৰ ওচৰলৈ যোৱা। বেগটোকে দি দিয়া। আৰু পাঁচ লাখ দিম বুলি ক'বা।"

"পোনতে কি ক'ম?"

"ক'বা, ছাৰ, এইটো আপোনাৰ বেগ। বচ। বুজি পাব।"

মুকুন্দই ইয়াকে কৈ বেগটো শ্ৰীকান্ত মহন্তৰ হাতত দিয়াত মহন্তই ক'লে, "অ', হয়। থেংক ইউ।" এনেতে ইৰ্শ্বাদে মাত লগালে "দশানন যাদবৰ মতে অংকটো কমেই। আৰু পাঁচমান যোগাৰ কৰি আছোঁ।"

ভানু শৰ্মাই মিচিকা মিচিককৈ হাঁহিবলৈ ধৰিলে। অলক ফুকনে অকণো ভাৱৰ পৰিবৰ্তন নোহোৱা ইৰ্শ্বাদৰ আভিজাত্যভৰা মুখখনলৈ চাই ৰ'ল।

শ্ৰীকান্ত মহন্ত গাড়ীত উঠিল। গাড়ী চলিবলৈ ধৰাত সি হঠাতে ড্ৰাইভাৰক গাড়ী ৰাখিবলৈ নিৰ্দেশ দিলে। সি হঠাতে গাড়ীৰপৰা নামিল। অৱশ্যে পৰ্টফলিঅ' বেগটোৰে সৈতে। অপেক্ষা কৰি থকা ইৰ্শ্বাদহঁতক শুনাই ক'লে, "এস, মই এটা কথা ক'বলৈ থাকি গ'ল।"

মন্ত্ৰী শ্ৰীকান্ত মহন্ত পুনৰ মুখ্যমন্ত্ৰীৰ বাসভৱনৰ কক্ষটোত সোমাল। সি পৰ্টফলিঅ' বেগটোৰ ফালে বাৰে বাৰে চাই মুখ্যমন্ত্ৰীক ক'লে, "ছাৰ, সম্প্ৰতি আমাৰ তালৈ দহজনক আনিব পাৰিম। এওঁলোকৰ সহায়ত। এজনক এক

লাখতকৈ বেছি নেলাগিব নিশ্চয়। ভানুৰেও কৈছে, অলকেও কৈছে। জ্ঞানেশ বৰুৱাৰ মতে কোনো এম-এল-এৰ দাম এক লাখতকৈ বেছি হব নোৱাৰে।"

"বেগটোলৈ বেয়াকৈ চাই আছে দেখোন?"

"এই বেগটোত ছাৰ, সেই দহটাৰ মূল্য থুপ খাই আছে।"

স্পষ্টবাদিতাতকৈ ব্যক্তিত্বক অধিক গুৰুত্ব দিয়া মুখ্যমন্ত্ৰীয়ে হাঁহি এটা মাৰি আকৌ ক'লে, "সেইবোৰ আপোনালোকৰ কথা। মোক লাগে যদি যি পাৰে কৰক। মোৰ কিন্তু এইবোৰলৈ হাৱিয়াস নোহোৱা হৈছে। এইটো বাবৰপৰা সকাহ পালেই বিনোৱাৰ ওচৰ পামগৈ। তাতেই ভাল।"

মাছ বুলি নেখাই জি জি বুলি খোৱা মুখ্যমন্ত্ৰী পুনৰ সাঁথৰ হৈ পৰিল। সংকটৰ সময়তো মানুহটোৰ স্বভাৱৰ বিশেষ পৰিবৰ্তন নহয়।

অলপ পৰৰ পিছত আবকাৰী মন্ত্ৰী শ্ৰীকান্ত মহন্ত মুখ্যমন্ত্ৰীৰ কক্ষৰপৰা ওলাই আহিল। ইৰ্শ্বাদহঁতৰ ফালে চাই হাঁহি হাঁহি নিজৰ মটৰত উঠিল।

আটাইকেইজন প্লাইমাউথত উঠিল। ফিয়েটখন পাছে পাছে আহি থাকিল। দশাননে ক'লে, "চব কাম হৈ যাব। মহন্তই শেষত বুজাই গ'ল।" ভানুৱে ক'লে, "কিন্তু এজন ইয়াত বা গুৱাহাটীত থকা ভাল হ'ব। সোঁৱৰাই নিদিলে কাম নহয়।"

ইৰ্শ্বাদ, তুমি থাকি যাবা নেকি?" দশাননে সুধিলে।

"মোৰ বোধেৰে এইবোৰ কামৰ বাবে অলক আৰু মুকুন্দই ভাল।" ইৰ্শ্বাদে এনেকৈ কোৱাৰ লগেলগে ভানুৱে মুকুন্দৰ পিঠিত কোমল চিকুট এটা মাৰিলে।

ইৰ্শ্বাদ সেইদিনাই গ'লগৈ। ৰাজনৈতিক যুঁজৰ শেষ পৰিণাম চাবলৈকে দশানন যাদব 'পাইনউড'ত থাকিল।

ইৰ্শ্বাদৰ সহায়কাৰী হিচাপে কাম কৰিবৰ বাবে ভানু, অলক আৰু মুকুন্দ শ্বিলঙত থাকি গ'ল। ভানুৰ স্থান হল এম, এল, এ হোষ্টেলত। মঞ্জুশ্ৰী পুৰকায়স্থৰ লগত। বছিৰৰে সৈতে বাকীবোৰ থকাৰ ব্যৱস্থা হল গুৰুমৎ সিঙৰ ঘৰত।

## দহ

আচল কথা হ'ল, মই আশ্বস্ত হবলৈ বিচাৰোঁ। যদি এতিয়াৰ দৰেই মন্ত্ৰীসভাখন বৰ্তি থাকে তেনেহলে আমাৰ একো অসুবিধা নাই। কিন্তু তাকে নহ'লে সকলোতকৈ মোৰেই বিপদ বেছি হ'ব। মই ইৰ্শ্বাদৰ আস্থাভাজন হৈ থাকিব নোৱাৰিম। এইখন শ্বিলঙলৈ আহি ক্ষমতাৰ চূড়ান্ত স্তৰৰ মানুহবোৰক হাতৰ মুঠিলৈ আনি অহিংসভাবে গোপন কাৰবাৰটো চলোৱাৰ বুদ্ধি মোৰেই। এই বুদ্ধি মতে কাম কৰিবলৈ ইৰ্শ্বাদ পোনতে অমান্তি হৈছিল। তাক মোৰ মতলৈ আনিবৰ বাবে মই যথেষ্ট যুক্তি দিছিলোঁ, মোৰ যথেষ্ট বাকশক্তি খৰচ হৈছিল।

এই বুদ্ধি মতে স্বয়ং মুখ্যমন্ত্ৰীকো লগ কৰাটো কম কৃতকাৰ্য্য হোৱাৰ লক্ষণ নহয়। তাৰ বাবে ইৰ্শ্বাদৰ ধনবলতকৈ বশিষ্ঠ শৰ্মা, অলক ফুকন আৰু শ্ৰীমতী ভানু শৰ্মাৰেই কৃতিত্ব বেছি। ইৰ্শ্বাদৰ উপায়টো ইমান কুটিল নাছিল। তাৰ উপায়টো আছিল অতি চিধা। সি তাৰ পোহনীয়া গুণ্ডাবোৰক গোটাই ক'লেহেঁতেন— "গোলাম আলি। সি এক নম্বৰৰ হাৰামী। তাৰ লাচ কাছই খাব লাগিব।" বচ। তাৰ পিছতেই দুটা দলৰ মাজত খুন খাৰাপী হলহেঁতেন। পুলিচ উকীল চহকী হলহেঁতেন। হয়তো দুয়োটা পক্ষৰ এটা পক্ষ শেষ হৈ গ'লহেঁতেন। হয়তো আব্দুল্লাৰ দৰে গোলাম আলিকো হত্যা কৰা হ'লহেঁতেন নতুবা ইৰ্শ্বাদক। হয়তো যশোৱাৰ কপালৰ সেন্দুৰ মোচ গ'লহেঁতেন।

কিন্তু তাকে ঘটিবলৈ দিয়া নহল। ইৰ্শ্বাদৰ মজুত ধনৰ দহ লাখ কমিল। হয়তো আৰু পাঁচ লাখ খৰচ হব। তাৰ বাবে ইৰ্শ্বাদৰ মন বেয়া নকৰে। এয়া টকা নাদৰপৰা কেইবাল্মিান পানী তুলি নিয়াৰ নিচিনাহে। নাদটো কিন্তু পানীৰে অক্ষয়। এতিয়া মোৰ হাততো প্ৰায় পঞ্চাশ হেজাৰ টকা আছে। ইৰ্শ্বাদে শ্বিলং এৰাৰ সময়ত মোক আৰু দহ হেজাৰ টকা দি গৈছিল। চব খমখমীয়া নতুন এশটকীয়া নোট এতিয়া ট্ৰেভেলাইট কোম্পানীৰ দামী চুটকেচত থুপ খাই আছে।

গুৰুমৎ সিঙৰ অট্টালিকাৰ তৃতীয় মহলাৰ বাৰাণ্ডাত বহি ৰাতিৰ শ্বিলংখনলৈ চাই মই নানান কথা ভাবিছোঁ। ভাববোৰৰ সংগতি নাই। অলপ আগতে গুৰুমৎ সিঙে আমাক শ্বিলঙৰ কিছুমান ঠাই দেখুৱালে। তাকে দেখি মোৰ ভাব হ'ল যে শ্বিলংখন ভোগীৰ বাবে স্বৰ্গ। শীত আৰু শক্তিবৰ্দ্ধক জলবায়ুয়ে ইয়াত সংভোগৰ লালসা অধিক কৰে। প্ৰত্যেক ঠাইতে এই লালসা পূৰণ কৰিব পৰাৰ ব্যৱস্থা। শ্বিলং ক্লাবত, ফাৰ্ণান্‌ডেলত আৰু পাইনউডত ভোগ সামগ্ৰীৰ প্ৰাচুৰ্যই আচল দুঃসাহসিক লোকক বিশেষ তৃপ্তি দিব নোৱাৰে। কাৰণ টকা থাকিলে ইয়াত নানা ধৰণৰ নৈতিক স্খলনে বিপদ মাতি আনিব নোৱাৰে। কথাটো সুপুৰুষ গুৰুমৎ সিঙে আমাক এনেকৈ জনালে, এই পাইনউডৰে এইটো ৰুমত--চেক্ৰেটেৰীৰ ৱাইফ জীনাৰ লগত থাকোঁতে অকল স্কচ আৰু চৌদাতে বিল হৈছিল— টু হাণ্ড্ৰেডফৰ্টি। স্কচে মগজত অদ্ভুত কাম কৰিছিল। যেন এটা তমাম আৰবী ৰাতি। পুৱা হেং অভাৰত কথাবোৰ মনত পৰিলত স্বপ্ন স্বপ্ন লাগিছিল। জীনালৈ সাংঘাতিক মৰম লাগিল। দহটাৰ পিছত, মানে সি অফিচলৈ যোৱাৰ পিছত, তাইক দুটা বস্তু প্ৰেজেণ্ট দি আহিলোঁ। এডাল সোণৰ চেইন আৰু দুই চিচি ফৰেইন এচেন্স...।"

নাৱৰ ছৈখন মাটিত বহুৱাই দিলে যিটো ঘৰ হ'ব, তেনেকুৱা জুপুৰীঘৰবোৰত ৰাতিৰ শ্বিলঙত কামনা বাসনা দগমগ অঙঠাৰ দৰে জ্বলি থাকে। ইয়াত আকৌ সস্তাতে সুন্দৰ ব্যৱস্থা। আনকি ইয়াত টুকুৰা হিচাপে ভজা গাহৰিৰ মঙহ আৰু এদাগ দুদাগ হিচাপে --অৰ্থাৎ পেগ হিচাপে— কাকিয়াৎ কিনিব পাৰি, তাতে মূঢ়াত বহি এইবোৰ খাব পাৰি। লগতে এনে জুপুৰীবোৰৰ অন্দৰ মহল'ত মিজো খাচী জয়ন্তীয়া ৰূপহীৰ যৌৱনৰ পোহৰ তাইৰ দাম হোনো এপিয়লা সোণালী মদতকৈ অলপহে বেছি। এই বিষয়ে আমাৰ অলক ফুকন গুৰুমৎ সিঙতকৈ বেছি অভিজ্ঞ। তাৰে উমান পাই বছিৰে অলকৰ লগ এৰা নাই। এতিয়া হয়তো সিহঁত তেনেকুৱা এটা জুপুৰীতে প্ৰতিটো পল-দণ্ড মধুৰ কৰিবলৈ চেষ্টা কৰিছে।

গুৰুমৎ সিঙে আজিয়েই 'পাইনউড'ৰপৰা চিধাই লাবানৰ এটা সুসজ্জিত ঘৰলৈ লৈ গ'ল। এইটোও গুৰুমৎ সিঙৰ অতিথি গৃহ। ইয়াত সকলো ধৰণৰ সুব্যৱস্থা আছে। ইয়াত সৰু আকাৰত (১৬ মিলিমিটাৰ) চিনেমা দেখুওৱা হয়। সি আমাক দুখন চিনেমা দেখুওৱালে। এইবোৰ হেনো গোপনভাৱে ফটো তুলি

বনোৱা চিনেমা। এইবোৰৰ প্ৰচলনো হয় গোপনকৈ। এইবোৰক হেনো 'ব্লু ফিল্ম' বোলে। অৰ্থাৎ এইবোৰ চিনেমাত নৰনাৰীৰ দেহ আৰু দেহে পুহি থোৱা আকাংক্ষাৰ লক্ষ্যক উদাৰভাৱে দেখুওৱা হয়। শুনিছোঁ বোলে এই 'ব্লু ফিল্ম'বোৰে বহুতৰ ব্যাধিযুক্ত দেহমনক আওপকীয়া তৃপ্তি দিয়ে। ইয়াকে দেখাহেঁতেন আমাৰ কনকাৰ--গোনাৰ মাকৰ-একালৰ প্ৰিয়তম হৰিপ্ৰসাদ ভূঞাই ক'লেহেতেন, যে এইবোৰ এখন জহি পঁচি শেষ হব খোজা সমাজৰ লক্ষণ ।দিল বাহদুৰে চেৰাপ খাই বেহুচ হৈ থাকিও এইবোৰ দেখি অগ্নিশৰ্মা হ'লহেঁতেন। সি হয়তো ক'লেহেঁতেন সভ্য, টকা থকা, যন্ত্ৰপাতি বনাব পৰা, চিনেমা বনাব পৰা মানুহবোৰ আৰু মানুহ জাতিটো ইমান অসভ্যনে?

এৰা, স্বৰূপতে এইবোৰ অসভ্যামিৰ লীলাখেলাহে। ইয়াকে চাবলৈ অহা, গুৰুমতৰ বন্ধুত্বধন্য বয়সীয়া আদ বয়সীয়া দৰ্শকবোৰবো স্বৰূপ তেনেকুৱাই। সিহঁতৰ প্ৰত্যেকৰে কোলাত, বুকুৰ একাষত বা একোটা দুষ্ট হাতে ঢুকি পোৱা দূৰত্বত একো একোজনী ক্ষণিকৰ বাবে জীৱন পোহৰাব পৰা প্ৰিয়া। সিহঁতো হৰেক প্ৰকাৰৰ। মুখ, পোছাক, কথাৰ ধৰণ আৰু অন্ধকাৰৰপৰা আৰু অন্ধকাৰলৈ যোৱাৰ বে-পৰোৱা ভাব দেখি আমাৰ লগৰ অলক ফুকনে ক'লে যে সিহঁত পাদুৰী চাহাবৰ সৃষ্টিৰ আধুনিকা নগা, খাচী আৰু মিজো গাভৰু, যি পৰৰ বাসনাত সহযোগ কৰিবলৈ নিজক বিলাই দিয়াটো এপিয়লা সুৰা পান কৰাৰ দৰে সহজ আৰু স্বাভাৱিক কথা বুলি ভাবে।

আৰু, ৰূপালী পৰ্দাত বিভিন্ন অৰুচিৰ দৃশ্য চাই থকা দৰ্শক সকলৰ ভিতৰত আছে--গুৰুমতে আহোতে বাটত কোৱা মতে--কোনোবা চৰকাৰী বিভাগৰ সঞ্চালক, সচিব, অবৰ সচিব আৰু কেইদিনমানৰ কাৰণে শ্বিলঙীয়া মৌ চুঙিবলৈ অহা এম. এল এ আদি। গুৰুমতে কোৱা মতে এলাহ আৰু সুখাদ্যৰে সুন্দৰী হোৱা স্ত্ৰীকুলৰ মাজতে হেনো জীনাৰ দৰে কেবাজনীও লাস্যময়ী আছে। গুৰুমতৰ হেনো মতা মানুহখিনিলৈ চেনেহ আৰু সহানুভূতিও আছে। তাৰ মতে ইহঁতে ব্যাভিচাৰৰ পথ বাছি লোৱাৰ কাৰণ হ'ল-অফিচত মন্ত্ৰীক মিনিটত দহবাৰকৈ 'ছাৰ, ছাৰ' বুলি চাকৰি কৰাৰ তিক্ততা, নিজস্বতা হেৰুৱাৰ বেদনা, যৌৱন পাৰ হোৱাৰ পিছত যৌৱনৰ লালসা থাকি যোৱাৰ বাবে দেহমনৰ উৎপীড়ণ আৰু সৰ্বশেষত প্ৰচুৰ দুৰ্নীতি কৰি পোৱা টকা।

অথচ এই মানুবোৰেই মন্ত্ৰীক অযথা প্ৰভুভক্তি দেখুৱাই দেশখন চলায়। মোৰ চৰকাৰ বোলা বস্তুটোৰ প্ৰতিয়েই ধাৰণা বদলি হ'ল। এটা চকুৰে দেখা নোপোৱা "অনন্ত শকতি'ক (অনন্ত শকতি তুমি ৰাম লক্ষণ সুগ্ৰীৱ বিভীষণ) আমি ঈশ্বৰ বুলি ভাবোঁ, সেইদৰে চৰকাৰ বুলি আদত স্বতন্ত্ৰ বস্তু এটা নাই। মই এই পৰ্য্যন্ত ইয়াকে বুজিছোঁ যে চৰকাৰ হ'ল মাজে মাজে সলনি হৈ থকা এমুঠিমান মানুহৰ সমষ্টি এই মানুহখিনিক চলোৱা নেজাল তৰাৰ দৰে মন্ত্ৰীবোৰ ধুৰন্ধৰ হ'লে এই চৰকাৰী মানুহখিনিও ধুৰন্ধৰ হয় আৰু সৎ হ'লে ইহঁতে বিড়াল তপস্বীৰ ভাও জোৰে।

এতিয়া ধুৰন্ধৰৰ শাসনত ইহঁতৰ প্ৰত্যেকেই একো একোটা ক্ষুদ্ৰ চৰকাৰ। এতিয়া এই 'চৰকাৰ'বোৰে গুৰুমতৰ কৃপাত ৰূপালী পৰ্দাত নাৰীদেহৰ বিধ বিধ নিৰাভৰণৰ স্তৰ আৰু পিছৰ চৰম অসভ্যালিবোৰ চাইছে।

ময়ো চাই আছিলোঁ। কিন্তু মই নিজৰ প্ৰয়োজনত ইয়ালৈ অহা নাছিলোঁ। কিন্তু এইবোৰ চাই মই মোৰ সুৰুচিকহে পুষ্ট কৰি আছিলোঁ। মই ঈশ্বৰৰ সৃষ্টিৰ বিধ বিধ কাৰুকাৰ্যৰ নমুনা দেখি তন্ময় হৈছিলো। ভাব হৈছিল-পৃথিৱীত কত নাৰী, কত দেহ আৰু প্ৰতি দেহৰ যে অতবোৰ বিশেষ বিশেষ গুণ। ইয়াকে দেখি মই পোনতে ধন্যবাদ দিছিলোঁ অম্বৰীষক, পিছত দেউতা বছিৰক, শেষত ইৰ্শ্বাদ খাঁক, কাৰণ সিহঁতৰ জহতেই আন্ধাৰৰ ৰাজ্যত খোজ দি মই পৃথিৱীৰ আৰু ইয়াৰ নৰনাৰীৰ বাবে বৰণীয়া ৰূপ দেখিবলৈ পালোঁ।

ৰূপালী পৰ্দাত নিষিদ্ধ দৃশ্য চাই চাই কিন্তু ময়ো সলনি হৈ গৈছিলোঁ। মোৰ মনটো অবৈধ স্বপ্নৰে ভৰি পৰিছিল। সেই নিৰাভৰণ নাৰীৰ দেহবোৰৰ লগত মই বিভিন্ন বয়সৰ দেহৰ মাধুৰী কল্পনা কৰিছিলোঁ- এগৰাকী বিশেষ নাৰীৰ। তাই যশোৱা হোৱাহেঁতেন একো আচৰিত হ'বলগীয়া কথা নাছিল। কিন্তু সেই স্বপ্নৰ দৰে সুন্দৰী নাৰী গৰাকী বয়সত মোতকৈ ডাঙৰ, কিন্তু তাইৰ আকৰ্ষণ কৰিব পৰা শক্তি ভৰ যুৱতীতকৈ বেছি। অলক ফুকণৰ ভাষাত তাই নিত্যাযৌৱনা। তাই যেন নিৰাভৰণ দেহৰ সমস্ত ঐশ্বৰ্যৰে ৰূপালী পৰ্দাত থিয় দি কৈছিল কোনোবা কন্দৰ্পকঃ চোৱা মই বয়সক জয় কৰিছোঁ, ব্যাধিক জয় কৰিছো, সেয়েহে একাজলি কিঞ্চিত লাজ সংকোচ সানি তোমাৰ ওচৰ চাপিছো। চোৱা, চৌদিশে বসন্ত, চৌদিশে জোনাক, চৌদিশে ৰূপহ। চোৱা কিমান সুন্দৰ.....।

মোৰ হাতত এপিয়লা চিভাচ ৰিগেল-পৃথিৱীৰ সৰ্বোৎকৃষ্ট সুৰা যাৰ কল্যাণত মোৰ মনটো কমোৱা তুলা হৈছে। মই কটাই অহা বহুবৰ্ণীয়া সন্ধিয়াটোৰ সৰুসুৰা কথাবোৰ পাহৰা নাই। মোৰ এতিয়া মনত পৰিছে যে 'ব্লু ফিল্ম' দেখুওৱা ৰূপালী পৰ্দাত নাৰী দেহৰ প্ৰতিটো অৱস্থাতে যাৰ দেহটো মনৰ চকুৰে বখলিয়াই চাইছিলোঁ-- তাই আছিল এটা এম এ পঢ়া ল'ৰাৰ মাকঃ শ্ৰীমতী ভানু শৰ্মা। তাকে সুঁৱৰি মই জিকাৰ খাই উঠা নাই। ভাল লাগিছে। তাইৰ সৌৰৰণক কি বুলি ব্যাখ্যা কৰা যায় বুজিব পৰা নাই। ঠিক আছে।মনত পৰিছে। মই আৰু গোনাই এখন যাত্ৰা চাইছিলোঁ। তিনিচুকীয়াত। কলিকতাৰ শ্যামলী অপেৰা পাৰ্টিৰ । নাম আছিল-- উষ্ণ অনুৰাগ। এতিয়া মোৰ ভাব হৈছে--মোৰ সৌৱৰণৰ নাম উষ্ণ অনুৰাগ; ভানুক কেন্দ্ৰ কৰি ঠন ধৰি উঠা মোৰ নীতি নমনা স্বপ্নটোৰ নামো উষ্ণ অনুৰাগ, মই যেন কন্দৰ্প, মই জীৱনৰ লালসাৰ যন্ত্ৰণা, মই সকলো। গুৰুমৎ সিঙৰ অট্টালিকাৰপৰা তলত দেখা শ্বিলংখন যেন মোৰ ভৰিৰ গচকত। শ্বিলংখনে এই মাজনিশা নিৰ্দোষ ৰূপত ধৰা দিছে। ই যেন কিছুমান ওখ চাপৰ নিৰ্বাক টিলাহে, বিজুলী বাতিবোৰ যেন কিছুমান জোনাকী পৰুৱাহে, ঘৰবোৰ যেন কিছুমান শুধ বগা ফুল। সচাঁকৈয়ে শ্বিলংখনক অতি নিৰ্দোষ আৰু নিমাষিত যেন লাগিছে। অথচ কত পাপ লালসা আৰু কত দুনীৰ্তি দুষ্কাৰ্য্যৰ শ্বিলং।....

ভানুশৰ্মাই জনালে পৰহিলৈ ৰাজ্যৰ দলীয় কৰ্মীসকলৰ এখন সভা হ'ব। তালৈ দিল্লীৰপৰা ডাঙৰ নেতা এজন আহিব আমাৰ মুখ্যমন্ত্ৰীও সেই সভাত থাকিব। গতিকে আমি শ্বিলঙত থকা লাভ নাই।

ইয়াকে শুনি মোৰ বহুত চিন্তা হ'ল। মই ভাবিলোঁ যে এতিয়াও আমাৰ উদ্দেশ্য সিদ্ধি হ'বলৈ কিছু সময় আছে। আমি মুখ্যমন্ত্ৰীকো দেখা কৰিলোঁ আৰু আমাৰ হাতৰপৰা লাখ লাখ টকা সৰকিল কিন্তু আমাৰ হৈ কি কাম কৰিব লাগিব এই কথা শাসনযন্ত্ৰটোক কোৱা নহ'ল। গতিকে আকৌ ভানু শৰ্মালৈ ফোন কৰিবলগীয়া হ'ল।

ভানু শৰ্মাই মোক ফোনযোগে মাতি পঠিয়ালে। অলক আৰু বছিৰ লগত যাব নেলাগে বুলি তাই ক'লে। ময়ো তাইৰ মনোভাবটো সিহঁতক নজনালোঁ। মই ভাবি পালোঁ যে ফিয়েটখন সিহঁতৰ কাৰণে এৰি থৈ মই টেক্সী এখন লোৱাই ভাল হ'ব। সেই বাবে অলকক জনোৱাৰ প্ৰয়োজন নাই।

মই টেক্সীৰে এম এল এ হোষ্টেল ওলালোঁগৈ। মই ভানুক মনৰ সন্দেহখিনি ক'লোঁ। তাই ক'লে যে গোলাম আলি আৰু সূৰ্য্য অধিকাৰী সম্পৰ্কে কথাবোৰ ফোন যোগে কোৱা উচিত নহয়।

গতিকে আমি শ্ৰীকান্ত মহন্তৰ ওচৰ পালোঁগৈ। মহন্তক সিবাৰৰ নিচিনা গহীন দেখা নগ'ল। তেওঁৰ চিন্তা ভাৱনাবোৰ দূৰ হ'ল যেন লাগিল। মোৰ অনুমান হয়তো সঁচা। কাৰণ টেক্সীত আহোঁতে ভানু শৰ্মাই মোক ক'লে যে দিল্লীৰ প ৰা অহা নেতাজনে হেনো আমাৰ মুখ্যমন্ত্ৰীৰ হকে দুই এষাৰ কথা কৈছে। এই মানুহজনে তেওঁ হেনো এগৰাকী পৃথিৱীবিখ্যাত ইঞ্জিনিয়াৰ-মুখ্যমন্ত্ৰীক হেনো আগৰে পৰা ভাল পায়। পশ্চিম বঙ্গৰ মুখ্যমন্ত্ৰীজন এঁতিয়া হেনো প্ৰধান মন্ত্ৰীৰ সোঁহাত। অসমৰ দলীয় কৰ্মীসকলে তেওঁৰপৰা গম পাইছে যে প্ৰধান মন্ত্ৰীৰ লগত মত নিমিলা আমাৰ মুখ্যমন্ত্ৰীক প্ৰধান মন্ত্ৰীয়ে এই সন্ধিক্ষণত বিতুষ্ট কৰাৰ ইচ্ছা নাই। ভানু শৰ্মাই এই খবৰটো বিশ্বাস কৰিছে। তাই টেক্সীতে জোন যেন মুখখন মোৰ নিচেই ওচৰলৈ আনি খুব সৰু সৰু কৈ কৈছিল, "আমাৰ 'চীফ'ৰ কম তাগজ নহয়। বাষষ্ঠী চনত চীনে আমাৰ এছোৱা দখল কৰাৰ সময়ত জৱহৰলাল, লালবাহাদুৰ আদিয়ে অসমখন বলিৰ পাঠাৰ দৰে এৰি দিছিল। তাকে ৰেডিঅ'ত শুনি আমাৰ মুখ্যমন্ত্ৰী অগ্নিশৰ্মা হৈ জৱহৰলালক এনেকৈ কৈছিল— "অসমলৈ যদি এনে লেৰেলা সাদৰ তেনেহলে মই কংগ্ৰেছত ভাৰসা কৰি থকাৰ লাভ কি? ইচ্ছা কৰিলে মই অসমৰ গোটেইবোৰকে কংগ্ৰেছ এৰুৱাব পাৰোঁ। মই অসমৰ পাৰ্টি এটা গঠন কৰিব পাৰোঁ। এনেকুৱা তাগজ থকা মানুহটোলৈ এতিয়াৰ প্ৰধান মন্ত্ৰীয়েনো কিয় তোচ নল'ব?"

কথাখিনি ফুচফুচাই কোৱাৰ কোনো দৰ্কাৰ নাই। মোৰ বোধেৰে এয়া হয়তো অইন এবিধ মায়া। মোহিনী বাণ।

ভানুক দেখিয়েই মহন্তই ক'লে, "কিবা ভাল খবৰ আছে?" ভানুৱে ক'লে, "খবৰ ভাল বুলি মুখ দেখিয়েই বুজি পাইছোঁ। খবৰ বুটলিবলৈ মই ক'ত সময় পাইছোঁ? এই শ্ৰীমানইঁতৰ (মোলৈ চাই) লেঠা মৰাতে ব্যস্ত।"

মহন্তক লগ পাবলৈ অহা মানুহ নাছিল। সেই বাবেও তেওঁৰ মনৰ অৱস্থা ভাল। তেওঁ টেবুলত চুইচ টিপিলে। চাপ্রাচীটোক কফি আৰু কেক আনিবলৈ হুকুম দিলে।

"অলপ আমনি দিও দেই, মিচেচ শৰ্মা। এই ফাইলটো অলপ চাই লওঁ।" তাকে কৈ মহন্তই ফাইলৰ ওপৰত কিবা লিখাত লাগি গ'ল। চিলিংখনলৈ চাই মাজে মাজে কিবা ভাবিলেও এনেতে কফি আৰু কেক আহিল। আমি তাকে খাই নিঃশব্দে সময় কটালোঁ।

মহন্তৰ কাম শেষ হ'ল।ফাইলৰ দ'মটো একাষৰীয়াকৈ থৈ তেওঁ ক'লে, "আজিহে কামত মন বহিছে। পুনৰ বিধায়নী দলৰ নেতা বাছিবৰ বাবে সভাখনহে বহিব। ভোট দিয়া যুঁজখন নহ'ব। পিছে পৰীক্ষিতৰ হানি হ'ব বুলি ক'ব নোৱাৰি। চেণ্টাৰে তেওঁক ডাঙৰ কৰ্পোৰেচন এটাৰ চেয়াৰমেন পাতিব।"

শ্রীমতী শৰ্মা বৰ চতুৰা। তাই থিতাতে কংগ্রেচুলেচন্স্ টু এভ্ৰি বডি' বুলি উচ্ছাসেৰে উচ্চাৰণ কৰি মোৰ সাক্ষাততে শ্রীকান্ত মহন্তৰ হাত এখন তাইৰ দুয়োখন হাতেৰে জোকাৰি দিলে।মহন্তৰ মুখত তৃপ্তিৰ হাঁহি। মই দেখিও নেদেখাৰ ভাও জুৰিলোঁ।

তাই আগৰ ঠাইত বহিলহি। তাই ওঁঠ দুখন আকৰ্ষণীয়ভাৱে বেঁকা কৰি মোৰ ফালে চালে। লীলাময়ীয়ে মোৰ কলিজাৰ এচুকত বিষ তুলিলে। মোৰ ধাৰণা হল, তাই এতিয়া আচল কথালৈ আহিব বুলি ওঁঠৰ কায়দাৰে জনালে।

মোৰ অনুমান সঁচা। কাৰণ তাইৰ ৰূপটো উদঙাই চাবলৈ চেষ্টা কৰি থকা শ্রীকান্ত মহন্তক তাই ক'লে, "মোৰ নিজৰো এটা অনুৰোধ আছে। মুকুন্দহঁতৰ আবেদনখিনি আছেই।"

ঃ আপোনাৰ অনুৰোধ? মোক? মোৰ ইমান ভাগ্যনে? স্বয়ং 'চীফে'ও দেখোন আপোনাক বিমুখ কৰিব নোৱাৰে।

ঃ মোক ইমান 'পাৱাৰফুল' বুলি নভবাই ভাল। মোক জোকাইছে?

কওক বাৰু। এস ওফোন্দ পাতিলেই।

ঃ কিমান দিননো অকলে থাকিম? মানুহটোক এইফালে আনি দিয়ক।

ঃ বশিষ্ঠ শৰ্মাক? তেখেতে তো ইচ্ছা কৰিলেই আহিব পাৰে। নাহে কাৰণেহে। চৌধুৰীয়ে ইয়াতে গৃহ ৰক্ষা বাহিনীৰ ডেপুটী 'এড্ভাইচাৰ' কৰিব খুজিছিল। তেওঁ সেই ঠাই এৰিব নোখোজে। তাত বেছ জমিছে যেন পাইছোঁ।

শ্ৰীকান্ত মহন্তৰ এনে উক্তি শুনি ছলনাময়ীয়ে পতি বিৰহিনীৰ ভাৱটো দেখুৱাবলৈকে খন্তেকলৈ হতাশ হোৱা যেন দেখুৱালে। শ্ৰীকান্তইএই কপটহতাশা দূৰ কৰিবলৈ চেষ্টা নকৰিলে। তেওঁ হয়তো জানে যে ই এটা তাইৰ ছলহে।

ঃ ঠিক আছে। শৰ্মাকে বাৰু আপোনাৰ ওচৰলৈ পঠাম। আপুনি মানুহটোক বুজাই বৰাই ভাল কৰক। আপোনাক এই দায়িত্ব দিলোঁ। এতিয়া কথা হ'ল— আমাৰ মুকুন্দ খাওন্দ কি ভৰসা লৈ আজি শ্বিলং এৰিব? বিমোচন মহালীৰ হুকুম শুনি সূৰ্য্য অধিকাৰী আপোনাৰ কমিচনাৰ বেলেগ হৈ পৰিছে। ইৰ্শ্বাদ মুকুন্দহঁতৰ ওপৰত অতিপাত প্ৰেচাৰ এতিয়া। এতিয়া কথা হল গোলাম আলিক ঠাণ্ডা কৰিব নোৱাৰিলে বিমোচনে নিজৰ সমষ্টিতে ইনফ্লুৱেন্স নোহোৱা হ'ব।

ঃ সেইবোৰ মনত আছে। দশানন যাদবেও কালি ৰাতি ক'লেহি।

ইয়াক শুনি মই আশ্বস্ত হ'লো। মই মাত লগালোঁ, "এতিয়াহে মই সকাহ পাইছোঁ, ছাৰ। তেন্তে মই নিশ্চিন্তে উভতিব পাৰিম।"

ঃ আপুনি যাওকগৈ। পিছে আমাৰ ফালৰপৰা আপোনালোকৰ কৰ্তব্য শেষ হোৱা নাই। আপোনালোকে আমাৰ— বিশেষকৈ মুখ্যমন্ত্ৰীৰ আঁচনি এখন কামত খটুৱাব লাগিব। তাৰ বাবে ধনজন দুয়োটাৰে দৰ্কাৰ। আমি — মানে আপুনি, মই, ভানু, বশিষ্ঠ, এই সকলোবোৰেই— আমাৰ অঞ্চলৰ চাহ বাগিছাবোৰৰ মাজত সোমাই পৰিব লাগিব; নতুন নেতাৰ সৃষ্টি কৰিব লাগিব। তাকে যদি কৰা যায়, তেনেহ'লে পাবত গজা বিমোচন মহালীৰ ৰাজনৈতিক মৃত্যু ঘটিব। মই বহুত শব্দৰেই আঁচনিখনৰ কথা কলোঁ। মুখ্যমন্ত্ৰীয়ে কিন্তু এটা বাক্যৰেই কথাটো ইয়াত স্পষ্টকৈ মোৰ আৰু দশাননৰ আগত কৈছিল। বাক্যটো একজেক্ট মনত আছেঃ বিমোচনক ওফৰাবলৈ হ'লে তাৰ ঠাইত আঁচনি লৈ আমাৰ বিশ্বাসী মানুহখিনিয়ে সংগঠনৰ যোগেদি মনোমত নেতা বনাব লাগিব। বুজিলে মিচেচ শৰ্মা?

ঃ বুজিছোঁ, বুজিছোঁ, মুঠতে বিমোচনৰ দিন টুটি আহিল।

ঃ আপুনি কি কয় মিষ্টাৰ খাওন্দ?

ঃ সঁচা কথা। চাহ বনুৱাৰ মাজত প্ৰকৃত সেৱাৰ প্ৰয়োজন হৈছে। ছাৰ। তেওঁলোকৰ মাজত সোমাই নপৰিলে বিমোচনৰ দৰে মানুহে তেওঁলোকক প্ৰতাৰণা কৰি থাকিব। তেওঁলোকৰ অৱস্থা দিনে দিনে হীন হৈ আহিব।

ঃ গতিকে আপোনাৰ ইয়াত বাহিৰেও আৰু কিবা বেলেগ পৰামৰ্শ আছে নেকি, মিষ্টাৰ খাওন্দ?

ঃ ঠিক পৰামৰ্শ বুলি ক'ব নোৱাৰি। যদি আচলতে মজদুৰ শ্ৰেণীটোৰ ভাল কৰিব খোজে তেনেহলে পোনতে মজদুৰসকলক আমি আপোন কৰি ল'ব লাগিব। আমাৰ ভাল বস্তুবোৰ— গীত-মাত, নাচ-বাজনা আদি— তেওঁলোকৰ মাজত প্ৰিয় হ'ব লাগিব। আমিও তেওঁলোকৰ ভাল বস্তুবোৰ ল'ব লাগিব। তেতিয়া যিখন মজদুৰ সমাজ হ'ব সেইখন সমাজত মজদুৰৰ মাজৰ শিক্ষিত লোক বুলিয়েই বিমোচনৰ দৰে মানুহ এটা প্ৰতিনিধি হ'ব নোৱাৰিব।

ঃ তেনেহলে এই কেইদিন ইয়াত থকা বাবে আপোনাৰ মগজতো পলিটিক্সৰ বীজ?

মোৰ কথাখিনিয়ে কিজানি মন্ত্ৰী মহোদয়ক মোৰ প্ৰতি এটা ভাল ধাৰণা দিলে। অৱশ্যে মোৰ উদ্দেশ্যও আছিল। ভানুৱে মৌলে প্ৰশংসাৰে চালে।

আমি আৰু অলপ পৰহে থাকিলোঁ। আমাক নিজ নিজ ঠাইলৈ আহিবলৈ শ্ৰীকান্ত মহন্তই নিজৰ গাড়ীখনকে দিলে। গাড়ীত ভানুৱে মোৰ চকুলৈ খন্তেক পৰ অপলক দৃষ্টিৰে চাই থাকি ক'লে, "তোমাৰ পাৰ্ফমেন্স গ্ৰেণ্ড (মই অৰ্থ বুজা নাই)। পলিটিচিয়ান হ'ব পৰা বুদ্ধি খিনি তোমাৰ আছে। আমাৰ বশিষ্ঠ শৰ্মাই তোমাৰ বুদ্ধিখিনি পোৱাহেঁতেন, মই আৰু এনেকৈ গুৱাহাটীত খৰলি খাই থাকিব নেলাগিলহেঁতেন। এক্সকিউজমি, মুকুন্দ, মই তোমাক 'আপুনি' বুলি মাতিম বুলি চেষ্টা কৰি-বাৰে বাৰে হাৰি গৈছোঁ। তোমাক ইমান আপোন লাগে। তুমিও মোক তুমি বুলি মাতিবা। পকা বন্দবস্ত। ৰাজি?"

মই ঘাগু মুখ্যমন্ত্ৰীজনৰ দৰে কলোঁ, "অঁ"। তাই খিলখিলাই হাঁহিলে-পাহাৰী নিজৰাৰ দৰে। তাই মোৰ কাষত বেছিকৈ গাত গা লগাই বহি আপোন ভাব বেছি ফুটাই তুলিবলৈকে ফুচফুচাই ক'লে, "সিহঁতক আজিয়েই যাবলৈ কোৱা। তুমি দুদিনৰ পিছত যাম বুলি ক'বা। দুটামান কাম বাকী আছে বুলি ক'লেই হ'ল। বুজিলা? আৰু বুজাব লাগিব?"

মই ক'লো "ওঁ।"

তাই ক'লে "হেৰা মিষ্টাৰ চীফ মিনিষ্টাৰ, এই 'অঁ, ওঁ বোৰৰ অৰ্থ এটানে দুটা?"

মই ক'লো, "বেজিনীয়ে বাণ মৰাৰ পিছত ওঁ অঁ কৰাত বাদে উপায় নাই।"

ভানু এম. এল এ হোষ্টেলৰ আগত নামিল। মন্ত্ৰীৰ গাড়ীত গুৰুমৎ সিঙৰ ঘৰৰ ফালে গৈ থাকোঁতে মোৰ এটা সঠিক সিদ্ধান্ত মনলৈ আহিল। সিদ্ধান্তটো হ'ল-ভানুৰ এই অনুৰোধ বা আবেদন মই ৰক্ষা কৰিবই লাগিব। কাৰণ মই যদি তাইক প্ৰত্যাখান কৰোঁ তাই নাৰী হিচাপে এই প্ৰত্যাখানৰ অপমান সহ্য কৰিব নোৱাৰিব। তাই নিশ্চয় আমাৰ দহ লাখ টকীয়া প্ৰচেষ্টাটো থানবান কৰি পেলাব।

গুৰুমৎ শিঙৰ ঘৰত বিশ্ৰাম লৈ এগিলাচ সোণালী সুৰাৰ মাজেদি শ্বিলঙৰ খণ্ডেকৰ মেঘশুন্য ৰ'দ ভৰা আকাশলৈ চাই মই নিজৰ লগত নিজকে কথা পাতিলোঁ। মোৰ জীৱনত মনৰ টনা আজোৰা ঘটা অৱস্থাত নিজৰ লগত নিজে কথা পতাৰ অভ্যাসটো আজিহে প্ৰথম। কাৰণ মই এতিয়া নৈতিক সংকটৰ সন্মুখীন।

ঃ তই এই বিশ্বাস ভঙ্গ কৰিব নেপায়। তাইকে যদি কৰ তোৰ সংসাৰ চুৰমাৰ হৈ যাব। তই এইজনীক লাই নিদিবি। মনত ৰাখিবি, তই কান্দুলিজানৰ মানুহ।

ঃ ধৰমত খামুচি কান্দুলিজানৰ মানুহবোৰৰ কি হৈছে। দুবেলা দুমুঠি খাবলৈ নেপায়। সিহঁত দিনে দিনে দুখীয়া হৈছে। ঈশ্বৰে চকু মেলি চোৱা নাই কিয়।

ঃ যশোৱাৰ কথা ভাবি চা।

ঃ ভাবিছোঁ। তাইৰ প্ৰতি মোৰ কৰ্তব্য আছে। মই তাইক আওহেলা কৰা নাই। যশোৱাক কেন্দ্ৰ কৰিয়েই মোৰ জীৱন। তাই ৰঞ্জু আৰু চানূৰৰ মাক। মই চব বুজোঁ। কিন্তু তাই মোৰ এই অসাধু কামবোৰত সন্মতি জনাইছে কিয়?

ঃ আৰু নিৰুপায় হৈয়ে মই ভানুৰ ওচৰ চাপিছোঁ। মই এতিয়া তাইৰ আজ্ঞামতে চলিব লাগিব। এনেকৈ আজ্ঞা মতে চলোতে মোৰ যদি সংযম হেৰাই যায় আৰু লালসাই মোক জয় কৰি পেলায়, তেতিয়াও এই স্খলনক মোৰ জীৱিকাৰে এক অংশ বুলি ধৰিব লাগিব। কাৰণ চোৰাং কানিৰ যোগান ধৰিও মই ভাল কাম কৰা নাই।

ঃ এয়া জোৰ কৰি অনা যুক্তিৰে নিজক শুদ্ধ বুলি জাহিৰ কৰাহে।

ঃ হ'ব নোৱাৰে। মোৰ এতিয়া চিন্তা চৰ্চা একে হৈ থকা নাই। মই কান্দুলিজনীয়া হৈ থকা নাই। মোৰ পৃথিৱীখন এতিয়া ব্যাপক। মই এতিয়া পাপ

পুণ্যৰ মাজত থকা ৰেখাডাল নেদেখা হৈছোঁ। কাকো পাপী বুলি ক'ব নোৱাৰা হৈছোঁ। কাকো দুষিব নোৱাৰা হৈছোঁ। ভানুৰ দৰে মই জীৱনৰ প্ৰতিটো পল দণ্ড জীয়াই থাকিব খোজোঁ। মই কেৱল বৰ্তি থাকিবই নোখোজোঁ। কেৱল নিমাষিতভাৱে বৰ্তি থাকিব খোজাহেঁতেন মই পুনৰ কৰবাত চকিদাৰ হলোঁহেঁতেন। মোৰ এতিয়া যশোৱাৰ সজ গুণবোৰ জেলুকণি বন্ধ যোৱা দম্ভৰ যেনহে লাগে। সত স্বভাৱ সঁচাকৈয়ে বৰ বিৰক্তিকৰ বস্তু আৰু আমি জীয়াই আছোঁনো কেইদিন?

বচ। মোৰে সৈতে কান্ধুলিজনীয়া মুকুন্দৰ খৰিয়ালখন শেষ হ'ল। মই জয়ী হলোঁ। মই এতিয়া ইৰ্ষাদৰ মুকুন্দ, শ্ৰীকান্ত মহন্তই আশা কৰা বিধৰ মুকুন্দ, ভানুৰ চিকাৰ হিচাপে নিজক ধৰা দিয়া এটা ধূৰ্ত লোলুপ মুকুন্দ।

আমি এতিয়া এখন ৰিৰ্জাভ কৰা টেক্সীত গুৱাহাটীৰ ফালে আহিছোঁ। ভানুৱে কথা কৈছে। মই শুনিছোঁ। মই আচৰিত হৈছোঁ এটা কথা ভাবিহে। কিয় বাৰু আমাৰ ইমান মিল হৈ গ'ল? বিধিৰ লিখননে, মই অলপ অন্ধকাৰৰপৰা অধিক অন্ধকাৰৰ মাজলৈ সোমাইছোঁ? আকৌ মোৰ ওপৰত কান্ধুলিজনীয়া মুকুন্দৰ উৎপীড়ন আৰম্ভ হৈছে।

গুৱাহাটী পোৱাৰ লগেলগে ভানুৱে মোক সিহঁতৰ দলৰ অফিচলৈ লৈ গ'ল। তাত বহুত গণ্যমান্য লোকৰ সমাগম হৈছে। বহুত মটৰ গাড়ী। গোটেইবোৰ মানুহ পাৰ্টিৰ কৰ্মী বুলি মোৰ বিশ্বাস হ'ল। অলপ পৰৰ পিছতহে মিটিং বহিব। এই সুযোগতে ভানুৱে মোক কেইজনমান মন্ত্ৰীৰ লগত চিনাকি কৰি দিলে। ভানুৱে উজনিৰ প্ৰখ্যাত কাৰবাৰী বুলি মোক পৰিচয় কৰি দিলে যেতিয়া এই ক্ষমতাবান মানুহ কেইটাই মোৰ নাম আৰু চেহেৰা সহজে নেপাহৰিব বুলি বিশ্বাস হ'ল। মই মনে মনে ভানুক ধন্যবাদ জনালোঁ।

মন্ত্ৰীবোৰক মোৰ সুকীয়া এটা জাতিৰ মানুহ যেন লাগিল। সকলোৱে একে ধৰণৰ পোছাক। প্ৰায়ে খদ্দৰৰ ধুতি পাঞ্জাবী,সময় বুজি এড়িয়া কাপোৰৰ পেণ্ট আৰু মুগা বা পাটৰ হাৱাইন চাৰ্ট। সকলোৱে কথা আৰু চেহেৰাত জীৱনত কৃতিত্ব লাভ কৰাৰ চিন স্পষ্ট।সকলোৱে কুটিল মনটো বঢ়িয়াকৈ ঢাকি ৰাখিব জানে। সকলোৱে মুখত এমোকোৰা কৃত্ৰিম হাঁহি। সকলোৱে সময় বুজি অভিনয়ো সুকীয়া সুকীয়া। যিজন মন্ত্ৰী মুখ্যমন্ত্ৰীৰ ওচৰত ভিজা মেকুৰী, তেৱেঁ আকৌ মহিলা কৰ্মীৰ ওচৰত অমায়িক ফুৰ্তিবাজ লোক, ৰাইজৰ ওচৰত নিৰহ-নিপানী

দেশ সেৱক আৰু চৰকাৰী কৰ্মচাৰীৰ ওচৰত দেশৰ হৰ্তাকৰ্তা। এই সোপা মানুহৰ লগত তাল মিলাই চলা সচাঁকৈয়ে সহজ কথা নহয়।

মই ভানুক লাহেকৈ সুধিলোঁ, "পৰীক্ষিত বৰুৱা বাৰু ইয়াৰ মাজত আছেনে?" তাই ক'লে, "নাই অহা। দিল্লীৰ নেতাজনো অহা নাই। ইয়াত এতিয়া আমাৰ মুখ্যমন্ত্ৰীয়েহে ওস্তাদ মাৰিব যেন পাইছোঁ।"

মুখ্যমন্ত্ৰীৰ আগমনৰ লগেলগেই পাৰ্টি অফিচৰ সভাঘৰৰ কোলাহল শাম কাটিলে। গম্ভীৰ পৰিবেশৰ মাজত মুখ্যমন্ত্ৰীয়ে বক্তৃতা আৰম্ভ কৰিলে, "দলৰ সুহৃদয় কৰ্মীবৃন্দ, আপোনালোকক লগ পাবলৈ আহিছোঁ— এটা গুৰুত্বপূৰ্ণ কথা খোলাখুলিভাৱে ক'বলৈ। ভাৰতৰ ৰাজনীতিত এই কেইমাহৰ ভিতৰতে প্ৰচুৰ খেলিমেলিৰ সৃষ্টি হৈছে। কাৰণ মহাত্মা গান্ধীৰ কৃপাধন্য আমাৰ এই মহান ৰাজনৈতিক দলটোত নীতি নিয়মৰ বান্ধ সুলকি পৰিছে। ভাগ্যৰ কথা যে আপোনালোকৰ মোৰ প্ৰতি আস্থা আছে কাৰণেই অসন্মত এনে বিশৃঙ্খলতাই এতিয়ালৈকে গা কৰিব পৰা নাই। তথাপি মই উৎসাহিত হব পৰা নাই। আমি সদায় জীয়াই নাথাকোঁ। কিন্তু আমাৰ দিনতে গণতন্ত্ৰৰ ধৰণী নাইকীয়া হোৱাৰ লক্ষণ দেখিছোঁ। দিল্লীত গৈ মই নিজে জানি আহিছোঁ, আপোনালোকেও নিশ্চয় কাৰোবাৰ মুখে নাইবা বাতৰি কাকতৰ যোগেদি জানিব পাৰিছে। নিজৰ দলে থিয় কৰোৱা লোকজনকে যদি নিজৰ দলৰ মানুহেই বিৰোধিতা কৰে আৰু ভুল নীতিটোৰ সমৰ্থনত সকলো প্ৰচাৰ যন্ত্ৰ মুখৰ হৈ পৰে, তেনেহলে আমি কি নৈতিক ভেটি সাৰোগত কৰি দেশ সেৱা কৰিম? ভোটত জিকি কোন ৰাষ্ট্ৰপতি হয়, সেইটো ডাঙৰ প্ৰশ্ন নহয়। আমাৰ আগত ডাঙৰ প্ৰশ্নটো হ'ল-গণতন্ত্ৰৰ গৰাখহনীয়া হোৱাৰ এয়ে আৰম্ভনি নেকি? বন্ধুসকল, নীৰলে ভাবি চাওঁক। এই সভাত যিসকল তৰুণ আছে সেইসকলৰ আগত মই ভবিষ্যৎবাণী কৰিছোঁ যে এতিয়া একেটা দলৰ উপদলৰ মাজতহে দল বদল বা ডিফেক্‌চন হৈছে, কিন্তু পোন্ধৰ বিছ বছৰৰ পিছত ক্ষমতা লাভৰ অৰ্থে এটা দলৰপৰা এটা দললৈ গতিও সঘনে ঘটিব। ৰাজনীতিত কোনো নৈতিক বিচাৰ নেথাকিব। হয়তো মই তেতিয়ালৈনেথাকিম। সিও মোৰ কাৰণে ভাগ্যৰ কথা হ'ব। কাৰণ তেতিয়া গণতন্ত্ৰ হৈ পৰিব এটা মুখ্য মাত্ৰ, টকাৰ হাতত পুতলা। সংবিধানো ক্ষমতাৰ হাতত লেতুসেতু হৈ পৰিব। তাকে মাত্ৰ সকিয়াই দিব খুজিছোঁ। তেতিয়া হয়তো মোলৈ এই সভাত উপস্থিত

থকা বহুতৰে মনত পৰিব। মই বুঢ়া হৈছোঁ, আৰু পোন্ধৰ বা কুৰি বছৰ যে বাচি নেথাকিম...”।

মুখ্যমন্ত্ৰীৰ কথা কেইটাৰ ভালেমান শব্দৰ অৰ্থ মই বুজি নেপালোঁ। কিন্তু কথাখিনিৰ মৰ্ম বুজিব পাৰিলোঁ। সেয়েহে মানুহজনলৈ মোৰ শ্ৰদ্ধা উপজিল। বোধকৰো সভাৰ প্ৰতিজন লোকৰপৰা তেখেতে সহানুভূতি আদায় কৰিলে। মই ইয়াকে বুজিলোঁ যে মোৰ আৰু ইৰ্শ্বাদৰ জীৱিকা যেনেকৈ নীতিৰ ফালৰপৰা ঘৃণনীয় সেইদৰে ৰাজনীতিয়েও নীতিক বনবাসী কৰি ঘৃণনীয় হৈ পৰিবলৈ আৰম্ভ কৰিছে। আৰু পোন্ধৰ বিছ বছৰৰ পিছত পলিটিচিয়ান আৰু স্মাগলাৰ'ৰ কোনো ভেদাভেদ নেথাকিব। কথাটো বুজি পাই মই পেটে পেটে বেয়াও পাইছোঁ আৰু এক পক্ষে ভালেই পাইছোঁ। কাৰণ স্মাগলাৰৰ লগ লোৱাৰ পৰা মোৰ মানুহৰ সজ গুণবোৰলৈ ভয় লগা হৈছে।

সভাৰ শেষত ভানুৱে ক'লে, “ব'লা।” মই সুধিলোঁ, “ক'লৈ?”তাই বৰ মোহ লগা হাহি এটা মাৰি ক'লে, “গুৱাহাটী এতিয়া চিটি। হেৰাই যাবা। গতিকে ইয়াত মই তোমাৰ তদাৰক।”

ভানুৰ ঘৰটো উদং হৈ থকা নাই। কোনোবা মহিলা কৰ্মী দুগৰাকীমান পুৱাতে ওলালহি। তাই সিহঁতৰ লগত মোক সম্পৰ্কীয় ভায়েক বুলি চিনাকি কৰি দিলে। মোৰ মনৰ খাৰ ঘৰত জুই লাগিল। কাৰণ ভানুৰ কথাত আৰু দেহত নিচা আছে। মোৰ গাতো সেই নিচা লাগিল। তাইৰ দুয়োটা চকু যেন কান্ধুলিজানৰ ডুবিহে। তাইক দেখি মই মনৰ গোপন কথা বিচাৰি পালোঁ। যশোৱাৰ গাত এনে নৈৰ ঢৌ নাই। তাই আলিয়ে ঘেৰা ঠাইৰ পানীহে।

এৰা, এই বান্ধ নথকা পানীৰ ঢৌৱে মোক উটাই লৈ গৈছিল। নিজম ৰাতি এটা ছায়ামূৰ্তিয়ে ইমান সহজে মোক ধৰা দিবহি বুলি মই ভবাই নাছিলোঁ। মাজনিশালৈকে মোৰ টোপনি অহা নাছিল।.... লাহেলাহে সাপৰ দৰে মোক সেই ছায়ামূৰ্তিয়ে মেৰিয়াই ধৰিছিল। আমি অন্ধকাৰৰপৰা আৰু অন্ধকাৰৰ মাজত হেৰাই গৈছিলোঁ।

মোক অনুতাপে আমনি দিয়া নাছিল। মই ভাবিছিলোঁ, বিলৰ বুকুখন ভাল পোৱাৰ দৰে মই যশোৱাক ভাল পাওঁ যদিও তাই বিলৰ বুকুখনৰ দৰে শীতল, তাই আকোৱালিতো নিথৰ। কিন্তু ভানু কান্ধুলিজানৰ নিচিনা। তাইহে এৰিব নোৱাৰা এটা নিচা, কান্ধুলিজানৰ ঢৌ বা ভৰ বাৰিষাৰ বান।...........

## এঘাৰ

ইৰ্শ্বাদৰ চোৰাংচোৱা কেইটাই গোলাম আলিৰ এই কেইদিনৰ খবৰো তাক জনালেহি। গোলাম বহি থকা নাই। সিও শ্বিলঙত আছিল। তাকো বিমোচন মহালীৰ বাসভৱনত। সি এতিয়াও শ্বিলং বা গুৱাহাটীত আছে।

কথাটো সঁচা। 'ছয় নম্বৰ' কালীন্দ্ৰই তাক শ্বিলঙতো দেখা পাইছিল, গুৱাহাটীতো দেখা পাইছিল। সেয়েহে মুকুন্দ এই পৰ্যন্ত ঘূৰি নহা দেখি ইৰ্শ্বাদৰ চিন্তা হ'ল। তাৰ মতে বছিৰ আৰু কালীন্দ্ৰ তাৰ লগত থাকি যাব লাগিছিল। কাৰণ গোলাম আলিৰ মানুহে তাক খতম কৰি দিব পাৰে। সেইবাবে ইৰ্শ্বাদে সিহঁতক টান কথা শুনালে।

চাৰি দিন পাৰ হল। মুকুন্দ নাহিল। ইৰ্শ্বাদৰ সন্দেহ বাঢ়িল। সি গুৰুমৎ সিঙলৈ ফোন কৰিলে। গুৰুমতে মুকুন্দক ভানু শৰ্মাৰ লগত গুৱাহাটীলৈ যোৱা বুলি ক'লে। ভানু শৰ্মালৈ ফোন কৰা হ'ল। ফোনটো বাজি থাকিল, কেনেও নধৰিলে। অৰ্থাৎ ভানু শৰ্মাৰ ঘৰত কোনো নাই। ইতিমধ্যে ইৰ্শ্বাদৰ হৈ গুৱাহাটীত গোয়েন্দাগিৰি কৰা মানুহ দুটাই জনালেহি যে মুকুন্দৰ বাবে চিন্তাৰ কাৰণ নাই। মুকুন্দ দুদিন গুৱাহাটীত থাকি আকৌ শ্বিলঙলৈ গ'লগৈ। ভানু শৰ্মা অনবৰত তাৰ লগত। কাম শেষ হলেই গুৰুমৎ সিঙে তাক নিজৰ গাড়ীত পঠাই দিব।

ইৰ্শ্বাদৰ চিন্তা কমিল। সি মুকুন্দৰপৰাও ফোনত উত্তৰ পালে। মুকুন্দই জনালে যে সি ঘূৰি অহাৰ দিনটো এতিয়াও ঠিক হোৱা নাই। ভয়ৰ কোনো কাৰণ নাই বুলি সি ইৰ্শ্বাদক দুবাৰমান ক'লে।

ইৰ্শ্বাদে যে নিৰ্ভয়ে কাম চলাই যাব পাৰিব বাতৰি ককতেই তাৰ ইঙ্গিত দিলে। গুৱাহাটীৰপৰা প্ৰকাশিত একমাত্ৰ অসমীয়া দৈনিক কাকতখনে মন্ত্ৰীসভাৰ আচল সংকটো পাৰ হোৱাৰ খবৰটো এনেকৈ পৰিবেশন কৰিলেঃ

## মুখ্যমন্ত্ৰীৰ প্ৰতি অকুণ্ঠ সমৰ্থন

শ্বিলং ... আজি শাসক দলৰ বিধায়কসকলৰ সভাত মুখ্যমন্ত্ৰীৰ প্ৰতি পুনৰ আস্থা স্থাপনৰ প্ৰস্তাৱটো সৰ্বসন্মতিক্ৰমে বিপুল হৰ্ষধ্বনিৰে গৃহিত হয়। উল্লেখযোগ্য যে শ্ৰীপৰীক্ষিত হাজৰিকাকে ধৰি বিসম্বাদীসকলৰ মাথোন তিনিজন সদস্যাহে সভাত উপস্থিত আছিল। মুখ্যমন্ত্ৰী..... ই বিধায়কসকলক ধন্যবাদ জনাই কয় যে সংসদী গণতন্ত্ৰক বিপথে পৰিচালিত কৰা ব্যক্তিসকলক আৰু দলৰ অনুশাসনহীনতাক প্ৰশ্ৰয় নিদি অসমৰ দলীয় কৰ্মী আৰু বিধায়কসকলে এটা সুস্থ নিদৰ্শন দাঙি ধৰিছে। তেওঁ দুখনমান নতুন আঁচনি কাৰ্যকৰী কৰাৰ ক্ষেত্ৰত বিধায়কসকলৰ সক্ৰিয় সহযোগিতা বিচাৰে। মুখ্যমন্ত্ৰীজনাই জানিবলৈ দিয়ে যে এখন আঁচনিৰ উদ্দেশ্য হব চাহ শ্ৰমিকশ্ৰেণীৰ সমাজ সংস্কৃতিৰ বিকাশ সাধন কৰা...........।

গুৱাহাটীৰপৰা প্ৰকাশিত দৈনিক বাতৰিকাকত দুখন ইৰ্শ্বাদহঁতৰ চহৰৰ মানুহে আবেলিহে পায়। ইৰ্শ্বাদে আবেলি গোনা আৰু হামিদক সচৰাচৰ দিহা পৰামৰ্শ দিয়া সময়তে এই বিশেষ বাতৰি থকা দৈনিকখন তাৰ হাতত পৰিল। প্ৰথম পৃষ্ঠাতে শিৰোনামাটো পঢ়ি সি উল্লসিত হৈ পৰিল। সি ততাতৈয়াকৈ বাতৰিটো পঢ়ি শেষ কৰি আকৌএবাৰ ধীৰে সুস্থিৰে পঢ়ি আঁতাই গোনাহঁতক ক'লে, "দেউতা, বছিৰআৰু জগনুক আজিয়েই কব লাগিব, কাইলৈৰ বাবে সাজু থাকিবলৈ। উত্তৰ পাৰলৈ জমা থকা গোটেইখিনি মাল যাব। সৰু নাও লৈ আজিয়েই কোনোবা এটাক ধনবৰ চাপৰিলৈ পঠাব লাগিব। কেশৱ মহাজনক খবৰ দিলেই আনবোৰে গম পাই যাব। মুঠতে আমাৰ কাম আজিৰপৰা ফ্ৰিলি' চলিব। হামিদ, তই কাইলৈ ডুমডুমালৈ ট্ৰাকত যাব লাগিব। তাতো গ্ৰাহকে হাঁহাকাৰ কৰি আছে।"

"হঠাৎ কিয় আগৰ প্লেন বদলালে?"

"বাতৰি কাকত পাই গ'লো। কি পালোঁ জান? এটা দুৰ্দান্ত খবৰ। মোৰো টকাবোৰ ঠিক জেগাতে পৰিল। তহঁতৰ মুকুন্দ কম বস্তু নহয়।"

বাতৰি কাকতখন হাতত লৈ অলক ফুকন বশিষ্ঠ শৰ্মাৰ ওচৰ পালেহি। বাতৰি শুনাৰ পিছত বশিষ্ঠ শৰ্মাই ক'লে, "তেনেহলে অলক, মোৰ অৰিজিনেল প্লেনটো কিমান কাৰেক্ট আছিল ভাবি চোৱা।"

বিজয়োল্লাসেৰে মুকুন্দ পালেহি। তাৰ এতিয়া সকলোৰে আগত এটা নিঃসংকোচ ভাব। তাৰ আত্মপ্ৰত্যয়ো বাঢ়িল। সি এটা আগতীয়া খবৰ দিলে। দুই এদিনৰ ভিতৰতে হেনো মন্ত্ৰীস ভাত সাল সলনি ঘটিব। এই খবৰে ইৰ্শ্বাদক অধিক উল্লসিত কৰিলে। সি ক'লে, "মুকুন্দ, তুমি সচাঁকৈয়ে চাবাইছ পোৱা উচিত। কিন্তু এনে এটা ভাল দিনত মোৰ যিমান ভাল লাগিব লাগিছিল, সিমান ভাল লগা নাই।"

"কিয় ?"

"প্ৰেচাৰ চোৱালোঁ। বেছি বাঢ়িছে। হাৰ্টৰ অৱস্থা ভাল নহয়।"

"সাৱধানে আছে নহয় ?"

"আছোঁ। ড্ৰিঙ্কচৰ ভিতৰত কেৱল বিয়েৰ। কেৱল সৰু সৰু মাছ আৰু মুৰ্গী খাবলৈহে ডাক্তৰে কৈছে।"

"এইটো বয়সত এইবোৰ থাকেই। ইমান চিন্তা নকৰিব।"

"চিন্তাৰ কথাই, মুকুন্দ। মই সহজে দমি যোৱা মানুহ নহয়।

মই খুব দুৰ্বল।"

'তেনেহলে ৰেষ্ট লওক। চিন্তা ভাৱনা দূৰ কৰক।"

"এৰা ঠিকেই কৈছা। আজিহে ভাবিচোঁ, মই সঁচাকৈয়ে ৰেষ্ট লব পাৰি ম, চিন্তা নকৰাকৈ থাকিব পাৰিম। কাৰণ তুমি আছা। মোৰ বিশ্বাস, মই একো নেভাবিলেও তুমি আমাৰ কামবোৰ চলাই যাব পাৰিবা।"

মুকুন্দই ইৰ্শ্বাদলৈ চালে। এৰা, দুৰ্দান্ত মানুহটো এতিয়া আগৰ দৰে তজবজীয়া হৈ থকা নাই। মুখখন শেতাঁ পৰিছে। গলৰ মঙহখিনি আগৰদৰে আটিল নহয়। চকুৰ চাৱনিত আগৰ শক্তি নাই।

কেবাদিনৰ মূৰত দেখি মুকুন্দই অনুমান কৰিলে যে ইৰ্শ্বাদৰ স্বাস্থ্যৰ অৱনতি ঘটাৰ কাৰণ হয়তো তাৰ এই কেইদিনৰ অত্যধিক অসংযমী জীৱন। সি জানে হতাশ হলে নাইবা চিন্তা ভাৱনা বেছি হলে ইৰ্শ্বাদে অত্যধিক সুৰাপান কৰে আৰু নগৰৰ উপকণ্ঠতপোহপাল দি থকা তিৰোতাকেইজনীৰ জৰিয়তে মনটো বাসনাৰে পৰিপূৰ্ণ কৰি ৰাখিব খোজে। কিন্তু ইৰ্শ্বাদৰ শেষৰ কথা কেইটাৰপৰা তাৰ অনুমান ভুল বুলি প্ৰমাণিত হ'ল। ইৰ্শ্বাদৰ দৰে মানুহৰ এনে ব্যাধি হবই। এদিন তাৰো

হ'ব। এই ব্যাধিয়ে গুৰিতে হল এটা অসুস্থ অভিলাষী মন, প্ৰাচুৰ্য্য, ব্যস্ততা আৰু বিলাস। সি ভাবি পালে।

"মই ভাবিছোঁ, আৰু এসপ্তাহৰ পিছত কলিকতালৈ যাম। তুমিও যাব লাগিব। ডাক্তৰ প্ৰতাপ বেনাৰ্জি হেনো এইবোৰ বেমাৰৰ ডাঙৰ এক্সপাৰ্ট।"

"ইয়াত নেদেখুৱায় কিয়? কলেজত ডাক্তৰ ভূঞা আছে।"

"নেদেখুৱাওঁ। কাৰণ মোৰ এই বেমাৰ দুটাৰ কথা বহুতে জানি পেলাব। শত্ৰুৱে লাই পাব। মই কণ্ট্ৰ'ল কৰি থকা মানুহবোৰেও মোলৈ ভয় নকৰা হ'ব পাৰে। অৱশ্যে তোমাৰ কথা সুকীয়া। হামিদ আৰু গোনাক মোৰ বেমাৰৰ কথা কোৱা নাই।"

"যদি কলিকতাত দেখুৱাব খোজে, তেনেহলে আৰু এমাহ বাট চাব লাগিব ক্ষমতাবান নেতাখিনিক আপুনি দানীমানী পুৰুষ বুলি সদৰী কৰি আহিছোঁ। অলপতে শ্ৰীকান্ত মহন্ত এটা দল লৈ ইয়ালৈ আহিব। চাহ বনুৱাৰ মাজলৈকো যাব। সিহঁতৰ বাবে নতুন আঁচনি এখন মুকলি কৰিব। আপুনি আৰু দশানন যাদৱে তেওঁলোকক তুষ্ট কৰি ৰাখিব। এয়ে বিমোচন মহালীৰ কাৰণে কাল হ'ব। ইয়াৰ নামেই পলিটিক্স।"

"বুজিলোঁ। আচল উদ্দেশ্য আন কিবা। মানে আমি..."

"আপোনালোক পুৰা চৰকাৰৰ মানুহ হৈ পৰিব। টকাতো আগতেও আছিল। এতিয়া সন্মান আৰু প্ৰতিপত্তি।"

"ঠিক আছে, নেযাওঁ।"

কোৱাৰ লগে লগে মুকুন্দৰ চকুত ভৱিষ্যতৰ স্বপ্ন এটাই নিটোল হৈ দেখা দিলে।...... মজদুৰ নেতা, বহু কেইযোৰ হাতৰ প্ৰণাম, যশ প্ৰতিপত্তি , ক্ষমতাৰ গাদী...।

সি ঘৰলৈ খুব সংকোচ মনেৰে আহিল। সি ভাবিলে,— ভানুৱে তৈয়াৰ কৰা অতিনাটকীয় নাটকৰ মঞ্চখন এৰি আহি এতিয়া সি আগৰ দৰে যশোৱাৰ মুখলৈ চাব পাৰিবনে? তাৰ যে কাম্বুলিজনীয়া নিয়ম, সংস্কাৰ আৰু পাপবোধ খন্তেকীয়া মধুময় দুৰ্বলতাই নিঃশেষ কৰি পেলালে। সি এতিয়া মনটো ডাঠ কৰিলে। সি আকৌ ভাবিলেঃ সি এতিয়া সংসাৰ ধৰ্ম পালনৰ বাবেহে বাচি আছে; শুচিতাৰে সংসাৰ সুখী হোৱাৰ বাবে বাচি থকা নাই। কিন্তু সি বাচি আছে আৰু

বাচি থকাৰ অৰ্থ বিচাৰি পাইছে দুটা বস্তুৰ কাৰণে। সম্ভোগৰ পূৰ্ণ প্ৰতিশ্ৰুতি থকা বৈষয়িক ঐশ্বৰ্য্য আৰু সামাজিক প্ৰতিপত্তি।

মাত্ৰ এতিয়া তাক এটা শক্তি লাগে। সেয়ে হ'ল পঢ়াশুনা। সি স্থিৰ কৰিলে যে সি আহৰি পালেই ঘৰলৈ আহিব, অনবৰত তাৰ ঘৰত পঢ়াশুনা জনা ল'ৰা এটা থাকিব, সি তাক পঢ়াশুনা শিকাব, বাকীখিনি সময় যশোৱাৰ যিমান মৰম যাচিব পাৰি সিমান মৰম যাচিবলৈ চেষ্টা কৰি তাৰ প্ৰণয়ৰ জীৱন বজাই ৰাখিব।

এই আঁচনি লোৱাৰ পিছত তাৰ মনৰ উভয় সংকট নাইকীয়া হ'ল। পৰিস্থিতিয়ে পাৰিবাৰিক ক্ষেত্ৰত তাক প্ৰথমবাৰৰ বাবে কপট কৰি তুলিলে। সি নিঃসংকোচভাৱে নিজ ঘৰৰ কলিং বেল টিপিলে। যশোৱাই দুৱাৰ খুলি দিয়াৰ আগতে ঘৰৰ আনটো অংশৰ দুৱাৰ খুলি গোনা ওলাই আহিল আৰু তাক সাবট মাৰি ধৰি ক'লে, "চাব্বাইছ বেটা। এই কেইদিন গৈ চৰকাৰৰ ভিতৰুৱা খবৰো গম পাই গলি। তই চহৰত ভৰি দিয়েই কথাটো কৈছিলি!"

"কি কথা?"

"মন্ত্ৰীৰ অদল বদল।"

"হ'ল নেকি?"

"হ'ল। ৰেডিঅ'ত দিছে। আমাৰ বিমোচনৰ ফালে টেকেলি কাটি। এতিয়া বিনোদ টেৱাৰী শ্ৰম মন্ত্ৰীও; বিমোচন মহালীয়ে পালে কাৰাগাৰ, ৰেচম আৰু বয়ন শিল্প। মানে......"

মুকুন্দই নিজকে বুজিব নোৱাৰা হল। সি ভাবিবই পৰা নাছিল যে সি ইমান সহজে নিজক স্বামী খাপ হিচাপে খুৱাই লব পাৰিব। যশোৱাক তাৰ আগৰ দৰেই ভাল লাগিল। ইয়ো এটা আচৰিত কথা। কেবাদিনৰ মূৰত ৰঞ্জু আৰু চানুৰক দেখি তাৰ মনটো শাঁত পৰিল। সি যশোৱাক খুব স্বাভাৱিকভাৱে ঘৰুৱা কথাবোৰ কব পাৰিলে। তাৰ ভাৱ হ'ল, শ্বিলং গুৱাহাটীত থকা দিনকেইটাৰ ঘটনাবোৰ যেন আচল ঘটনা নহয়। সপোনৰ স্মৃতিহে। তাৰ মনৰ পৰা ভানু এতিয়া বহু

নিলগত। তাৰ গাত যেন হঠাতে ফাগুনৰ ফাকুগুড়ি লাগিছিল। এজাক বৰষুণে হঠাৎ যেন ফাকুগুড়িখিনি ধুৱাই লৈ গ'ল। এতিয়া সি সম্পূর্ণ নিকা।

সি গুৱাহাটী আৰু শ্বিলঙলৈ গৈ কি কৰিলেগৈ তাকে জানিবলৈ যশোৱাৰ খুব আগ্রহ। তাইৰ কথাৰপৰাই সি বুজি পালে। সি খুব চমুকৈ ক'লে, "ইৰ্শ্বাদৰ বৰ জুলুম হৈছিল। বিপক্ষৰপৰা। এই কাৰণেই অলপ বৰ গছৰ গুৰিত পানী ঢালি আহিলোঁ। কামটো সহজ নাছিল। এতিয়া চব ঠিকহৈ গ'ল । বুইছু, যশো, দুনিয়াখন মুঠতে টকাৰ বশ। আগতে কথাটো জনা নাছিলোঁ। এতিয়া মই, ইৰ্শ্বাদ, গোনা, হামিদ চব নিষ্কণ্টক। ইৰ্শ্বাদৰ টকাখিনিকে লেনদেন কৰিবলৈ পাই মোৰ দুনিয়াখনক জয় কৰা যেন লাগিল।"

ইয়াকে শুনি যশোৱাই কৌতুহল দমাব পাৰিলেনে নাই মুকুন্দই ধৰিব নোৱাৰিলে। তাই ঘৰুৱা কথা কবলৈ লাগিল। ঘৰখনেই তাইৰ জগত। এইখন জগতত গুৰুমৎ সিং, শ্রীকান্ত মহন্ত, দশানন যাদব বা ভানু শৰ্মাৰ অস্তিত্ব নাই। পাপৰ পৃথিবীখনৰ পাকচক্র নেজানে কাৰণেই তাই পৰিয়ালৰ অধিকৰ্ত্ৰী হৈ ইমান সুখী। সি ভাবি পালে যে সুখী হবলৈ যশোৱাৰ দৰে সৰল মন এটা লাগে কিন্তু সকলো মানুহে তাইৰ দৰে সৰল হব নোৱাৰে। লেঠা এইখিনিতেই।

ইতিমধ্যে যশোৱাই ঘৰখনৰ সাল-সলনি কৰিলে। মুকুন্দই ইমান দিনে লক্ষ্যই কৰা নাছিল। সি সাল সলনিখিনিৰ লগত যশোৱাৰ স্বভাৱৰ যথেষ্ট মিল দেখা পালে। এটা কোঠাত থাপনাৰ ওচৰত অনবৰত এগছি বন্তি জ্বলি থাকিল। তাত ধূপ-ধূনাও জ্বলি থাকিল।

ঘৰৰ আগত এখন ফুলনি হল। তাত ডালিয়া, ক্রিচেনথেমাম আদি ফুল পোৱা নগল। যশোৱাৰ ফুলনিখনে অতীতক সোঁৱৰাৰহে সুবিধা দিলে। এই ফুলনিত ফুলিল কেবাবিধো কান্ধুলিজানত দেখা ফুলঃ গিলাচ ফুল, কথনা, জবা, খৰিকা জাই, যুতি আৰু তগৰ। চৌহদৰ তিনিফুট ওখ ইটাৰ দেৱালৰ কিনাৰে কিনাৰে আকৌ তিতা ফুলৰ শাৰী।

মুকুন্দ এইবোৰ লক্ষ্যই কৰা নাছিল। নিজৰ প্রয়োজনতে যশোৱাৰ মতি গতি লক্ষ্য কৰিবলগীয়া হোৱাত তাৰ এইবোৰ বস্তু চকুত পৰিল। সি তাইৰ শলাগ ললে। তাই ক'লে "অনুপক আমাৰ তাৰপৰা কেতেকী এজোপা উঘালি আনিবলৈ কৈছোঁ। সোঁ চুকত লগাব লাগিব। বাওঁ চুকত এজোপা আমলখী লগাম।"

মুকুন্দ মনত দুটা প্ৰশ্নৰ উদয় হল আৰু প্ৰশ্ন দুটাৰ আনুমানিক উত্তৰ দুটাও সি প্ৰস্তুত কৰিলে। কোন এই অনুপ? অনুপে আমাৰ তাৰপৰা কেতেকী এজোপা আনিব। আমাৰ তাৰপৰা মানে কি? ইয়াৰ উত্তৰ এয়ে হ'ব যে যশোৱাৰ ওচৰলৈ সঘনে অহা মানুহটো কাঙ্খুলিজানৰ।

অনুপক চিনি পোৱাৰ নিচিনা ভাব এটা দেখুৱাই মুকুন্দই যশোৱাৰ আনবোৰ কথা শুনি গ'ল, "এই ঠাইডোখৰ ইমান বঢ়িয়া! পাছফালে বৰনৈ। উত্তৰ দক্ষিণাকৈ সদায় জিৰ জিৰ বতাহ।আগত ইমান কেইটা ধুনীয়া ধুনীয়া ঘৰ! তোমাৰ টকা গোট খালে আকৌ ঘৰ সাজিব নেলাগে; এইটোকে কিনি লবা। ঘৰটোলৈ মোৰ বৰ মোহ হৈছে। দেউতাই কৈছে বোলে ঘৰটো মালিকে বেচিব।"

ইয়াকে শুনি মুকুন্দৰ যশোৱালৈ পুতৌহে উপজিল। তাৰ নিজক নিজে কথা কোৱা অভ্যাসটোৱে যশোৱাৰ আগতে উক দিলে। সি অস্পষ্ট উচ্চাৰণেৰে ক'লে "চাচোন, মুকুন, এইজনী কেনে আঁজলী! নিজৰ গিৰিয়েককে চিনি নেপায়! তাৰ হাতত আজি ইমান টকা যে এনেকুৱা এটা ঘৰ একো বস্তু নহয়। মই এদিনতে একে কোবে এনেকুৱা দুই তিনিটা ঘৰ কিনি লব পাৰোঁ। যশোৱা তই ভেলেঙী, তই যে নিষ্পাপ, সেই বাবে তোক ঈৰ্ষাও কৰোঁ। ঘৃণাও কৰোঁ। মই আৰু কাঙ্খুলিজনীয়া মনটো ঘূৰাই নেপাম।"

যশোৱাই তাৰ মুখৰ ফালে ভেবা লাগি চাই ৰল। তাৰ গুণগুণনি বন্ধ হোৱাৰ পিছত তাই তাৰ চকিৰ পাছফালে থিয় হৈ ক'লে, "বোলোঁ কি মন্ত্ৰ মাতিছা?"

চোৰাং কাৰবাৰীৰ উপস্থিত বুদ্ধি প্ৰখৰ। সি ক'লে, "অলপ অংক কৰিলোঁ। মুখে মুখে। টকাৰ হিচাব মিলালোঁ। বাৰু, যশো সৌ ড্ৰেয়ৰটো খুলি ফলিঅ' বেগটো আনচোন।"

সি ফলিঅ' বেগটোৰ গৰ্ভৰপৰা পাঁচটা নোটৰ বান্দিল উলিয়াই তাইৰ হাতত দি ক'লে, "বিছ হেজাৰ আছে। আগৰ ঠাইতে ৰাখি থ।"

তাৰ সুকীয়া এটা গডৰেজ কোম্পানীৰ আলমাৰি আছে। এই আলমাৰিটো বেংকত থকা 'লকাৰবোৰৰ নিচিনা। তাত সি কি বস্তু থয় যশোৱাই একো ভু নেপায়।

এতিয়া তাৰ উপাৰ্জন-ক্ষমতাৰ ইঙ্গিত দিবলৈকে তাইৰ হাতত বিছ হেজাৰ টকা দিয়াত তাই উচ্ছসিত হৈ ক'লে, "ইমানবোৰ টকা! একলগে!! ক'ত পালা?"

সি খুব স্বাভাৱিকভাৱে ক'লে, "এঠাইলৈ মকামিলা কৰিবলৈ মোক পঠালে ইৰ্ষাদে মোক যিখিনি টকা দিয়ে, তাৰে বাকী থকা টকাখিনি তাক ঘূৰাই দিব নেলাগে। ইইঁতৰ মানত বিছ ত্ৰিছ হেজাৰ টকা মাথোন হাতৰ মলি।"

"তেনেহ'লে এইঘৰটো কিনি লোৱা।"

"ৰ'বিচোন। সময় আছে। গোটেই জীৱনটোৱেই দেখোন পৰি আছে।

"কোনো কোনোৱে কয় বোলে টকা বেংকত থোৱা ভাল। হৰণ-ভগনৰ ভয় নাই।"

"আঁকৰী, তই বহুত কথাৰ ভু নেপাৱ। আমাৰ নিচিনা মানুহে বেংকত টকা থ'ব নেপায় নহয়।"

"কিয় ?"

"কাৰণ, দুনিয়াখন তই ভবাৰ দৰে সৰল নহয়।।"

এনেকৈ প্ৰশ্নটোৰপৰা এৰাই যাব খুজি মুকুন্দই বাটৰ ফালে চাই দেখিলে যে দূৰৈৰপৰা বেচ ৰূপহী যেন লগা মানুহজনী আন কোনো নহয় গোনাৰ মাক কনকাহে। অথচ গোনা তাতকৈ তিনি বছৰ সৰু। এই বয়সতো মানুহজনী দেখনিয়াৰ সুস্বাস্থ্যৰ এটা সুকীয়া ৰূপ আছে কাৰণেই।

এই ভৰ দুপৰীয়া মানুহজনী কৰপৰা ওলালহি ? কনকাই নিচেই পুৱাতে উঠি বৰনৈত সুৰুয উঠা চায় আৰু ফুল বোটলে। পিছত গা-পা ধুই যশোৱাৰ সৈতে যশোৱাৰ গোসাঁই ঘৰত একে লগে নাম গায়। ৰঞ্জু আৰু চানুৰ স্কুললৈ যোৱাৰ পিছত দুয়োজনী বজাৰ কৰিবলৈ যায়। সময় থাকিলে মেডিকেল কলেজৰ ওচৰৰ হৰেকৃষ্ণ দেৱস্থানো দৰ্শন কৰিবলৈ যায়।দিনৰ এঘাৰমান বজাৰ পৰা দুয়োজনী ৰন্ধা বঢ়াৰ কামত ব্যস্ত হৈ পৰে। কিন্তু এতিয়া ভৰ দুপৰীয়া কনকা অকলে অকলে ক'ৰবাৰপৰা অহা দেখি মুকুন্দ আচৰিত হ'ল। তাইৰ সাজপাৰো সুকীয়া। গাভৰু ছোৱালীৰ সাজপাৰৰ দৰে।

তাই বাৰাণ্ডাত ভৰি দিয়াৰ লগে লগে সি ক'লে, "খুড়ীক দেখোন আজি অবতৰত বিদ্যুৎবতী যেন লাগিছে। ক'ৰপৰা আহিল ?"

কনকাই থিতাতে উত্তৰ নিদিলে। ওচৰৰে চকিখনত বহি ক'লে, "ইয়াৰ বহুত কথা, বোপাই। দেউতাৰ মুখে শুনিলোঁ বোলে খুনৰ গোচৰ এটাত

গুৱাহাটীৰপৰা অহা উকীল এজনে জাৰা কৰিব। খুব ডাঙৰ উকীল হেনো। তেওঁকে চাবলৈ গ'লোঁ।"

অকস্মাতে মুকুন্দৰ এটা আখ্যান মনত পৰি গ'ল। সেয়েহে সি সুধিলে, "কোন উকীল।" কনকাই লাহে লাহে ক'লে, "হৰি প্ৰসাদ ভূঞা।"

সি কনকালৈ চালে। তাই পাট গাভৰুৰ দৰে ৰঙা ছিঙা পৰি গ'ল। পীৰিতিৰ ৰীতি দেখি মুকুন্দৰ মনটো অজানিতে কোমল হৈ পৰিল। কনকাৰ সেই বৈধব্যক উলাই কৰা যৌৱনৰ আখ্যানটো তাৰ মনত পৰিল। সি যি জানিব লাগে সকলো জানি গ'ল। তথাপি সি কৌতূহল দমাব নোৱাৰি সুধিলে, "তেখেতক আপুনি চিনি পায়?" তাই ভাৱত বিভোল হৈ নিজে নিজে কোৱাৰ দৰে কৈ গ'ল, "এসময়ত সেই চুঙীত থকা কালত, দেখিছিলোঁ। বিপ্লৱী আছিল। এতিয়া ডাঙৰ মানুহ। মোটা হৈছে। মূৰত চুলি খুব কম। চুলি পকিছেও। খুব বয়সীয়া হৈছে। বোধকৰো এতিয়া শহুৰ হৈছে। ককাক হৈছে। সময়ৰ যে কি খেলা!"

"আপোনাক চিনি পালে?"

"তেখেতক জানো চিনি পাওঁ বুলি কৈছিলোঁ? চিনি পোৱা হৈঁতেনো নাম নজনা হ'লে ধৰিব নোৱাৰিলোঁহেতেন। আৰু ময়োতো বুঢ়ী হৈছোঁ।"

অতীতৰ সোঁৱৰণে দুখ দিব বুলিয়েই মুকুন্দই কনকাক আৰু একো নুসুধিলে। সি আকৌ নিজক নিজে মনে মনে ক'লে "মুকুন, আৰু একো নুসুধিবি। এওঁক সোঁৱৰণেৰে মধুৰ অতীতক জীয়াই ৰাখিবলৈ যেন ভগবানে শক্তি দিয়ক।"

সি কথাটো লুটিয়ালে। অনুপৰ কথা ওলাল। অনুপ কলিতা ৰঞ্জু আৰু চানুৰৰ ঘৰুৱা শিক্ষক। সি সুৰেণ উকীলৰ চৌহদৰ জুপুৰী এটাত থাকি আইন পঢ়ে। তাৰ মুখেই কনকাই হৰিপ্ৰসাদ ভূঞা গুৱাহাটীৰপৰা আহিব বুলি শুনিছিল।

অনুপৰ এয়ে একমাত্ৰ পৰিচয় নহয়। সি কান্ধুলিজনীয়া। তাৰ ঘৰ কঁহুৱা মুখত। মুকুন্দৰ নিজৰ গাঁৱৰ ল'ৰা। দেউতায়েই তাক ল'ৰাহাল পঢ়ুৱাবলৈ যোগাৰ কৰি দিছিল।

ইয়াকে শুনি মুকুন্দ অস্থিৰ হৈ পৰিল। ৰঞ্জু আৰু চানুৰক কোনোবাই পঢ়ুৱাই বুলিহে কনকা-যশোৱাই কৰা কোৱাকুই সি শুনিছিল। কিন্তু সি যে কঁহুৱামুখৰ ল'ৰা এই কথা সিহঁতে ঘুণাক্ষৰেও উল্লেখ কৰা নাছিল।

ওপজা ঠাইখনলৈ তাৰ বহুত দিনৰ মূৰত মনত পৰিল। সি বিভোল হৈ পৰিল। সোঁৱৰণবোৰে তাক জুমুৰি দি ধৰিলে। কাঞ্চুলিজান অঞ্চলৰ এতিয়াৰ সকলো কথা জানিবলৈ তাৰ মনটো ব্যাকুল হৈ পৰিল। ছমাহ ঘৰুৱা শিক্ষক হৈ থকা আৰু এতিয়ালৈ দেখাদেখি নোহোৱা সেই অনুপ নামৰ ডেকা ল'ৰাটো তাৰ মনত দেৱদূত যেন লাগিল।

কনকা ভিতৰলৈ সোমাই গৈ যশোৱাৰ লগত ঘৰুৱা কথা পতাত লাগিলগৈ। মুকুন্দই নিজৰ লগত নিজে কথা পাতিলেঃ এৰা মুকুন, তই আগতেই অনুপক লগ পাব লাগিছিল। সি যে ল'ৰা পঢ়ুৱাৰ সময়ত তই ঘৰত নেথাকই। শোৱাৰপৰা উঠাৰ পিছতেই তোৰ ধান্দা বেলেগ হয়। পুৱাতে ওলাই গৈ ৰাতিহে আহ। ধিক তোৰ কুটিল জীৱন. ধিক তোৰ জিৰণি নোপোৱা জীৱন। জীৱনত কি টকা ঘটাৰ বাবে টনা আজোৰাত বাদে আন কিবা সুন্দৰ বস্তু নাই? কিন্তু তোৰ এৰি অহা কাঞ্চুলিজানত কিজানি দুৰন্ত হাবিয়াস নাই; তাত কিজানি কুটিলতা আৰু নিষ্ঠুৰতাই মানুহক গ্ৰাস কৰিব পৰা নাই। আজি কেবা মাহৰ মূৰত দিনৰ ভাগত ঘৰত আছোঁ। মোক এটা সহজ সৰল গৃহস্থ যেন লাগিছে। কিন্তু মোৰ দৰে চোৰাং কাৰবাৰী এটাৰ সদায় জানো এনেকৈ পৰিয়ালৰ সুখৰ মাজত থাকিবলৈ সময় সুবিধা হব? মোৰ নহয়, গোনাৰো নহয়। ইৰ্শ্বাদ কিজানি...

এমাহমানৰ আগতেই ইৰ্শ্বাদে তাৰ ঘৰত ফোন এটাৰ ব্যৱস্থা কৰিছিল। এই ফোনটোৱেই তাৰ বৈৰী। কাৰণ, ফোনটোৱে ইৰ্শ্বাদৰ নিৰ্দেশ বেছি ততাতৈয়া কৰে।

এতিয়া তাৰ এই নিমগ্ন অৱস্থাত ফোনটো বাজি উঠিল। সিমূৰে ইৰ্শ্বাদ খাঁ। পোনতে ইৰ্শ্বাদে তাক এটা সুখবৰ দিলেঃ ছদিনৰ পিছত অৰ্থাৎ আগষ্টৰ পহিলা তাৰিখে মুখ্যমন্ত্ৰী আৰু শ্ৰীকান্ত মহন্ত আহিব। ইৰ্শ্বাদ আৰু মুকুন্দক তেওঁলোকে লগ পাব পাৰে। খবৰটো "মেচেঞ্জাৰ" যোগে গুৰুমৎ সিঙে পঠাইছে। তাৰে আলচ কৰিবলৈ কাইলৈ পুৱাতে মুকুন্দ বশিষ্ঠ শৰ্মাৰ ওচৰলৈ যাব।

এইটো মুকুন্দৰেই কৃতিত্ব। তথাপি এই খবৰ পাই সি সিমান উল্লসিত নহ'ল। তাক অনুপক লগ পোৱাৰ চিন্তাই গ্ৰাস কৰি পেলালে। কাইলৈ পুৱা ভাগত তাৰ ক'লৈকো যোৱাৰ ইচ্ছা নাই। সেয়েহে সি ক'লে, "মোৰ গাটো ভাল লগা নাই। বশিষ্ঠ শৰ্মাক মোৰ তালৈকে মতাই পঠাম।"

"আহিবনে? শৰ্মাকো হুকুম দিব পৰা হ'লা?"

"অসুখ বুলি ক'ম।"

সি ফোনটো থলে। তাৰ মনলৈ আকৌ এটা কুটিল বুদ্ধি আহিল। সি অস্ফুট স্বৰেৰে নিজক নিজে ক'লে, "বুইছ, মুকুন, সি ইৰ্ষাদ মোক ভাৰসা নকৰাকৈ চলিবই নোৱাৰা হ'ল। সি এদিন মোক পাৰ্টনাৰ কৰিবই লাগিব। লেহুকা ন'হবি, মুকুন, তই খিতাপ দেখুৱাব লাগিব। আজিৰ দিনত টকাই সকলো। ইয়াকে যিবোৰে নহয় বুলি কয়, সিহঁতক বিশ্বাস নকৰিবি। সিহঁতে টকা ঘটিব নোৱাৰে কাৰণে এনেকৈ কয়।"

পুৱা অনুপৰ ৰঞ্জুহঁতক পঢ়ুৱা নহ'ল। মুকুন্দৰ লগত কথা পাতোতেই সময়খিনি পাৰ হ'ল।

পঁচিছ বছৰীয়া চফল ডেকা অনুপে বি-এ পৰীক্ষা ভালকৈ পাছ কৰা সত্ত্বেও এম-এ নপঢ়ি আইন পঢ়াৰ হেনো এটা উদ্দেশ্য আছে। সি কাক্কুলিজান অঞ্চলৰ কথা কৈ গ'ল। এতিয়া হেনো কাক্কুলিজানলৈ কিছুমান বাছ চলে। দীঘলআটীত এখন বেচৰকাৰী হাইস্কুল হৈছে। বৰনৈৰ কিনাৰে কিনাৰে আগৰ মথাউৰিটো আছে। পিছে ডাঙৰ বানটোৰ পিছত এই মথাউৰিটো বহু দিনৰেপৰা আধাডুখৰীয়া হৈ আছে বাবে কিছু মান ঠাইত বানপানী হয়। অৱশ্যে মথাউৰিটোত মানুহে আশ্ৰয় লবলৈ সুবিধা পাইছে। বৰনৈ আৰু কাক্কুলিজান সকলো ঠাইতে সমানে নেবাগৰে বাবে সকলোতে সমানে পলস নপৰে। সেই বাবে সকলো ঠাইতে আগৰ দৰে খৰালি সৰিয়হ খেতি নহয়। মানুহবোৰৰো কিছুমান নিঠৰুৱা আৰু কিছুমান পেটে-ভাতে-খোৱা বিধৰ। ঠাইখনৰ উন্নতি হোৱা নাই। দুসাজ খাবলৈ নোপোৱা মানুহৰ সংখ্যা বাঢ়িছেহে। মানুহবোৰে এতিয়াও পুৰণিকলীয়া নীতি নিয়ম এৰা নাই। কিছুমানে খেতিত কাৰখানাই বনোৱা সাৰ দিছে যদিও বেছি ভাগ মানুহে নতুন নিয়মেৰে খেতি কৰা বুদ্ধিবোৰ বিশ্বাস কৰা নাই। তাত হাইজা-বসন্ত হলে মানুহে কুকুৰ- শিয়াল মৰাদি মৰে। তাত আধুনিক চিকিৎসাৰ ব্যৱস্থা নাই। মাথোন হাইস্কুলৰ দেওনা পাৰ হব নোৱাৰা, বঙালী কিতাপ পঢ়ি হোমিওপেথিক ডাক্তৰ খৰ্গেশ্বৰ বৰাইহে ল'ৰা-ছোৱালীৰ আৰু পোৱাঁতী তিৰোতাৰ অসুখ-বিসুখ ভাল কৰে। টান অসুখত কণপাই বেজে জৰাফুকা কৰে। লচ্‌মী মুচিয়াৰণীয়েই হ'ল অঞ্চলটোৰ প্ৰসূতি। হাইজা হ'লে মানুহে প্ৰতিবিধান মানি

চলাৰ সলনি হাইজাৰ দেও খেদিবলৈ ৰাতি বাটে বাটে নাম-কীৰ্তন কৰি ফুৰে। বৰ আইৰ পৰা ৰক্ষা পোৱাৰ উপায় হ'ল শীতলাৰ আইনাম।

এতিয়াও কাঙ্কুলিজানত আঠখেলীয়া ভাওনা হয়, বৰ সবাহ হয়, গৰখীয়া সবাহ হয়। এতিয়াও হাবিৰ মাজৰ মুকলি ঠাইত গাভৰুৱে জেং বিছু পাতে; ডেকা-ডেকেৰীয়ে মনত পীৰিতিৰ উম লৈ ঘাম মচি মচি নাচে। এতিয়াও কাঙ্কুলি জানত চকু চমকোৱা সোণ ৰূপৰ সোঁত। বৰনৈৰ বালি এতিয়াও কপাহ বগা আৰু বিশাল কাঙ্কুলিজানৰ কাষৰীয়া হাবিত আগৰ দৰেই অলেখ চৰাই। কিন্তু খেতিয়ে আগৰ দৰে শইচ নিদিয়ে। বোপা ককাৰ দিনৰেপৰা পথাৰৰ লখিমীক লালন পালন কৰি আই বসুমতী এতিয়া ভাগৰি পৰিছে। গতিকে কাৰখানাত বনোৱা লোণ-চেনিৰ দৰে লগা সাৰৰ আৱশ্যক হৈছে। তাৰে মৰ্মটো বেছি ভাগ খেতিয়কে বুজা নাই। ন ন জাতৰ অধিক শইচ দিয়া ধান ঘেঁহুৰ মহিমাৰ কথাও খেতিয়ক ৰাইজে বুজ লোৱা নাই। সেয়েহে কাঙ্কুলিজানত কাক পথাৰ, হোজাই, লঙ্কা বা তিতাবৰৰ দৰে সেউজ বিপ্লৱ হোৱা নাই।

সিফালে গঞাৰ দন-খৰিয়ালবোৰো কমা নাই। কাঙ্কুলিজানৰ কোনোবা মানুহে নবন্ধোৱা গৰুৰে হাল বোৱা কাৰণে নামঘৰত পৰাচিত্ত হ'ব লাগে। এতিয়াও তাত জাত কুলৰ বিচাৰ প্ৰবল। এঘাৰ দিনীয়া মাহেকীয়া লৈ কাজিয়া, ভেদাভেদ। 'হৈ-ধ্বনিয়া' আৰু বামুণ মাতি কাজকৰম কৰা মানুহৰ মাজত অসূয়া।

সি অনুপৰপৰা আৰু গম পালে যে তাৰ মোমায়েক মোহোদৰ ঢুকুৱাৰ পিছত এতিয়া ডাঙৰ ছোৱালীজনীয়ে কাৰৈমাৰী প্ৰাইমাৰী স্কুলত কাম কৰি ঘৰখন পোহপাল দি আছে। যশোৱাৰ দুইটা ককায়েকে বিয়া কৰালে। এটা মহৰী। 'পৰফুল খুড়া' এতিয়া আলৰ বুঢ়া। চকুত ছানিপৰিছে।........

এইবোৰকে শুনি মুকুন্দই এটা হুমুনিয়াহ কাঢ়িলে। তাৰ চকুৰ আগত আজাৰ গছে বেৰি থকা সেই সৰু সৰু গাওঁবোৰ ঘূৰি থাকিবলৈ ধৰিলে। কহুৱামুখ, দীঘলআটী, কাৰৈমাৰী, দলৈচুবা, জলমৈ...

মাজনিশা আৱৰ্ত ভবনৰ এটা সুন্দৰ কোঠাত পাঁচজন মানুহ। মুখ্যমন্ত্ৰী, শ্ৰীকান্ত মহন্ত, দশানন যাদব, ইৰ্শ্বাদ খাঁ আৰু মুকুন্দ তেওঁলোকৰ মাজত গোপন

আলোচনা। এই আলোচনাত ইৰ্শ্বাদ আৰু মুকুন্দৰ উপস্থিতিয়ে উপায়ুক্তৰপৰা পুলিচ আৰু পৰিদৰ্শকলৈকে জিলাখনৰ সকলো কৰ্মচাৰীকে বুজাই দিলে যে ইৰ্শ্বাদৰ কাৰবাৰ সকলোৱে জনা এটা গোপন ৰহস্য হিচাপে চলি থাকিব লাগিব আৰু কোনেও ইয়াক ৰোধ কৰিব নোৱাৰিব। ৰোধ কৰিবলৈ বিচৰা কোনোবা আদৰ্শবান যুৱক বিষয়া ওলালে চৰকাৰেই তাৰ চাকৰী-জীৱন দুৰ্বিসহ কৰি তুলিব।

দিনত তিনিচুকীয়াত মুখ্যমন্ত্ৰীৰ গাড়ীত দশানন যাদবক দেখা গৈছিল। এই খবৰ জিলাখনৰ প্ৰায়বোৰ বিষয়াই পাইছিল। সকলোৱে ইয়াৰ গুপুত সত্য উদ্ধাৰ কৰিব পাৰিছিল। সত্যটো হ'ল, দশাননৰ চাৰি পাঁচ বিধ ব্যৱসায়ত কোনো বিষয়াই বিশেষ প্ৰভুত্ব চলাব নোৱাৰিব।

এই মাজনিশা গোপন আলোচনা কৰাৰ সময়তো স্বল্পভাষী মুখ্যমন্ত্ৰীৰ কথাকেইটা সাঁথৰৰ দৰে। তেওঁ ক'লে, "দুদিনৰ পিছত পাঁচজন এম-এল-এ। চাহবাগিছাৰ মাজত সোমাই আমাৰ বিৰুদ্ধে বিষোদ্‌গাৰ কৰিব পাৰে। মজদুৰৰ ভোটত উঠা এম এল এ। আপোনালোক তিনিজনক তেওঁলোকৰ ভাৰ দিলোঁ। মানুহ কেইজনক কিপথে যাবলৈ নিদিব। চৈধ্য তাৰিখে চাবুৱাৰ সভাত মই তেওঁলোকক দেখিব লাগিব।"

ইয়াৰ অৰ্থ কোনেও পূৰাকৈ বুজি নেপালে। মাথোন মহন্তই বিমোচন মহালীৰ অনুগামী পাঁচজন চাহ শ্ৰমিকৰ বংশধৰ এম- এল- এৰ নাম দোহাৰিলে। চৈধ্য আগষ্টৰপৰা চাহ শ্ৰমিকৰ বিশেষ উন্নয়ন আঁচনিখন মুখ্যমন্ত্ৰীয়ে চাবুৱাত মুকলি কৰিব। বাগিছাৰ মালিক, মেনেজাৰ আৰু শ্ৰমিক সন্থাৰ পেছাদাৰ কৰ্মীৰ তৎপৰতাত এই সভাখন ডাঙৰ হ'ব বুলি সহজে অনুমান কৰিব পাৰি। তাত এই পাঁচজন এম- এল- এক মুখ্যমন্ত্ৰীয়ে দেখিয়েই তেওঁ বুজি ল'ব যে ইৰ্শ্বাদ আৰু দশাননে সিহঁতক চম্ভালিব পাৰিছে।

কিন্তু সিহঁতে বিদ্ৰোহ কৰিব কিয়? এম-এল -এ হৈ সিহঁতে বেচ মজা লুটিছে! সিহঁতৰ হাতত ইমান টকা আৰু সিহঁত ইমান ৰাজসুখত আছে যে সিহঁতে নিজ জাতিভাইৰ দুৰ্দশা দূৰ কৰাৰ কথা ভবা নাই, মাথোন নানা তালি-ভালি দেখুৱাই সিহঁতক হাতত ৰাখিছে। গতিকে চাহ-শ্ৰমিকৰ বিশেষ উন্নয়ন আঁচনিখন উদ্বোধন কৰাৰ দিনা এই পাঁচজন এম-এল- এ উপস্থিত নেথাকিব বুলি মুখ্যমন্ত্ৰীয়ে আশঙ্কা কৰিছে কিয়?

মুখ্যমন্ত্রী পুৱাই ৰাজধানীলৈ গ'ল। সন্ধিয়া আকাশবাণীয়ে দিয়া বাতৰি এটাইহে মুখ্যমন্ত্রীৰ সাঁথৰটো ভাঙিলে। বাতৰিটো অতি সংক্ষিপ্তঃ বিমোচন মহালীয়ে পদত্যাগ কৰাৰ পিছত মুখ্যমন্ত্রীয়েই শ্রম দপ্তৰৰ ভাৰ লৈছে।

এতিয়া ইৰ্শ্বাদ, মুকুন্দ আৰু দশাননৰ গোটেই কথাখিনি পৰিষ্কাৰ হ'ল। মুখ্যমন্ত্রীয়ে বিমোচনক বৰ্খাস্ত নকৰি পদত্যাগ কৰিবলৈ বাধ্য কৰোৱালে। সেই বাবেই তাৰ অনুগামী পাঁচজন এম-এল-এ বিদ্রোহী হৈ চাহ শ্রমিকৰ মাজত সোমাই মুখ্যমন্ত্রীৰ আৰু তেওঁৰ অনুগামী সকলৰ বিপক্ষে জনমত গঢ়ি তুলিব পাৰে। সাধাৰণ নিৰ্বাচনলৈ আৰু ডেৰ বছৰ বাকী।

সন্ধিয়া আকাশবাণীৰ বাতৰি পোৱাৰ আগতেই দশাননে কথাটো জানিলে। সি মাৰ্ঘেৰিটাৰপৰা আহি ইৰ্শ্বাদক লগ ধৰিলেহি। মুকুন্দও ওলালহি। বশিষ্ঠ শৰ্মাকো ফোন কৰা হ'ল। তাক ফোনত পোৱা নগ'ল। সেই বাবেই সকলোৰে বছিৰক প্রয়োজন হৈ পৰিল। ৰাতি দহ বজাত বছিৰে বশিষ্ঠ শৰ্মাক জুলেখাৰ ঘ ৰৰপ ৰা আনি মৌচম মঞ্জিল'ত হাজিৰ কৰালে।

অলপ পৰ আলোচনাৰ পিছত সিদ্ধান্ত হল যে বশিষ্ঠ, মুকুন্দ আৰু দশানন শীঘ্রে শ্বিলং পাবগৈ লাগিব। পুৱাই এচেমব্লি হোষ্টেলত এম-এল-এ পাঁচজনক লগ পাব লাগিব। ইৰ্শ্বাদ যাব নেলাগে। সি ৰক্তচাপত ভোগা মানুহ।

মুকুন্দ পুনৰ ইৰ্শ্বাদৰ টকাৰে দায়িত্ব পালন কৰিবলৈ ওলাল। এইবাৰ লগত অলক ফুকনৰ সলনি বশিষ্ঠ শৰ্মা। সিহঁত দশাননৰ গাড়ীত যাব। দশাননৰ ড্রাইভাৰ মহিমো কালীন্দ্রৰ দৰেই দেহৰক্ষী।

সিহঁত পুৱা শ্বিলং পালেগৈ। বশিষ্ঠ শৰ্মাই প্রত্যেকটো এম-এল-এক চিনি পায়। সি খবৰ কৰি গম পালে যে বিমোচন মহালীৰ ঘৰৰ পৰা এইমাত্র সেই পাঁচটা এম-এল এ ঘূৰি আহিছে।

দশাননহঁত এম-এল-এ হোষ্টেলত সোমাল। মৰাণৰ এম -এল-এ কৃষ্ণ তাতীৰ তাতে বাকী চাৰিজনকো পোৱা গ'ল। সিহঁতৰ প্রত্যেকেই দশানন যাদবক চিনিপায় কাৰণে মূল উদ্দেশ্যলৈ অহাটো সহজ হৈ পৰিল।

সি ক'লে, "মুখ্যমন্ত্রীৰ ইচ্ছা, সংকটৰ সময়ত দলৰ সকলোৰে এক হব লাগে। তাকে আমি জনাবলৈ আহিছোঁ। আপোনালোকৰ ভৱিষ্যত হ'ল মজদুৰবোৰহে। সিহঁতৰ মাজত যদি আপোনালোকৰ খুব ভাল সংগঠন নেথাকে,

তেনেহলে আপোনালোকৰ বিপদ। নিজৰ সমষ্টিটোক ফাঁকি ফুকা দি আছিল বাবেই বিমোচন মহালীক গাদীৰপৰা আঁতৰোৱাত মুখ্যমন্ত্ৰীৰ গাৰ নোম এডালো নলৰিল।”

এনেতে বশিষ্ঠ শৰ্মাই মাত লগালে, “চাহ মজদুৰৰ মাজত সংগঠনৰ অভাৱ। কিন্তু ইয়াৰ দায়িত্ব আপোনালোকৰ। তাৰ বাবে আপোনালোকৰ পিছত আছোঁ। কি কয়, মুকুন্দ খাওন্দ?”

মুকুন্দই ক'লে “তাৰে বাবে একোটা পুঁজি গঠন কৰক। আমি সহায় কৰিম।”

ডুলীয়াজানৰ এম এল-এ বসন্ত কুৰ্মীয়ে অৱশেষত লাহে লাহে কলে “ঠিক আছে। আমি মানি লৈছোঁ। আপোনালোকে সহায় কৰিব?”

দশানন যাদবে সুবিধাই পালে। সি ক'লে, “অতি সহজ কথা। বিমোচনৰ লগ নললেই হ'ল। চৈধ্য তাৰিখৰ উদ্বোধনী সভালৈ গ'লেই তেওঁ বুজিব বিমোচন অকলশৰীয়া হ'ল। এতিয়া যাওক সেই সভা পাতিবৰ বাবে আমাৰ লগত লগ লাগকগৈ। তাৰ বাবে খৰচ পৰিব। সেইখিনি টকাও আমি দিবলৈ আহিছোঁ।”

এনেকৈ কোৱাৰ লগে লগে মুকুন্দই দুটা নোটৰ বান্দিল উলিয়ালে। তাত বিছ হেজাৰ টকা আছিল। দশাননে উলিয়ালে তিনিটা বান্দিল। মুঠতে পঞ্চাশ হেজাৰ টকা টেবুলৰ ওপৰত দ'ম বান্ধিলে।

“এতিয়া ইমানেই। আৰু লাগিব। মোলৈ ফোন কৰিলেই হ'ল।” দশাননে গহীনাই কলে।

সিহঁত হতভম্ব হ'ল। কাৰো মুখত মাত নাই। ভালেমান পৰ নিমাতে থকা দেখি বশিষ্ঠ শৰ্মাই চিগাৰেটৰ পেকেটটো উলিয়াই প্ৰত্যেককে যাচিলে। খন্তেকৰ পিছতে প্ৰত্যেকৰ ওঁঠত গোজা চিগাৰেট কেইটা বশিষ্ঠই জ্বলাই গ'ল। ধোঁৱাৰে কোঠাটো ধুঁৱলী-কুঁৱলী হোৱাৰ পিছত দশাননহঁতে বিদায় ল'লে। এম-এল -এ পাঁচজনে সিহঁতক নম্ৰভাৱে আৰু স্বাভাৱিকভাৱে বিদায় দিলে।

উভতিবৰ সময়ত দশানন আৰু মুকন্দৰ ওঁঠত বিজয়ৰ হাঁহি। বাৰ্ণিহাট পোৱাৰ সময়ত মুকুন্দৰ মনটো শতপুষ্পেৰে মুকুলিত হল। তাৰ মনত পৰিল ভানু শৰ্মালৈ। ইফালে সি জানিলে যে দশাননৰ কাম থকাৰ কাৰণে সিহঁতে গুৱাহাটীত এদিন থাকিব লাগিব।

সি সুধিলে, "শৰ্মা, গৃহিণীক জানো মাত এবাৰ লগাই নেযায়?"

বশিষ্ঠ শৰ্মাই ক'লে, "তেওঁ নাই নহয়। হায়দ্ৰাবাদলৈ গৈছে। শিশুকল্যাণ সমিতিৰ কিবা চেমিনাৰ আছে।"

দুদিনৰ পিছত ঘৰলৈ আহি মুকুন্দই যশোৱাৰ হাতত আঠ হেজাৰ টকা দিয়াত তাই আগতকৈ আচৰিত হ'ল। তাই সুধিলে, "এইবোৰ ক'ত পালা?" সি মাথোন ক'লে, "মই আগতেই কৈছো নহয়, যশো, ইৰ্শ্বাদে যিখিনি টকা দিয়ে তাৰ সি হিচাব নলয়, ঘূৰাই দিলেও 'ফুঃ' লৈ যোৱা বুলি কয়।"

চৈধ্য আগষ্টত যথাসময়ত চাহ শ্ৰমিকৰ উন্নয়ন আঁচনিৰ উদ্বোধনীসভাখন সমাৰোহেৰে পতা হ'ল। মুখ্যমন্ত্ৰীৰ ভালৰ কাৰণেই দশানন, ইৰ্শ্বাদ আৰু মুকুন্দই সেই সভাত যোগদান নকৰিলে। অভ্যৰ্থনা সমিতিৰ সভাপতি হিচাপে বসন্ত কুমীয়ে নিজৰ ভাষণৰ এঠাইত ক'লে, "...আমাৰ মজদুৰ সমাজৰ উজ্জ্বল ভৱিষ্যতৰ সপোন দেখিছো। মাননীয় মুখ্যমন্ত্ৰীদেৱে অসমীয়া সমাজৰ অঙ্গ হিচাপে মজদুৰ সমাজৰ সদ্‌গতি সাধিবলৈ যি সংকল্প লৈছে এই সংকল্পই হ'ল তেখেতৰ দেশপ্ৰেম আৰু দক্ষতাৰ জ্বলন্ত নিদৰ্শন।..."

## বাৰ

এনে এটা আৰাম আৰু বিলাসৰ দিন আহিব বুলি মই কাহানিও কল্পনা কৰা নাছিলোঁ। যেতিয়া ভাগ্য ভাল হয় তেতিয়া সকলো চেষ্টাই সফল হয়।

মোৰ জীৱনলৈ এতিয়া শৃঙ্খলা আহিছে। ৰাজনীতি কৰা মানুহৰ সহায়ত চোৰাং কাৰবাৰ বঢ়িয়াকৈ চলিছে। আমাক কোনেও বাধা দিয়া নাই। পুলিচ, আবকাৰী আৰু যানবাহন বিভাগৰ মানু হবোৰ আমাৰ বহতীয়া হৈছে। মাথোন মাহে মাহে সিহঁতক মৰ্য্যদা অনুসৰি একোটা 'বোনাচ' দি থাকিব লাগে। আৰক্ষী অৰ্ধীক্ষকক দুহেজাৰ, আবকাৰী অধীক্ষকক ডেৰ হেজাৰ, টাউন দাৰোগাক এহেজাৰ, ডি-টি-অ অফিচৰ এনফৰ্চমেণ্ট ইন্সপেক্টৰক চাৰিশ আৰু উপাযুক্তক উপঢৌকন সহ মাজে মাজে চালাম। এই উপঢৌকনবোৰ বেলেগ ধৰণৰ। যেনে জাপানী কেমেৰা, থাইলেণ্ডৰ ছাতি, কোৰিয়াৰ কাপোৰ, বিলাতী মদ, কিছুমান ইলেক্‌ট্ৰনিক সৰঞ্জাম। এবাৰ ডি-চিৰ গান জনা লেণ্ডেৰী ছোৱালীজনীৰ বাবে পিয়ানো এটা দিয়া হৈছিল। শ্ৰীকান্ত মহন্তৰ ভনীয়েকৰ বিয়াত আমি হীৰা খটোৱা সোণৰ হাৰ এডাল দিছিলোঁ। দশানন যাদবে এইখন বিয়াৰ সকলো খৰচ বহন কৰিছিল।

এই মানুহবোৰক 'ছাৰ' বোলোঁ, নমস্কাৰ কৰোঁ। এয়া নিয়মহে । কিন্তু সিহঁতে আমাৰদৰে চোৰাং কাৰবাৰীক যেনেকৈ পেটে পেটে ভাল নেপায়, আমিও সিহঁতক পেটে পেটে ঘৃণা কৰোঁ। এৰা, ঘৃণাৰ মাজেদিয়েই এই ৰুগীয়া সমাজখন চলিছে। সিহঁতে ঘৃণা কৰে আমাৰ আইনবিৰোধী উপাৰ্জনৰ পন্থাক, আমি ঘৃণা কৰোঁ সিহঁতৰ ভণ্ডামিক, প্ৰঞ্চনাক, দুমুখীয়া কথাবোৰক আৰু ক্ষমতাৰ নিচাক।

এইবোৰ কথা যশোৱাক নকওঁ। অসৎ কাৰ্য্যত লিপ্ত নহলে এইবোৰ কথা বুজা নেযায়। মোৰ মতে সৎ মানুহবোৰেও অসৎ লোকৰ আৰু অসৎ কাৰ্য্যৰ সকলো খবৰ জনা উচিত। তেহে সমাজখন নিকা হোৱাৰ আশা। যশোৱাই এইবোৰ কি বুজিব? পূজা সেৱা কৰা, ঘৰুৱা কামকাজৰ তদাৰক কৰা, মাজে মাজে অহা

গোসাঁই-স্বামীজী দৈৱজ্ঞক তুষ্ট কৰা আৰু ৰঞ্জু চানুৰৰ ভৱিষ্যত চিন্তা কৰাত বাদে তাইৰ পৃথিৱীখনত অইন আহুকাল নাই। অথচ মই এতিয়া তাইতকৈ তেনেই সুকীয়া। মই লোভ, মোহ আৰু দম্ভৰ বন্দী। মোৰ স্বভাৱটো পুথিৰ পাতত থকা উপদেশৰ লগত মিলাব নোৱাৰোঁ। এৰা গোনাই কোৱা কথাই ঠিক। একালত লেখা পুথিৰ কথাবোৰ আন এটা কালৰ মানুহৰ বেলিকা খাটিব জানো? চাব্বাইছ গোনা। তোৰ মাৰো ওস্তাদনী, তয়ো ওস্তাদ। মাক চাই বেটা।তোৰ মাৰৰ বয়সৰ তিৰোতাবোৰক চাগৈ জীৱন যাত্ৰাই আমুৱালে। কিন্তু তোৰ মাৰে এতিয়াও ডেকা হৰিপ্ৰসাদৰ লগত নিয়ম নমনা পীৰিতিৰ ইতিকথা ৰোমন্থন কৰে। মই ভাবোঁ, কনকাইহে আচল জীৱনৰ উইঁটো বিচাৰি পাইছে। ভালকৈ আনন্দ উচ্ছাসেৰে যদি আমি প্ৰতিটো দিন যাপন কৰোঁ তেনে কৰিবলৈ যাওঁতে যদি আগৰ কথা মনৰপৰা মচি পেলাওঁ আৰু বৰ্তমান ভৱিষ্যতৰ মাজত এখন ওখ বেৰ আজিৰ দিনটোকে জীৱনৰ অতিকে আপুৰুগীয়া দিন বুলি ধৰি লওঁ, তেনেহ'লে তেনে কিছুমান দিনৰ সমষ্টিয়েই হব বঞ্চিত জীৱন। কনকাই হয়তো এনে এটা জীৱন বিচাৰিছিল আৰু বিচাৰি আছে। তাই মই কোৱা কিছুমান কথা বুজি পায়। কিন্তু সেইবোৰ কথা যশোৱাই বুজিব নোৱাৰে।

দেশৰ এই ভণ্ডামিৰ কথাবোৰ মই কনকাক কওঁ। তাই নিবিষ্ট মনে শুনে। কিন্তু তাই একো অভিমত নিদিয়ে। ভাল কথা। কাৰণ তাই হয়তো সংসাৰখন নিৰপেক্ষ হে চায়। একো অভিমত নিদিয়ে কাৰণেই আজিকালি আকৌ মনৰ কথাবোৰ কওঁ মণিকা কাকতীক। ছাব্বিছ বছৰ বয়সতেই তাইৰ দেহটোৰ দৰে মনটোও বেছ পুৰঠ।

ছাব্বিছ বছৰীয়া, অতি আকৰ্ষণীয় ছোৱালী এজনীৰ লগত মোৰ দৈবক্ৰমে চিনাকি হৈছিল। তাই ডাক্তৰ ভঁৰালীৰ চেম্বাৰলৈ আহিছিল। আৰু ময়ো ইৰ্শাদৰ বুকুত লোৱা এক্সৰে ফটো কিছুমান লৈ তালৈ গৈছিলোঁ। তেতিয়াই চিনাকি। তাইক লগ নোপোৱা হলে এই বয়সৰ চাকৰি বিচাৰি ঘূৰি ফুৰা বি-এ পাছ ছোৱালীবোৰে সমাজৰ বিষয়ে কি ভাবে আৰু সিহঁতৰ আশা ভাৰসা কেনে বিধৰ এই সম্পৰ্কে মই নজনাকৈ থাকিলোহেঁতেন। মণিকাৰ ছাব্বিছ বছৰীয়া জীৱনত কিজানি আনে ভু-নোপোৱা বিধৰ কলঙ্ক আছে। কাৰণ তাই কোনোবা পঞ্চায়তৰ সভাপতিৰ লগত চাকৰি বিচাৰি গুৱাহাটীলৈ যায়। গল্প উপন্যাস পঢ়ি ভাল পোৱা

মণিকাক এনেবোৰ কিতাপৰ যোগান ধৰে ওচৰৰে জীপত ঘূৰা ঠিকাদাৰটোৱে। তথাপি তাইৰ চাকৰি নহয়। তাই কয়, "আগতে বৰ গছত হাঁকুটী লগালেই চাকৰি পোৱা গৈছিল। এতিয়া মাত্ৰ টকা লাগে। এল-পি স্কুলৰ মাষ্টৰণী হ'বলৈ এহেজাৰ, কেৰেণী হবলৈ দুহেজাৰ। পাঁচ হেজাৰ দিলে আকৌ কেৰাণীৰ 'বচ' মানে অফিচাৰ।"

"কিন্তু তুমিটো এজনী বেছ দেখনিয়াৰ ছোৱালী!"

"চাকৰিৰ বাবে লোৱাৰ বেলিকা নাৰীৰ ছয়ামৰ্য়া বিশেষকৈ কামত নাহে। তদুপৰি চাকৰি দিব পৰা মানুহবোৰ সাধাৰণতে পেঞ্চন পাবলৈ দুই এবছৰ থকা মানুহ। শেষৰ বছৰকেইটাত পইচা কৰি লব খোজে।"

"চাকৰি নেপালা নাই, আচল চাকৰিটোৰে ব্যৱস্থা নকৰা কিয়?"

"বিয়াৰ কথা কৈছে? অসম্ভৱ। দেউতাৰ পেৰেলাইচিচ। ককাই দুটা বিয়া বাৰু কৰাই আঁতৰিল। সিহঁতে পূৰা 'এভইড' কৰিলে।"

ছোৱালীজনীৰ হয়তো চৰিত্ৰত হৰকতৰক থাকিব পাৰে। কিন্তু তাই বৰ খোলোচা মনৰ। আওপকীয়াকৈ নিজক 'বৰ শুচি নহয়' বুলি জানিবলৈ দিয়া সাহসী ছোৱালীজনীক সঁচাকৈয়ে মোৰ বৰ ভাল লাগিল। তাতকৈ ভাল লাগিল তাইৰ জিলিকি থকা অদ্ভুত সুন্দৰ চকু দুটা।

তাই মোৰ গাড়ীত উভতিছিল। আমি একেলগে ব্ৰহ্মপুত্ৰৰবালিত বহিছিলোঁ। তাই নিজৰ কথা কৈছিল। সেইদিনা 'কলঙ্কিনী'য়ে মোৰ কামিজত সেন্দুৰীয়া ফোঁটৰ তিনিটা দাগ দিছিল পিছত তাইক বশিষ্ঠৰ জৰিয়তে সমবায় বেঙ্ক এটাত চাকৰি এটা যোগাৰ কৰি দিছিলোঁ।

মন্ত্ৰীৰপৰা দ্বিতীয় শ্ৰেণীৰ বিষয়া আৰু তৃতীয় শ্ৰেণীৰ সমাজ সেৱীলৈকে সকলোৰে যেতিয়া ভণ্ডামিবোৰৰ কথা কওঁ মণিকাই খুব ভালকৈ বুজি পায় আৰু কয়, "নতুন সমাজ এখন গঢ়াৰ আগতেই এনেবোৰ লক্ষণ থাকে। ৰুচ দেশৰ উপন্যাসবোৰত আছে"।

মই চিন্তা কৰিবলৈ কিবা এটা পাওঁ। আজিকালি এইবোৰ কথা বুজি পাওঁ। ৰঞ্জুইতক পঢ়াবলৈ অহা অনুপ কলিতাই মোক ৰাতি গোপনে ছমাহ পঢ়ালে। মই অসমীয়া পঢ়িব লিখিব পাৰোঁ। ইংৰাজী পঢ়িবহে পাৰোঁ। এতিয়া মোৰ বাবে বাতৰি কাকত কেইখন হল দিব্যচকু। লিখা পঢ়া জনাৰ কাৰণে মোৰ আত্মবিশ্বাসো

বাঢ়িছে। আগতে চিনাকি হোৱাহেঁতেন মই ধুনীয়া মণিকাৰ সকলো কথা বুজি নেপালোঁহেতেন বা মই নিৰক্ষৰ বাবে তাইৰ দৰে বি-এ পাছ ছোৱালী জনীক 'এভইড' কৰিলোঁহেতেন। আজিকালি লিখা পঢ়া শিকিবলৈ বেছ সহজ হৈছে। ইংৰাজী শিকিবৰ বাবে ডিক্টাফোন আছে, ৰেকৰ্ড আছে, কেছেট আছে। অনুপে সেইবোৰ মোক কিনি দিলে। অসমীয়া কিতাপ আৰু বাতৰি কাকতত থকা ডাঙৰ শব্দ বুজা টান নহয়। কাৰণ ৰেডিঅ'ৰ বাতৰি আৰু বক্তৃতাত সেইবোৰ শব্দ থাকে। কিছুদিন ৰেডিঅ'ত অসমীয়া বাতৰি শুনি পিছত ইংৰাজী আৰু হিন্দী বাতৰি শুনিলে এই দুয়োটা ভাষাৰ ভালেমান জ্ঞান পাব পাৰি। মোৰ ভাষা শিকাৰ বুদ্ধিবোৰৰ কথা শুনি অনুপে কৈছিল, "আপোনালৈ সচাঁকৈয়ে মোৰ শ্ৰদ্ধা হৈছে। মগজু থকা মানুহৰ কাৰণে সকলো কামেই সম্ভৱ।"

মই মণিকাৰ কথাত সদায় চিন্তা কৰিবলৈ কিবা এটা পাওঁ। সমাজৰ ভণ্ডামিৰ বিষয়ে মই জনা কথাখিনি শুনি তাই বিস্মিত হোৱা নাছিল। তাই কৈছিল, "আচলতে ভাৰতৰ মানুহবোৰহে কিজানি বেছি ভণ্ড। চবেই মুখা পিন্ধি ফুৰে। সেই বাবেই চাহাববোৰে আমাক বেয়া পায় হেনো।"

"তেনেহলে ময়ো এটা ভণ্ড। ঘৰত গৃহস্থ, বাহিৰত সম্ভ্ৰান্ত পুৰুষ; ব্যৱসায় হ'ল ইৰ্শ্বাদৰ লগত। তোমাৰ লগততো মোৰ সম্পৰ্ক আচলতে ককায়েক ভনীয়েকৰ সম্পৰ্ক নহয়।"

"এইখিনি কথা ক'লে কাৰণেই আপুনি ভণ্ড নহয়। তদুপৰি বাহিৰত ব্লেক মনি আয় কৰা মানুহত বাদে আন মানুহ বুলি আপুনি ভাও জোৰা নাই।"

"তেনেহলে,মণিকা, তোমাৰ নিজৰ ভণ্ডামি আছে বুলি ভাবানে?"

"নেভাবোঁ। গোপনতাক যদি ভণ্ডামি বোলে তেনেহলে মোৰ ক'বলৈ একো নাই। অৱস্থাত পৰিলে মোৰ দৰে ছোৱালীবোৰে পুণ্যক এৰিব লাগিব।"

"আৰু এতিয়া?"

"এই গোপনতা সুন্দৰ।"

"সেইটো উত্তৰ হোৱা নাই।

"তেনেহলে শুনক-মই বৰ ফ্ৰেঙ্ক-এয়া সমৰ্পণৰ সুখ।"

এটা পাপাচাৰী ব্যৱসায়ীৰ আগত এজনী শিক্ষিতা সুন্দৰীৰ সুন্দৰ সুন্দৰ কবিতা লগা কথাবোৰ সঁচাকৈয়ে এটা বিৰল অভিজ্ঞতা; সেইবাবে মণিকা যেন

এটা আটক ধুনীয়া অভিনৱ অনুভৱ। মই মনে মনে নিজক কৈছোঁ, "মুকুন, তই তাইৰ তিনিটা শব্দেৰে ধন্য হৈছ। খোলোচা গাভৰুজনীয়ে তোক আবেগ ঢালি কৈছে-এয়া সমৰ্পণৰ সুখ।"

সমৰ্পণ বোলা শব্দটো ছপা আখৰত পোৱা শব্দ। কিন্তু তাইৰ কথাত এইটো শব্দৰ আৱশ্যক হ'ল। এৰা, মনে সজা উপন্যাসবোৰেও এনেবোৰ শব্দৰে আমাৰ কোৱা ভাষাটোও চহকী কৰিছে।

মণিকা ভাড়া ঘৰত থাকে। ৰাতি কলেজত আইনো পঢ়ে। তাই এতিয়াৰ স্বাধীনতাৰ সোৱাদ লোৱা ছোৱালী। তাইক এৰি অহাৰ পিছত মই বাটত নিজক নিজে প্ৰশ্ন সোধো, "মুকুন মণিকাই ভানু শৰ্মা হ'বলৈ পথ বিচাৰিছে নেকি?"

কিন্তু এই প্ৰশ্নৰ উত্তৰ নগৰীয়া মুকুন্দয়ো দিব নোৱাৰে, কান্ধুলিজনীয়া মুকুনেও দিব নোৱাৰে। মই কি পথ বাছি লৈছোঁ নিজেই বুজা নাই। মণিকা সম্পৰ্কে প্ৰশ্নৰ উত্তৰটো কিজানি তাইৰো অবিদিত।

সময় আগুৱাই গৈছে। মোৰ বয়সো মৰণৰ ফালে আগুৱাই গৈছে। হয়তো মোৰ জ্ঞান বঢ়া নাই; কিন্তু অভিজ্ঞতা হ'লে বাঢ়িছে। সময় পাৰ হোৱাৰ কথা ভাবিলেই সোঁৱৰণে মোক জুমুৰি দি ধৰে। মোৰ দিনবোৰ আৰু ঘূৰি নাহে। কিন্তু মোৰ জীৱনৰ কৰ্মকাণ্ড যদি চিনেমাৰ ৰীল হ'লহেতেন তাকে পুনৰ চাব পাৰিলোঁহেঁতেন। মই এতিয়া মনৰ চিনেমাৰ 'ৰীল'ত বহুত দৃশ্যই দেখিছোঁ। ভালেমান বসন্ত, বৰ্ষা, শৰৎ, হেমন্ত আৰু শীত। চিনেমাত যে সময় পাৰ হোৱা দেখুৱায় গছ গছনিৰ ৰূপ সলনি হোৱাৰ যোগেদি, ই এটা বঢ়িয়া কৌশল। কেলেণ্ডাৰৰ একোটা পাত উৰি যোৱাও দেখুৱায়। এনেকৈয়ে কম সময়তে এই কৌশলী মানুহবোৰে সময়ৰ ব্যৱধানটো বুজায়। ময়ো একোটা পাতৰ ওপৰেদি মোৰ আৰু বহুতৰ বাট বোলা দেখিছোঁ। এটা পাতৰ ওপৰেদি অকণমানি ৰঞ্জুৱে এই চহৰৰ পাঠশালা স্কুললৈ কিতাপ ফলি লৈ গৈছে। এতিয়া কেলেণ্ডাৰ আচল আয়নাতকৈ বহল এটা পাতৰ ওপৰেদি গোঁফ ঠুটিওৱা মুখৰ প্ৰায় ছফুট ওখ ৰঞ্জু আৰু চানুৱে চাইকেলেৰে হাইস্কুললৈ যোৱা দেখিছোঁ। নিজক দেখিছোঁ কেবাটাও ৰূপত। প্ৰথম সাংঘাতিক 'ষ্ট্ৰ'কত বেয়াকৈ ঘাইল হোৱা আগৰ দুৰ্দান্ত ইৰ্শ্বাদৰ কাষত মই চিন্তিত হৈ বহিছোঁ। ইৰ্শ্বাদো। ইৰ্শ্বাদে যন্ত্ৰণাত সেও লোৱা মাতেৰে মোক যোগ্য মানুহ বুলি প্ৰশংসা কৰিছে। সি মোৰ ওপৰত তাৰ আস্থা দেখুৱাইছে।

সি মোক তাৰ গোপন কাৰবাৰৰ অংশীদাৰ কৰিছে। মই হামিদ গোনাৰপৰা বছিৰ জগনুলৈ ইৰ্ষাদে তৈয়াৰ কৰা আন্ধাৰ জগতখনৰ অধিপতি হৈছোঁ। এতিয়া মোৰ সাদিনীয়া পষেকীয়া হিচাপবোৰ অনেক লাখ টকাৰ। একমাত্ৰ দেউতা আৰু বছিৰত বাদে আনবোৰে মোক সমীহ কৰি চলে। দেউতাৰ চকুত ছানি পৰোঁতে তাক চকু কটাৰ সময়ত মই নিজে মেডিকেল কলেজত আছিলোঁ। দেউতাই তাৰ প্ৰিয় নাৱৰীয়া জীৱন এৰি ব্ৰহ্মপুত্ৰৰ পাৰৰ ঘৰত তোলনীয়া পুতেক এটাৰে সৈতে থকা ঘৰটোত তাৰ খবৰ কৰিবলৈ যোৱা মুকুন্দ নামৰ দৰদী মানুহটোক দেখিছোঁ। সেইটো 'ৰীল' ত দেখিছো দেউতাৰ চকুত মোটা চছমা, যাৰ মাজেদি তাৰ আচল চকুযোৰ নেদেখি। সেইটো ৰীলে শুনাইছে দেউতাৰ কণ্ঠৰ ভালেমান জিকিৰ-জিহিৰ আৰু আল্লাৰ সৃষ্টিৰ মহিমাৰ কথা। আন এটা জোনৰ পোহৰত তোলা ৰীলত দেখিছোঁ ব্ৰহ্মপুত্ৰৰ বালিয়েদি খোজ কাঢ়ি বছিৰৰ বালিৰ ভেটিত সঁজা দুকুলীয়া পঁজাটোলৈ। পঁজাটোৰ ভিতৰত লেমৰ উজ্জ্বল পোহৰত দেখিছোঁ- জীৱনৰ লগত মকামিলালৈ আহিব খোজা আদহীয়া বছিৰৰুদ্দিন য়ুচুক আৰু তা ৰ লগত দেখিছোঁ কেঁচা তেজে সম্প্ৰতি দেহমন উজ্জনি-ভাটী কৰিবলৈ এৰা জুলেখাক। সিহঁতৰ কাষত কিন্তু সৰগৰ মুকুতা যেন লগা কোনো দেৱশিশু নাই। কিবা কাৰণত হেনো জুলেখাই মাক হোৱাৰ ক্ষমতা হেৰুৱালে। তাইৰ দেহত পূৰ্বৰ জিল্‌মিলনি কমা নাই। বছিৰে আমাৰ হৈয়ে নাও চলায়। লগত সদায় জুলেখাও থাকে। নাৱত তাইক আৰু বছিৰক দেখি হীৰাবাঈ আৰু ধনপৎ ঠিকাদাৰৰ আখ্যানটো মোৰ মনত পাৰে।

অতীত-কেলেঙ্গাৰৰ এটা পাতত দেখিছোঁ অলক ফুকনক। সি বুঢ়া হৈছে। ঘৰতে থাকে। চকুৰে ভালকৈ নমনে। তাৰ হাই ব্লাড প্ৰেছাৰ আৰু কিডনিৰ অসুখো আছে। তাৰ ল'ৰা কেইটাৰ উপাৰ্জন ভাল। ৰেডিঅ'টোহে তাৰ বাহিৰৰ পৃথিৱীৰ লগত এতিয়া সংযোগৰ থল।

কেলেঙ্গাৰৰ ওপৰত জাপি দিয়া আন এটা ৰীলত দেখিছোঁ, বশিষ্ঠ শৰ্মাই তাৰ 'ভাৰসা নাইকীয়া' দেহটোৰ অথন্তৰবোৰৰ কথা মোক কৈছেঃ গেষ্ট্ৰিক, কেঁচুমূৰীয়া, হাৰ্টৰ অসুখ (কিবা ৰিউমেটিক হাৰ্ট) আদি। ভানু শৰ্মাৰ লগত তাক গুৱাহাটীত দেখিছোঁ। ভাব-হৈছে-জীৱনৰ বিয়লি বেলিকা এতিয়া সিও ভানুৰ আশ্ৰয়, ভানুও তাৰ আশ্ৰয়। ভানুৰ কথা শুনি মই ধৰি লৈছোঁ যে তাইক

ৰাজনীতিৰ বাঘজৰী টনা মানুহবোৰে উলঙঘা নকৰে। তাই এতিয়া মহিলাৰ লগত সম্পৰ্ক থকা ব'র্ড এখনৰ অধ্যক্ষা। এয়ে হয়তো বহু দিন সমাজসেৱা কৰাৰ পুৰস্কাৰ।

আকৌ দেখিছোঁ অলক ফুকনৰ চিতাৰ জুয়ে আবৰি থকা অৱস্থাত। মুকুন্দ নামৰ 'ভীষণ ধনী' মানুহটোৱে মৰিশালিত দুধাৰি চকুলো মাটিত পেলাই কালৰ বুকুত চিৰদিনলৈ হেৰাই যাব খোজা প্ৰতাপী মহলদাৰটোক নীৰলে শ্ৰদ্ধা জনোৱাও দেখা পাইছোঁ। কিন্তু সেইটো ৰীলে 'ভীষণ ধনী' মুকুন্দৰ সেই সময়ৰ মনৰ কথা ক'ব পৰা নাছিল।

কাৰণ সেইটো মুকুন্দই চিতাৰ জুইলৈ চাই চাই নিজক নিজে এনেকৈ কৈছিলঃ জীৱন বোলা বস্তুটো আৰু লালসাক যদি চেপি খুন্দি মদৰ দৰে ৰস কৰিব পাৰিলোহেঁতেন, তেনেবিধ মদৰ বটল কেইটামান ইয়াৰ খৰি দিয়া ভেঁটিটোত পুতি থলোহেতেঁন।

আকৌ অসমৰ সীমান্তত মই ঠিকাদাৰ হিচাপে লক্ষ লক্ষ টকা লাভ।.......

এয়া মই অকলে চিৰিং চাপৰিত। মাটি চাইছোঁ। মাটি জুখিছোঁ।কেচাৰী ঘৰত টকা দি মাটি ৰেজিষ্ট্ৰাৰ কৰিছোঁ। ছকঠা মাটি। ঘৰলৈ আৰ্কিটেক্ট মতাই আনিছোঁ।

নতুন ঘৰৰ সুসজ্জিত কোঠাত মই। কেৰাণীক দিনটো কি কি কৰিব লাগিব তাৰ দিহা দিছোঁ। এতিয়া কোনেও মোলৈ পোনে পোনে ফোন কৰিব নোৱাৰে। গেইটৰ কাষত দাৰোৱানৰ ঘৰৰ ফোনটো পোনতে বাজিব লাগিব। দাৰোৱানটোৱেহে মোক 'ক'লটো ধৰিবনে নধৰে সুধিব।

চিৰিং চাপৰিত থকা মোৰ ঘৰটোৱে আয়তনৰ ফালৰপৰা মৌচম মঞ্জিলক চেৰ পেলাব পৰা নাই, কিন্তু মোৰ ঘৰটো মৌচম মঞ্জিলতকৈ ধুনীয়া। ঘৰটোৰ এটা অংশ ৰঞ্জু আৰু চানুৰক এৰি দিছো। সিহঁতে এতিয়াই গাড়ী চলাব জানে। সিহঁতক এখন স্পৰ্টচ কাৰ কিনি দিছোঁ।

এয়া আয়নাৰ সমুখত মই। বয়স উনপঞ্চাছ। বয়সৰ আঁচোৰ পৰিছে যদিও মোৰ স্বাস্থ্য অটুট আছে। মই এতিয়াও ডেকা। কাণৰ ওচৰত দুই এডাল চুলি পকিছে। চকুটো মুদা যেন কৰিলে কোণত দুই-এডাল আঁক পৰে। চৰ্বি হয় বুলি মই আহাৰ বুজি-বাজি খাওঁ। কুকুৰাৰ বাহিৰে অইন মাংস নেখাওঁ। চেনি দিয়া চাহ নেখাওঁ। পুৱা উঠি 'জগিং কৰোঁ। এতিয়াও মই সুপুৰুষ। ভানু শৰ্মাই কোৱাৰ দৰে "মাই এড নিচ"।

মই মণিকা কাকতীক কওঁ, “বেছি ‘বাৰাবাৰি’ নকৰিবা। সময় মতে বিয়া কৰোৱাহেঁতেন তোমাৰ সমান ছোৱালী এজনীৰ বাপেক হ’লোহেঁতেন।”

মণিকাই কয়, “বয়সক পাহৰি থকাটো ভাল। পিছে এনেয়ে কৈছে৷ আপোনাৰ ইমান বয়স হ’ব নোৱাৰে।”

মই এবাৰ নিজক নিজে কওঁ, “ধন্যবাদ মণিকা। তোমাৰ ওচৰত থাকিলে মোৰ আচল বয়সটোৱেই কমি যায়। মই হেৰোৱা যৌৱনক বিচাৰি পাওঁ। মই তোমাৰ ওচৰত থাকি এটা বৰ পাইছো। ৰোহিতাশ্বই পোৱা বৰ। মোৰ যেন বয়স সদায় ত্ৰিশ বছৰতে ৰৈ আছে।”

মণিকা কাকতীৰ নিচাত ডুবি থাকি আৰু পিছত সেই নিচাৰ ছুকি ‘হেং অভাৰ’ লগত লৈ যেতিয়া মোৰ প্ৰাসাদোপম ঘৰটোত সোমাওঁ, ৰঞ্জু আৰু চানূৰৰ সবল সুঠাম চেহেৰা দুটাই আৰু যশোৱাৰ মাজবয়সীয়া, মুহিব নোৱাৰা দেহটোৱে নিজৰ বয়সটোক সোঁৱৰাই দিয়েঃ মুকুন্দ, আৰু বেছিদিন নাই; লাঠিত মানুহ বুঢ়া হয়। চাকৰি কৰা মানুহবোৰক আঠা ৱন্ন বছৰ বয়সতে পেঞ্চন দিয়া হয়। তোৰো মহা পয়োভৰেৰে থকা দিনকেইটা শেষ হবলৈ আৰু কেইবছৰ আছে? অতি বেছি দহ বছৰ । এইখিনি সময়তে জীৱনৰপৰা যিমান পাৰ সিমান আঁকুহি-বাঁকুহি আদায় কৰি ল। জীয়াই থকাৰ দৰ্প দেখুৱাই যা। প্ৰতিটো দিন বৰ্তি থকাতকৈ জীয়াই থকাটোহে জীৱনৰ পৰিচয়।

ঘৰ সোমালেই যশোৱাই দিনটোত কি কি কৰিলে তাৰ এটা হিচাপ দিয়ে। ৰঞ্জু আৰু চানূৰৰ পঢ়াশুনাৰ কথা কয়। অনুপ কলিতাৰ কথা কয়। অনুপে মোৰ লৰা দুটাক ভাল গঢ় দিছে। অনুপৰ বাবেই যশোৱাৰ এৰি অহা কান্ধুলিজানৰ লগত ভাল যোগাযোগ এটা হৈছে। আমাৰ ঘৰলৈ কান্ধুলিজানৰ মানুহ আহে। সিহঁতে বিমুখ হৈ উভতিব নেলাগে। তালৈ নোযোৱাকৈয়ে হেনো যশোৱাৰ কান্ধুলিজানত লক্ষ্মী তিৰোতা বুলি নাম বিয়পি পৰিছে। তাত অনুপৰ দৰে অঞ্চলটোৰ উন্নতি সাধিব খোজা কেবাটাও যুৱক ওলাইছে। সিহঁতে নামঘৰ, স্কুল, ৰাস্তা আদি বনাবৰ বাবে টকা বিচাৰিছে। যশোৱাই খোলা হাতেৰে সিহঁতক টকা দিয়ে। সিফালে সাধু মহন্তক দান দিয়াৰ কথা বাদেই। অৱশ্যে তাই মোক হিচাপ নিদিয়াকৈ নেথাকে।

গতিকে যশোৱাৰ জীৱনযাত্ৰাৰ প্ৰতিটো খোজ শুদ্ধ যেন লাগে। অৱশ্যে মোৰ গোপনে অৰ্জা টকাৰেই তাই চলে। এই ক্ষেত্ৰতহে যশোৱাৰ একমাত্ৰ দোষ। বাকীবোৰ চব শুদ্ধ। এই শুদ্ধ হোৱাতেই মোৰ পছন্দ নহয়। মানুহে আঁচনি মতে, নীতি-নিয়ম মতে চলি থকাও মোৰ পছন্দ নহয়। জীৱন আৰু জগত ইমান বিশাল আৰু ইমান বিচিত্ৰ যে নীতি-নিয়ম আৰু আগুৱাই যোৱাৰ কটকটীয়া আঁচনি মাথোন একোখন কম ঠাই আগুৰা বেৰহে।

মণিকাৰ 'হেং অভাৰ' স্নায়ুত লৈ মই মনে মনে কওঁ, "যশোৱা, তোক মই ঘৃণা কৰোঁ, তোৰ শুচি হৈ অৰ্জা পুণ্যখিনিক ঘৃণা কৰোঁ, তোৰ জেলুকনি বন্ধ যোৱা ঠেক জগতখনক ঘৃণা কৰোঁ।"

তেতিয়াই মনটো পূৰ্ণ কৰি তোলে মণিকাই। তাই লালসাৰ নিচাত ডুব গৈ স্বাধীন চিত্তেৰে জীৱন দেৱতাৰপৰা বহুত কিবাকিবি বিচাৰিছে। মোৰ সমানেই তাইৰ তৃষ্ণা। মই অস্ফুট স্বৰেৰে ক ওঁ, "মণিকা, তুমি দেৱীৰূপা, তুমি মোক ধন্য কৰিছা।"

এতিয়া মই সমগ্ৰ অসমতে জনাজাত। মোৰ প্ৰতিপত্তিও যথেষ্ট। এতিয়া কোনো পুলিচ বা আবকাৰী বিষয়াই মোৰ ব্যৱসায়ত চেলেঞ্জ দিব নোৱাৰে। গোলাম আলিৰ নিচিনা মানুহেই উৰি গ'ল। সি এতিয়া এটা সাধাৰণ খাপৰ ডকাইত।

মই মোৰ গোপন ব্যৱসায়ত নিৰ্ভয়। ৰাজনীতি কৰা মানুহৰ লগত আৰু মন্ত্ৰী-বিষয়াৰ লগত কেনেকৈ ভালে থাকিব লাগে জানো কাৰণেই। মোৰ বুদ্ধি থকাৰ বাবেই সিহঁতৰ লগত এনে সম্প্ৰীতি গঢ়ি উঠা নাই। মই টকা ছটিয়াব পাৰোঁ বাবেও। মাত্ৰ ইৰ্শ্বাদ খাঁক লৈহে মোৰ চিন্তা। তাৰ বাৰটা মাহত তেৰটা বেমাৰ। মই নিজে তাৰ বাবে ডাক্তৰৰ ওচৰলৈ নগ'লে সি বৰ দুখ পায়। মানুহটোক এতিয়া বয়সতকৈ বেছি বুঢ়া যেন দেখি। সেইবাবেই কিজানি তাৰ তিনিজনী বিবিজানে তাৰ জীৱন অতীষ্ঠ কৰি তুলিছে। মোৰ দুখ লাগে।

মোৰ নিজৰ কাৰণেও দুখ লাগে। নিজলৈ পুতৌ ওপজে। তেতিয়া মণিকাক সোধোঁ, "মোৰ উপাৰ্জনৰ ধৰণ ভাল নহয়। গতিকে মই গৰ্হিত কাম কৰিহে খুব ডাঙৰ কিবা এটা হৈছোঁ। মোক অপৰাধী বুলি নোকোৱা কিয়?"

তাই নিৰুত্তৰ।

## তেৰ

তিনিচুকীয়া ডুমডুমা পথত চাজ্জান সিঙক কোনোবাই নিষ্ঠুৰভাৱে হত্যা কৰিলে। ট্ৰাক ড্ৰাইভাৰটো কোনোমতে বাচিল। ট্ৰাকখনত 'তিনি নম্বৰ' (বীৰেন হাজৰিকা) আৰু 'চাৰি নম্বৰো' (গণেশ পচোৱান) আছিল। সিহঁত নথকাহেঁতেন, ড্ৰাইভাৰৰ যোগালী দুটা আৰু ড্ৰাইভাৰটোৰো প্ৰাণ গ'লহেঁতেন; বস্তুখিনি লুট হ'লহেতেন; বস্তুৰ মাজত প্ৰায় পঞ্চাছ কে-জি কানি পালেহেঁতেন।

দস্যুহঁত পলাই গ'ল। এটাকহে ধৰিলে। তাক ওচৰৰ গছ্ এজোপাত ৰচিৰে ভৰিৰেপৰা মেৰিয়াই টানকৈ বান্ধিলে।

চাজ্জান সিঙৰ শটো তেজেৰে লুতুৰি -পুতুৰি হৈ আলিৰ কাষত পৰি থাকিল।

বীৰেন আৰু গণেশে বহু কষ্ট কৰি কয়লাৰ মাজৰপৰা কানিখিনি উলিয়াই হাবিত গাত খান্দি পুতি থোৱাৰ পিছতহে পুলিচ আহি পায়হি।

মুকুন্দ তিনিচুকীয়াত আছিল। তাত তাৰ কয়লাৰ ডিপো আছে। ডিপোটো খুব ডাঙৰ। 'খাওন্দ ডিপো' নামেৰে জনাজাত ডিপোটোৱে চাবুৱাৰপৰা ডুমডুমালৈ থকা চাহ্ বাগিছাবোৰলৈ কয়লা যোগান ধৰে।

আগতে ডুমডুমা অঞ্চললৈ 'ইষ্টাৰ্ণ কেৰিং কৰ্পোৰেচন'ৰ মালভৰ্তি ট্ৰাকত কানি পঠোৱা হৈছিল। এতিয়া 'খাওন্দ ডিপো'ৰ ট্ৰাকতহে সেই কাম বেছি নিৰ্বিঘ্নে চলি আছে।

মুকুন্দৰ চাজ্জান সিঙৰ কাৰণে এটুপি চকুলো পেলাবলৈ তাৰ সময় নহ'ল। সি অত্যন্ত কঠোৰ হৈ পৰিল। চাজ্জানৰ ৰক্তাক্ত শটো পুলিচে গাড়ীত তোলাৰ সময়তহে মুকুন্দই তাৰ মুখখন শেষবাৰলৈ চাই ল'লে।

পোনতে বীৰেন আৰু গণেশে ঘটনাৰ বিৱৰণ দিলে।

দুপৰীয়া তিনিচুকীয়া-ডুমডুমাৰ ৰাস্তাত ট্ৰাকখনত বাদে অন্য যানবাহন নাছিলেই। ডুমডুমা পাবলৈ প্ৰায় ছমাইল বাট থাকোতেই ৰাস্তাটোৰ দুয়োকাষে

ডাঠ হাবি এখন পোৱা যায়। ট্ৰাকখন সেই ঠাই পোৱাৰ লগে লগেই একেলগে তিনিটামান সুহুৰি শুনা গ'ল। চাজ্জানক ধৰি সকলোৱে দেখিলে যে পুলিচ কেইটামানে ৰাস্তাৰ সোঁ মাজত থিয় দি হাত দাঙি ট্ৰাকখন ৰখাবলৈ নিৰ্দেশ দিছে। ড্ৰাইভাৰ ৰাম দেৱানে ট্ৰাকখন ৰখালে। 'চুৰৰৰ বাচ্চাহঁতক চব দিন পইচা দিব লাগে নেকি' বুলি খঙত ভোৰভোৰাই চাজ্জান সিং ট্ৰাকৰপৰা জাপ মাৰি নামি ভালকৈ থিয় হোৱাৰ লগে লগেই সি গুলীবিদ্ধ হৈ পৰি গ'ল। বীৰেন আৰু গণেশে তৎক্ষাণাৎ ট্ৰাকৰ আয়না কেইখন ওপৰলৈ উঠাই দিলে। এটাই গাড়ী চলাই দে বুলি চিঞৰিলে। লগে লগে সিহঁত দুটা ট্ৰাকৰ এখন দুৱাৰেদি তৎক্ষণাৎ ওলাই কয়লাৰ ওপৰত থিয় দি তললৈ গুলী কৰিলে। আক্ৰমণকাৰী বিবুদ্ধিত পৰিল। ৰাম দেৱানেও গুলী চলালে। ট্ৰাক ৰৈ গ'ল। গণেশে আৰু বীৰেনে ট্ৰাকৰপৰা জপিয়াই নামি আক্ৰমণকাৰীক খেদি গ'ল। তাৰে এটাক সিহঁতে ধৰিলে। সেই মানুহটোকে গছত বান্ধি থোৱা হৈছে।

দাৰোগা ভৈৰৱ নেওগে মানুহটোক বন্ধা অৱস্থাতে দুচৰমান সোধালে। জেৰা কৰা হল। মানুহটোৱে একো উত্তৰ নিদিলে।

সকলোবোৰ ডুমডুমালৈ আহিবলগীয়া হল। মুকুন্দ পুলিচ থানাত বেছি সময় নেথাকিল। ডাক্তৰৰ প্ৰমাণ-পত্ৰ পোৱাৰ পিছত পুলিচে চাজ্জান সিঙৰ শটো ওলোটাই দিলে। মুকুন্দ অহা জীপখনত চাজ্জানৰ শটো ভৰোৱা হ'ল। বীৰেন হাজৰিকাই (৩ নম্বৰ) শটো ঘৰত সোধাই দিয়াৰ ভাৰ ল'লে। মুকুন্দ ট্ৰাকত উঠিল। লগত গণেশ পাচোৱান (৪ নম্বৰ), ট্ৰাকৰ ড্ৰাইভাৰ আৰু হেন্দিমেন। সি ভৈৰৱ নেওগক গণেশৰ হতুৱাই জনালে যে সি কাইলৈৰ ভিতৰতে এই হত্যাকাৰী দলটোৰ আদি-অন্ত জানিবলৈ ইচ্ছুক। কষ্ট কৰাৰ কাৰণে নেওগক এহেজাৰ টকাও দিয়া হ'ল।

ট্ৰাকৰ কয়লা পেলাবৰ কাৰণে ডুমডুমা অতিক্ৰম কৰি উজাই গ'ল। মুকুন্দৰ ট্ৰাকত উঠিহে ঘটনাৰটোৰ আগ-গুৰি ভাবিবলৈ সময় হ'ল। চাজ্জানৰ লগত পাৰ কৰা দিনবোৰৰ কথা তাৰ মনলৈ আহিল। তাৰ চিঞৰি চিঞৰি কান্দিবৰ মন গ'ল। কিন্তু সি চকুলোকণহে গণেশহঁতৰ অলক্ষিতে মচিবলগীয়া হ'ল। ইহঁতৰ আগত সি লেহুকা হৈ দেখুৱাব নোৱাৰে। কাৰণ সি এতিয়া ইৰ্শ্বাদে গঢ়া পাতাল ৰাজ্যৰ অধিপতি।

ট্ৰাকৰ লক্ষ্য-স্থান মিঠাজান বাগিছা। ডুমডুমাৰপৰা সাতাইশ কিলোমিটাৰ নিলগত। মুকুন্দৰ কাৰণে বাটছোৱা খুব দীঘল যেন লাগিছে। সি খুব অস্থিৰ। সি মটক আৰু মৰাণ মানুহৰ গাওঁবোৰ পাৰ হৈ গৈছে। একালত মোৱামৰীয়া বিদ্ৰোহ কৰা বলিষ্ঠ মৰাণ মটক মানুহ। গাৰ ৰং তেজগোৰা, দীৰ্ঘকায় আৰু দেখনিয়াৰ মানুহ।সিহঁতৰ কৃষ্টিও চহকী। মটক আৰু মৰাণ সম্প্ৰদায়ৰ ভকতৰ খোলাৰ বোল আৰু গীতৰ ৰাগিনী কমলাবাৰী সত্ৰৰ লগত মিলে। উৎসৱত এওঁলোকৰ বুঢ়াসকলে মুগাৰ চুৰিয়া পিন্ধে। মূৰৰ পাগটোও মুগা কাপোৰৰ। মানুহবোৰ সৰল। মুকুন্দই এইবোৰ ঠাইলৈ চাজ্জন সিঙৰ লগত কেবাবাৰো আহিছিল। সিহঁত পুলিচৰ সহায়তেই ইয়ালৈ আহি 'এজেণ্ট আৰু "ৰাণাৰ" বোৰক লগ পাই গৈছিল। অৱশ্যে ভালেমান দিনৰ আগৰ কথা। তেতিয়া শ্ৰীকান্ত মহন্ত আবকাৰী মন্ত্ৰী আছিল।

গাওঁবোৰ দেখি মুকুন্দৰ খুব দুখ হৈছে। ইয়াৰ মানুহবোৰ দিনে দিনে দুখীয়া হৈ গৈছে। থানা দাৰোগা ভৈৰৱ নেওগৰ মতে এতিয়া এই মটক মানুহবোৰ ডাঙৰ ডাঙৰ মহাজনৰ কবলত। আগতে কেবাটাও হাতী থকা একো একো ঘৰ মটক বা মৰাণ মানুহে ডাঙৰ ডাঙৰ সুমথিৰা টেঙাৰ বাগিছা প্ৰতিপাল কৰি নিজেই সুমথিৰা ছিঙা আৰু বেচাৰ কাম কৰিছিল। কিন্তু এতিয়া এলাহ আৰু অকৰ্মন্যতাই এওঁলোকক এনেকৈ গ্ৰাস কৰিলে যে মহাজনৰ আগধন নহ'লে তেওঁলোক অসহায়। এইবোৰ ঠাইৰ মৰাণ আৰু মটক মানুহখিনিৰ সুমথিৰা টেঙাৰ বাৰীবোৰ ফল ছিঙাৰ সময়ত খুব কম দামত মাৰোৱাৰী-বিহাৰী মহাজনে ডাকি লোৱা হ'ল। আচল খেতিয়কে পালে লাভৰ সমান্য অংশ এটাহে। ফলত এই অঞ্চলৰে কাষৰীয়া মিৰি গাওঁ কেইখনৰ দৰে ডুমাডুমা অঞ্চলৰ মটক গাওঁবোৰ দাৰিদ্ৰৰ চৰম পৰ্য্যায় পালেহি।

ইয়াৰ কাৰণটোও মুকুন্দৰ নজনা নহয়। সি জানে যে কানি বৰবিহে মানুহবোৰৰ এই অৱস্থা কৰিছে। সি আজিকালি বাতৰি কাকত পঢ়ে। ডুমডুমাৰ কাষৰীয়া গাওঁবোৰৰ ছবি দাঙি ধৰা 'জনমভূমি'ৰ এটা প্ৰবন্ধত দীনেশ বৈশ্য নামৰ মানুহ এজনে লিখা কথা কেইযাৰ তাৰ মনত পৰিল। বৈশ্যই লিখিছিল; কানি বৰ বিহে সম্প্ৰদায়টোৰ শক্তিক শেষ কৰি পেলালে। কানিয়ে দুটা বদগুণ দিলে-এলাহ আৰু অকৰ্মণ্যতা। তদুপৰি মানুহখিনি অসুস্থ ৰাজ নীতিৰ পুতলা।

লগতে বেপাৰী আৰু কাবুলীৱালাৰ শোষণ। এই সকলোবোৰে সম্প্ৰদায়টোৰ ৰস চেপি খাইছে।

ট্ৰাকেৰে গৈ থাকোঁতে মুকুন্দই অলক্ষিতে এটা দীঘল হুমুনিয়াহ কাঢ়িলে। সন্ধিয়া আধা অন্ধকাৰত ঠেক বাটেদি ট্ৰাকৰ শ্লথ গতি, চাজ্জানৰ হত্যা আৰু এৰি থৈ অহা সৰু গাওঁবোৰৰ দুৰ্দ্দশাৰ ছবি,— এই সকলোবোৰে মুকুন্দক বৰ ব্যথিত কৰি তুলিলে।

মুকুন্দৰ নিজক নিজে কথা কোৱা অভ্যাসটোৱে উক দিলে। সি মনে মনে নিজক ক'লে, "মুকুন, মানুহবোৰৰ দুৰৱস্থাৰ কাৰণ তয়ো নহয়নে? কানিয়ে ইহঁতক শেষ কৰি দিলে। তই পাতকী। মণিকাই তোৰ প্ৰশ্নৰ উত্তৰ কিয় নিদিলে?"

উভতি আহোঁতে ট্ৰাকখন ডুমডুমা পুলিচ থানাত ৰ'ল। মুকুন্দক দেখি দাৰোগা ভৈৰৱ নেওগে বহিবলৈ দি ক'লে, "কথা গহীন।"

সি তাৰ কোঠাৰ দুৱাৰখন বন্ধ কৰিলে। পিয়নৰ দৰে কাম কৰা পুলিচটো আঁতৰাই পঠিয়াই সি এটা গোপন কথা ক'বলৈ প্ৰস্তুত হ'ল।

"মিষ্টাৰ খাওগু, দ'লটো ক'ৰ হ'ব পাৰে আপোনাৰ কিবা আইডিয়া আছেনে?"

"ধৰিব পৰা নাই।"

"শুনক তেন্তে। মানুহটোক ভাল এসেকা দিলোঁ। সি ক'বলৈ বাধ্য হ'ল। সি সাজি কোৱা নাই বুলিয়েই ভাবোঁ। মোৰ ইমান দিনৰ অভিজ্ঞতা ভুল হ'ব নোৱাৰে। এইটো এতিয়াৰ বাংলাদেশৰ পাৰ্টি। এসত্তৰত লাখ লাখ বাংলাদেশী আহিছিল-আমি আশ্ৰয় দিছিলোঁ-তাৰ চব ঘূৰি নগ'ল। খচ্চৰ কিছুমান থাকি গ'ল। সিহঁতে জানিছিল চাগৈ, পূব পাকিস্থান গুচি বঙালীৰ বাংলাদেশ হ'ব যদিও তাত মানুহে সুখৰ মুখ নেদেখিব।..."

এনেকৈ পাতনি মেলি ভৈৰৱ নেওগে আচল কথাটোলৈ আহিবলৈ চালে। এসত্তৰ চন আৰু বাংলাদেশ, এই কেইটা শব্দই মুকুন্দক অতীতলৈ লৈ গ'ল। ইতিহাসৰ এক গুৰুত্বপূৰ্ণ প্ৰব্ৰজনৰ কথা মনত পৰি তাৰ গা শিয়ৰি উঠিল। প্ৰব্ৰজনৰ ভয়াবহতাৰ কথা ভাবি সি শিয়ৰি উঠা নাই। সিমান ৰাজনৈতিক সচেতনতা তাৰ নাই। লাখ লাখ মানুহৰ অন্ন-বস্ত্ৰ আৰু আশ্ৰয়ৰ বাবে কৰা হাঁহাকাৰৰ কথা মনত পৰাতহে সি শিয়ৰি উঠিল। ভাৰত চৰকাৰ আছিল মুজিবৰ ফালে। গতিকে ভাৰতে

মানুহবোৰক আশ্ৰয় দিলে। ভূট্টো বা ইয়াহা খাঁই হয়তো ভাবিবই পৰা নাছিল যে দিনে কেবা কৌটি টকা খৰচ কৰি এই মানুহবোৰক ভৰণ-পোষণ দিয়াৰ কাৰণ দেখুৱাই ভাৰতীয় সৈন্যই মুজিবৰ মুক্তি বাহিনীক সহায় কৰিব। বাকীখিনি ইতিহাস।

মুকুন্দই সীমান্তৰ শিবিৰবোৰত বহুত শৰণাৰ্থী দেখিছিল। দাৰিদ্ৰ আৰু অসহায়তাৰ এনে নগ্ন আৰু কদৰ্য্য ছবি সি আগতে দেখা নাছিল। সি দেখা এনে ঘটনাবোৰৰ অনুপ কলিতাই একোটা একোটা ব্যাখ্যা তাৰ আগত দাঙি ধৰি কয় যে এইবোৰ হেনো ভুল বাটে আহি থকা ইতিহাসৰ সৃষ্টি।

যোগান বিভাগৰ মন্ত্ৰী শৈল কাকতীক শৰণাৰ্থী সংস্থাপন দপ্তৰৰ ভাৰো দিয়া হৈছিল। কাকতী আৰু মুকুন্দৰ লেনদেন আছিল। কাকতীয়ে শৰণাৰ্থীক ঘৰ সাঁজি দিয়া আৰু খাদ্য যোগান ধৰাৰ ঠিকা লবলৈ মুকুন্দক অনুৰোধ কৰিছিল। উদ্দেশ্য হ'ল "চোৰে চোৰে পিতল বটোৱা।" মুকুন্দই এটা প্ৰকাণ্ড বাহিনী লৈ সেই কাম কৰিছিল। এই কামৰ যোগেদি তাৰ হাতলৈ বহু টকা আহিছিল। তাতকৈ বেছি টকা আহিছিল শৈল কাকতীৰ হাতলৈ। ঠিকাদাৰৰপৰা চান কঢ়া টকা আৰু বিদেশৰপৰা পঠোৱা কম্বল আদি বিতৰণত গোলমাল লগাই পোৱা টকা।

বিছ দিন সীমান্তত ঠিকাদাৰী কৰাৰ সময়ত ইৰ্শ্বাদে সৃষ্টি কৰা সাম্ৰাজ্যখন চলোৱাত হামিদ আৰু গোনাই সহায় কৰিছিল। চাজ্জান সিং মুকুন্দৰ লগত গৈছিল। ভাৰত-পূব পাকিস্থানৰ সীমাইদি অহা বিবিধ বিদেশী সা-সৰঞ্জামেৰে চাজ্জানে উজনি অসম ওপোচাই পেলাইছিল। চাজ্জানৰ সহায় নোপোৱাহেঁতেন ডাঙৰ চোৰাংকাৰবাৰী মলয় চাহাই মাত্ৰ ন হেজাৰ টকাতে এখন আমেৰিকান মটৰ গাড়ী লব নোৱাৰিলেহেঁতেন।

মুকুন্দৰ মুহূৰ্ততে ইমানবোৰ কথা মনত পৰি গ'ল। এই স্মৃতিৰ লগত চাজ্জান সিং সাঙোৰ খাই আছে। আকৌ চাজ্জানৰ মৃত্যু-শোকে মুকুন্দৰ চকুহাল সেমেকালে।

ভৈৰৱ নেওগে আগতকৈ মাতটো সৰু কৰি আক্ৰমণকাৰী দলটোৰ কথা আৰু ধৰা পৰা মানুহটোৰ কথা কৈ গ'ল। মুকুন্দই মাথোন শুনিহে গ'ল। একো মতামত নিদিলে।

তিনিচুকীয়া আৰু মাৰ্ঘেৰিটাৰ ভিতৰত দুটা চোৰাং কাৰবাৰীৰ দল গঠিত হৈছে। মানুহ কেইটা বাংলাদেশী। সিহঁতে পোনতে ঘড়ী, ট্ৰেনজিচ্‌টৰ, টেপ ৰেকৰ্ডাৰ আদি চোৰাংকৈ বেচিছিল। কিন্তু ভুটানৰ সীমাত এইবোৰ বিদেশী বস্তুৰ বেহা পাতিবলৈ ধৰাত আৰু শিলিগুৰিৰ 'চোৰ বজাৰ' খনেও চৌদিশে এইবোৰ বস্তু বেচাৰ নিশ্চিন্ত ব্যৱস্থা কৰাত অসমৰ সকলো ঠাইতে এইবোৰ বস্তু সুলভ হৈ পৰিল। এইবোৰ মালৰ সমান্তৰাল বজাৰ এখন চলি থাকিল। ফলত আগৰ দৰে লাভ নাইকীয়া হল। সেই বাবে এই বাংলাদেশী দল দুটা একে লগে চোৰাং মদ আৰু ভাঙৰ কাৰবাৰত লাগিল। মদ আৰু ভাঙৰ বাবে ইহঁতৰ ঘাঁটি হল ডিমাপুৰ। শিলিগুৰিৰ দৰে ডিমাপুৰো এখন অতি অপৰাধপূৰ্ণ ঠাই হৈ পৰিছে। এই দুখন ঠায়ে নতুন নতুন ধৰণৰ অপৰাধো উত্তৰ -পূব ভাৰতত বিয়পাইছে।

দল দুটা ধৰা পৰিছিল। সিহঁতক ধৰিবলৈ ভৈৰৱ নেওগহঁতৰ বৰ কষ্ট হৈছিল। তেতিয়াই চোৰাংচোৱাৰপৰা ভৈৰৱ নেওগে গম পাইছিল যে ভাঙৰ চোৰাং বজাৰত লাভ হোৱা টকাৰে মণিপুৰত এটা উগ্ৰ ৰাজনৈতিক দল ঠন ধৰি উঠিছে আৰু তাত স্বাভাৱিক জীৱন-যাত্ৰা ব্যাহত হৈছে।

চোৰাংচোৱাৰ যোগেদি পোৱা এই দল দুটাৰ মানুহ কেইটামানৰ ফটোও ভৈৰৱ নেওগে মুকুন্দক দেখুৱালে। এতিয়া হাজোতত থকা মানুহটোৰ ফটোও তাৰ মাজত আছে। চোৰাংচোৱাই মানুহটোৰ তিনিটা নাম দিছেঃ কালু, মোস্তাফা আৰু বাঘা। হয়তো ঠাই বিশেষে সি বেলেগ বেলেগ নাম লয় নতুবা সি এই তিনিওটা নামেৰেই জনাজাত। চাৰে পাঁচ ফুটমান ওখ মানুহটোৰ মাংসপেশীত আসুৰিক বল থকাৰ চিন। তাৰ চকুহাল সাপৰ দৰে। মুখত কিছুমান স্থায়ী কুৎসিৎ দাগ। আগত শিল এটা উজুতি খাই নপৰাহেঁতেন তাক ধৰা টান হলহেঁতেন বুলি মানুহটোৱে দৰ্পেৰে ভৈৰৱক জনালে। তাৰ হাতত এটা পশ্চিম জাৰ্মানীত প্ৰস্তুত ৰিভল্‌ভাৰ পোৱা গ'ল।

যথেষ্ট ফুচুলিয়াই সোধোতে কালু বা মোস্তাফাই এটা মাত মতা নাছিল। পিছত তাৰ শৰীৰৰ ওপৰত উৎপীড়ন চলিল। তেতিয়া সি চিলেটীয়া বাংলা ভাষাত ক'লে যে সি অসমীয়াতে সোধা কথাবোৰ বুজিব পৰা নাই। ভৈৰৱে চিলেটীয়া ভাষাত কথা ক'ব পাৰে। কাৰণ সি কৰিমগঞ্জত তিনিবছৰ কাম কৰিছিল। সি চিলেটীয়া বঙালী ব্যৱহাৰ কৰিছিল।

ভৈৰৱে তাক কৈছিল, "চব ক'ব লাগিব। নহলে গুলী কৰি ৰাস্তাৰ কিনাৰত পেলাই থ'ম। পলাই গৈছিলি বুলি ক'ম। বিহাৰত তাকেই কৰে।"

সি কৈছিল, "কোৱাৰ পিছতো মোক গুলী কৰি মাৰিব পাৰে।"

এনেকৈ কৈ কালু বা মোস্তাফাই ভৈৰৱৰ ভাবুকিলৈ ভয় নকৰে বুলি জনাইছিল। ভৈৰৱে কৈছিল, "ঠিক আছে। মাত্ৰ এটা কথাৰ উত্তৰ দে। এইখন ট্ৰাক ধৰাৰ কাৰণ কি?"

সি ইয়াৰ সঠিক উত্তৰেই দিছিল। ভৈৰৱে কথাটো মুকুন্দক এনেকৈ ক'লে, "মদ আৰু ভাঙৰ কাৰবাৰত মুনাফা কমিল। অঞ্চলে অঞ্চলে মদ-ভাঙৰ কাৰবাৰী মানুহ গৰ্জি উঠিল। প্ৰতিদ্বন্দ্বীও বাঢ়িল। কিন্তু কানিৰ ঠাই হ'ল বহুত দূৰৈত। সকলোৱে ইয়াৰ কাৰবাৰ কৰিব নোৱাৰে। সেয়েহে সিহঁত দুমাহমানৰপৰা এই কাৰবাৰত লাগিছে। আমাৰ চি-আই-ডি ৰিপৰ্ট মতে সিহঁতে কানি আনে কলিকতাৰ খোংৰা পাট্ৰিৰ হবিবুৰৰপৰা। গতিকে ইয়াৰপৰাই বুজক, খাওগু, সিহঁতে আপোনাৰ ট্ৰাক 'এটেক্' কৰিবই।"

ইমানতো মুকুন্দৰ সন্দেহ দূৰ নহ'ল। কয়লা ডিপোত এই দলটোৰ মানুহ আছে বুলি তাৰ সন্দেহ হ'ল।

মুকুন্দই জানে যে এই মানুহটোৰ সুৰক্ষাৰ প্ৰয়োজন। তাক এৰি দিলেই দলৰ মানুহে তাক হত্যা কৰিব। জেলত পৰিলেহে তাৰ জীৱন ৰক্ষা পৰিব। গতিকে আন্ধাৰ জগতৰ নিয়ম মতে সি দোষ স্বীকাৰ কৰি জেলত সোমাব। কিন্তু আন্ধাৰ জগতৰ আন এটা নীতি মতে সি জেলৰপৰা পলাবলৈ চেষ্টা কৰিব।

মুকুন্দ ট্ৰাকত উঠিল। সিহঁত তিনিচুকীয়াৰ ফালে আহি থাকিল। মুকুন্দৰ গণেশক সুধিলে, "বস্তুটো বীৰেনে নিবনে আমি নিব লাগিব?" গণেশ পাচোৱানে ক'লে, "আমিয়েই নিব লাগিব। সি দিনত কিজানি সুবিধা কৰিব নোৱাৰিলে।"

ট্ৰাকখন আক্ৰমণ কৰা ঠাইখিনি পাবৰ হ'ল। মুকুন্দ আৰু গণেশে একে সময়তে ট্ৰাকৰ লাইটত দেখিলে যে চাজ্জানক হত্যা কৰা ঠাইৰ ওচৰৰ খাবৈলৈ কোনোবাই মটৰ চাইকেল এখন নমাইছে। ইয়াকে দেখি দুয়োটাই ৰাম দেৱানক ক'লে, "ৰখা। লাইট নুমাই দে।"

মুকুন্দ আৰু গণেশে ৰাস্তাৰপৰা নামি কিনাৰে কিনাৰে কুঁজা হৈ গৈ সেই ঠাই পাই দেখিলে যে ক'লা মটৰ চাইকেলখন গছৰ ডাল এটাৰে ঢাকি থোৱা

আছে। ইয়াৰ কাৰণো দুয়োটাই একেলগে বুজি পালে। সিহঁত হাতত সাৰে ভৰিত সাৰে কানি পুতি থোৱা ঠাইলৈ আগবাঢ়ি হ'ল। হাবিত সিহঁতে এটা শৰীৰৰ বিচৰণ অনুমান কৰিব পাৰিলে। শৰীৰটো মাটিত সমান্য টৰ্চৰ পোহৰ পেলাই জোনাকী পৰুৱাৰ দৰে ঘূৰি ফুৰিছে।এনে সময়ত শব্দ হলেই শৰীৰটোৱে গুলী কৰি দিব পাৰে। গতিকে সিহঁত জোপোহা এটাৰ লগত নিশ্চল হৈ ৰ'ল। শৰীৰটো সিহঁতৰ ফালেই আহি থাকিল। সিহঁতে জোপা লৈ থকাৰ পৰা দুহাতমান আঁতৰেদি খোজ পেলাওঁতেই গণেশ পাচোৱানে চৰম সিদ্ধান্ত লৈ পেলালে। সি শৰীৰটোৰ ওপৰত বাঘৰ দৰে জপিয়াই পৰি পাক মাৰি তাক মাটিত পেলাই তাৰ কামিজটো ফালি তাৰে তাৰ মুখ বন্ধ কৰিলে। মুকুন্দ বৈ নেথাকিল। দুয়োটাই মানুহটোক ধৰি আনিলে। হাবিৰ পৰা ৰাস্তা ওলায়েই মুকুন্দই মানুহটোৰ মুখখন দেখি আচৰিত হ'ল। তাৰ গাটো খঙত কঁপিবলৈ ধৰিলে। মানুহটো কি চৰম বিশ্বাসঘাতক! তাৰে 'খাওগু ডিপো'ৰ মেনেজাৰ বিনয় দে!

মটৰ চাইকেলখন ট্ৰাকৰ ওপৰত উঠিল। বিনয় দেক গণেশে তাৰ ওচৰত বহুৱাই ল'লে। সি ক্ষমা বিচৰাৰ প্ৰশ্নই নুঠে। তাৰ মুখৰ ভিতৰত ৰুমাল।

ট্ৰাকখন তিনিচুকীয়াত নৰ'ল। মুকুন্দই ভাবিলে যে বিনয় দেক এতিয়াই অভিজ্ঞ ইৰ্শ্বাদ খাঁই দেখা উচিত, সি কাহিনীটো শুনা উচিত আৰু তাৰ কি ব্যৱস্থা কৰিব লাগিব সি তাৰে পৰামৰ্শ লোৱা উচিত।

ৰাতি এঘাৰ বজাত ট্ৰাক খন 'মৌচম মঞ্জিল'ৰ চৌহদত সোমাল। ইৰ্শ্বাদ শুই আছিল। ৰক্তচাপ থকা মানুহক শুই থাকিলে জগাব নেলাগে। সেই কাৰণেই সিহঁত বাৰাণ্ডাৰ চকিত কিছুপৰ বহি থাকিল। অলপ পৰৰ পিছত সিহঁতে দেখিলে যে বহা কোঠাত লাইট জ্বলিল। দুৱাৰ খোল খালে। ইৰ্শ্বাদ ওলাই আহিল।

ইৰ্শ্বাদে ট্ৰাকৰ শব্দ শুনি সাৰ পাইছিল। সি সচকিত হৈ পৰিছিল। কাৰণ, ৰাতি মৌচম মঞ্জিলত ট্ৰাক সোমোৱাটো অশুভ লক্ষণ। এনেকুৱা ট্ৰাকেই নিজ দলৰ খুন হোৱা মানুহ আনে নাইবা যাত্ৰাৰ আগতে কিবা বিপদ দেখা পালেও ট্ৰাক সোমাই আহে।

সেয়েহে ইৰ্শ্বাদে সিহঁতৰপৰা উদ্বিগ্নভাৱে কথাটো জানিবলৈ বিচাৰি মুখত সোপা দি ৰখা মানুহটোলৈ ঘনাই ঘনাই চাই থাকিবলৈ ধৰিলে। পোনতে ইৰ্শ্বাদে মাত লগালে, "ই তোমাৰ মেনেজাৰটো দেখোন।" মুকুন্দই কথাটো ক'বলৈ আৰম্ভ

কৰোতেই ইৰ্শ্বাদে আকৌ ক'লে "গণেশ, ইয়াক লৈ যা। কালিন্দ্ৰক সোধাই দেগৈ। বীৰেণ আহিছিল। ৰেইড হোৱাৰ খবৰ দিলেহি।"

এই মাজনিশা ৰোগগ্ৰস্ত ইৰ্শ্বাদে দহ-বাৰ বছৰৰ আগৰ ক্ষিপ্ৰতা অতৰ্কিতে ঘূৰাই পালে। সি কেৱল ধন ঘটিবৰ কাৰণেই চোৰাং কাৰবাৰী হোৱা নাছিল। সি চোৰাং কাৰবাৰক মনে -প্ৰাণে ভাল পায় কাৰণেও। তাৰ মানত চোৰাং কাৰবাৰ এটা কলা।

ইৰ্শ্বাদে বহুদিনৰ মূৰত চোৰাং কাৰবাৰৰ লগত জড়িত এই উত্তেজনাপূৰ্ণ মুহূৰ্তবোৰ উপভোগ কৰিছে বুলি মুকুন্দৰ ভাব হ'ল। গণেশে বিনয় দেক লৈ যোৱাৰ পিছত ইৰ্শ্বাদে নিজক নিজে কোৱাৰ দৰে ক'লে, "আকৌ বিপক্ষৰ আঘাত! হাঃ হাঃ হাঃ। উৰি যাব। দলটোৰ পলিটিকেল কানেকচন আছে নেকি?"

"খুব সম্ভৱ নাই। বাংলাদেশী থানাত সিহঁতৰ ছবি আছে।" মুকুন্দই এনেকৈ দলটোৰ আভাস দিয়াৰ পিছতহে কাহিনীটো কৈ যোৱাৰ সময়ত ইৰ্শ্বাদে ঘনাই ঘনাই প্ৰশ্ন কৰিবলৈ ধৰিলে।

সকলো শুনাৰ পিছত ইৰ্শ্বাদ শান্ত হওক চাবি অস্থিৰ হৈহে পৰিল। সি একো নেমাতি কোঠাটোত দুবাৰ ঘূৰি বুকুৰ চেইনডালত আঙুলি বোলাই কিবা ভাবিলে। সি হঠাতে উচপ খোৱা মানুহ ৰ দৰে 'মুকুন্দ' বুলি চিঞৰিলে। মুকুন্দ তাৰ ওচৰ চাপি গ'ল। ইৰ্শ্বাদেৰ হৃদপিণ্ড আক্ৰান্ত হ'ল বুলি তাৰ সন্দেহ হ'ল। কিন্তু তাৰ অনুমান মিছা। ইৰ্শ্বাদে তাৰ বুকুৰ ফালে আগবাঢ়ি অহা মুকুন্দৰ হাতখন আঁতৰাই সুধিলে, "পুলিচে এটা মানুহক কিমান ঘণ্টা লক আপত আইন মতে ৰাখিব লাগে, জানা?" মুকুন্দই একো নেমাতা দেখি ইৰ্শ্বাদে স্বগতোক্তিৰ দৰে কৈ গ'ল, "নট ম'ৰ ডেন টুৱাণ্টি ফ'ৰ আৱাৰ্ছ। গতিকে ভৈৰৱ নেওগৰ লক আপত থকা বাংলাদেশীটোক কাইলৈ ক'র্টলৈ আনিবই লাগিব। ভানৰপৰা তাক নমাওঁতেই তাক গুলীয়াই খতম কৰি দিব লাগিব। মোৰ অৰ্ডাৰ। দুই নম্বৰ-মনচুৰে-এই কাম ঠিকমতে কৰিব।"

মুকুন্দৰ ভৰি হাল কঁপিল। কিন্তু হৃদ্‌ৰোগী ইৰ্শ্বাদ এতিয়া স্থিৰ। মুকুন্দই ক্ষীণ কণ্ঠেৰে ক'লে, "কিন্তু তাৰপৰা কথা ওলোৱাৰ চান্সটো মাটি হৈ যাব।" ইৰ্শ্বাদে গৰ্জি উঠিল, "ন,' ন', ন'। ইম্‌পচিবোল। মুকুন্দ, চিলেটিয়া আসামী কি বস্তু তুমি জানা? একো কথা উলিয়াব নোৱাৰা। সি সব মিছা ক'ব। চিলেট জিলাৰ

আচামীৰ খোদ বৃটিছেও পাত্তা পোৱা নাছিল। বৃটিছৰ দিনতে চিলেট জিলাত কিমান সাংঘাটিক মানুহ আছিল জানা? বহুত বেছি। চিলেটৰ নিচিনা টাউনখনতে দুঠাইত দুখন কর্ট আছিল। বুজিলা? ইয়াক শেষ কৰি দিব লাগিব। তেহে সিহঁতে বুজি পাব, ইর্শ্বাদক জোকাই লোৱাৰ ফল মাৰাত্মক।"

গোনাৰ ৰাতিৰ ডিউটি আছিল। সি ক'ৰবাৰপৰা ভুটুং কৰি ওলালহি। ইর্শ্বাদ চোফা এখনত বহিল। মনে মনে থাকি সি অলপ বিশ্রাম ল'লে। সি আকৌ ক'লে, "বুজিছ, গোনা, আমাৰ মতে সেই চিলেটীয়াটো বাচি থাকিব নোৱাৰে। এই নিয়ম নহয়। তাকেতো বুজাই থাকিব নেলাগে। মনচুৰক চব বটাই দিবি। তই যা। তাক এতিয়াই হাতীধৰা বাগানৰপৰা আনিব লাগিব।"

হাতীধৰা চাহ বাগিছাতো গোপনে 'মাল' ৰখা হয়। তাত হামিদক মনচুৰে সহায় কৰে।

মুকুন্দ তাৰ চিৰিং চাপৰিৰ ঘৰলৈ গ'ল। সি খুব অৱসন্ন। কিন্তু সি শুব নোৱাৰিলে। বিছনাতে ইচাটি বিচাটিকৈ থাকিল। যশোৱাক ঘোৰ টোপনিত দেখি তাৰ তাইলৈ ঈর্ষা হ'ল।

পুৱা সি মৌচম মঞ্জিললৈ আহি দেখিলে যে ইর্শ্বাদে মনচুৰক নির্দেশ দি আছে। ...ঠিক পাঁচ ফুট ৰেইঞ্জ। মানুহৰ মাজৰ পৰা। হাত দুটা ওলমি থাকিব লাগিব। শ্বট কৰাৰ লগে লগে ওলমি থকা হাতখনৰপৰা ৰিভলভাৰ মাটিত টুপুৰ কৰে পৰিব......।

মুকুন্দই বহুদিনৰ মূৰত ঘৃণাৰে ইর্শ্বাদলৈ চালে। তাৰ ভাব হ'ল যে ইর্শ্বাদে কেৱল চোৰাং কাৰবাৰকে ভাল নেপায়, হত্যাও তাৰ কাৰণে সমানে প্রিয়।

মুকুন্দক দেখি সি ক'লে, "তোমাৰ বিনয় দেক জাৰা কৰিব লাগিব। মই জাৰা কৰিম। তুমি নেথাকিলেও হ'ব। কিন্তু তোমাৰ কয়লা ডিপোৰ আটাইকেইটা মানুহ ইয়ালৈ আহিব লাগিব। সিহঁতৰ লগত কথা পাতিলেই এই বিনয় দেটো কেনে গম পাম। তুমি মানুহ পঠিওৱা।"

দহটাৰ আগতে কয়লা ডিপোৰ বনুৱাকেইটা পালেহি। ইর্শ্বাদে দুই এষাৰ কথা পাতিয়েই সিহঁতক পঠিয়াই দিলে। সিহঁতক সন্দেহ নকৰিলে। ইর্শ্বাদৰ বিনয় দেলৈ আক্রোশ বাঢ়িল। সি গণেশৰ লগত বিনয় দেক ৰখা কোঠাটোলৈ গৈ তাক বন্ধা অৱস্থাতে ঘুচিয়াবলৈ ধৰিলে। বিনয়ৰ কোৱাৰিয়েদি তেজ ব'বলৈ ধৰিলে।

ইৰ্শ্বাদে ক'লে, "অতি বেয়া চাজা দিহে খতম কৰিম। যদি কৱ, আমাৰ লগ হবি।"

সি ক'লে "পাৰত পৰিছোঁ। শীঘ্রে মাৰি পেলাওক।" নিশ্চিন্ত মৃত্যুৰ আগতেও জীয়াই থকাৰ আশা আছে বুলি ভবাটো সকলোৰে কাৰণে সম্ভৱ। সাক্ষাৎ যম যেন ইৰ্শ্বাদৰ জাৰাৰ সঠিক উত্তৰ দি বিনয় দেই জীয়াই থাকিবলৈ বিচাৰিলে।

বিনয় দেৰ 'জবান বন্দী' মতে দলটো তিনিচুকীয়াৰ ৰেণুকা চিনেমাৰ পাছফালে থাকে। সি মানুহকেইটাৰ নামো ক'লে। তাকে শুনি ইৰ্শ্বাদৰ ওঁঠত ক্রুৰ হাঁহি বিৰিঙি উঠিল।

দিনৰ এটা বজাত চহৰ চাঞ্চল্য। চিপাহীয়ে আচামীক আদালতলৈ আনোতেই জুমৰ মাজৰপৰা কোনোবাই গুলী কৰি হত্যা কৰে। ওচৰত এটা ৰিভলভাৰ।

মনচুৰ অতি স্বাভাৱিকভাৱে ৰেডক্রছ আলিয়েদি আহি খলিহামাৰী পালেহি। সি মুখৰ মদৰ গোন্ধ কমাবলৈ এলাচি দিয়া জৰ্দাৰ পান এখন খালেহি। কাৰণ এতিয়াই সি ইৰ্শ্বাদৰ ওচৰ ওলাবগৈ। বেমাৰী হোৱাৰপৰা ইৰ্শ্বাদে মদৰ গোন্ধ সহিব নোৱাৰে আৰু আনেও দিনত মদ খোৱাটো পছন্দ নকৰে। মনচুৰৰ হাতৰ লক্ষ্য আৰু চকুৰ নজৰ নিৰ্ভুল আৰু সূক্ষ্ম, কিন্তু মন স্থুল। সি একোভবা নাই। সি নতুন বজাৰ চেৰাই পাঁচআলিৰ ফালে আহি আছে।

মুকুন্দই বাৰে বাৰে ঘড়ীটোলৈ চাই আছে। এটা বজাত ডুমডুমাৰ আচামী শেষ হৈ গ'ল। এতিয়া প্রশ্ন হ'ল— চাজ্জানৰ হত্যাৰ বাবে গোচৰ তৰা হ'বনে নহয়। সিও এটা সিদ্ধান্তলৈ আহিছে। ইৰ্শ্বাদো নিশ্চয় এই সিদ্ধান্তলৈকে আহিব। কিন্তু ইৰ্শ্বাদে শুইছে। মনচুৰে কামটো পকা কৰি আহিছোঁ বুলি কোৱাৰ পিছতেই কিজানি তাৰ স্নায়ুবোৰ শাঁত পৰিল। সি তাৰ পিছতেই শুলে।

তাকে শুনি মুকুন্দৰ আচৰিত লাগিল। নিজে আদেশ দি দুটা মানুহক হত্যা কৰোৱাৰ পিছত খুচী মনেৰে শুব পৰা ইৰ্শ্বাদৰ দৰে নৰ- পিশাচ এটাৰ বাবেহে সম্ভৱ। মনচুৰৰ দৰে এক নম্বৰৰপৰা দহ নম্বৰলৈকে গুণ্ডাবোৰৰ কাৰণেও সম্ভৱ। কিন্তু এইখন আন্ধাৰ ৰাজ্যত সি মনচুৰহঁতৰ প্রভু হোৱা সত্বেও সি ইমান অমানুহ হ'ব পৰা নাই।

তাক ইৰ্শ্বাদৰ ড্ৰয়িং ৰুমত বনকৰা ছোৱালী এজনীয়ে 'ছাৰ ছটা বজাতহে উঠিব' বুলি খবৰ দিয়াত সি বিৰক্ত হৈ ঘড়ীটোলৈ চাই ৰ'ল। তাৰ মন শূন্য।

চাৰে ছটা বজাত ড্ৰয়িং ৰুমৰ লাইটকেইটা মুকুন্দই নিজে জ্বলালে। ইৰ্শ্বাদে বৃহৎ চকি এখনত বাদশ্বাহৰ দৰে বহি সুধিলে, "চব ঠিকেই আছে নহয়?" মুকুন্দই সমিধান দিয়াৰ প্ৰয়োজনবোধ নকৰিলে। মাত্ৰ সুধিলে, 'কেচটো?"

ইৰ্শ্বাদ মুখৰ হৈ পৰিল। ক'লে, "কেচ হ'ব নোৱাৰে। এক্‌চিডেণ্ট। বচ। কেচ কৰিলে আমাৰ প্ৰেষ্টিজ নেথাকে। ভৈৰৱক কথাটো জনাই দিব লাগিব।"

মুকুন্দয়ো ইয়াকেই ভাবি আছিল। গোপন কাৰবাৰীৰ অলিখিত নিয়ম মতে নিজৰ মানুহ খুন হলেও আদালতত বিচাৰ হ'ব নোৱাৰে। কেঁচু খান্দোতে সাপ ওলাব পাৰে কাৰণেই।

ইৰ্শ্বাদ অলপ পৰ তভক মাৰি থাকি মনত থকা বাকীখিনি কথা উচ্ছাসেৰে ক'লে, "তোমাৰ বিনয় দেৰ ব্যৱস্থা ময়ে কৰিলোঁ। আৰামেৰেই খতম। মটৰ চাইকেলেৰে সৈতে ট্ৰাকৰপৰা খোৱাঙৰ ডিহিঙৰ দলঙৰপৰা পেলাই দিয়া হৈছে। যথেষ্ট ড্ৰাগ খুৱাই অচেতন কৰি।"

ইৰ্শ্বাদৰ এইকেইটা বাক্যৰ প্ৰত্যেকটো শব্দই মুকুন্দক হুলে বিন্ধাদি বিন্ধিলে। সি যন্ত্ৰণাকাতৰ মুখখন দুয়োখন হাতৰ তলুৱাৰে ঢাকি ভয়াৰ্ত চকুৰে নৰৰূপী পশুটোলৈ চালে।

ইৰ্শ্বাদ খুব লাহে লাহে থিয় হ'ল আৰু মুকুন্দৰ কাষত বহিলহি। সি মুকুন্দৰ গাত হাত বুলাই খুব লাহে লাহে ক'লে, "তোমাক নোসোধাৰ কাৰণে বেয়া পাইছা? মুকুন, মই দিনে দিনে কম-জোৰী হৈ আহিছোঁ। ইমান কেইটা বেমাৰ! কিজানি মোৰ বেছি দিন নাই। তথাপি মই এনে কাম কিয় কৰিলোঁ? ইয়াৰ উত্তৰ এটাই। আমাৰ কাৰবাৰৰ নিয়ম মতে, আমাৰ আদালতত, তোমাৰ মেনেজাৰ বিনয় দে বাচিব নোৱাৰে।"

ইৰ্শ্বাদে তাৰ গাৰপৰা হাতখন গুচালে। মুকুন্দই ইৰ্শ্বাদৰ চকুলৈ চালে। তাৰ চকুহাল নিৰ্মম। ব্যাধি আৰু এতিয়াৰ এক প্ৰকাৰৰ অনুশোচনাই সেইহাল চকুৰ তেজ কমোৱা নাই। মুকুন্দৰ মনত তাৰ কাৰণ স্পষ্টঃ ইৰ্শ্বাদে চোৰাং কাৰবাৰক যেনেকৈ ভালপায়, হত্যাকাণ্ডকো তেনেকৈয়ে ভাল পায়। সি নিজ কৰ্মত সন্তুষ্ট। অস্বাভাৱিক কামত তাৰ সন্তুষ্টিও অস্বাভাবিক।

মুকুন্দই তাক মাত নলগোৱাকৈ মৌচম মঞ্জিলৰপৰা ওলাই আহিল। এনে কিছুমান কাণ্ড ঘটাৰ পিছত থাপনাৰ ফুল যেন বিশুদ্ধ যশোৱাৰ ওচৰলৈ যাবলৈ তাৰ মনটোৱে নক'লে। আজি তাৰ ইমান দিনে পোষণ কৰি অহা এটা বিশ্বাসৰো মৃত্যু হৈছে। বিশ্বাসটো আছিল, ভীতি -প্ৰদৰ্শন আৰু হত্যাৰ আশ্ৰয় নোলোৱাকৈ কাৰচাজি খুৱাই ওপৰ মহলক তুষ্ট কৰি চোৰাং কাৰবাৰ চলাই যাব পাৰি। এই বিশ্বাসে তাৰ মনত ইমান প্ৰাধান্য বিস্তাৰ কৰিছিল যে ইৰ্শ্বাদেও তাৰ কথা মানি লৈছিল আৰু সেই সময়ৰ মন্ত্ৰী শ্ৰীকান্ত মহন্ত আদিৰ সহায়ত বিনা ৰক্তপাতে ইৰ্শ্বাদ -সৃষ্ট সাম্ৰাজ্যখন বঢ়িয়াকৈ চলি আছিল। কিন্তু এসত্তৰ চনৰ পিছৰেপ ৰা অৰ্থাৎ ভাৰতে মুজিবৰ বাংলাদেশখন বুকুৰ কুটুম কৰি লোৱাৰ দিনৰেপৰা অসমলৈ ইমানবোৰ খুনী, চোৰ-ডকাইত আৰু স্মাগ্‌লাৰৰো প্ৰব্ৰজন ঘটিল যে কেৱল ৰাজনৈতিক পৃষ্ঠপোষকতাৰেই মুকুন্দ-ইৰ্শ্বাদৰ গোপন কাৰবাৰ চলি থাকিব নোৱাৰে। এনেকুৱা সংঘৰ্ষ চলি থাকিবই। এতিয়াৰ স্মাগ্‌লাৰ চৰ্দাৰ ৰঘুবীৰ বা ইৰ্শ্বাদ খাঁতকৈ বেছি নিৰ্মম হ'ব লাগিব। দশানন যাদবৰ কাৰবাৰবোৰ নিৰ্বিঘ্নে চলিছে। কিন্তু আজি যদি কোনোবা আদৰ্শবাদী মন্ত্ৰীয়ে তাৰ হাতৰপৰা মদৰ মহলবোৰ লৈ যায় আৰু তাৰ কিছুমান পাৰ্মিট 'ৰিনিউ"( নবীকৰণ) নকৰে, তেন্তে অমায়িক হাঁহি বিৰিঙাই ৰাজনৈতিক মহলত কাৰচাজি খটুৱাই ফুৰা দশানন যাদবো আৰু নিৰ্মম হৈ পৰিব। গতিকে বেছিভাগ সমৃদ্ধিৰ অন্তৰালত সেই বাবেই অহিংসা আৰু গোপন কাৰবাৰ দুয়োটা স্ববিৰোধী কথা। মুকুন্দৰ ইমান দিনে পুহি ৰখা বিশ্বাসটোৰ সঁচাকৈয়ে আজি মৃত্যু হৈ ছে।

সি তাৰ ফিয়েট কাৰৰ ড্ৰাইভাৰটোক ক'লে, "ঘৰলৈ নিব নেলাগে। শান্তিপাৰালৈ চলা।"

ড্ৰাইভাৰে মণিকা কাকতীৰ ভাড়াঘৰৰ আগত গাড়ী ৰখালে। মুকুন্দই তাক ক'লে, "পুৱা ইয়াৰপৰা লৈ যাবিহি।"

মণিকা শোৱা নাছিল। তাৰ উদ্ভট আচৰণ আৰু সঙ্গতিহীন কথাবোৰ শুনি মণিকা আচৰিত হ'ল। কাৰণ মুকুন্দই বেছিকৈ মদ খালেও স্বাভাবিক হৈ থাকিব পাৰে।

— মণিকা, হয়তো মই এটা লম্পট। এটা অপৰাধী ব্যৱসায়ী কিন্তু মই অসুৰ নহয়। তুমি ৰাতি মোক দেখি ভয় খাইছা নেকি, মণিকা? মই লোলুপ হৈ

এতিয়া তোমাৰ কাষ চপা নাই, মণিকা। তোমাৰ নামত চেকা লাগে বুলি গাড়ীখনো পঠিয়াই দিলোঁ। মই কেৱল আহিছোঁ, দুদণ্ড জিৰণি ল'বলৈ। মোক মাত্ৰ শান্তি লাগে। তুমি মোক বুজিবা। আৰু কোনেও মোক নুবুজে।

— আগতে আৰামত বহি লওকচোন।

মণিকাই নিজৰ সৰু কোঠাটোতে ষ্টভত ৰন্ধা -বঢ়াও কৰে। তাই ভয় আৰু কৌতুহলেৰে তালৈ চাই ষ্ট'ভটো জ্বলাই তাৰ ওপৰত কেট্‌লিটো পাতি দিলে।

মুকুন্দই তাইৰ টেবুলখনত থকা বস্তুবোৰ চালে। এজনী ছোৱালীৰ টেবুল যদিও টেবুলৰ বস্তুবোৰ চিজিল হৈ থকা নাই। আটাইবোৰ বস্তু থ'বলৈ ঠাই নথকাৰ বাবেও এনে হ'ব পাৰে। সোমালেই নিশ্বাস বন্ধ হৈ যাব খোজা কোঠাটোত টেবুল, ষ্টভ আৰু ৰন্ধাবঢ়াৰ সৰঞ্জাম আদি আছে। বাতামত পোতা খুটিত পিন্ধা কাপোৰ ওলমাই থোৱা আছে। কোঠাটোৰ প্ৰতি ইঞ্চি ঠাঁয়েই ব্যৱহাৰত লাগিছে।

টেবুলৰ এচুকত দুখনমান মোটা কিতাপ। তাৰ ওচৰত বাতৰি কাকত কেইখনমান জাপি থোৱা আছে। মাজত এটা ভেনিটি বেগ, আৰ্চি-ফণি, স্নো-পাওদাৰ, লিপষ্টিক, নেইল পলিচ আদি। টেবুলৰ আন এটা মূৰত বটা এটাৰ ওপৰত দুখন পুথি। কীৰ্তন আৰু নামঘোষা।

সি তাইৰ লগত পুথি দুখন থাকিব বুলি আশা কৰা নাছিল। সেই বাবে তাই ৰহস্যময়ী হৈ পৰিল।

— মণিকা, তুমি ঈশ্বৰ-বিশ্বাস কৰা?

— নিশ্চয়।

— কিয়?

— নহ'লে কাত ভৰসা ৰাখিম? আৰু কোনে শান্তি দিব? এইকণ ভৰসা ৰাখিছোঁ বাবেই পাগলী হোৱা নাই।

এই কথা কেইটা শুনি মুকুন্দ আচৰিত হ'ল। সি ভাবিলে যে এইজনী মণিকাৰ দুখৰ ত্ৰাণকৰ্তা ঈশ্বৰহে। তাইৰ দুটা ৰূপ। ভুবন-মোহিনী আৰু শ্বাসৰুদ্ধ কৰিব খোজা কোঠাটোৰ ভিতৰত তাই দেৱীস্বৰূপা। তাই এতিয়া তাক গৃহিণীৰূপে পৰিচৰ্য্যা কৰিব খুজিছে।

মণিকাই প্লেটত এটা অমলেট আৰু একাপ চাহ থ'লেহি। সি তাইৰ সোঁ হাতটো ধৰি ওপৰলৈ তুলি মূৰৰ ওপৰত ৰাখি ক'লে, "মণিকা, তোমাক সেৱা কৰিবৰ মন গৈছে। তোমাৰ অন্তৰৰ দুখখিনিকো শ্ৰদ্ধা জনাইছোঁ। মোক আৰ্শীৰ্বাদ দিয়া, মণিকা। মই মানুহ হ'ব বিচাৰিছোঁ।"

তাই তাৰ মূৰৰপৰা হাতটো আঁতৰাই নানিলে। তাই লক্ষ্য কৰিলে যে তাৰ চকুহাল সেমেকা।

— আপুনি অমানুহ?

— ওঁ, মই অমানুহ। তোমাৰ ঈশ্বৰত খুব বিশ্বাস। তাকে দেখি-শুনি মোৰ মন জুৰাই গৈছে। মানুহৰ জীৱনত আটাইতকৈ অন্তৰ ছুঁই কৰিব পৰা দুখৰ দিন কেতিয়া জানা? যেতিয়া বিশ্বাসটো মৰি যায়। সেইটো মানুহেই মই।

— আপুনি?

— ওঁ ময়েই। আৰু মই আওপকীয়াকৈ এটা নৰবধী।

— নৰবধী? খুনী? মাৰ্ডাৰাৰ?

তাই পোনতে ফেকুৰিলে। পিছত হাওঁ-হাওঁকৈ কান্দি পেলালে। পিছত খন্তেকতে চকু-মুখ মচি কোঠাটোৰ চুক এটা চাফা কৰিলে। খাটখনৰ খুটাৰ ওপৰত থকা মাটিৰ চাকিটো জ্বলাই তাত থ'লে। তাতে বেতৰ বটাটোৰে সৈতে পুথি দুখন থাপিলেহি। প্ৰায় দুই মিনিটৰ ভিতৰতে তাই লখিমী হাতেৰে এটি গোসাঁই -ঘৰ প্ৰতিষ্ঠা কৰিলে। তাই ভয়াৰ্ত দৃষ্টিৰে ডাঙৰ ডাঙৰকৈ ক'লে, "নৰবধী হ'ল? এতিয়া ইয়াত সষ্টাঙ্গে প্ৰণিপাত কৰক। প্ৰভুৰ আগত দোষ স্বীকাৰ কৰক। প্ৰভুৱে ক্ষমা কৰিব।"

মণিকাই এইমাত্ৰ সজোৱা গোসাঁই -থানখনৰ ওচৰত মুকুন্দই লেপেটা খাই বহি থোকাথুকি মাতেৰে ক'লে, "মণিকা, মই পাতকী। প্ৰভুৰ কেনেকৈ মৰিষণ বিচাৰিম?"

তাই আঠু কাঢ়িলে। চাদৰৰ একাংশ মাটিত পেলাই পুথি আৰু বন্তিৰ আগত সেৱা জনাই সুৰ লগাই তাত গাই গ'ল—

কতনো আমোঘ অপৰাধ হৰি
কৰিয়া আছো প্ৰভু প্ৰচুৰ।

বুদ্ধিত থাকিয়া নেদেহা সুবুদ্ধি
কৃপাৰ হুয়া ঠাকুৰ।।....

সেৱা কৰি উঠি মণিকাই মুকুন্দৰ দুধাৰি চকুলো চাদৰৰ আঁচলেৰে মচি দিলে।

পুথি দুখনৰ ওচৰত মাটিৰ চাকিগছি জ্বলি থাকিল। বিজুলী বাতিৰ পোহৰে চাকিৰ জুই তেনেই নিস্তেজ কৰি আছে বাবে মুকুন্দই ক'লে, "মণিকা, লাইটটো নুমাই দিয়া।"

বেতৰ বটাৰ থাপনাখন পোহৰোৱা চাকিগছিৰ পৱিত্ৰ পোহৰত মুকুন্দই যোৱা দুদিনৰ ভিতৰত ঘটা ঘটনাবোৰ আবেগেৰে বিবৰি শেষ কৰি কিবা এটা কওক বুলি আশা কৰি মণিকাৰ চকুলৈ চাই ৰ'ল।

মণিকাই সুধিলে, "সিদিনা মোক সোধা প্ৰশ্নটোৰ বাৰু আপোনাৰ উত্তৰ কেনেকুৱা আছিল?"

মুকুন্দই ক'লে, "সেইদিনা মোৰ এটাই উত্তৰ আছিল। কিন্তু সেই উত্তৰ সলনি হৈছে। বৰঞ্চ মোৰ এতিয়া উত্তৰ নাই বুলিয়েই ক'ব পাৰি।"

— তেনেহলে আমি কৰা কামবোৰৰ কোনো সঙ্গত কাৰণ নাই?

— নাই, মণিকা। অন্ততঃ মোৰ বেলিকা। মই ঢৌৱে ঢৌৱে গৈ থকা ডিঙৰা। গুৰি নধৰা ডিঙৰা। ঠিকনা নথকা লেফাফা।

— তেনেহলে এতিয়া আমাৰ হাতত একো উত্তৰ নাই। আৰু, দুনিয়াৰ বহুত প্ৰশ্নৰে উত্তৰ নাই। আপুনি জানেই, মই উপন্যাস পঢ়ো। ৰুছ দেশৰ এজন মহান উপন্যাস লেখকৰ কথা ক'ব খুজিছোঁ। নাম ডষ্টভয়েস্কি। বিষম অভিজ্ঞতাৰে জীৱনটো গেলাই-পঁচাই জীৱনৰ সত্যৰ অনুসন্ধান কৰা মহাপুৰুষ। তেওঁ কিন্তু পাপ আৰু পুন্যৰ মাজত চিনিব পৰা আঁচ এডাল দেখা নেপালে; মাত্ৰ সকলোতে আত্মাৰ হাঁহাকাৰহে শুনিলে। সেই কাৰণেই তেওঁৰ উপন্যাসৰ অসংযমী লুট্‌চা বুঢ়া কাৰামেজভে আচৰিত হৈ নিজক নিজে এনেকৈ সুধিলে--মোৰ নিচিনা স্কাউড্ৰেল এটাৰ মগজলৈ হঠাতে ঈশ্বৰৰ ধাৰণা এটা আহিল কেনেকৈ? বুঢ়া কাৰামেজভেও ইয়াৰ উত্তৰ নেপালে আৰু এতিয়ালৈকে পৃথিৱীৰ কোনো মানুহে এই সাঁথৰ ভাঙিব নোৱাৰিলে।

— কৈ যোৱা, মণিকা। প্ৰতিটো কথা বুজিছোঁ। তোমাৰ সমান শিক্ষা নাই যদিও মই বুজিছোঁ।

মণিকাই কিন্তু এই সম্পৰ্কে একো নক'লে। আচলতে তাইৰ ক'বলৈ একো নাছিল। বিছনাৰ এচুকত বিভ্ৰান্ত হৈ বহি থকা মুকুন্দৰ কাষলৈ তাই গাৰু এটা দলিয়াই দিলে। সি গাৰুটো বুকুত লৈ পেট পেলাই শুলে আৰু বহু পৰৰ মূৰত চিগাৰেট এটা জ্বলালে। এনেতে তাই বাঁহী যেন মাতটোৰে সুললিত সুৰেৰে সি বুজি নোপোৱা কোনোবা শ্লোক এটা গালে। সি এটা শব্দও বুজি নেপালে। তথাপি শব্দ কেইটাই কিবা এটা তাক কৈ সান্ত্বনা দিলে।

— ক্লৈব্যং মাস্ম গমঃ পাৰ্থ নৈতৎ ত্বয্যপপদ্যতে।

ক্ষুদ্ৰং হৃদয়-দৌৰ্ব্বল্যং ত্যক্তোত্তিষ্ঠ পৰন্তপ।।

— মানে কি মণিকা?

— কৈছে যে জীৱনৰ যুঁজখনত সকলো দুৰ্বলতা নেওচিব লাগে। কাপুৰুষালি এৰি বীৰ পুৰুষ হ'ব লাগে।

— এইটোতো বেচ গাত বল দিব পৰা শ্লোক! ক'ৰ?

— গীতাৰ। কুৰুক্ষেত্ৰ মহাযুদ্ধৰ আৰম্ভনিতে উভয় -সংকটত পৰা অৰ্জুনক স্বয়ং ভগবান শ্ৰীকৃষ্ণই কৈছে।

— বাঃ কি সন্দুৰ কথা!

মুকুন্দই অতিশয় তৃপ্তিৰে চিগাৰেটটো হুপি শেষ কৰিলে। সি বিছনাত উঠি ক'লে, "মণিকা, তুমি শোৱা। মই চাকিটোৰ ওচৰতে ৰাতিটো বহি থাকিম। মাথোন মোৰ ওচৰত মিঠা তেলৰ বটলটো থোৱাহি।"

মণিকাই দেখিলে যে মুকুন্দৰ পোনতে দেখুওৱা উদ্ভট-অচিন আচৰণৰ ঠাইত এতিয়া এটা প্ৰসন্ন প্ৰশান্ত আচৰণ। এনে এটা নিবিড় নিমাত নিশা সাধাৰণতে লালসাৰ বহ্নিত জাহ যাব খোজা মানুহটোৰ খন্তেকীয়া ৰূপান্তৰ দেখি মণিকা গৰ্বিতা হ'ল।

মুকুন্দ বন্তিগছিৰ ওচৰতে চকু মুদি বহি থাকিল। মণিকাই মিঠাতেলৰ সৰু বটলটো নিশব্দে তাৰ ওচৰত থৈ এটা জীয়া সপোন মনত লৈ বিছনাত ঢলি পৰিল। তাইৰ এই একাকিনী জীৱনত এইটো নিমাষিত কোঠাত আজি গোটেই

ৰাতিটো যে বাঞ্ছিত স্বামীৰ দৰে মৰম কৰা প্ৰচণ্ড পুৰুষ এজন আছে! কি সুন্দৰ আশ্ৰয় !

অলপ পৰৰ পিছতে তাই দুৰ্ঘোৰ টোপনিত।

উজ্জ্বল পোহৰৰ উমান পাই তাই সাৰ পালে। তাই দেখিলে যে ৰাতি ভালকৈ পুওৱা নাই; মুকুন্দই লাইটটোহে জ্বলাইছে আৰু তাইৰ ফণিৰে মূৰ আচুৰিছে।

তাই তৎক্ষাণাৎ চকু-মুখ ধুই ল'লে। তাই লক্ষ্য কৰিলে যে মুকুন্দ এতিয়া অত্যন্ত স্বাভাৱিক।

— চাহ দুকাপ বনাওঁ।

— নেলাগে। সময় নহব। গাড়ীখন পাবহিয়েই। মই পলমকৈ গ'লেই তোমালৈ বেয়া। বুইছা, মণিকা, তোমাৰ ইয়াতেই বহি থাকি সেই প্ৰশ্নৰ এটা উত্তৰ পাই গ'লোঁ। শুনিবা?

— কওক। আওপকীয়া উত্তৰ। যদি দেশত খুব চুৰি-ডকাইতি হয়, তেনেহ'লে নিজে চোৰ-ডকাইত হ'লেহে চুৰি-ডকাইতিৰপৰা ৰক্ষা পাব পাৰি। দেশত এতিয়া অন্যায়-অনাচাৰ চলিছে, সমাজ পঁচি উৰলি গৈছে। এইখন সমাজ সলাব নোৱাৰিলে দেশৰ বেছি ভাগ মানুহেই জীৱনটোত একো নেপাই হাঁ ভাত হাঁ কানিকৈ মৰিব। কিন্তু সমাজক সলাবলৈ হ'লে কিছুমান মানুহৰ হাতত ক্ষমতা থাকিব লাগিব। পলিটিকেল পাৱাৰ। টকাও এটা ক্ষমতা। গতিকে চৰকাৰ দখল কৰি দেশ ভাল কৰা ক্ষমতা পাবলৈ হ'লে আগতে বহুত টকা লাগিব। কিন্তু এই টকা আমাক কোনে দিব? বেপাৰীবোৰে দিব পাৰে কিন্তু সেই টকাৰে নহ'ব। সিহঁতৰ পুতলাহে হ'ব লাগিব। গতিকে সেই টকা নিজেই ঘটিব লাগিব। এইদৰে অৰ্জা আৰু বহুত টকাৰে মই তাকেই কৰিম। ক্ষমতা ল'ম। তোমালোকৰ ফালৰ গজেন ফুকনৰ দৰে ফালু এটাও যদি মন্ত্ৰী হবলৈ বিচাৰে, মই এনেকৈ নেভাবিম কিয়? মোৰ উত্তৰ কেনে পালা?

— যুক্তি আছে। খুব বঢ়িয়াকৈ কৈছে। নেতাই কোৱাৰ দৰে। আপোনাক নেতা যেন লাগিছে। আপোনাৰ ইচ্ছা সফল হওক। মই ভগৱানক খাটিছোঁ। মণিকা তাৰ বুকুত সোমাই পৰিল। সি তাইৰ পিঠিত হাত ফুৰাই সুধিলে, "মই

শুদ্ধ উত্তৰ দিছোঁনে, মণিকা?” তাই উত্তৰ দিলে, “হব পাৰে, আধা আধি শুদ্ধও হব পাৰে। মানুহে আচল সত্যক বিচাৰি আধাখিনিহে পায়। সেই বাবেই কিজানি আমাৰ জীৱনবোৰৰ এফাল শুদ্ধ, এফাল ভুল। পিছে মোৰ চিন্তা কৰা শক্তি আপোনাতকৈ খুব কম। সেই বাবে আপোনাৰ প্ৰতিটো যুক্তিতে মই পতিয়ন গৈছোঁ। সি খুব উৎসাহেৰে ক'লে, “থেংক ইউ, মণিকা।”

দুৱাৰত কেইটামান অস্থিৰ টোকৰ। মুকুন্দয়ে দুৱাৰ খুলি দেখিলে যে তাৰ ফিয়েট গাড়ীখনৰ ড্ৰাইভাৰ বুলু। সি ক'লে, “বেগেতেও লাওক, ছাৰ! সৰ্বনাশ হল। গোনাই আপোনাৰ ঘৰলৈ দুবাৰ ফোন কৰিছিল।”

— কি হ'ল নকৱ কিয়?

— ইৰ্শ্বাদ খাঁ চাহাব মৰিল, ছাৰ। হাৰ্ট ফেল কৰিলে।

মুকুন্দই হৃদয়ৰ কোণত বিষ অনুভৱ কৰিলে। জীৱনৰ বহু স্মৃতি -বিজড়িত উপকাৰী ইৰ্শ্বাদ শেষ হৈ গ'ল। কিন্তু স্বাভাৱিক-ভাৱে মণিকাৰপৰা বিদায় লৈ সি পানীৰে পূৰ হৈ পৰা চকুহাল মচি মচি ফিয়েট গাড়ীখনৰ ফালে খোজ দিলে। গাড়ীত বহি সি নিজক মনে মনে ক'লে, “ধৈৰ্য্য ধৰ মুকুন। তই যে আজিৰ পৰা অকলে ইৰ্শ্বাদৰ ৰাজ্যখন চলাব লাগিব।”

## চৈধ্য

শটো সুন্দৰকৈ সজাই থোৱা হৈছে। ইচলাম ধৰ্মৰ কথাটো মোৰ ভাল লাগে। ইয়ে ইঙ্গিত দিয়ে যে দেহ নশ্বৰ যদিও আওহেলা কৰিব নেপায় আৰু মৃত্যুও কদৰ্য্য নহয়।

মৃত ইৰ্শ্বাদৰ মুখখনত এতিয়া একো উদ্বেগ-উৎকণ্ঠা নাই। আধা মেলা চকুৰে চিৰকাললৈ বিশ্ৰাম লোৱা তাৰ মুখখন বেচ সুন্দৰ দেখা গৈছে। দুনিয়াক তোচ নোলোৱা প্ৰতাপী ইৰ্শ্বাদ এতিয়া এটা নিষ্পাপ শিশুৰ দৰে শুই আছে।

মই তাৰ ভৰি-পথানৰ ফালে বহিলোঁ। স্বাভাৱিক মৃত্যুৰ এনে বেদনাৰ ছবি দেখি মোৰ সমস্ত দেহমন কান্ধুলিজনীয়া চিন্তা-ভাবনাই আচ্ছন্ন কৰি পেলালে। অকস্মাতে ইৰ্শ্বাদক স্পৰ্শ কৰি মই সুৰ লগাই সৰু সৰুকৈ গালোঁ—

ৰাম-নাম বিনে মৃত্যু এৰাইবাৰ
আৰৰ উপায় নাই।
মৃত্যু তৰিবাৰ ইচ্ছা আছে যাৰ
ফুৰা ৰাম নাম গাই।।

ওচৰত বহি থকা মানুহখিনিয়ে মোলৈ প্ৰশংসাৰে চালে। বোধকৰো ঘোষাফাকিৰ কথা আৰু সুৰে এটা কৰুণ অৱস্থাৰ সৃষ্টি কৰিলে। মোৰ চকু পানীৰে ভৰি পৰিল। চকুহাল মচি মই চাৰিওফালে চালোঁ। ইৰ্শ্বাদৰ তিনিজনী বিবিজানে মুখত কাপোৰ দি হুক্‌হুকনি বন্ধ কৰিবলৈ চেষ্টা কৰিছে।

আশা ষ্টুডিঅ'ৰ হৰিসাধনে ফটো তুলিলেহি।

দেউতাক বোধকৰোঁ পলমকৈ খবৰ দিয়া হ'ল। সি থৰক-বৰক খোজেৰে শটোৰ কাষ চাপি মোটা চছমাৰ মাজেদি ইৰ্শ্বাদৰ মুখখনলৈ থৰ লাগি চাই ৰ'ল। পিছত কঁপা কঁপা হাতেৰে ইৰ্শ্বাদৰ মুখত আঙুলি বোলাই থোকাথুকি মাতেৰে সকলোৱে শুনাকৈ ক'লে, "তই বহুত আগতে গ'লি, ইৰ্শ্বাদ। অন্ততঃ মই যোৱাৰ পিছত যাব পাৰিলিহেঁতেন। যা বাৰু, ইৰ্শ্বাদ। তোৰ লগে লগে ময়ো গৈছোঁ।"

এনেকৈ কৈ দেউতা তৎক্ষণাৎ বাহিৰলৈ ওলাই আহিল। বাৰাণ্ডাত বহি খুব ধীৰে ধীৰে সি হিয়া ঢালি গোৱা শুনিলোঁ।

জীৱৰ সাৰথি নাই অ' আল্লা
জীৱৰ সাৰথি নাই।.......

দেউতাৰ মুখৰপৰা ওলোৱা জিকিৰটোৱে অম্রাৱতী যেন মৌচম মঞ্জিলৰ গোটেই চৌহদটোত শোকৰ ছাঁ পেলালে আৰু হয়তো 'অথিৰ ধন-জন অথিৰ জীৱন' বুলি সবাকে সোঁৱৰাই দিলে। মোৰো দেউতাৰ লগত এনেকৈ গাবৰ মন গ'ল—

এমন সুন্দৰ দেহা কোন দিনা যায়
এ মন ভাৰসা নাই।.........

এদিন দেউতাই মোক কৈছিল যে অসমৰ মাটিত পোন পহিলা জিকিৰ-জাৰীৰে 'ধৰম'ৰ জীপ দিয়া ম ৰুৰ দেশৰ আজান ফকিৰে শংকৰ-মাধৱৰ 'ধৰম' টোক আৰু গীত-বাদ্য-তাল-মানক বৰ পছন্দ কৰিছিল। সেয়েহে জিকিৰ-জাৰীত 'ধৰম মূৰ্তি বস্তু' মাধৱদেৱ আৰু নামঘোষাত আজান ফকিৰ জীয়াই আছে।

মৌচম মঞ্জিলৰ চৌহদটো মানুহেৰে ভৰি পৰিছে। খাৰ গাঁঠি নঢকা বহল বগা পায়জামা, বগা কামিজ বা পাঞ্জাবী আৰু বগা সৰু টুপী পিন্ধা বেলেগ বেলেগ স্তৰৰ ইচলামধৰ্মী মানুহে ইৰ্শাদৰ গুণবোৰ সুঁৱৰিছে। মই আজিহে গম পালোঁ যে তাৰ ওচৰলৈ ভালেমান দুখীয়া মানুহ আহি আছিল। সিহঁতে সহায় ভিক্ষা খুজিছিল। সি সিহঁতক যথেষ্ট টকা-পইচা দিছিল। সেই টকাৰে কোনোবাই জীয়েকক বিয়া দিছিল, কোনোবাই বন্ধকত থকা মাটি মোকোলাইছিল, কোনোবাই হালৰ সময়ত গৰু কিনিছিল আৰু কোনোবাই নিজৰ দুসাজ তিনিসাজ খাবলৈ নোপোৱা ল'ৰা ছোৱালীৰ মুখত এজেবা ভাত দিব পাৰিছিল। এই ক্ষেত্ৰত ইৰ্শাদে ধৰ্মৰ বাচ-বিচাৰ নকৰিছিল।

ইৰ্শাদৰ উদাৰতাৰ আৰু কেইটামান দৃষ্টান্ত মোৰ মনত পৰিছে। বাৰম্ন চনৰ ভুঁইকঁপত ব্ৰহ্মপুত্ৰৰ মতি-গতি সলনি হ'ল। চহৰৰ কাষৰে নগাখেলীয়া গাওঁখন ব্ৰহ্মপুত্ৰই গ্ৰাস কৰিলে। ফলত সেই ঠাইৰ মাছমৰীয়া পৰিয়াল কিছুমান আৰু সৰু সৰু খেতিয়কবোৰ তেনেই নিঠৰুৱা হ'ল। সেই মানুহবোৰক চৰকাৰেহে

ক'ৰবাত বহুৱাব লাগিছিল। কিন্তু সেই কাম কৰিলে ইৰ্শ্বাদেহে। চহৰৰপৰা পাঁচ-ছয় কিলোমিটাৰ নিলগৰ সোণাৰী ঘাটত যথেষ্ট মাটি কিনি সি সেই মানুহবোৰক বহুৱাইছিল। ঘৰ সাজি দিছিল। ইয়াৰে কিছুমান মানুহে কমাৰ, মাছ বেপাৰী, পানৱালা, পিয়ন-চকিদাৰ, চাইকেল মেৰামতি কৰা দোকানৰ কৰ্মচাৰী, মটৰ মেকানিক আদি হৈ ভাত মোকোলাই আছে। যদিও ইৰ্শ্বাদে তাৰ প্ৰায় ত্ৰিছ-চল্লিছ ঘৰ মানুহ পুহি আছিল বুলি কব পাৰি। কিন্তু এইবোৰ মানুহক সি নিজৰ কামত লগোৱা নাছিল। "বৰ কথকী আৰু এলেহুৱা মানুহ, সিহঁত এইবোৰ কামৰ কাৰণে ঠিক নহয়" বুলি ইৰ্শ্বাদে মোক কৈছিল। কিন্তু এই মানুহ খিনিৰ ধৰম কৰমলৈ বৰ মতি। ইৰ্শ্বাদে বনোৱা এই গাওঁখনত এটা বড়িয়া নাম-ঘৰ আছে। তাত ভাওনা-সবাহ হয়। এইবোৰ কামৰ বাবে ইৰ্শ্বাদে বেচ পইচা দিছিল। এইবোৰ মানুহে তাক 'ইৰ্শ্বাদ দেউতা' বুলিছিল।

এই মানুহবোৰেও খবৰ পাই গ'ল। সিহঁত মৌচম মঞ্জিলৰ গেইটৰ ওচৰত গোট খালে। সিহঁত গায়ন-বায়নৰ সৈতে আহিছে। অকস্মাতে কিছুমান সৎ চিন্তাই মোক আত্মবিশ্বাস দিলে। মোৰ ভাবি ভাল লাগি গ'ল যে ক'লা বেপাৰী ইৰ্শ্বাদৰ কথা সোণাৰী ঘাটত থিতাপি লোৱা মানুহখিনিৰ মাজত সিহঁতৰ 'ইৰ্শ্বাদ দেউতা' উপকথা হিচাবে থাকি যাব। কিজানি ইৰ্শ্বাদৰ হৈ এই মানুহখিনিয়ে নামঘৰত এগছি বন্তি জ্বলাব আৰু এপোহা মাহ-চাউল আগবঢ়াব। ভৱিষ্যতে এই অঞ্চলৰ কোনোবা দুখুনী বিধবাই, কন্যাদায়গ্ৰস্ত পিতৃয়ে আৰু কোনোপধ্যে জোৰা মাৰিব নোৱাৰা আধাপেটীয়াকৈ থকা কোনোবা খেতিয়কে ইৰ্শ্বাদক সেমেকা হিয়াৰে সুঁৱৰিব। তেনেহলে তাৰ জীৱন সাৰ্থক। কেতিয়াবা যদি স্বাৰ্থপৰ নেতাৰ কাৰচাজিত হিন্দু-মুছলমানৰ মাজত বিৰোধ হয় আৰু দুয়ো বিধ মানুহ ক্ষতিগ্ৰস্ত হয় তেতিয়া এই অঞ্চলৰ বিবেচক শ্ৰেণীটোৱে ইৰ্শ্বাদৰ ধৰ্মৰ ক্ষেত্ৰত উদাৰতাৰ কথাও শ্ৰদ্ধাৰে সুঁৱৰিব। কাৰণ সি ধৰ্ম-ভাষা-সম্প্ৰদায়ৰ উৰ্দ্ধত আছিল। সি এই ক্ষেত্ৰত ৰেডিঅ' আৰু মিটিঙত জাতি -ধৰ্মৰ সমিল মিলৰ ওপৰত বক্তৃতাৰ ফুলজাৰি মাৰি ফুৰা কপট অথচ সমাজৰ চকুত সি মাথোন এটা প্ৰতাপী 'স্মাগ্‌লাৰ' পিছে দেশৰ স্বাৰ্থ হৰণ কৰা আচল 'স্মাগ্‌লাৰ'বোৰে গাঁৱে-নগৰে মালা পিন্ধি ফুৰে। ইৰ্শ্বাদ এটা লাপিলুপা মন্ত্ৰী হিচাবে মৰাহেঁতেন মৃতকৰ শেষকৃত্যৰ সময়ত সৰ্বধৰ্মৰ প্ৰাৰ্থনা হ'লহেঁতেন। কি যে ভণ্ডামি!

সেই শ্ৰেণীটোৱে ভণ্ডামি আজিহে বেছি প্ৰকট হৈছে। যিবোৰ মানুহে নিৰ্বাচনৰ সময়ত ইৰ্শ্বাদৰ ওচৰলৈ মনে মনে আহি পইচা বিচাৰিছিল, যিবোৰ বগা ভাত দেখা কাউৰীয়ে ইৰ্শ্বাদৰ অনুগ্ৰহ পাই বিপদৰ বৈতৰণী পাৰ হৈছিল আৰু যিবোৰ অফিচাৰ ইৰ্শ্বাদৰ 'মাহেকীয়া উপহাৰ' পাই 'মানুহ বনি গৈছিল' সেই ভণ্ডবোৰৰ বহুতেই এতিয়া এই চহৰত আছে। কিন্তু মই সিহঁতৰ কাকো ইয়াত দেখা নাই। সিহঁত আৰু অহাৰ সময় নাই। ইৰ্শ্বাদৰ শটো কবৰলৈ নিয়াৰ সময় হলেই। ইৰ্শ্বাদৰ মুখখন শেষবাৰলৈ চাবলৈ আৰু মনে মনে এটা শেষ নমস্কাৰ জনাবলৈ মোৰ প্ৰবল ইচ্ছা হ'ল। এতিয়া তাৰ গাত সুগন্ধি ফুল আৰু অতি সুগন্ধি আতৰ। এয়াও নিয়ম। কিন্তু মই হিন্দু হিচাপেতো ইৰ্শ্বাদক কিবা এটা দিব লাগিব। সেয়েহে গোনাৰ হতুৱাই তুৰন্তে ধূপ এপেকেট অনালোঁ। চৌহদত থকা গিলাচ ফুল দুটামান হাতত ল'লো। ইৰ্শ্বাদৰ শটোৰ মূৰৰ ফালে ধূপ দুডাল জ্বলাই দিলোঁ। আতৰৰ গোন্ধ ভেদ কৰি ধূপৰ গোন্ধ বিয়পিল। গিলাচ ফুল কেইটা দুহাতে আঁজলি কৰি লৈ মই ভুনভুনালোঁ, মই ইৰ্শ্বাদৰ হৈ প্ৰাৰ্থনা জনালোঁঃ

নমো নমো নাৰায়ণ প্ৰসন্ন হুয়োক হৰি
কৰিয়োক মায়াক নিৰ্য্যান।
আপোনাৰ মহিমাক আপুনি বেকত কৰি
জীৱক কৰিয়ো পৰিত্ৰাণ।।

কাহানিও অনুভৱ নকৰা এটা কৃতাৰ্থ হোৱা ভাবে মোক আবৰি ধৰিলে, মই ইৰ্শ্বাদৰ মুখৰ ফালে চাই মনে মনে ক'লো, ইৰ্শ্বাদ খাঁ চাহাব, আপোনাৰ হৈ মই ঈশ্বৰক খাটিছোঁ। কিন্তু আপোনাৰপৰাও মই শুভ-কামনা বিচাৰিছোঁ। মোৰ দোষৰ মৰিষণো বিচাৰিছোঁ। আপুনি মোক বহুত দিলে, বোকাৰপৰা তুলি ললে। কিন্তু মই....

কবৰ-যাত্ৰা আৰম্ভ হ'ল। গেইটৰ ওচৰত গীতৰ ঘাঁত শুনা গ'ল। পৰিতালৰ ঘাঁতঃ

তৌ তা থিতিতা খিতৌ ধে ধেন থেই, ধেন থেই নিতা থিতি তৌ.....

খোল-তাল লৈ গায়ন-বায়ন হিচাপে সাজি-পাৰি অহা সোণাৰী ঘাটৰ মানুহখিনি শাৰী পাতি ইৰ্শ্বাদৰ শটোৰ পিছ লবলৈ খাপ পিটি আছে।

শৰ একেবাৰে ওচৰত ইৰ্শ্বাদৰ পুতেক তিনিটা আৰু মৌলবীজন। হামিদ, বছিৰ আৰু দেউতাও সিহঁতৰ লগত। শ ভাৰী কেইটাৰ লগে লগে ইৰ্শ্বাদৰ অতি চেনেহৰ এলচেচিয়ান কুকুৰ জিমি।

বগা পায়জামা-পাঞ্জাবী আৰু টুপী পিন্ধা মানুহৰ শাৰী দুটা বেচ দীঘল। এই শাৰী দুটাৰ পিছতে সোণাৰী ঘাটৰ গায়ন-বা য়নৰ সৈতে প্ৰায় ডেৰকুৰিমান মানুহ। সিহঁতে গীতৰ ধ্বনিৰে গোটেই শ যাত্ৰাৰ সমদলটো সুকীয়া ধৰণৰ কৰি পেলালে।

তাকে দেখি মোৰ প্ৰাণ জুৰাই গ'ল। এনেকৈ কবৰলৈ কেবা-বাৰো আহিছোঁ। কবৰৰ মাটিয়ে নশ্বৰ দেহা সাৱটি লোৱা দেখিছোঁ। আনকি মৌলবীয়ে গোৱা আৰবী কথা কেইটাও মনত ৰৈ গৈছে। তথাপি আজিৰ কথা বেলেগ।

ইৰ্শ্বাদৰ শটো কবৰস্থানত থোৱা হ'ল। এলচেচিয়ান 'জিমি'য়ে কিজানি আগতে কবৰলৈ আহিছিল। ইৰ্শ্বাদক জোৰাকৈ গাঁত এটা খন্দা হোৱাত সি কন্দাৰ নিচিনাকৈ কৰুণ শব্দ এটা কৰিলে। মোৰ ওচৰতে থকা দেউতাই ক'লে "এয়ে তাৰ শেষ ঠাই বুলি নিমাত জন্তুৱেও জানে।"

ইৰ্শ্বাদৰ নৰদেহ এতিয়া গাঁতৰ ভিতৰত। ইয়াকে দেখি মোৰ একেবাৰে অসম্ভৱ কথা এটা যেন লাগিল। কাৰণ প্ৰায় বাৰ ঘণ্টাৰ আগলৈকে ইৰ্শ্বাদ এটা জীয়া বাঘৰ দৰে আছিল।

কবৰত তিনি আঁজলি মাটি দিওঁতে কবৰস্থানত থকা ৰাইজক আল্লাৰ এইফাকি বচনে বেথা দিলেঃ

মিনহা খালাক দুকুম  
ৱ ফিহা নুঈ' দুকুন  
ৱা মিনহা নুখ ৰিজুকুম  
তাৰাতান উখৰা।

গাঁতটো নিমিষতে মাটিৰে পূৰ হ'ল। মই চকুহাল মুদি দিলোঁ। মই দেউতাৰ মাত শুনিলোঁ, "এই সুৰ লগাই গোৱা কথা ফাকিৰ অৰ্থতো তইঁতেও জনা দৰ্কাৰ। ইয়াৰ অৰ্থ হ'ল— হেৰা মানুহ, মই মানে আল্লাই, তোমালোকক ইয়াৰ মাটিৰপৰা সৃজন কৰিছিলো আৰু মই তোমালোকক ইয়াৰ ভিতৰলৈকে দুনাই ওভোতাই আনিছোঁ। মই তোমালোকক ইয়াৰ ভিতৰলৈ দুনাই ওভোতাই আনিম।"

ইৰ্শ্বাদ কবৰস্থানৰ মানুহ হ'ল। মই তাত খন্তেকো নৰলোঁ।

মই মৌচম মঞ্জিলৰ ড্ৰায়িং ৰুমত। ইৰ্শ্বাদে মোক যিখন চকিত বহুৱাই গোপন কথাবোৰ কৈছিল, মই এতিয়া সেইখন চকিতে বহি হামিদৰপৰা জগনুলৈ ইৰ্শ্বাদে পাতি থৈ যোৱা ৰাজ্যখনৰ মূল মানুহকেইটাক কৈছোঁ, "শোক মোৰো লাগিছে, সেইবুলি মই ভাগি পৰা নাই। ই পুৰুষৰ লক্ষণ নহয়। তোমালোক এনেকৈ দুখত মৰা যেন হৈ থকা কথাটো পছন্দ হোৱা নাই। আমাক এঙ্কাৰেও চাই থাকে, দুৱাৰৰ ফুটাবোৰেও চাই থাকে। গতিকে আমি ধৈৰ্য্য হেৰুৱাব নেলাগিব। কেৰিয়াৰ আৰু ৰিটেইলাৰবোৰে জানিলে সিহঁতে আঁসে পাব, আমাৰ মস্কিল হব। আমি কাৰবাৰ বেয়াকৈ চলালে ইৰ্শ্বাদক অপমান কৰাহে হব।"

সিহঁত অবাক। বোধকৰো মোৰ লানি নিছিগা কথাত সিহঁতে আদেশৰ সুৰ শুনিলে। কিন্তু মোৰ একেটা শৰীৰতে দুটা মন। এটা মনে যশোৱা আৰু কীৰ্তন-নামঘোষা ভাল পায় আৰু ইটো মনে ভাল পায় কামনাৰ জুই যেন ভানু শৰ্মাক আৰু শৰতৰ শেৱালি যেন মণিকা কাকতীক। মোৰ যশোৱাক ভাল পোৱা মনটোৱে ভানু-মণিকাৰ নিচা লগা মনটোক লগে লগে সুধিলে, "তই জানো ইৰ্শ্বাদৰ ঠাই দখল কৰিবলৈ ঠাৱৰ কৰিলি? ঈৰ্শ্বাদৰ দৰে পাতাল ৰাজ্যৰ ধাৰা মতে মানুহক নিৰ্বিকাৰভাৱে হত্যা কৰিব বা হত্যা কৰোৱাব পাৰিবি? বুইছ, মুকুন্দ খাওন্দ, অহিংসাৰ লগত অবৈধ ব্যৱসায়ৰ সম্পৰ্ক নাই। ইটোৰ লগত সিটোৰ বিৰোধ। তই খুনী হব লাগিব, মিষ্টাৰ মুকুন্দ খাওন্দ।"

মই মিষ্টাৰ মুকুন্দ খাওন্দে হামিদহঁতক লগে লগে কবলৈ ধৰিলোঁ, "এই বাংলাদেশী দলটোলৈ ভয় নাই। ডি-আই-জিক কথাটো কবলৈ 'ফিলাৰ' পঠাইছোঁ। হম মিনিষ্টাৰকো কোৱাম। কিন্তু এটা কথা ঘৰ বিভীষণৰ নিস্তাৰ নাই। চুক তে থাকি বুকতে কামোৰ মৰাবোৰক— কয়লাৰ ডিপোৰ মেনেজাৰটোৰ দৰে তিলতিলকৈ শাস্তি দি মাৰিম। তোমালোক এতিয়া যোৱা।"

ইয়াৰ পিছত মৌচম মঞ্জিলৰ এটা সভাঘৰৰ দৰে আহল-বহল কোঠাত ইৰ্শ্বাদে পতা ৰাজ্যৰ দূৰে দূৰে থকা মানুহখিনিক লগ পালো। সিহঁতেই হ'ল এই

ৰাজ্যৰ স্নায়ু আৰু ধমনী। 'ৰানাৰ'ৰপৰা 'ইনফৰ্মাৰ'লৈকে। সিহঁতক মই ক'লো, "চিন্তা নাই। একেদৰেই চলিব। ঠিকে ঠিকে চাপ্লাই পাবা। কিন্তু এটা কথা। অবিশ্বাসীক, নিমখহাৰামক ক্ষমা কৰা নহ'ব।"

সিহঁতে নতশিৰে মোৰ কথা মানি ল'লে। সিহঁতক যাবলৈ কৈ মই ড্ৰয়িং ৰুমত বহিলোঁ। গোনা আৰু ছয় নম্বৰ (কালীন্দ্ৰ) মোৰ দুয়ো কাষে পৰিষদৰ দৰে থিয় দি ৰল। অলপ দূৰৈত থিয় দি থকা হামিদেও মোৰ চকুলৈ চাই কথা নোকোৱা হল। মোৰ এনে ভাব হ'ল যেন ইৰ্শ্বাদৰ জীৱটো আহি মোৰ দেহত সোমালহি আৰু মোৰ জীৱটো কাম্ভুলিজানৰ ফালে উৰা মাৰিলে! এই আন্ধাৰ ৰাজ্যত আজি মোৰ প্ৰকাৰান্তৰে অভিষেক হৈ গ'ল। মই বেলেগ বেলেগ মানুহক বেলেগ বেলেগ হুকুম দিয়াত লাগি গ'লোঁ। বছিৰ আৰু দেউতায়ো মোক দেখি আচৰিত হৈ গ'ল।

মই দেউতা আৰু হামিদক জনালোঁ যে ইৰ্শ্বাদৰ পৰিয়ালৰ সকলোকে মই লগ পাব খোঁজো। সিহঁতে সকলোকে মতাই আনিলে।

ইৰ্শ্বাদৰ দুজনী ঘৈণীয়েক — জাহিৰা আৰু মফিকা — আদহীয়া বয়সৰ তিৰোতা। এতিয়াৰ মেদে উপচি পৰা দেহৰ দীঘ, গৌড় বৰ্ণ আৰু নাক-মুখ-চকুৰ গঢ়ৰপৰা অনুমান কৰিব পাৰি যে এওঁলোক একালত সুন্দৰী আছিল। শেষৰ গৰাকী ঘৈণীয়েক ৰেণু বেগম স্বৰূপতে সুন্দৰী। গাভৰু। ডেকা ল'ৰা তিনিটা কিজানি আগৰ দুজনীৰ। সিহঁতৰ ওচৰে ওচৰে থকা পাঁচ বছৰৰপৰা দহবছৰলৈকে বয়সৰ ল'ৰা-ছোৱালী কেইটা কিজানি সিহঁতৰ শেহতীয়া সন্তান। ৰেণু বেগমৰ কোলাত এটা ডেৰবছৰীয়া ল'ৰা আৰু কাষত থিয় দি থকা এজনী চাৰি বছৰীয়া ছোৱালী।

ডেকা ল'ৰা তিনিটা মোৰ কাষতে বহিলহি। সিহঁত আঁতৰত থাকে। মই সিহঁতৰ কথা শুনিছিলোঁহে। আজিহে সিহঁতৰ লগত ভালকৈ পৰিচয় হ'ল। সিহঁত অসমৰ বাহিৰৰ স্কুল-কলেজত পঢ়ে। কি সূত্ৰে সিহঁত ঘৰত গোট খালেহি তাৰ সবিশেষ জনা নগ'ল। বোধকৰোঁ এনে সময়তে স্কুল-কলেজবোৰৰ গৰম বন্ধ হয় বাবে সিহঁত ঘৰত আছেহি। সিহঁতৰ বাপেকক মৃত্যুৰ সময়ত দেখাৰ সৌভাগ্য হ'ল। আৰু এটা ল'ৰা দাৰ্জিলিঙত পঢ়ে। তালৈ টেলিগ্ৰাম কৰা হ'ল। সি যিকোনো এদিন ওলাবহি পাৰে।

ইৰ্শ্বাদে নিজৰ সন্তানক তলে তলে ইমান উপযুক্ত কৰি তুলিছে বুলি মই আগতে কল্পনাই কৰা নাছিলোঁ। মাত্ৰ হামিদে কৈ থাকিছিল, "ল'ৰা কেইটাই ভু নেপায়। সিহঁত কিন্তু এইবোৰত নাই।" ঈৰ্শ্বাদে এবাৰ এনেকৈ কৈছিল, "এই পৰা বয়সত আমাৰনো আৰু কি হাবিয়াস থাকিব পাৰে? সিহঁত কেইটা ভাল হ'লেই হ'ল।"

হামিদ আৰু ইৰ্শ্বাদৰ এনে ধৰণৰ কথাই মোক কৌতূহলী কৰা নাছিল। ভাবিছিলোঁ যে সিহঁতে বাপেকৰ ধনেৰে আঁতৰত বেচ মজা কৰিছে। কিন্তু এতিয়া ভু লৈ বুজিলোঁ ইৰ্শ্বাদে সিহঁতৰ কাৰণে খৰচ কৰাটো অথলে যোৱা নাই।

ডাঙৰ ল'ৰা মজহৰ খাঁই লক্ষ্ণৌত আইন পঢ়ে। দ্বিতীয় ল'ৰা ইম্ৰান খাঁই আলিগড় মুছ্লীম বিশ্ববিদ্যালয়ত বি-এ শ্ৰেণীত পঢ়ি আছে। তৃতীয় ল'ৰা আলম খাঁই পিলানীৰ পাব্লিক স্কুলত শিক্ষা শেষ কৰি বম্বেৰ কোনোবা কলেজ এখনত ভৰ্তি হৈছে। ইৰ্শ্বাদৰ ডাঙৰ ছোৱালী দুজনী শ্বিলঙৰ লেডী কীন কলেজত পঢ়ে। সিহঁতে আজিহে খবৰ পাব।

মোৰ তিনিওটা ল'ৰাকে ভাল লাগিল। সিহঁত বেচ অমায়িক। সিহঁতে পিতৃ বিয়োগৰ শোক সম্ভ্ৰমেৰে বহন কৰিছে আৰু মাক কেইজনীৰ দৰে অসহায় ভাব এটা দেখুওৱা নাই।

গোনা, হামিদ, ৰছিদ, বছিৰ, পৰমা আদি এইখন ৰাজ্যৰ বিশ্বস্ত মানুহখিনিও ড্ৰয়িং ৰুমত থুপ খালেহি। খবৰ পাই হাইঠা চাপৰিত ম'হৰ খুটি থকা কেশৱ মহাজনো ওলালহি। এখন সৰুসুৰা মিটিঙৰ সমান মানুহ। সকলোৱে মোৰ ফালে নিমাতে চাই থাকিল। গতিকে ময়ে কথা আৰম্ভ কৰিবলগীয়া হ'ল।

মই লাহে লাহে ক'লোঁ, "আমি সকলোৱেই ভগবানক খাটিছোঁ, মৃতকৰ যেন সদ্গতি হওক। আমি সকলো ইৰ্শ্বাদ খাঁৰ জহতে এই অৱস্থা পাইছোঁহি। তেওঁ আমাৰ পালক আছিল। তেওঁ আমাৰ শিক্ষকো আছিল। আমি এইজন মানুহক কাহানিও পাহৰিব নোৱাৰোঁ! কিন্তু দুনিয়াৰ নিয়ম হ'ল — ই অনবৰত ভালে-বেয়াই চলি থাকিব। গতিকে আমিও এটা দিন হানি নকৰাকৈ কামে কামে থাকিব লাগিব।"

এনেকৈ পাতনি মেলি মই সকলোৰে মুখবোৰ এবাৰ চাই ললোঁ। ইৰ্শ্বাদৰ ল'ৰা কেইটালৈকে চাই ক'লোঁ, "এইবোৰ আগৰ নিয়মেৰেই চলিব। ইৰ্শ্বাদৰ

পৰিয়ালটোৱে আগৰ দৰেই সকলো পাই থাকিব। তেওঁৰ ল'ৰা কেইজনৰ সহায় পালেতো আমাৰ ব্যৱসায় আগতকৈ ভালকৈহে চলিব। আমি সকলোৱে মনত ৰাখিব লাগিব এটা কথাঃ ডিচিপ্লিন, নিয়ম আদি আগৰ দৰেই সমানে বাহাল ৰখা হ'ব।"

বোধকৰোঁ মোৰ শেষৰ কথা কেইটাত ময়ে সকলোকে চলাম বুলি মই সকলোকে বুজাই দিব পাৰিলোঁ। বোধকৰোঁ সকলোৱেই মোক মুৰব্বী বুলি মানি ল'লে। নহলে ইৰ্শ্বাদৰ ডেকা পুতেক কেইটাই সিহঁতৰ আপত্তিৰ এটা ইঙ্গিত দিলেহেঁতেন।

মই অলপ পৰ ৰ'লো। কোনেও একো নেমাতিলে। বোধকৰোঁ হামিদহঁতে এয়া মোৰ হুকুম বুলিয়েই ধৰি ল'লে।

মোৰ আচল উদ্দেশ্যটো আছিল বিধবা তিৰোতা কেইগৰাকীক সান্ত্বনা দিয়াহে। তাৰ সলনি মই সকলোৰে দায়িত্ব ল'লোঁ বুলিহে সদৰী কৰিলোঁ। সকলো ইমান পৰে নিমাতে থকাটো ভাল কথা হোৱা নাই। মই অন্ততঃ কোনোবাই কিবা এটা কথা ক'ব বুলি আশা কৰি ৰ'লোঁ।

অৱশেষত বছিৰে মাত লগালে, "তই ঠিকেই কৈছ, মুকুন, আমি তোৰপৰা ইয়াকে আশা কৰি আছিলোঁ।"

হামিদেও বছিৰৰ কথাত হয়ভৰ দিলে। গোনায়ো মাত লগালে, "তোমাৰ ওপৰ মহলাত হলিগলি। কাক কেনেকৈ হাতত ৰাখিব লাগে তুমি জানা। তুমিয়েই আমাৰ সাৰথি।"

মই উৎফুল্ল নহ'লো। এটা অবৈধ কাৰবাৰৰ দলপতি হোৱাটো একো গৌৰৱৰ কথা নহয়। অথচ মই জানো যে মই ইৰ্শ্বাদৰ বাহিৰে আনক দলপতি হিচাপে গ্ৰহণ কৰিব নোৱাৰোঁ। মই এই গোপন ৰাজ্য পৰিত্যাগ কৰিলেও মোৰ একো হানি নহয়। মোৰ মজুত টকাৰে মই দুটামান ভাল ব্যৱসায়ত হাত দি সুন্দৰকৈ চলিব পাৰোঁ। কিন্তু এইটো কথাও মই জানো যে মই এই ব্যৱসায় এৰিলে ইহঁতৰে কোনোবাই মোক হত্যা কৰিব পাৰে। এনে অবৈধ ব্যৱসায়ৰ সকলো গোপন কথা জনা মানুহ এটা বাহিৰৰ স্বাভাৱিক পৃথিৱীখনত বসবাস কৰাটো এই ব্যৱসায়ৰ লগত লিপ্ত মানুহবোৰে নিৰাপদ বুলি নেভাবে। সেই কাৰণেই মোৰ অতি দুখ। মই ভাবি পাইছোঁ যে যিটো ব্যৱসায়ত মোৰ আগ্ৰহ

নাই; সেইটো ব্যৱসায়ৰ লগত লিপ্ত হৈয়ে মই মৰিব লাগিব। হয়তো মোৰ আত্মাৰ যাত্ৰাৰ ওভতনি নাই।

ইয়াকে ভাবি থকা সময়ত এটা আশা নকৰা ঘটনা ঘটিল। ইৰ্শ্বাদৰ বৰ পুতেক মজহৰে মাত লগালে, "খাওন্দ দাদাৰ কথাকেইটা শুনি আমি নিৰ্ভয়। আম্মাইতৰ চিন্তাও দূৰ হ'ল। আপুনি নোহোৱাহেঁতেন বোধহয় এইবোৰ চব ছেদেলি-ভেদেলি হ'লহেঁতেন।"

এনেতে সৰু পুতেক আলম খাঁই ক'লে, "আপুনি যেনেকৈ চলাই চলাওক। আমি নেজানিলেও কথা নাই। আমাৰ এইবোৰত একো আগ্ৰহ নাই।"

তাৰ কথা শেষ নহওঁতেই ইম্ৰান খাঁই মাত লগালে, "মাত্ৰ মুকুন্দ দাদাই আম্মাইতৰ ইচ্ছাটো পূৰণ কৰিলেই হ'ল।"

মই ইৰ্শ্বাদৰ পুতেক কেইটাৰ কথাৰ মৰ্ম বুজিব নোৱাৰিলোঁ। মোৰ ভাব হ'ল যে সিহঁতে কোৱা কথা কেইটাৰ উদ্দেশ্য অতি জটিল হ'ব পাৰে নতুবা যি কৈছে সেয়ে অন্তৰৰ কথা হ'ব পাৰে। মোৰ মনত খোকোজা লাগিল।

মই ক'লোঁ, "তোমালোকে যি ক'ব লাগে পিছত ক'বা। মই স্বয়ম্ভু নেতা হ'ব খোজা নাই। মই নবৌইঁতক শোকত মাত এষাৰ দিবলৈহে ইয়াত বহিছিলোঁ। পিছে কথাই আকৌ আন ফালেহে গতি ল'লে।"

চোৰাং ব্যৱসায়ত লিপ্ত মানুহবোৰ অতি বুধিয়ক। সিহঁত যে কোঠাৰপৰা গুচি যাব লাগে মোৰ এই কেইটা কথাৰ পৰাই বুজি পালে। হামিদইঁত বাৰাণ্ডালৈ আহিল।

মই থিয় দিলোঁ। মজহৰৰ ওচৰলৈ গৈ সৰু সৰুকৈ ক'লোঁ, "মই তোমালোকক কেইটামান গোপন কথা ক'ব লাগিব। অলপ পিছত।"

ইৰ্শ্বাদৰ পুতেককেইটাও বেচ বুধিয়ক। সিহঁতেও 'হ'ব বাৰু দাদা' বুলি আঁতৰ হ'ল। মই এতিয়া সিহঁতৰ মাকইঁতৰ মুখামুখি হলোঁ।

— দুখ সহিবলৈ ভগৱন্তই বল দিয়ক।

— হঠাতে চব ওলট-পালট হৈ গ'ল। আমাৰ নচিব।

— মোক নিজৰ ভাই বুলি ভাবক। একো চিন্তা নকৰিব। আগৰ দৰেই চলিব। আপোনালোকৰ একো ক্ষয়-ক্ষতি নহ'ব।

— এৰা, তুমি আমাক নেৰা। দেউতাই আমাক তোমাৰ চব কথা কয়।

মানুহ কেইজনীৰ আৰ্থিক সংকট হোৱা নাই। ইৰ্শ্বাদৰ লগত এওঁলোকৰ স্বামী-স্ত্ৰীৰ সম্পৰ্কত মৰমৰ আৰু সততাৰ স্থান নাছিল। ইৰ্শ্বাদৰ মানত এওঁলোকৰ মূল্য কেৱল সন্তানৰ মাতৃ আৰু গাড়ী বা ঘৰৰ দৰে একোটা সম্পত্তি হিচাপেহে। ইৰ্শ্বাদৰ আন নাৰীলৈ অধিক লোভো এওঁলোকৰ কাৰণে স্বতঃসিদ্ধ কথা আছিল। তথাপি এওঁলোকৰ বিহ্বলতাৰ কাৰণবোৰো দেবৰো অবিদিত স্ত্ৰীচৰিত্ৰৰেই লক্ষণ।

আচলতে মোৰ এওঁলোকৰ ওচৰত থাকি ভাল নেলাগিল। মজহৰহঁতৰ লগত জৰুৰী কথা আছে বুলি আঁতৰি আহিলোঁ। মনৰ এনে টনা-আজোৰা অৱস্থা এটাত মোৰ বাবে অতি প্ৰয়োজন হ'ল দেউতাৰ অৰ্থাৎ নাৱৰীয়া মুক্তা ৰহমানৰ।

দেউতা চৌহদৰ এচুকত সোণাৰী ঘাটলৈ উঠি অহা, শ-যাত্ৰাত থকা মানুহকেইটামানৰ লগত কথা পাতি আছিল।

মৌচম মঞ্জিলৰ আন এটা কোঠাত দেউতাক বহুৱাই মনৰ খোকোজা মাৰিবলৈ কৰা কেবাটাও প্ৰশ্নৰ উত্তৰত ইৰ্শ্বাদৰ পৰিয়ালবৰ্গৰ মনৰ গোপন বতৰা ওলাই পৰিল। দেউতাৰ কথা কেইটাত যথেষ্ট যুক্তি দেখা পালোঁ।

জাহিৰা, মফিকা আৰু ৰেণুৰ শোকৰ কাৰণ বৰ আওপকীয়া। সিহঁতে চোৰাং কাৰবাৰ চলি থকাটো বিচৰাৰ কাৰণো বেলেগ ধৰণৰ।

জাহিৰাহঁতৰ বাহিৰৰ পৃথিৱীখনৰ লগত সম্পৰ্ক ইমান কম যে চোৰাং কাৰবাৰত বাহিৰে ৰোজকাৰৰ অন্য পথ আছে বুলি সিহঁতে ভাবিবই নোৱাৰে। পুৰুষ যে এগৰাকী তিৰোতা বিয়া কৰাই পত্নীৰ বিশ্বাস ভঙ্গ নকৰাকৈ চলিব পাৰে এই কথাও সিহঁতে ভাবিবই নোৱাৰে। সিহঁত তেনেকুৱা পৰিয়ালত ডাঙৰ হোৱা নাছিল। জাহিৰা আছিল বাপেকৰ চতুৰ্থজনী ঘৈণীয়েকৰ ছোৱালী। 'বান্দৰ' বিড়ি আৰু উনানী দৰবৰ এজেণ্ট জব্বৰ মিঞাৰ ছজনী ঘৈণীয়েক। জাহিৰা দ্বিতীয়জনীৰ জীয়েক। ৰেণুৰ কথা সুকীয়া। তাই মোহানা ঘাটৰ ধপাত বেপাৰী কেৰামতৰ জীয়েক। কেৰামতৰ ঘৈণীয়েক কেৱল দুজনীহে যদিও চাহ বাগিছাত পাত তোলা ছোৱালীৰ লগত তাৰ বৰ কেৰামতালি আছিল। সি ফালে ৰেণুকে ধৰি তিনিজনী বাই-ভনীৰেই স্বভাৱত ঘৃণে ধৰিছিল। সেই বাবেই ইৰ্শ্বাদৰ লগত তাইৰ চিনাকি। তাই বুদ্ধি আৰু ৰূপেৰে ইৰ্শ্বাদক হাত কৰিব পাৰিলে কাৰণেই আজি তাই মৌচম মঞ্জিলত।

বেগম চাহেবাসকলৰ আঁতিগুৰি দাঙি ধৰি দেউতাই ক'লে, "ইহঁতৰ কাৰণে ইৰ্শ্বাদ গুণী-জ্ঞানী গিৰিয়েক হ'বই। মতা হিচাপে তাৰ সাত খুন মাফি। ইৰ্শ্বাদৰ

ঘৈণীয়েক বুলি সিহঁতৰ ফিতাহিও আছিল। সিহঁতে সন্মানো পাইছিল। সাতে সোতৰে এইবোৰ কাৰণতে এতিয়া সিহঁতৰ শোক।"

মই চিন্তা কৰি চাই দেউতাৰ কথাকেইটাত যুক্তি নাই বুলি উলাই কৰিব নোৱাৰিলোঁ।

মই সুধিলোঁ, "ইৰ্শ্বাদৰ ল'ৰাকেইটাক আগতে দেখা নাছিলোঁ কিয়? এতিয়ানো একেলগে বন্ধত ঘৰলৈ আহিল কিয়?"

সি ক'লে, "তাৰ ৰোজকাৰৰ থল নেজানক বুলিয়েই ইৰ্শ্বাদে সিহঁতক আতৰে আঁতৰে ৰাখিছিল। সিহঁত অৱশ্যে বুজন হোৱাৰ পিছত দুই-এদিনৰ কাৰণে ঘৰলৈ আহিবলৈ ধৰা হ'ল। সিহঁতে ইয়াত থাকি ভাল নোপোৱাও হ'ল। এই বছৰ ইৰ্শ্বাদৰ দেহৰ অৱস্থা বেয়া আছিল বাবে সিহঁত তিনিওটাই গৰমৰ বন্ধটো বাপেকৰ ওচৰত থকাৰ কথা ভাবিছিল।"

— সিহঁত শিক্ষিত ল'ৰা। চোৰাং কাৰবাৰক ঘৃণা কৰে নেকি?

— ধৰিব পৰা নাই। সিহঁত ঘৰলৈ আহিলে কি তাপ পড়ি থকাহে দেখোঁ। মানুহৰ লগত মিলি জুলি থাকিবলৈ ভাল নেপায়।

ঘৰৰপৰা নোলায়েই। অথচ মৌচম মঞ্জিলত কি ঘটি আছে গমো নেপায়।

— মোৰ মেনেজাৰ বিনয়ক কি কৰা হ'ল তাকো নেজানে?

— নিশ্চয় নেজানে।

— মই যে অথনি গোটেইবোৰৰ আগত কথাকেইটা ক'লো, বছিৰে কৈছে নেকি?

— কৈছে।

— ভাল কৰিলোঁনে?

— ঠিক সময়ত ঠিক কথা কৈছ। কাৰণ তই আমাৰ দৰে পইচা লৈ কাম কৰা মানুহ নহয়। তোৰ কথাটো বেলেগ। তই কৰ্মচাৰী নহয়। অংশীদাৰহে। গতিকে তই এনেকৈ ক'বই লাগিব।

দেউতাই মোৰ ওচৰত বেছি সময় থাকিবলৈ ইচ্ছা নকৰিলে। যাবৰ সময়ত মই তাক ক'লোঁ, "মজহৰহঁতক মই ইয়াতে বহি আছোঁ বুলি ক'বিচোন।"

ইৰ্শ্বাদৰ পুতেক কেইটা বৰ দেখনিয়াৰ। ওখ আৰু ধুনীয়া। কাপোৰৰ বিজ্ঞাপনৰ মডেলবোৰৰ দৰে। সিহঁত মোৰ ওচৰত বহিল।

মই ক'লো, "তেখেত মৰাৰ দিনাই তোমালোকক আমনি দিব খোজা নাই। বাকীবোৰকতো কি কৰিব লাগিব জনাই দিব লাগিব। অকণমান সুৰুঙা পালেই সিহঁতৰ মতলব বেলেগ হ'ব। মই এইদৰে কোৱা বেয়া হ'ল নেকি?"

মজহৰে ক'লে, "ভাল কৈছে, দাদা। আম্মাইঁতেও ভাল পাইছে।"

ইম্ৰানে মাত লগালে, "ঠিকেই কৈছে। পিছে আমাক সদায় বাদ দি থ'ব।"

মই আলম খাঁৰো মতামত বিচাৰিলোঁ। সি ক'লে, "মোৰ আম্মাই ক'লে বোলে মোৰ হেনো এইবোৰত মূৰ ঘমুৱাবৰ সময় হোৱা নাই।"

কথাখিনি শুনি মই আচৰিত হ'লোঁ। সিহঁতে কথাখিনি পেটৰ পৰা কৈছে বুলিও মোৰ বিশ্বাস নহ'ল। মোৰ ভাব হ'ল যে সিহঁতে মোক হয়তো বাদ দিবলৈ চেষ্টা কৰিছে। কাৰণ ইৰ্শ্বাদৰ পুতেকহঁত চোৰাং কাৰবাৰৰ প্ৰতি উদাসীন হ'ব বুলি মোৰ বিশ্বাস নহ'ল।

— আমাৰ ব্যৱসায়টো কেনেকুৱা, কেনেকুৱা ৰিস্ক ল'ব লাগে তোমালোক নিশ্চয় জানা।

— জানো।

— গতিকে তোমালোকৰ দৰে ডেকা ল'ৰা থাকিলে মই বহুত সকাহ পাম। আন দলে গা কৰি উঠিব নোৱাৰিব।

— আমাৰ পঢ়া শেষ হোৱা নাই। (আলম খাঁ)

— আব্বাই মোক কৈছিল, মই হেনো আলসুৱা; মই হেনো এইবোৰ কামৰ কাৰণে ঠিক নহ'ম। (ইম্ৰান খাঁ)

কানি, ভাং আৰু অন্যান্য 'ড্ৰাগ'ৰ স্মাগ্লিং নেটৱৰ্ক'ৰ বিষয়ে মই নজনা নহয়। দেশ-বিদেশৰ পেপাৰ আৰু মেগাজিনৰ কাটিঙো মই ৰাখি থওঁ। আব্বাৰ নেট্‌ৱৰ্কো কেনেকুৱা আছিল জানো। আব্বায়ো সময় পালে এইবোৰ কথা কৈ তৃপ্তি পাইছিল। আব্বাই কয় — থ্ৰীল আছে বাবেই তেখেতে স্মাগ্লিং কৰে। তাৰ সলনি তিনিচুকীয়াৰ বিহাৰী-মাৰোৱাৰীবোৰৰ দৰে চৰকাৰৰ লগত হাত মিলাই ফাং ফুং ইন্‌ডাষ্ট্ৰি কৰিলে বেছি লাভ। চিনেমা হলো ভাল ব্যৱসায়। নদী বা বিল ডাকি ল'লেও প্ৰচুৰ লাভ। কিন্তু এইবোৰত থ্ৰীল নাই, উত্তেজনাৰ নিচা নেলাগে। সেইবাবে আব্বাই অন্য ব্যৱসায় পছন্দ নকৰিছিল। (মজহৰ খাঁ)

সিহঁতৰ কথা শুনি মই বিমোৰত পৰিলোঁ। কিন্তু মোৰ চিন্তাত আউল নেলাগিল। কাৰণ আগৰেপৰাই মই আৰু দেউতাই এনেবোৰ কথা ভাবোঁ। মাজে মাজে মই কাৰবাৰ এৰি দিয়াৰ কথা ভাবোঁ, কিন্তু ইৰ্শাদৰ জহতেই আজি মোৰ এই অৱস্থা। সি উৎসাহ নোযোগোৱাহেঁতেন মই ৰঞ্জু-চানূৰৰ ঘৰুৱা শিক্ষকৰপৰা মনে মনে লিখা-পঢ়া শিকি জগতখন ন-কৈ চাই ল'বলৈ সুবিধা নেপালোঁহেঁতেন, মন্ত্ৰী আমোলাৰ লগত আত্মবিশ্বাসেৰে কথা ক'ব নোৱাৰিলোঁহেঁতেন, সিহঁতক 'মেনেজ' কৰিব নোৱাৰিলোঁহেঁতেন আৰু এতিয়া মজহৰ ইমৰানহঁতৰ কথাবোৰো বুজিব নোৱাৰিলোঁহেঁতেন।

সিহঁতৰ কথাই মোক প্ৰকাৰান্তৰে বুজালে যে সিহঁতৰ দৰে শিক্ষিত ডেকাবোৰৰ বাবে এনেবোৰ অবৈধ কাৰবাৰ অসন্মানজনক। তাত সিহঁতৰ অৰুচি। সিহঁতৰ সপক্ষে প্ৰমাণ আছে। বোম্বাইৰ আটাইতকৈ ডাঙৰ চোৰাং কাৰবাৰী মোস্তাফা আলম আগতে বন্দৰত কুলি আছিল। সেইদৰে লক্ষ্ণৌৰ আন্ধাৰৰ ৰজা মতিউৰ, কুতুব আৰু আক্ৰাম আগতে ৰিক্সা-চালক আছিল। শিলগুড়িৰ সুনীল পুৰকায়স্থ, ৰবি চন্দ, বিমল ভৌমিক আৰু চন্দ্ৰ দাস আগতে চিনেমা হলৰ গেট কিপাৰ, বেশ্যা-গলিৰ মাতব্বৰ, পাণদোকানী, টেক্সী ড্ৰাইভাৰ আদি আছিল। এতিয়া সিহঁতে টকাৰ জোৰেৰে 'নাক্সাল'-নেতাকো হাতত ৰাখিব পাৰে। কলিকতাৰ 'গাৰ্ডেন ৰিচ'ৰ চিৰাজ, সুইড, আৰিফ আৰু ঘনশ্যাম জাহাজৰ খালাচী, হ'কাৰ, ৰেষ্টুৰাঁৰ বয় আদি আছিল। ঘনশ্যাম আছিল এজনী থিয়েটাৰৰ অভিনেত্ৰীৰ তোলনীয়া পো।

কিন্তু মজহৰহঁতৰ মনোভাবৰ বিপক্ষেও উদাহৰণ আছে। সিহঁতে অৰ্থৰ অভাৱ ভোগা নাছিল আৰু ভৱিষ্যতেও একো অসুবিধা ন'হব কাৰণে চোৰাং কাৰবাৰৰ প্ৰতি সিহঁত বিতৃষ্ণা হ'ব পাৰে। পিছে দেশত যদি এনেকৈ চাকৰী-বাকৰীৰ বজাৰখন মহঙা হ'বলৈ ধৰে, বি-এ পাছ ল'ৰায়ো যদি কনষ্টেবল, টাইপিষ্ট আদি কামৰ বাবে হাবাথুৰি খাই ফুৰিব লাগে আৰু সাধাৰণ মধ্যবিত্তৰ অৱস্থা যদি এনেদৰে দিনে দিনে হীন হবলৈ ধৰে, তেনেহ'লে মজহৰহঁতৰ দৰে শিক্ষিত ল'ৰাও আমাৰ দললৈ আহিবলৈ বাধ্য। তাৰ প্ৰমাণ আছে। দৰং জিলাত মদ নিবাৰণী আইন জাৰি কৰাৰ পিছত বি-এছচি পাছ অপূৰ্ব হাজৰিকাই সেই জিলাখন সবসকৈ ৰাখিছিল। লামডিঙৰ বিদেশী সৰঞ্জামৰ যোগানধাৰী অচিন্ত্য বানাৰ্জি এম-এ পাছ।

আৰু কেইটামানৰ নাম ক'ব পাৰি। ‘গাৰ্ডেন ৰিচ’ৰ হাইদৰ আলি ইঞ্জিনিয়াৰ। ৰাজস্থানৰ ধন চিং উকীল। দিল্লীৰ আব্ৰাহম পাইলট আছিল।

— তেনেহ'লে মই এতিয়া কি কৰিব লাগে স্পষ্টকৈ কোৱা।

— পৰহিলৈ ক'ম।

মোৰ অলপ বেয়াও লাগিল আৰু লগতে উৎসাহো অনুভৱ কৰিলোঁ। কাৰণ ইৰ্শ্বাদৰ আন্ধাৰ ৰাজ্যখন সম্পূৰ্ণ মোৰ দখললৈ আহিব পাৰে। মই চিৰিং চাপৰি পালোঁহি। যশোৱাৰ কাৰণে কবৰ আৰু মৰিশালি একে বস্তু। মই ঘৰ পোৱাৰ লগে লগে তাই বাহিৰতে মোক পোছাকেৰে সৈতে দুবাল্টি পানীৰে গা ধুবলৈ ক'লে। গা ধোৱাৰ পিছত তাই মোৰ মূৰৰ আগত চাকি এটা ঘূৰালে। তাৰ পিছতহে মোক ভিতৰ সোমাবলৈ দিলে।

মই একো নেখালোঁ। যশোৱাৰো ইৰ্শ্বাদৰ মৃত্যুত দুখ। তাই ক'লে, “হাজাৰ হওক, তেওঁ আমাক বোকাৰপৰা বুটলি ল'লে।” মই কওঁ-নকওঁকৈ ক'লোঁ, “কিন্তু, যশো, ইৰ্শ্বাদৰ ডেকা পুতেককেইটাৰ এই কাৰবাৰলৈ ভাল ভাব নাই। মোৰ লগ নেলাগিবও পাৰে।”

ইয়াকে শুনি মোৰ অনুভূতিক অৱজ্ঞা কৰি যশোৱাই ক'লে, “ৰঞ্জু-চানুৰো তোমাৰ এই কাৰবাৰত হাত উজনি দিয়াৰ আশা কম। আগতে তেও যহ তহ। অনুপ অহাৰ পৰা সেই অনা ডেলে।”

মোৰ গাটো কঁপিবলৈ ধৰিলে। মই তাইৰ ওচৰৰপৰা বিজুলী গতিৰে আঁতৰ হ'লোঁ। মণিকা কাকতীৰ ঘৰৰ ফালে গাড়ী চলাই গৈ থাকোঁতে হঠাতে দস্যু ৰত্নাকৰৰ কথা মনত পৰিল। তাহানিতে আমাৰ কান্ধুলিজানৰ অৱন্তী বুঢ়ীয়ে কোৱা কথা। ৰামায়ণ লিখিছিল বাল্মীকি মুনিয়ে। কিন্তু আগতে তেওঁ আছিল দস্যু ৰত্নাকৰ। মানুহ হত্যা কৰাটো তেওঁৰ কাৰণে সহজ কাম আছিল। এদিন এজন মানুহক টকাৰ কাৰণে হত্যা কৰিবলৈ ধৰাৰ সময়ত মানুহজনে ক'লে, “তুমি কি কাৰণে আৰু কাৰবাবে নৰঘাতকীৰ পাপ গোটাইছা?” ৰত্নাকৰ থমকি ৰ'ল। কাৰণ কথাটো তেওঁ এনেকৈ চিন্তাই কৰা নাছিল। তেওঁৰ হাতৰপৰা অস্ত্ৰ সৰি পৰিল। ক'লে, “ঘৰৰ তিৰোতাজনী আৰু পৰিয়ালটো পুহিবৰ বাবে।” তেতিয়া মানুহজনে ক'লে, “যাক পুহিছা সিহঁতে তোমাৰ পাপৰ ভাগ ল'বনে? যদি লয়, তুমি মোক মাৰি পেলাবাহি।” ৰত্নাকৰ ঘৰলৈ গ'ল। পৰিয়ালৰ প্ৰত্যেকেই তাৰ নৰহত্যাৰ

পাপৰ ভাৰ ল'বলৈ অমান্তি হ'ল। তেতিয়াৰ পৰাই ৰত্নাকৰৰ জীয়াই থকাৰ আৰু কামৰ ধৰণেই বদলি হ'ল। জীৱনৰ সত্যৰ উইং বিচাৰি ৰত্নাকৰ দস্যু ধ্যানত বহিল। উই হাফলুৱে দেহৰ এটা অংশ সামৰিলে। তত্ৰাচ তেওঁৰ ধ্যান ভঙ্গ নহ'ল। পিছত তেওঁ ধ্যানেৰে দেৱতাৰ জ্ঞান পালে। ৰত্নাকৰ বাল্মীকি হ'ল। ৰামায়ণ ৰচিলে। কথাটো মোখনি মাৰি অবন্তী বুঢ়ীয়ে কোৱা কথা কেইটা এতিয়াও মোৰ মনত আছেঃ ৰত্নাকৰক বাল্মীকি কিয় বোলে জান? 'সমচকিত'ত বাল্মীক মানে উঁই। সেইবাবেই বাল্মীকি? হৰিৰ যে লীলা! সেয়েহে ধৰম মূৰ্তি বস্তুৱে কৈছে বোলে — বৈৰাগ্যত পৰে ভাগ্য/নাহি প্ৰবোধত পৰে। সুখ আৰু নাহি পুৰুষৰ। হৰি বিনে পৰিত্ৰাণ/কৰ্ত্তা আৰ নাহি জানা/ৰিপু নাহি সংসাৰত পৰ।।

মোৰ মনত এটাই প্ৰশ্ন। তেন্তে মই আৰু ইৰ্শ্বাদহে দোষভাগী আৰু বাকীবোৰে পুণ্য আৰ্জিছে?

মণিকাই বিছনাত গাটো থোৱাৰ অলপ পিছতেই মই পালোঁগৈ। মোৰ উদ্ভ্ৰান্ত ৰূপ দেখি তাই ভয় খালে। সুধিলে, "মৃত্যুনে খুন?" মই একো সমিধান নিদি মাথোন দুৱাৰখন জপাই দিলোঁ। অৱশ শৰীৰটো চকিত থৈ মণিকাৰ ফালে চাই থাকিলোঁ। অলপ পৰৰ পিছতহে মোৰ মুখৰপৰা কথা ওলাল।

— ইৰ্শ্বাদ মৰিলহে, তাৰ খুন নহ'ল। অথচ আমি জানো, সাপ নচুৱাই ফুৰা মানুহ হেনো সাপৰ হাতত মৰে আৰু চিকাৰীৰ মৃত্যু হয় শেষত বাঘৰ হাততেই। মনৰ টনা-আজোৰাবোৰ গুলী হৈহে ইৰ্শ্বাদৰ বুকুত সোমাল।

— হাৰ্ট ফেইলাৰ?

— সেয়ে। মণিকা, এটা বা দুটা টান প্ৰশ্ন আমি দুয়ো ভাবোঁ দিয়া। প্ৰথম প্ৰশ্ন হ'ল— পৰজন্ম আছেনে নাই? আজি কবৰত এটা ইচ্‌লামী শ্লোক শুনিলোঁ। অৰ্থটো এনেকুৱা ঃ মই তোমালোকক মাটিলৈকে ওভোতাই আনিছোঁ; মই আকৌ তোমালোকক ইয়াৰ পৰা উলিয়াই আনিম। মানে এইটো ধৰ্মতো পৰজন্ম আছে বুলি ভাবানে?

— কাৰোবাক সুধিব লাগিব। নাই কিজানি।

— যদি আছে?

— তদন্ত কৰি লাভ নাই। বিশ্বাসহে ডাঙৰ বস্তু। মই পৰজন্মত বিশ্বাস কৰোঁ। এই বিশ্বাসৰ অবিহনে মানুহ আৰু অসহায়।

— ঠিক কৈছা, মণিকা। ইয়াৰ চিধা উত্তৰ থাকিব নোৱাৰে।

— কিন্তু গীতাই চিধা উত্তৰেই দিছে।

— কি কৈছে?

— মানুহে জৰাজীৰ্ণ কাপোৰ পেলাই দি যেনেকৈ নতুন কাপোৰ লয়, আত্মায়ো তেনেকৈ জৰাব্যাধিৰে ভৰা দেহটো এৰি নতুন দেহত থিতাপি লয়গৈ।

— আৰু এটা প্ৰশ্ন আছে। তুমি বাৰু মোক ঘিণ কৰা?

— মানুহক দৈব্যই টানি নিয়ে। মানুহ অৱস্থাৰ দাস। সেয়েহে কাৰোবাক ঘৃণা কৰাৰ প্ৰশ্নই নুঠে। কিন্তু মানুহ মানুহেই। মোৰ ভাব হয়, একেটা মানুহেই ভাল-বেয়াৰ সমষ্টি।

মণিকাৰ ওচৰৰপৰা মই নিৰাশ লৈ উভতি যাব নেলাগে। মনৰ কিবা এটা খোৰাক পাওঁ।

গধূলি ঘৰ পাই দেখিলোঁ, ঘৰখন নিমাও মাও। মই যশোৱাক টানকৈ সুধিলোঁ, "ইহঁত দুটা কলৈ গ'ল?" তাই কোনো পাতনি নেমেলি ক'লে, "অনুপৰ লগত কান্ধুলিজানলৈ। সিহঁতৰ গৰম বন্ধ বুলি জানাই দেখোন।"

# পোন্ধৰ

মৃতকৰ হৈ শেষকৃত্য সমাপন হোৱাৰ পিছত মৌচম মঞ্জিল সেমেকা পৰিল। মজহৰহঁতৰো কলেজলৈ যাবৰ দিন হ'ল। মুকুন্দই ইৰ্শ্বাদক কবৰ দি আহি যেনেকৈ সকলোবোৰ চলি থাকিব বুলি কৈছিল তেনেকৈয়ে ইৰ্শ্বাদে সৃষ্টি কৰা ৰাজ্যখন চলি থাকিল। মৌচম মঞ্জিলত আগৰ দৰে পাহৰৰ ব্যৱস্থা থাকিল। বাহিৰৰ চাকচিক্যও একে ধৰণে থাকিল। মুকুন্দই নম্বৰেৰে পৰিচিত মানুহ পাঁচটা তাৰ ঘৰলৈ নিলে।

সি মৌচম মঞ্জিললৈকো গৈ থাকিবলৈ ধৰিলে। ইৰ্শ্বাদৰ ল'ৰা কেইটা কলেজলৈ যোৱাৰ আগতে এখন গোপন বৈঠক বহিল। মুকুন্দও তাত উপস্থিত আছিল। তাতে ইৰ্শ্বাদ-সৃষ্ট ৰাজ্যখনৰ ভৱিষ্যত কাৰ্য্যপন্থাৰ ভিত্তি-স্থাপন হ'ল।

এই বৈঠকত ইৰ্শ্বাদৰ ল'ৰা তিনিটাই মুকুন্দক স্পষ্টভাবে জনাই দিলে যে সিহঁতে চোৰাং কাৰবাৰ কৰিব নোখোজে। এই কাৰবাৰত প্ৰচুৰ অৰ্থৰ বিনিয়োগ হয়। ইৰ্শ্বাদে খটুওৱা মূলধন অনুসৰি সিহঁতে লাভাংশ নিবিচাৰে, উচ্চ হাৰত সুতহে বিচাৰিব। মুকুন্দ এই প্ৰস্তাৱত মান্তি নহৈ হিচাব নিকাচ কৰি অৰ্ধেক মূলধন ঘূৰাই দিয়াৰ কথা তোলে। সিহঁত মান্তি নহয়। কাৰণ ইমানবোৰ টকা ঘৰত ৰখাটো এটা ডাঙৰ সমস্যা। অথচ টকাবোৰ বেংকতো ৰাখিব নোৱাৰি।

দুই পক্ষৰ মাজত মতৰ বিৰোধ নহল যদিও সমস্যাটো জটিল হৈ পৰিল।

মুকুন্দই সিহঁতক সুধিলে, "তোমালোক পঢ়া-শুনা শেষ কৰি মোৰ লগ নলগা কিয়? এই কেইবছৰ মই চলাই দিম। তোমালোকেও সমান লাভ পাবা। মই এই কাম কৰিবই লাগিব। কাৰণ তেওঁ মোক বোকাৰপৰা তুলি লৈছিল।"

মজহৰে মাত লগালে, "কিন্তু, দাদা, আমি আব্বাৰ ইচ্ছা পূৰণ নকৰিলে আমাক দোষে ছুব। আব্বাই আমাক কলেজত ভৰি দিয়াৰ দিনৰেপৰা কৈ আছিল, আমি যেন এই কাৰবাৰত নেলাগোঁ। বৰ নিৰ্দয় কাৰবাৰ হেনো। এই কাৰবাৰত

লাগিলে হেনো আমাক পঢ়ুৱাৰ কোনো অৰ্থই নেথাকিব। মই যি হলোঁ হলোঁ আৰু, তইঁত মোতকৈ ভাল হ, সুনাম কৰ; মানুহে তইঁতক হেয়জ্ঞান নকৰক। সমাজত নিঃসংকোচে ঘূৰি ফুৰ। মোৰ ঘৰলৈ মনে মনে মিনিষ্টাৰো আহে, চিনেমা কৰা বিখ্যাত মানুহো আহে। তোষামোদো কৰেহি। কিন্তু মই স্মাগ্‌লাৰতকৈ ডাঙৰ হ'ব নোৱাৰোঁ। মই পোহৰলৈ ওলাব নোৱাৰোঁ। — এইবোৰ আব্বাৰ কথা। আমাৰ লগ হলেই কয়। মোৰ শুনি শুনি মুখস্থ হৈ গ'ল। এতিয়া সেয়ে আমাৰ ভৱিষ্যতক বাট দেখুৱাব।"

"তেনেহলে কি কৰিবা?"

"তিনিচুকীয়া আৰু ডুমডুমাত থকা মিল তিনিটা আৰু ইয়াৰ কাঠৰ মিলটো আৰু চাহ বাগিছাখন চলাব পাৰিলেই যথেষ্ট। প্ৰচুৰ টকা আহিব।" (বম্বেত বাণিজ্য পঢ়া ল'ৰাটো)।

"মই উকীল হ'মহি। মোৰ 'ইমেজ' (ভাবমূৰ্তি) ঠিক থাকিব লাগিব। মই পলিটিক্সত যোগ দিম। সমাজৰ কাৰণে ভবাটো সকলোৰে দায়িত্ব হোৱা উচিত। কাৰণ শতকৰা পঞ্চাছজনে দুবেলা দুমুঠি খাবলৈ নোপোৱা এইখন দেশত নিজে ধনী হৈ থকাৰ কোনো অৰ্থ নাই আৰু বিপদো আছে। যি কেৱল নিজৰ বাবেই জীয়াই থাকে, সি সমাজৰ মানত মৃত। চাওকচোন, দাদা, আব্বাই মনে মনে কত ভদ্ৰলোকৰ কত উপকাৰ কৰিলে, কিন্তু তেওঁলোক আমাক মাত লগাবলৈ নাহিলে। কিয় নাহিল আমি জানো। আব্বা যদি ইমানেই প্ৰতাপী আৰু সন্মানী তেন্তে ৰেডিঅ' আৰু বাতৰি কাকতে তেওঁৰ মৃত্যুৰ বাতৰি নিদিলে কিয়? বাতৰি কাকতৰ মানুহ ফটো লবলৈ নাহিল কিয়? মিউনিচিপেলিটিৰ চেয়াৰমেন কবৰস্থানত উপস্থিত নেথাকিল কিয়? সমাজেই আব্বাক স্মাগ্‌লাৰ কৰিলে আৰু সমাজেই শেষত তেওঁক লাথি মাৰিলে।"

লক্ষ্ণৌত আইন পঢ়ি থকা মজহৰে আবেগত কথাখিনি কৈ কপালৰ ঘাম মচিলে। মুকুন্দ তেনেই লেওসেও হৈ পৰিল। তাৰ নিজকে ইমান দোষী আৰু হীন যেন লাগি গ'ল যে সি ইৰ্শ্বাদৰ ডেকা ল'ৰা কেইটালৈ চাব নোৱাৰা হ'ল।

কিছু সময় সকলো নিমাত। মুকুন্দই ইম্‌ৰান খাঁলৈ চালে। কাৰণ সিহে এই পৰ্য্যন্ত একো নোকোৱাকৈ আছে। তাৰপৰা সকলোৱে কিবা এটা শুনিব খুজিছে বুলি সি বুজি পালে। ইমৰানে ক'লে, "মই এইবোৰ ষ্টেটাচ-ষ্টেটাচৰ কথা

নেভাবোঁ। ভবাৰো অৰ্থ নাই। কাৰণ সমাজৰ 'ভেলু'বোৰ (প্ৰমূল্যসমূহ) বদলি হৈ থাকে। আৰু এটা কথা। বাতৰি কাকতে আমাক জনাই থকা, সমাজৰ মুধাফুটা মানুহবোৰো দেৱতা নহয়। মই দিল্লীৰ ওচৰতে থাকি সিহঁতৰ কিছুমানৰ চব কথা জানো। সিহঁতকৈ আব্বাইহে ভাল। আব্বা গোপন ব্যৱসায়ীহে। সিহঁত দালাল। ব্যৱসায়ীৰ, সম্প্ৰদায়ৰ, ধৰ্মৰ, ৰুচিয়াৰ আৰু আমেৰিকাৰ। জঘন্য।"

মুকুন্দই বহুত পৰৰ মূৰত এইকেইটা কথা শুনি অলপ সকাহ পালে। সি মাত লগালে, "এৰা, আমি ইয়াতেই তাৰ প্ৰমাণ পাইছোঁ নহয়।"

এনেতে ইৰ্শ্বাদৰ তৰুণী ভাৰ্য্যা, ৰেণু বেগমে চাৰিওৰে সমুখত 'নাস্তা' থ'লেহি। তাইৰ মুখত গহীন আৰু অমায়িক এটা আকৰ্ষণীয় হাঁহি। এইটো ঘৰখন পৰিবৰ্তন হোৱাৰ লক্ষণ। ইৰ্শ্বাদে পৰিয়ালৰ তিৰোতা মানুহবোৰক 'অন্তেষপুৰ'তে থকাটোহে পছন্দ কৰিছিল। সি তাৰ জীৱনটোক তিনিটা ভাগত ভগাইছিল— ব্যৱসায়িক, পাৰিবাৰিক আৰু ব্যক্তিগত বিভাগত।

'নাস্তা' সামান্য। মাত্ৰ চাহৰ লগত খাবৰ বাবেহে। কেইটামান কাজু বাদাম, সন্দেশ, কিচমিচ আৰু ৰাজস্থানী ডালমুট।

দুঢোকমান চাহ গিলি সকলোৱে ইমৰানৰ ফালেহে চাই ৰ'ল। ৰেণু বেগমো মুকুন্দৰ পাছফালে থিয় দি তাৰ ফালে চাই ৰ'ল। তাৰ কথা শুনিবৰ বাবে কৌতূহলী পৰিবেশ এটা সৃষ্টি হোৱাৰ পিছত সি লাহে লাহে ক'লে, "সেইবুলি মোলৈ চিন্তা নকৰিব, দাদা। আব্বাৰ কাৰবাৰ মোৰ কাৰণে 'এলাৰ্জিক' নহয়। গণ্ডগোল চবতে আছে। দেশৰ 'ইণ্ডাষ্ট্ৰিয়েলিষ্ট'বোৰ (শিল্পপতিসকল) কি আদৰ্শবান পুৰুষ? তেওঁলোকে পৰক শুহি খোৱা কথাবোৰো দেখোন কাগজত ছপা হয়। মুঠৰ ওপৰত, সুখী হবলৈ হলে যিটো কাম কৰি ভাল লাগে তাকে মনপুতি কৰিব লাগে।"

এয়া পাতনিহে। সি অলপ পৰ ৰ'ল। কেনে প্ৰতিক্ৰিয়া হৈছে জানিবৰ বাবে সি সকলোৰে মুখলৈ এবাৰ চালে। ৰেণু বেগমৰ সম্ভৱ কথাবোৰত ৰাপ বহিল। তায়ো এচুকত বহিল। ইমৰান আকৌ মুখৰ হৈ পৰিল। সি মুকুন্দৰ মুখলৈ স্পষ্টকৈ চাই কৈ থাকিল, "মোৰ কাৰণে কোনেও চিন্তা কৰিব নেলাগে এই কাৰণেই যে মোৰ জীৱনৰ স্পষ্ট এটা উদ্দেশ্য আছে। মই মানুহক কিবা এটা দি যাম। সেই বাবেই মই হতাশ নহওঁ। এই বছৰ মই পঢ়া শেষ কৰি বম্বেলৈ যাম।

মই আতৰৰ 'এক্সপৰ্ট লাইচেন্স' (ৰপ্তানিৰ অনুজ্ঞাপত্ৰ) ল'ম। নগাওঁ জিলাৰ হোজাই-লংকাৰ লগত মোৰ দৈনিক সংযোগ থাকিব। মোৰ টকা হ'ব। তাৰে ফিল্মো বনাম। অসমৰ জীৱনৰ 'ডকুমেণ্টৰি' (তথ্য ছবি) আৰু ভাল ভাল উপন্যাসৰ কাহিনীৰে ছবি। মোৰ কথাছবি কৰাত সৰুৰেপৰা ৰাপ।"

কোনেও একো অভিমত নিদিলে। ধন ঘটাৰ ইমানবোৰ বাট আছে বুলি মুকুন্দই আজিহে জানিলে। তাৰ ইমৰানক বৰ ভাল লাগি গ'ল। ইৰ্শ্বাদে এটা কথা নজনাকৈ থাকিল যে তাৰ দ্বিতীয় ল'ৰা ইমৰান খাঁই কাকতে-পত্ৰে চলচ্চিত্ৰ সম্পৰ্কে প্ৰবন্ধ লিখে। চেহেৰাটোও 'বম্বে ডাইং' আৰু 'ৰেডিয়েণ্ট টেক্সটাইল'ৰ মডেল একোটাৰ দৰে।

আটাই কেইটা একমতলৈ আহিব পাৰিলে। ডেকা তিনিটাই মুকুন্দক সকলো দায়িত্ব অৰ্পণ কৰিলে।

মজহৰহঁত গ'লগৈ। ডেকা কেইটাক মুকুন্দৰ বৰ ভাল লাগিছিল। সিহঁত যোৱাৰ পিছত সি এটা মানসিক শূন্যতা অনুভৱ কৰিলে। ব্যৱসায়ৰ কেন্দ্ৰ দুটা হ'ল। মৌচম মঞ্জিল আৰু মুকুন্দৰ চিৰিং চাপৰিৰ ঘৰটো। বিপক্ষৰ আৰু মুকুন্দৰ ব্যৱসায়ৰ লগত জড়িত মানুহবোৰৰ ভাব হ'ল যে এই ব্যৱসায়ত ইৰ্শ্বাদৰ ডেকা পুতেক কেইটাও যোগ আছে। মুকুন্দ আগৰ দৰেই মৌচম মঞ্জিললৈ দিনটোত এবাৰ আহি থকা হ'ল।

জহৰ পিছত বাৰিষা হ'ল। ৰঞ্জু আৰু চানুৰ এদিন-দুদিনৰ ছুটী পালেই অনুপৰ লগত কাঙ্কুলিজানৰ কঁহুৱামুখ আৰু দীঘলআটীলৈ গৈ থকা হ'ল। সিহঁতৰ বাপেকৰ লগত সম্পৰ্ক পাতল হ'ল।

জুলাইৰ এটা দিন। সেই দিনটো মুকুন্দৰ বাবে স্মৰণীয় হৈ থাকিব। কাৰণ একেটা দিনতে এনে তিনিটা ঘটনা ঘটিল যে ইয়ে তাৰ জীৱনৰ সোঁত সলনি কৰি দিলে।

পুৱাতে চাহৰ কাপত মুখ দি মুকুন্দই সুধিলে, "ইহঁত দুটাক দুদিনমান দেখা নাই কিয়?"

যশোৱাই ক'লে, "অনুপৰ লগত গৈছে।"

মুকুন্দ খঙত অগ্নিশৰ্মা হৈ ক'লে, "যি সুধিছো, তাৰ উত্তৰ দিব লাগে। কাৰ লগত গৈছে বুলি সোধা নাই। সিহঁত গ'ল ক'লৈ?"

"তালৈকে গৈছে।"

"ঠিক কৰিছ! যশোৱা, তই মোৰ মূৰটো নোচোবাৱ কিয়? এতিয়া সিহঁতৰ আগতো মই মুখ দেখুৱাব নোৱাৰিম। অথচ সিহঁত মোৰেই সন্তান।

"মই তোমাৰ কি মানহানিৰ কাম কৰিলোঁ?"

"তইতো জান, মোৰ পিতৃ কোন ইয়াক লৈ মানুহৰ সন্দেহ। সেইবাবেই মই স্কুলত পঢ়িব নোৱাৰিলোঁ। কঁহুৱামুখ, দলৈচুবা, দীঘলআটী, — সকলোতে মোৰ পৰিচয় হ'ল, মই এটা জাৰজ। বুজিলি? চাফ অৰ্থ হ'ল জহৰা। আৰু সিহঁতে ঘুনুক-ঘানাক শুনি ভু নল'ব? গাওঁবোৰত পৰচৰ্চা কিমান মুখৰোচক তই নাজাননে?"

"কিবা যদি সঁচা কথা আছে সিহঁতে জানক। যদি সত্য তাকে লুকুৱাই লাভ কি?"

"তয়ো এনেকৈ ক'লি, যশোৱা? মোৰ আৰু কি থাকিল?"

"তোমাৰ চব আছে। সেই দুজনী আছে, ধন আছে, প্ৰতাপ আছে। আচলতে সিহঁতে তোমাৰ ব্যৱসায় আৰু এইবোৰ কেলেঙ্কাৰিৰ কথাহে জানিব নেলাগে। তুমি সদায় ৰাতি চেৰাপ খাই বেহুচ হৈ অহাটোও সিহঁতৰ কাৰণে ভাল কথা হোৱা নাই। এইবাৰ পৰীক্ষা শেষ হ'লেই সিহঁতক আৰু ইয়াত নেৰাখোঁ। ইৰ্শ্বাদ তোমাতকৈ বহুত ওপৰ খাপৰ মানুহ আছিল। ল'ৰাকেইটাক সৰুৰেপৰা আঁতৰত ৰাখিছিল।

মুকুন্দৰ খং-ৰাগ চেঁচা পৰিল। তাৰ অৱস্থা ঠেঁটুৱৈ ধৰা মানুহৰ দৰে হ'ল। তাৰ মনো ঠেৰেঙা লাগিল। সি যশোৱাৰ অভিযোগবোৰ মুখ পাতি ল'ব নোৱাৰিলে। সি ভাবি পালে যে যশোৱাৰ আগত তাৰ এটা নিখুঁত ছবি দাঙি ধৰাটো বিড়ম্বন মাথোন। তাৰ অসাধু ব্যৱসায়ৰ উপৰিও তাই ভানু মণিকাৰ কথাও ক'ব খুজিছে; তাৰ নিচা-খোৰ দস্তুৰকো তাই ঘিণ কৰিছে। ইমানদিনে এইবোৰ জানিও মনে মনে থকা আৰু সুবিধা পায়ে তাই আজি সকলো উগাৰি পেলোৱা দেখি ভাব হ'ল যে তাৰ লগত যশোৱাৰ সম্পৰ্ক নিতান্ত যান্ত্ৰিক হৈ পৰিছে। কিজানি ৰঞ্জু-চানুৰৰ বাবেও সি এটা নিৰুত্তাপ হৃদয়ৰ উদাসীন পিতৃ। মানে সিহঁতৰ লগত তাৰ সম্পৰ্কও যান্ত্ৰিক।

মুকুন্দ যশোৱাৰ আদালতত তিনিটা অপৰাধত অভিযুক্ত হৈ নতশিৰে তাইৰ ওচৰৰপৰা আঁতৰি আহিল। সি গেৰেজৰপৰা গাড়ী এখন উলিয়ালে। ড্ৰাইভাৰৰ

বাহিৰেও পুহি ৰখা গুণ্ডা কালীন্দ্র(ছয় নম্বৰ) আৰু বীৰেণ হাজৰিকাক (তিনি নম্বৰ) লগত ল'লে।

গাড়ী তীব্র বেগে চলিল — তিনিচুকীয়াৰ পূৰ্বে অৱস্থিত দশানন যাদবৰ ৰাজ্যখনৰ ফালে। মুকুন্দক এশ এবুৰি চিন্তাই চিৰলা-চিৰলি কৰিবলৈ ধৰিলে। পোনতে তাৰ বিবেচনাক আঘাত কৰিলে ইৰ্শ্বাদৰে বৰপুত্ৰ মজহৰ খাঁই। মুকুন্দৰ স্মৰণ শক্তি 'টেপ্ ৰেকৰ্ডাৰৰ 'কেছেট'ৰ দৰে। তাৰ মজহৰ খাঁৰ শেষ কথাকেইটা মনত পৰিলঃ আব্বা যদি ইমানেই প্ৰতাপী আৰু সন্ন্যাসী, তেন্তে ৰেডিঅ' আৰু বাতৰি কাকতে তেওঁ মৃত্যুৰ বাতৰি নিদিলে কিয় ? বাতৰি কাকতৰ মানুহ ফটো ল'বলৈ নাহিল কিয় ? মিউনিচিপেলিটিৰ চেয়াৰমেন কবৰস্থানত উপস্থিত নেথাকিল কিয় ? সমাজেই আব্বাক স্মাগ্‌লাৰ কৰিলে আৰু সমাজেই শেষত তেওঁক লাথি মাৰিলে।

লগতে মাথোন সাতটা বাক্যৰে প্ৰকাশ কৰা যশোৱাৰ অভিযোগবোৰ আৰু বিতৃষ্ণাৰ কথাই তাৰ মনক আঘাত কৰিবলৈ ধৰিলে। কিন্তু মেঘৰ মাজত বিজুলীৰ দৰে ৰেণু বেগমৰ ইঙ্গিতময় মোহ লগা হাঁহিটো আৰু লগতে নিকট ভৱিষ্যতৰ সম্ভাৱনাময় ব্যৱসায়ী আৰু চলচ্চিত্ৰৰ প্ৰযোজক-নিৰ্দেশক ইম্‌ৰান খাঁৰ কথাকেইটা কাণত বাজিবলৈ ধৰিলে। ইম্‌ৰানে কৈছিল, "মূঠৰ ওপৰত, সুখী হ'বলৈ হ'লে যিটো কাম কৰি ভাল লাগে তাক মনপুতি কৰিব লাগে।"

সি নিজক নিজে কোৱাত লাগি গ'ল, "মুকুন্দ, তেনেহলে তই অসুখী। তোৰ টকা হৈছে, প্ৰতিপত্তি হৈছে। কিন্তু এইবোৰত লেটিপেটি হৈ আছ কাৰণে তোৰ জীৱনত আচল বস্তু দুটাই নাই। মনৰ সুখ আৰু দেহৰ জিৰণি। এনে তৰা-নৰা ছিঙা ব্যস্ত জীৱন, ধনসম্পত্তি গোটাবৰ বাবে এই যে শহাপহুৰ দৌৰ-এইবোৰৰ কিবা অৰ্থ আছেনে, মুকুন্দ ? আঘোণত তোৰ পঞ্চাছ বছৰ পাৰ হ'ল। জীৱনৰ গতি মন্থৰ কৰিবৰ হ'ল। লোভ-বাসনাক সীমাৰ মাজত ৰাখিবৰ সময় হ'ল। অসংযমীৰ শাস্তি আছে। গতিকে তোৰ মনক দমাবৰ হ'ল। তোৰো কাল চমু চাপি আহিছে। "চাই মাত্ৰ থাকে কালে ধৰে যেতিক্ষণ।" কেৱল তোৰ ঘোষা-কীৰ্তন মনত থাকিলেই হ'বনে ? যশোৱাক খং নকৰিবি। তাই হয়তো শান্তিত আছে। কোনখিনিলৈকে জীৱনৰ সীমা তাই বুজিব পাৰিছে। লক্ষ্মণে সীতাৰ চৌপাশে আঁকা আঁচডালৰ দৰে। কিন্তু তই কি কৰিছ ? যশোৱাইতো এইবোৰ

খবৰ পাইছে। পাবই। পৰকীয়া প্ৰেমৰ কাহিনী জনাৰ বাবে সকলোৰে চকু-কাণ থিয়। জুইক কাপোৰেৰে ঢাকি ৰাখিব নোৱাৰি। ভানুৰ আখ্যান বাৰু শেষ। তাই এতিয়া পূৰ্বৰ সোঁৱৰণ লৈয়ে জীয়াই আছে। কিন্তু মণিকা? তাইতো প্ৰবাল সোঁতৰ নৈ। তাই নীতি আৰু সংযমৰ পাৰ ভাঙিব পাৰে। পিছে তাই উদাৰ। নিস্পৃহও। তাইক তই ভাল পাৱ। তাইৰ দুনিয়াখনক দোষে-গুণে গ্ৰহণ কৰা নিৰপেক্ষ মনোভাবকো ভাল পাৱ। মুকুন্দ, তোৰ জীৱনত আৰু কোনে পুলক জগায় ঠিক নাই। ইৰ্শ্বাদৰ তৰুণী ভাৰ্য্যা ৰেণু বেগমৰ তোলৈ চাই মৰা হাঁহিটো দেখোন মাৰাত্মক। ... তথাপি তই ঘৃণনীয়। বিবেকৰ ওচৰত, যশোৱাৰ ওচৰত, মজহৰ খাঁৰ ওচৰত, হয়তো ৰঞ্জু-চানুৰৰ ওচৰত, বচক সমাজৰ ওচৰত, ...। মুকুন্দ, তই বিভ্ৰান্ত, বিমোহ। তাকে দূৰ কৰিবৰ বাবে আহিছ দশানন যাদবৰ তালৈ? কাম্ভুলিজানৰ যুৰীয়া নামঘৰলৈ যাব নোৱাৰিলি? ছিঃ ছিঃ ...।"

ষ্টেনো আৰু একাউণ্টেণ্টেৰে পৰিবেষ্টিত দশাননে মুকুন্দক দেখি আথে-বেথে বহিবলৈ দিলে। সোনকালে 'ডিক্টেচন' দিয়া শেষ কৰি মুকুন্দহঁতক তাৰ নিজৰ অতিথি গৃহলৈ লৈ গ'ল।

দুপৰীয়াৰ আহাৰৰ পিছত দশাননে তাৰ মুখৰপৰা সকলো কথা শুনিলে। সি মজহৰ খাঁৰ কথা কেইটাও কবলৈ নেপাহৰিলে। কিন্তু দশানন যাদৱক চিন্তিত যেন দেখা নগ'ল। সি তাৰ নেতাসুলভ অমায়িক হাঁহিটোৰে এক টিলিকতে মুকুন্দৰ চিন্তাৰ কাৰণবোৰ অমূলক বুলি উৰাই দিলে। সি মুকুন্দক বুজালে যে মজহৰহঁতৰ বয়সত সকলোৱেই আদৰ্শৰ কথা কয় যদিও পিছত চব আদৰ্শ ভাপ হৈ যায়; একালৰ বিদ্ৰোহী পিছত ঘোচখোৰ মন্ত্ৰী হয়। দশাননৰ মতে মুকুন্দৰ চিন্তাবোৰ কোনো 'বিজনেচ্‌লাইক' (ব্যৱসায় সন্মত) চিন্তা নহয়।

মুকুন্দই সুধিলে, "কিন্তু মজহৰে এনেকৈ কিয় ক'লে? ইৰ্শ্বাদ হেনো এটা মাখি মৰাদি মৰিল। সমাজে খবৰ নকৰিলে। তাক সকলোৱে গোপনে অশ্ৰদ্ধা কৰিহে থাকিল?"

দশানন অলপ পৰ তভক মাৰি ৰ'ল। সি পিছত সিংহৰ দৰে গৰ্জি উঠিল, "সমাজৰ কথা ক'ব নেলাগে। চব জানো। সিহঁতে, জানে যে, ইচ্ছা কৰিলে তোমাক মই এইবাৰ ইলেক্‌চনত জিকাই মন্ত্ৰী পাতিব পাৰোঁ? ইৰ্শ্বাদে সেইবোৰ কায়দা বুজা নাছিল। সি জাতে পাতে স্মাগ্‌লাৰ আছিল। পাতালতে সোমাই আছিল।

কিন্তু আজি যদি সকলোৱে দেখা দুনিয়াখনত টকা ঢালা, চব ঠিক হৈ যাব। নামো কিনিব পাৰি, বুইছা।"

"তেনেহ'লে মই কি কৰিম?"

"ইগ্‌ন'ৰ্ যচোৱা টুটেলি। যশোৱাক একদম পাত্তা নিদিবা। ল'ৰা দুটাক তেওঁ য'লৈ পঠায় পঠাওক। লকেল কলেজত হল এটা সজাই দিয়া। ঘৰৰ কাৰোবাৰ নামত। চহৰত ধুনীয়া চিনেমা হল এটা সাজা। কাৰণ ধুনীয়া ডাঙৰ চিনেমা হলৰ মালিকলৈ মানুহৰ সাধাৰণতে ভাল ভাব। যিমানে চিনেমা চায়, সিমানে মালিকৰ কথা জানিবলৈ বিচাৰে। ইয়াকে কৰা যদি তোমাৰ যশেও চৌ-চোৱাই থাকিব, পইচাই চৌ-চোৱাই থাকিব।"

"এৰা, চিনেমা হল এটা সাজিলে আন নকৰিলেও হ'ল। কয়লাৰ 'হল চেল' আছেই। কিন্তু পাৰ্মিট পাম জানো?"

"নিশ্চয়। পইচা আছেতো। কিছু পইচা সিঁচিবই লাগিব। পঞ্চাছ হেজাৰত 'বাৰ'ৰ পাৰ্মিট, এক লাখত চিনেমা হলৰ পাৰ্মিট।

"ঠিক আছে। তেন্তে পোনতে চিনেমা হল।"

"চাব্বাইছ। তেনেহ'লে তোমাৰ মনৰ কুঁৱলী আঁতৰিল। কোনো বিজনেচ্‌মেনৰ মনৰ কুঁৱলী থাকিব নেলাগে। কোমল মনতহে মনৰ কুঁৱলী জমিব পাৰে।....."

তাহানি টকা লৈ শ্ৰীকান্ত মহন্ত আৰু মুখ্যমন্ত্ৰীক লগ ধৰিবলৈ যোৱা মুকুন্দটোক দশাননে পুনৰ সৃষ্টি কৰিলে। সি উলাহেৰে দশাননৰপৰা বিদায় ল'লে। সি ভাবিলে যে যশোৱাৰ কটুক্তি আৰু দশাননৰ যুক্তি-উপদেশ, দুয়োটা এদিনৰ ভিতৰৰে স্মৰণীয় ঘটনা।

কিন্তু মৌচম মঞ্জিলত যে সেইদিনাই আৰু এটা চমক লগা ঘটনা খোপনি পিটি বৈ আছিল সি কল্পনাই কৰিব পৰা নাছিল। এই ঘটনাৰ নায়িকা হ'ল ৰেণু বেগম।

ৰেণু বেগম। ফুল যেন তাইৰ মুখ। ভাস্কৰ্য্যৰ মূৰ্তি যেন তাইৰ দেহ। ভৰ বয়সৰ ৰূপহী। তাইৰ লগত চাৰি-পাঁচ বছৰীয়া ছোৱালী এজনী। অকলে নাহিলেও তাই নীৰৱলে আহিল। সন্ধিয়াৰ মৌচম মঞ্জিল নিস্তব্ধ। ইয়াত ব্যস্ততা নাই। সন্ধিয়াহে চকিদাৰ আৰু দেহৰক্ষী দুটামানে আগৰ গোপন আৰু উদ্বেগভৰা পৰিবেশটো সৌৰৰাই দিয়ে। এনে সময়ত কিবা তদাৰক কৰিবলৈ আহি মুকুন্দই এনে এটা পৰিবেশ গুৰুত্বপূৰ্ণ কৰি তোলে।

আজি সন্ধিয়া সি ইৰ্শ্বাদৰ গোপন ফোন কিছুমানৰ লগত সংযোগ থকা কোঠাটোত বহি আছিল। লক্ষ্ণৌ, ৰাজস্থান আৰু কলিকতাৰ পৰাও দুটামান 'ট্ৰাঙ্ককল'ৰ বাবে বহি আছিল। কাৰণ সেইটো কোঠাতে ডাইৰেক্টৰীত থকা ফোনটোও আছিল। সি ইতিমধ্যে গুৱাহাটীৰ বশিষ্ঠ শৰ্মালৈ ফোন কৰি তাৰ আৰু ভানুৰ ভাল-বেয়া খবৰ লৈ কাইলৈৰ ভিতৰতে গুৱাহাটীৰ নাম কৰা আৰ্কিটেক্ট এজন পঠিয়াই দিবলৈ অনুৰোধ কৰিছিল। গোপন লাইনৰ লগত সংযুক্ত ফোনেৰে লক্ষীমপুৰ, তিনিচুকীয়া আৰু ডুমডুমাত থকা নিজৰ মানুহবোৰৰ লগত 'ক'ড'ত কথা পাতিছিল।

ফোন থৈ চকু মুদি এটা সুন্দৰ চিনেমা হলৰ ছবি এখন মনলৈ অনাৰ সময়তে সি ৰেণুৰ মাত শুনিলে। তাই চাৰি বছৰীয়া ছোৱালীজনীৰে সৈতে কোঠাটোত সোমাল। টিউব লাইটৰ দিন যেন পোহৰত ৰেণুৰ সুগঠিত গলত মুকুতাৰ হাৰ আৰু দেহত সেউজীয়া দামী শাড়ী আৰু একে ৰঙৰ ব্লাউজ জিলিকিল। বেছি জিলিকিল তাইৰ হেলনীয়া কামনাৰ কাজলসনা চকুহালহে।

মুকুন্দ থিয় হল। সি তাইক সসন্মানে বহিবলৈ দিলে। সৰু ছোৱালীজনীকো ওচৰতে বহিবলৈ দিলে। তাই ক'লে, "আপোনাকে অলপ ডিষ্টাৰ্ব দিওঁ বুলি আহিলোঁ। ইমান আমনি লাগে।" সিও একো ভাবান্তৰ নোহোৱা যেন দেখুৱাই ক'লে, "বহক, ভালেই পাওঁ। একো ডিষ্টাৰ্ব নহয়, মই মাথোন 'কল' এটা 'বুক' কৰি বহি আছোঁ।"

"এটা কথা, খাওন্দ, মই এটা গোপন অনুৰোধ কৰিবলৈ আহিছো। আপোনাৰ ইচ্ছা হলে অনুৰোধটো উলাই কৰিলেও মোৰ আপচোচ নেথাকিব।"

"গোপন অনুৰোধ? আমাৰতো চব কাৰবাৰেই গোপন।"

সদ্যবিধবা সুন্দৰী ৰেণু বেগমে ওঁঠত দুষ্টালিৰ হাঁহি এটা বিৰিঙাই তালৈ চালে আৰু ছোৱালীজনীক ক'লে, "তই যাচোন যা। কিমাননো লাগি থাক? ফৰিদৰ লগত ৰেডিঅ' শুনগৈ।"

মুকুন্দই পুতলা যেন অকণমানি ছোৱালীজনীৰ গতি বিধি লক্ষ্য কৰিলে। তাই হয়তো সি বেয়া পাই বুলিয়েই কোনোবা সমবয়সী ফৰিদৰ ওচৰলৈ যোৱাটোক ঠিক কৰিলে। তাই যাবলৈ খোজা দেখি মাকে ক'লে, "যা দেই। আমাৰ বৰ ভাল ছোৱালী।"

এইবাৰ ৰেণু সঁচাকৈ গোপনে মুকুন্দৰ মুখামুখি হ'ল। অধিক গোপনীয়তা আনিবলৈ প্ৰয়াস কৰি তাই মাতটো সৰু কৰিলে। তাই ক'লে, "মই ঘৰতে বন্দী হৈ থকা বিধৰ ছোৱালী নাছিলোঁ। মফিকাজাহিৰাৰ দৰে পঢ়া-শুনা নজনাও নহয়। কলেজো গচকি পাইছিলোঁ। মোৰ ব্যৱসায় বুদ্ধিও নথকা নহয়। তেখেতে যোৱা কেইবছৰ মোকেহে ভাৰসা কৰিছিল। মোৰ আলপৈচানতহে তেখেতে খুচী হৈছিল। ব্যৱসায়ৰ চব কথা কৈছিল। মোলৈ মৰমটোও সুকীয়া আছিল। মোৰ নামত বেলেগে বহুত টকা জমা থৈছিল।"

এইবুলি কৈ হাতত থকা পাছবুকখন মুকুন্দৰ ফালে আগুৱাই দি তাইৰ জোন যেন মুখখন তাৰ ওচৰলৈ আনি ক'লে, "আপুনি মোক অংশীদাৰ কৰিব? ময়ো খাটিব পাৰিম।"

মুকুন্দ শিয়ঁৰি উঠিল। সি কোন সময়ত নজনা ভাও ধৰিব লাগে আৰু কম কথা ক'ব লাগে জানে। ৰেণুৰ গুৰুত্বপূৰ্ণ অনুৰোধটো ৰক্ষা কৰা-নকৰাৰ জবাব দিয়া সহজ কথা নহয়। সেই কাৰণে থিতাতে কিবা এটা কোৱাৰ পৰা বিৰত থাকিবলৈকে সি বেংকৰ পাছবুকখন এনেয়ে দুবাৰমান লুটিয়াই চালে আৰু তাইৰ অলক্ষিতে পাত এটা লুটিয়াই চাই পুনৰ থিতাতে জপাই দিলে। তাৰ জমা টকাৰ অংকটো চকুত নপৰাকৈ নেথাকিল। সুত ধৰি পাঁচপান্ন হেজাৰ টকা। তেনেহলে ছলনাময়ীয়ে দেহ বেয়াৰ ফালে ঢাল লোৱাৰ সময়ত ইৰ্ষাদক বেচ মুহিব পাৰিছিল।

সি কি ক'ব জুখি মাখি ঠিক কৰি ল'লে। সি তাইৰপৰা আৰু কথা উলিয়াবলৈ বুদ্ধি পাঙিলে।

সি সুধিলে, "এই ব্যৱস্থা মতে কিবা অসুবিধা হৈছে নেকি?"

তাই ক'লে, "হয়তো চলিব পাৰিম। ভালকৈয়ে। কিন্তু মোৰোতো কিবা হাবিয়াস থাকিব পাৰে। মোৰ গোটেই জীৱনটো পৰি আছে। সেই চৰ্ত মতে মফিকা বা জাহিৰাৰ একো অসুবিধা নহয়। পৰা বয়সত সিহঁতক চাবলৈ ডেকা পুতেকহঁত আছে। কিন্তু মোৰ ল'ৰা-ছোৱালী দুটাতো দেখিছেই। এই বছৰহে হবিব স্কুললৈ গৈছে। এনে অৱস্থাত ঘৰখনত মোৰ কোনো এক্তিয়াৰ নেথাকিব। মই ডাঠি ক'ব পাৰোঁ, আপোনাক মই সহায় কৰিব পাৰিম। মই ঘূৰিবও পাৰিম।"

সি অভিমত ওলাই নপৰা বিধৰ গতানুগতিক প্ৰশ্ন এটা সুধিলে, "সঁচা?"

তাই নিঃসংকোচে ক'লে, "এনেয়ে কোৱা নাই। আজিকালি মাইকী মানুহ সকলো ধৰণৰ চাকৰীত নামিছে। মইনো অ'লৈ-ত'লৈ যাব নোৱাৰিমনে?"

"কিন্তু, বেগম, আমাৰ কাম সঁচাকৈয়ে কঠিন মনৰ মানুহৰহে।"

"সময়ত তিৰোতা মানুহ বেছি কঠোৰ হ'ব পাৰে।"

"সিহঁতে, মানে মজহৰহঁতে বেয়া নেপাবনে?"

"সিহঁতে মোৰ ওপৰত শাসন খটুৱাব নোৱাৰে। মই সিহঁতৰ মাহীটি। তদুপৰি সিহঁতৰ মনবোৰ পুৰণিকলীয়া নহয়। শিক্ষাৰ পোহৰ পোৱা।"

"জাহিৰা আৰু মফিকা বেগম হেঙাৰ হ'ব পাৰে?"

"নহয়। মই কৈছিলোঁ। সিহঁতে ভালেই পাইছে। কৈছে, — ইৰ্শ্বাদৰ ভাৰ কোনেও নল'লে যেতিয়া আজিহে ইৰ্শ্বাদৰ আচল মৃত্যু হৈ ছে। সিহঁতৰ ল'ৰা কেইটালৈ পেটে পেটে খং।"

"কিন্তু সেই টকাখিনি?"

"সুত অৰ্জা ধন হৈয়ে থাওক। মোৰ ভাগটো কাৰবাৰত খটুৱাম। এইখিনি টকাও দিম। বাগান আৰু মিলৰ লাভৰ মই পোৱা অংশটোও দিম। হ'ব?"

এতিয়া মুকুন্দৰ সিদ্ধান্ত লোৱাৰ চৰম মুহূৰ্ত উপস্থিত। সি খুব লাহে লাহে জেপৰপৰা চিগাৰেটৰ পেকেটটো উলিয়াই এটা চিগাৰেট ওঁঠত গোজে মানে যথেষ্ট সময় ললে। দুৰৈত অনাদৃত হৈ পৰি থকা ছাঁইদানীটো ওচৰলৈ আনি অনিচ্ছাৰে চিগাৰেটটোৰ অকণো নিগিলাকৈ ধোঁৱাবোৰ উলিয়াই কোঠাটো ধুৱঁলী-কুঁৱলী কৰি পেলালে।

সিদ্ধান্ত লোৱাৰ এনে ইচ্ছাকৃত বিলম্বই ৰেণু বেগমক আঘাত কৰিলে। মুকুন্দই লক্ষ্য কৰিলে যে তাইৰ গলিত হীৰাৰ দৰে চকুহাল পানীৰে ভৰি পৰিছে। তাৰো হিয়া সেমেকিল। সি ক'লে, "পিছত মস্কিল নহ'বতো?"

তাই ইয়াৰ উত্তৰ নিদিলে। সৰু বেগটোৰপৰা চেকবহী এখন উলিয়াই পাত এটা ফালিলে। টেবুলত থকা মুকুন্দৰ কলমটো লৈ তাত নম্বৰ এটা দিলে আৰু তলত চহী কৰিলে। কঁপা কঁপা হাতেৰে পাতটো মুকুন্দৰ ফালে আগুৱাই দি ক'লে, "এয়া লওক। পাছবুক চাই এমাওণ্টটো ভৰাই ল'ব।"

অজানিতে মুকুন্দৰো হাতখন আগুৱাই গ'ল। সি চেকখন ল'লে। ৰেণু বেগমৰ বিজয়োল্লাসৰ ৰেঙনি চকুৰে-মুখে ফুটি উঠিল। তাই বিজুলীবেগে কোঠাৰপৰা ওলাই গ'ল। মুকুন্দৰ ওপৰৰপৰা এটা স্বপ্নসম বৈঠক আঁতৰি গ'ল। তাই বৰ চতুৰ আৰু হিচাপ-নিকাচ কৰি কাম কৰিব পৰা তিৰোতা। সি বিমোহ মনেৰে ভাবিলে।

## যোল্ল

— যশোৱাই কৈছ? .... অঁ, মই গুৱাহাটীৰপৰা কৈছোঁ। ... ভালনে? বাতৰিত পাইছোঁ কান্ধুলিজানত বানপানীয়ে প্ৰলয়ৰ ৰূপ লৈছে। ইহঁত দুটা আহিলনে? .... কি ক'লে? ঠিক আছে। মই কাইলৈ পামগৈ। ..... অনুপ কলিতা ..... অঁ, অ। ডি-চি-চি-চি মিনিষ্টাৰ নাহিলে নেযায়। ... হেলো, হেলো, তুৰন্তে দেউতা আৰু বছিৰক পঠাই দিয়া। মোৰ কথা .... হেলোঁ, মোৰ কথা ক'বা। থওঁ।

এই তিনি দিন গুৱাহাটীত ভালেই গৈছিল। দশাননৰ বুদ্ধি মতে কালিয়েই চিনেমা হলৰ লাইচেন্স পালোঁ। আৰ্কিটেক্ট (স্থপতি) অৰবিন্দ বৰুৱাই হলটোৰ নক্সাও আঁকিলে। সাজোতে কিমান খৰচ হ'ব তাৰো এটা হিচাব উলিয়ালে। প্ৰায় উনৈশ লাখ টকা। চিনেমা হলটোৰ ঠায়ো ঠিক হ'ল। ঠাইখন নেদেখুৱালে আৰ্কিটেক্টে কাম নকৰে। মোৰ ঘৰৰপৰা অলপ দূৰৈত চিৰিং চাপৰিতে মাটি ঠিক হ'ল। মাটিত ডেৰ লাখ পৰিল। লিখা-পঢ়া হ'ল পঞ্চাশ হেজাৰৰহে। ৰেজিষ্ট্ৰেচন ফিজ কমাবৰ কাৰণে নহয়, আয়কৰ বিভাগৰ চকুত পৰে বুলিহে। ঠাই যথেষ্ট। চৌহদত ত্ৰিশখনতকৈ বেছি মটৰ গাড়ী ৰাখিব পৰা যাব। চিনেমা হলটো সাজিবৰ বাবে ধাৰ ল'বই লাগিব। ধাৰ লোৱা নেদেখুৱালেই বিপদ। লাইচেন্সখন পালেই ধাৰ পোৱা সহজ হৈ পৰে।

কিন্তু কান্ধুলিজানৰ খবৰটোৱে মোৰ সকলো উৎসাহ দমাই পেলালে। কান্ধুলিজানত আমি ভাগি অহাৰ দিনৰপৰা বানপানীৰ ৰাজত্ব। মাজতে বানপানী কমিছিল। নৈৰ পাৰত মথাউৰি এটা খাৰা হোৱা কাৰণে। কিন্তু দুৰ্নীতি আৰু সহজে-সোনকালে আঢ্যৱন্ত হ'বলৈ বেঙা মেলা ঠিকাদাৰ-ইঞ্জিনিয়াৰৰ যুগত ভালকৈ মথাউৰি বনোৱাটো তেওঁলোকৰ কৰ্তব্যৰ ভিতৰত নপৰে। গতিকে দুবছৰৰ পিছত মথাউৰি দুটা ছিগিল। কান্ধুলিজনীয়াই জীয়াতু ভুগিলে। অঞ্চলটো ইমান অৱহেলিত যে সঠিক সময়ত ৰাইজে কৰ্তৃপক্ষক সোঁৱৰাই দিয়া সত্ত্বেও আঠ-ন

বছৰ ধৰি ছিগা অৱস্থাত থকা মথাউৰিত মাটি নপৰিল। বৰ সবাহ, গৰখীয়া সবাহ, তিথি আৰু ৰাস-যাত্ৰাৰ দৰে কান্ধুলিজান অঞ্চললৈ ব্ৰহ্মপুত্ৰ আৰু কান্ধুলিজানৰ বান আহি থকা হ'ল। এনে সময়তে অনুপকে ধৰি শিক্ষিত ডেকা দলটোৱে চৰকাৰৰ ওচৰত হাৰ মানি হাত সাবটি বহি নেথাকিল। সিহঁতে ৰাইজক কামত লগালে। শ্ৰমদানৰ যোগেদি ৰাইজে মথাউৰি মেৰামতি কৰিলে। চৰকাৰৰ এই কামত চল্লিছ হেজাৰমান টকা খৰচ হ'লহেঁতেন। কিন্তু ৰাইজে কামটো কৰা কাৰণে চাৰি হেজাৰহে খৰচ হ'ল। কথাটো বাতৰি কাকতত ওলাল। বিভাগীয় মন্ত্ৰীয়ে লাজ পালে। অফিচাৰসকলে ইজনে সিজনক দোষ দিলে। কান্ধুলিজানে এনেদৰে দেশৰ দৃষ্টি আকৰ্ষণ কৰাৰ বাবে চৰকাৰৰ চকু মেল খালে। গোটেই কান্ধুলিজান বান ৰোধ কৰিব পৰা মথাউৰিৰ ব্যৱস্থা হেনো সম্পূৰ্ণ হ'ল। আগৰ আধৰুৱাকৈ ৰখা মথাউৰিৰ ব্যৱস্থা হেনো সম্পূৰ্ণ হ'ল। কান্ধুলিজানৰ দুয়ো পাৰেও মথাউৰি হ'ল। বাৰিষা মথাউৰিৰ নৈৰ ফালৰ অংশ পানীৰে ফিন্দ খাই থকা হ'ল। দুবছৰ বানপানী ন'হল। মানুহে তত পালে। গাঁওবোৰৰ অৱস্থা ভাল হ'ল। এনে সময়তে অনুপ কলিতা দুবছৰ বহি থকাৰ পিছত আইন পঢ়িবলৈ আহিল।

কান্ধুলিজনীয়া কথাবোৰ অনুপৰপৰাহে শুনা। তাৰ মতে তাত বানপানী হ'ব নেলাগিছিল। কিন্তু হঠাৎ পানী সোমাই কান্ধুলিজান অঞ্চলক সাগৰ-সংকাশ কৰি পেলালে। আচল ক্ষতি চাঁগে আৰু বেছি। ৰেডিঅ' শুনি আৰু বাতৰি কাকত পঢ়িয়েই মই আতঙ্কিত হৈ পৰিছোঁ। এতিয়া ৰঞ্জু আৰু চানুৰ তাত আছে। সিহঁতক লৈ মই চিন্তাত পৰিছোঁ। হোটেলত ৰাতি শুব পৰা নাই। পুৱাহে ট্ৰাঙ্ক কল কৰোতে যশোৱাই জনালে যে সিহঁতো প্ৰচণ্ড বানৰ গৰাসত পৰিছিল; ভাগ্য ভাল আছিল কাৰণেহে কোনোমতে দেহা দুটা লৈ ঘৰ পালেগৈ।

মই গুৱাহাটী এৰিলোঁ। প্ৰায় দুশ পয়সত্তৰ মাইল যাব লাগিব। সন্ধিয়াহে ঘৰ পামগৈ। কিন্তু খুব সোনকালে ঘৰ পাবলৈ বিচাৰোঁ। ৰঞ্জু আৰু চানুৰৰ হয়তো বেছি বিপদ হৈছে। যশোৱাই হয়তো মই ধৈৰ্য্যচ্যুত হওঁ বুলি গোটেইখিনি কথা নকলে।

মটৰ গাড়ীত দীঘলীয়া ভ্ৰমণ বৰ বিৰক্তিকৰ। ড্ৰাইভাৰ আৰু দেহৰক্ষী দুটাৰ লগততো আড্ডা জমাব নোৱাৰি। এই বিৰক্তিৰ পৰা কিছু সকাহ পোৱা বিধৰ আধুনিক ব্যৱস্থা আছে। গাড়ীত ৰেডিঅ' আৰু টেপ ৰেকৰ্ডাৰ 'ফিট' কৰিব

পাৰি। মোৰ এম্বাশ্বেডৰ গাড়ীখনত ৰেডিঅ'হে লগোৱা আছে। তাকো বাতৰি শুনিবৰ বাবেহে। গান বজাবলৈ নিদিওঁ। গান বাজি থাকিলে ড্ৰাইভাৰৰ মনোযোগ কমিব পাৰে। দুৰ্ঘটনা ঘটিব পাৰে। প্ৰায়বোৰ মটৰ দুৰ্ঘটনাৰ মূলতে হ'ল দুটা বস্তুঃ মদ আৰু টেপ্ ৰেকৰ্ডাৰ। সেইবাবেই মোৰ গাড়ীত টেপৰেকৰ্ডাৰ লগোৱা নাই।

মটৰ-ভ্ৰমণৰ বিৰক্তি দূৰ কৰিবৰ বাবে মোৰ এটা সুকীয়া বুদ্ধি আছে। গাড়ীৰ গতিত আৰামেৰে পঢ়িব নোৱাৰি কাৰণে মোৰ গাড়ীত সচিত্ৰ আলোচনী দুখনমানহে থাকে আৰু এখন ইংৰাজী অসমীয়া অভিধানো থাকে। মোৰ আমনি লাগিলে চকু মুদি অভিধানখন খোলোঁ। যি দুটা পাত ওলায় তাত থকা নজনা শব্দ কেইটাৰ উচ্চাৰণ আৰু অৰ্থ মনত ৰাখোঁ। সাধাৰণতে এনে দুটা পাতত মই নজনা তিনিৰ পৰা বাৰমান শব্দ থাকে। শব্দকেইটা মনত ৰাখোঁ মানে গাড়ী আন এখন ঠাই পায়গৈ। তাৰ পিছত আয়ত্ত কৰা শব্দ কেইটাৰে একো একোটা বাক্য ৰচনা কৰোঁ। এইদৰে এবাৰ গুৱাহাটীলৈ অহা-যোৱা কৰিলে মোৰ ভালেমান শব্দ শিকা হয়। অৱশ্যে সদায় এনেকুৱা নহয়। কেতিয়াবা উদ্বেগ-উৎকণ্ঠা ইমান বেছি হয় যে ঘনে ঘনে চিগাৰেটহে হুপি থাকোঁ।

আজি কিন্তু সচিত্ৰ আলোচনী বা অভিধানত চকু ফুৰাবলৈ মোৰ ইচ্ছা হোৱা নাই। স্মৃতি, উৎকণ্ঠা আৰু স্বৰূপ আবেগে মোক উতলা কৰিছে। মই মনৰ চকুৰে যেন কান্ধুলিজানৰ ইতিকথাৰ বোলছবি দেখিছোঁ। এখন এখনকৈ গাওঁ মোৰ চকুৰ আগেদি পাৰ হৈছে। পথাৰৰ মাজত কাৰৈমাৰী। তাতে দেউতাৰ ঘৰ। কান্ধুলিজানৰ পূবে আৰু তিনিখন গাঁৱৰ ছবি এতিয়া মোৰ চকুৰ আগত। লুংলুঙীয়া বাটেৰে দীঘলআটীৰ যশোৱাৰ ঘৰলৈ যোৱাৰ কথা মনত পৰিছে। কঁহুৱামুখ মোৰ জন্মস্থান হয়নে নহয় মই ক'ব নোৱাৰোঁ। কিন্তু তাতে, ককাদেউতা বলোৰাম ভৰালীৰ ঘৰতে কেচুৱাৰপৰা ডেকা হৈছিলোঁ। মোৰ ককাদেউতাৰ সোতোৰা সুতুৰি মুখখন আৰু বৌটিৰ গাভৰু কালৰ ধুনীয়া মুখখন মনত পৰিছে। কঁহুৱামুখ বুলিলেই মোৰ অন্তৰখনে কান্দি উঠে। মোৰ কহুৱামুখৰ জীৱনক বৌটিৰ বদনামে মাজে মাজে অতীষ্ঠ কৰি তুলিছিল। যদিও এই জীৱন মোৰ সম্প্ৰতিৰ আঢ্যৱন্ত অৱস্থাৰ জীৱনতকৈ অধিক ঐশ্বৰ্য্যপূৰ্ণ আছিল।

কান্ধুলিজানৰ পূব পাৰে থকা দলৈচুবাৰ বিলত মাছ মৰাৰ কথা এতিয়াও পাহৰিব নোৱাৰো। উজান উঠিলে ভেটাত পাতি থোৱা ডাঙৰ ডাঙৰ চেপাবোৰ

খন্তেকতে ডাঙৰ ডাঙৰ মাগুৰ আৰু কাৱৈ মাছেৰে ভৰি পৰে। চেপাটো দাণ্ডিবলৈকে দুটা মানুহ লাগে। দলৈচুবা আৰু কান্ধুলিজানৰ পশ্চিম পাৰৰ জলমৈৰ কাৱৈ মাছ যি খাইছে সি আৰু তাৰ সোৱাদ পাহৰিব নোৱাৰে। এবেগেত দীঘল আৰু আধা বেগেত বহল কিচ কিচ্ কৰে ক'লা কাৱৈ মাছ একোটা ইমান তেলাল যে চুকা-পালেঙেৰে ৰন্ধা আঞ্জাৰ বাটিটো তেলেৰে চামনি মাৰি থাকে।

কান্ধুলিজানৰ পশ্চিমে থকা জামুগুৰি, ঘোঁৰাচুঙী, ভোগজৰা আৰু পহুকটাও মোৰ জলমৈ গাঁৱৰ দৰে আপোন। এইবোৰ গাঁৱত ভাওনা চাইছিলো। বিহুৰ সময়ত উনৈশত বা বলাই ঘূৰি ফুৰিছিলোঁ।

কিন্তু ইমান দিনে ইমান সুখৰ সোঁৱৰণে মোৰ মনত ভূমুকি মৰা নাছিল। ধন আৰু প্ৰতিষ্ঠাৰ লোভত চব পাহৰি আছিলোঁ। তাৰ দুৰ্ঘোৰ বাৰিষা, ঘন কুঁৱলী, গ্ৰীষ্ম-শৰৎ-বসন্ত, প্ৰকৃতিৰ স্নিগ্ধ আৰু ৰুদ্ৰ ৰূপ— এই সকলোবোৰেই মোৰ আপোন আছিল। আৰু বেছি আপোন আছিল তিনি যুগীয়া বুঢ়ী অৱন্তী, যাৰ মুখত কান্ধুলিজনীয়া ৰামায়ণখন শুনিলে কাণ সুত লাগি যায়, দেহমন শাঁত পৰি যায়। কিন্তু মই এনে নিদাৰুণ মানুহ যে অৱন্তী বুঢ়ী কাল হলনে নাইবা এতিয়াও কান্দুলিজনীয়া সুখ-দুখৰ ৰামায়ণখন গাই ফুৰিছে তাকে অনুপ কলিতাক সোধা নাই। এৰা, কাঞ্চনমূল্যৰ বাহিৰে মই অন্যক মূল্য দিব খোজা নাই। এইফালৰপৰা মই ইৰ্শ্বাদৰ ডেকা ল'ৰা কেইটাতকৈ অজ্ঞানী।

ঘৰ পাই দেখিলোঁ যে প্লাষ্টাৰ বন্ধা ভৰিৰে চানুৰ বিছনাত পৰি আছে। ৰঞ্জুও খুব দুৰ্বল। যশোৱাৰ মুখত অশান্তিৰ চিন। মই খুব উদ্বিগ্ন হৈ সকলোৰে খা-খবৰ ল'লোঁ। পোনতে ৰঞ্জুৱে কিছু কথা ক'লে। যশোৱাই সংক্ষেপতে গোটেইখিনি কথা ক'লে।

এইবোৰ শুনাৰ পিছত মোৰ কান্ধুলিজানক কেন্দ্ৰ কৰি মনত গঢ়ি তোলা ছবিখন অকস্মাতে বিবৰ্ণ হৈ পৰিল। কাৰণ বানপানীৰ তাণ্ডব লীলাই কান্ধুলিজনীয়া ৰাইজক ৰাহুৰ দৰে গ্ৰাস কৰিলে। মথাউৰি ভাগিল। অসংখ্য মান সেনাৰ দৰে ব্ৰহ্মপুত্ৰ আৰু কান্ধুলিজানৰ কোবাল পানী গাঁওবোৰত সোমাল। ঘৰৰ চালৰ ওপৰেদি পানী কাটিলে। হঠাৎ এই প্ৰলয়। কোনেও এনে হব বুলি আশা কৰা নাছিল। ৰঞ্জু আৰু চানুৰ কথমপিহে বাচিল। সিহঁত অনুপৰ ঘৰত আছিল। সিহঁতে হঠাতে মথাউৰি ভেদি পানী নমাৰ শব্দ শুনিছিল। এই শব্দ আছিল দঁতাল হাতীৰ

কিৰিলিৰ দৰে। হঠাতে অনুপহঁতৰ ঘৰৰ ভেটি তল গৈছিল। তাকে দেখি অনুপে ৰঞ্জু আৰু চানুৰক গছ এজোপাত উঠাই থৈ মাকক পিঠিত তুলি মথাউৰিৰ নিছিগা অংশত ৰাখিছিল। ঘৰৰ বাকীবোৰ মানুহ আঠুৱনি পানীত খোজ কাঢ়ি গৈ মথাউৰিত উঠিছিলগৈ। ৰঞ্জু আৰু চানুৰে এনেকৈ একাঠু পানীত খোজকাঢ়িব নোৱাৰা কাৰণেহে অনুপে সিহঁতক গছত উঠাইছিল। সি ভাবিছিল যে সিহঁতক নাৱেৰেহে মথাউৰিলৈ নিব পৰা যাব। চাৰিওফালে পানীৰ প্ৰকোপ দেখি চহৰত ডাঙৰ-দীঘল হোৱা আলসুৱা ৰঞ্জু-চানুৰৰ পেটতে হাত-ভৰি লুকাইছিল।

কেইবছৰমান বানপানী নহাৰ কাৰণে গাঁৱত কেইখনমান নাওহে আছিল। তাকো দল কাটিবলৈ আৰু বাওধানৰ মাজত জাল পাতি মাছ ধৰিবলৈ যোৱা সৰু নাওহে। পানীয়ে যেতিয়া অনুপহঁতৰ ভঁৰালটো ইতিমধ্যে ডুবাইছিল আৰু থকা ঘৰটোৰ বেৰকেইখন পানীৰ সোঁতে ভাঙিছিল সেই সময়তহে অনুপে সৰু নাও এখন লৈ ৰঞ্জুহঁতে উঠি থকা গছ জোপাৰ ওচৰ পাইছিলহি। সিহঁতক খুব সাৱধানে গছ জোপাৰপৰা নমাই গছত বান্ধি থোৱা তুলুং ভুলং নাওখনত উঠাইছিল আৰু প্ৰবল সোঁতৰ গভীৰ বানপানীৰ লগত যুজ কৰি সি নাও চলাইছিল। সি মথাউৰিৰ কাষত নাওখন ৰখাই ভিজা মাটিত বঠাডাল পুতি তাত নাওখন বান্ধি পোনতে চানুৰক নমাইছিল। কিন্তু ৰঞ্জুৱে নিজে নামিবলৈ চেষ্টা কৰাৰ ফলত সি মথাউৰিৰ পাৰত পিছল খাই পৰিছিল। তাৰ ভৰি এখন ভাগিছিল। ৰঞ্জুৱে বিষত কেঁকাইছিল। মথাউৰিত থকা সময়খিনিত সি এনেকৈ কেঁকাবলৈ লাগিছিল যে অনুপে তাৰ হাড় ভাগিছে বুলি ধৰি লৈছিল। ইফালে চানুৰক লৈয়ো বিপদ। তাৰ পেটৰ অসুখ। নিশ্চয় পানীয়ে সুজা নাছিল। তাৰ এঘণ্টাৰ ভিতৰতে পাঁচবাৰ পেট চলিছিল। দুয়োটা ল'ৰাৰে সেই দুৰ্যোগত এনে অৱস্থা হোৱা দেখি অনুপ মহা চিন্তাত পৰিছিল। সি ভাবি লৈছিল যে চানুৰৰ হাইজা হৈছিল। তদুপৰি সিহঁত মথাউৰিৰ ওপৰত থকাও সিহঁতৰ সহ্যৰ সীমাৰ অতীত। গতিকে সিহঁতক ঘৰলৈ নিয়াটোকে সিদ্ধান্ত কৰিছিল। সি এখন মজপুত নাও ঠিক কৰিছিল। পাৰ্গত নাৱৰীয়া বিষ্ণুক লৈ সি বহুত আশঙ্কা বুকুত বান্ধি কোনোমতে ল'ৰা দুটাক ঘৰত থৈছিলহি। যশোৱাই অনুপক দোষ দিয়া নাছিল। কাৰণ কাষ্ঠুলিজানত এনে এটা বানপানী হ'ব বুলি কোনেও আশা কৰা নাছিল।

ঘৰ পোৱাৰ লগে লগেই চানুৰক ডাক্তৰে 'চেলাইন' দিছিল। সি এতিয়া সুস্থ যদিও বৰ দুৰ্বল। ৰঞ্জুৰ সোঁ ভৰিৰ হাড় ভগাটো 'এক্স-ৰে'ত ধৰা পৰিছিল।

ৰঞ্জু আৰু চানুৱে মোক সিহঁতৰ ভয়াবহ অভিজ্ঞতাৰ কথা বৰ্ণাই চকুলো টুকিলে।

ৰঞ্জুৱে ক'লে, "দেউতা, সিহঁতে তোমাৰ কথা কয়। তুমি চহকী হৈ তাৰ মানুহক পাহৰিলা বুলি দুখ কৰে। আমি কেতিয়াও মানুহৰ ইমান দুখ দেখা নাছিলোঁ। সিহঁত ইমান দুখীয়া! খুব নিৰুপায়। তোমাক সিহঁতে পাহৰা নাই। সিহঁতে বাৰু তোমাৰ পৰা কিয় কিবা এটা সহায় আশা নকৰিব?"

মই কিবা এটা কওঁ বুলিও বৈ গ'লোঁ। এনেতে চানুৱে মাত লগালে, "মানুহখিনিক উদ্ধাৰ কৰিবলৈ তোমাৰ শক্তি আছে, টকা-পইচা আছে। সেইবোৰ আমাৰ গাঁও, সেইবোৰ আমাৰ মানুহ। সিহঁতৰ তাত এতিয়া নৰক। মই কিন্তু সিহঁতক কৈছোঁ— দেউতা আহিব। মই বুজাম। টকা থাকিলে লোকৰ কাৰণেও ভবা দৰ্কাৰ।"

মই একো ক'ব নোৱাৰিলোঁ। সিহঁতৰ ওচৰৰপৰা আঁতৰি আহিলোঁ। চাহ কাপো আধা খোৱা হৈ থাকিল। মোৰ একে সময়তে দুখো লাগিল। আৰু মই সন্তোষো পালোঁ। ল'ৰা দুটাৰ কাঙ্কুলিজানৰ প্ৰতি থকা দৰদৰ কাৰণে মই সন্তুষ্ট আৰু গৰ্বিত। সাধাৰণতে গোপন কাৰবাৰীৰ বিলাসত ডাঙৰ-দীঘল হোৱা সন্তানৰ এনে দৰদ বা সহানুভূতি নেথাকে। সিহঁতৰ ওপৰত এয়া হয়তো অনুপ আৰু যশোৱাৰ প্ৰভাৱ। মোৰ দুখ এই কাৰণেই যে এৰি অহা অঞ্চলটোক মই এনেকৈ নেওচা দিব নেলাগিছিল।

কিন্তু মই এই দোষৰ প্ৰায়শ্চিত্ত বিচাৰিছোঁ। মোৰ মনত অসংখ্য প্ৰশ্ন। কি উপায়েৰে মই এই মানুহবোৰক সহায় কৰিম? কেনেকৈ মই আগৰ স্বপ্নৰ কাঙ্কুলিজান পুনৰ ঘূৰাই আনিম? ইফালে মোৰ দুৰ্বলতা দুটাঃ মই চোৰাং কাৰবাৰী, মোৰ পিতৃ পৰিচয় সন্দেহজনক। মই গাৱঁৰ পাপপূণ্যৰ বিচাৰ মতে এটা ঘৃণনীয় সন্তান। মানুহে যদি মোক পাহৰা নাই, তেনেহলে মোৰ বৌটিৰ আখ্যানো পাহৰা নাই।....

বাতৰি যোগনিয়াৰ হৰেশ মেধিলৈ ফোন কৰি জানিলোঁ যে কাঙ্কুলিজানৰ দুৰ্দশাৰ কথা শুনি চৰকাৰৰ গা লৰা নাই। আমাৰ কাঙ্কুলিজানৰ এম-এল-এ জন হেনো ঘৈণীয়েকৰ বেমাৰ বাটিবৰ বাবে দিল্লীলৈ গ'ল। আনকি বানপানীৰ ক্ষয়-ক্ষতিৰ হিচাবো উপায়ুক্তৰ কাৰ্য্যালয় পোৱাহি নাই। বাতৰি কাকতে আৰু

ৰেডিঅ'য়ো অধিক খবৰ পৰিবেশন কৰা নাই। কাৰণ এতিয়া কান্ধুলিজানলৈ যোৱাটোও প্ৰায় অসম্ভৱ। ৰেডিঅ' আৰু বাতৰি কাকতে এটাই কথা কৈ আছেঃ সম্প্ৰতি কান্ধুলিজানৰ দৰে বিস্তীৰ্ণ এলেকাটোৰ লগত সকলো যোগাযোগ বিচ্ছিন্ন হৈ আছে। বানপানীৰ প্ৰকোপ কমা নাই।"

অথচ বছিৰ আৰু ৰামলালে মোক জনালেহি যে চৰকাৰী মাৰ নাওবোৰ পাঁচআলি ঘাটত এনেয়ে পৰি আছে। চহৰখন আগৰ দৰেই স্বাভাৱিক ধৰণে চলি আছে। এইবোৰ মানুহৰ ভূগোলত কান্ধুলিজানৰ স্থান নাই। অকল এয়ে নহয়। গাঁৱৰ কোনো দুৰ্দশাই চহৰৰূপী নিদাৰুণ যন্ত্ৰটোক টলাব নোৱাৰে।

এইবোৰকে ভাবি-গুণি মই অস্থিৰ হৈ পৰিলোঁ। আকৌ মোৰ নিজক নিজে কথা কোৱা অভ্যাসটোৱে উক দিলে। মই সুন্দৰ গা-ধোৱা ঘৰটোত সুশীতল পানীৰ ছিটিকনি গাত পেলাই ক'লোঁ, "কথা এটা লক্ষ্য কৰিছনে, মুকুন্দ খাওন্দ? চহৰৰ যন্ত্ৰসদৃশ মানুহবোৰৰ কাৰণে এই মানুহবোৰৰ নিজৰ এটা মূল্য নাই যেন লাগে। মানুহ যেন সমবায় দোকানৰ খাদ্যদ্ৰব্য বিচৰা একো একোটা সংখ্যাহে। সিহঁতৰ কাৰণে কান্ধুলিজান মাথোন এটা অচিন নাম আৰু মানুহবোৰ লোকসংখ্যাৰ মাথোন নধৰ্তব্য এট্য ভগ্নাংশ। ইমানেই। সেয়েহে স্বাৰ্থ নাথাকিলে এইবোৰ মানুহে কান্ধুলিজানৰ বিষয়ে নেভাবিব। ৰাইজে জোৰ নকৰিলে উপায়ুক্তই ৰাইজৰ দুৰ্দশাৰ কথা নভবাৰ দৰেই। তোৰ কপাল ভাল। তই মানুহ হৈ আছ। তোৰ কান্ধুলিজনীয়া প্ৰাণটো বাচি আছে। ঈশ্বৰ তোৰ প্ৰতি সুপ্ৰসন্ন। কাৰণ পৰৰ উপকাৰ কৰিবলৈ সুযোগ পোৱাও কম ভাগ্যৰ কথা নহয়।"

মই গা-পা ধুই খাবলৈ বহাৰ সময়ত যশোৱাৰ ফালে চাই সুধিলোঁ, "এতিয়া মই কি কৰিব লাগিব বুলি আশা কৰ?" তাই ক'লে, "চাৰি দিন হৈ গ'ল। কতৰ কি হ'ল চাগৈ! ভাবিবলৈ কিটো আছে? বস্তু-বাহানি লৈ তালৈ গলেই হ'ল।"

"তেনেহলে ৰঞ্জু আৰু চানুৰক চাবা। দৰ্কাৰ হলে গোনাই সহায় কৰিব।"

"সিহঁতৰ কাৰণে তুমি ভাবিব নেলাগে।"

মই উপায়ুক্তলৈ ফোন কৰি জানিলো যে তেওঁ বানবিধ্বস্ত ঠাইলৈ অলপ সাহায্যও পঠিওৱা নাই। মৌচম মঞ্জিললৈ কৰা ফোনটো গোনাই ধৰিলে। তাৰ কথাৰপৰা বুজিলোঁ যে কান্ধুলিজানত মথাউৰি ভাগি হোৱা বিপৰ্য্যয়ৰ কথা সি চাৰিদিনমানৰ আগতে শুনিছিল যদিও এতিয়া মানে পাহৰি গ'ল। মই ফোনটো

ৰেণু বেগমক দিবলৈ ক'লো। লগে লগে ৰেণু বেগমৰ মাত শুনা গ'ল। মোৰ মনত এটা ছবি ভাঁহি উঠিল। ৰেণু নিশ্চয় তাৰ লগতে আছে। দুপৰীয়াটো নির্জন।

— কেতিয়া আহিল?

— আজি। দুঘণ্টাৰ আগতে।

— মই ৰঞ্জুহঁতৰ খা-খবৰ লৈ আছোঁ। আপুনি কি ভাবিছে?

— আজিয়েই যাম। লকেল এম-এল-এটো আহিলনে?

— নাই অহা।

ফোনত ৰেণুৰ হাঁহিৰ খল্‌খলনি। কাঙ্কুলিজানৰ এম-এল-এ বাপধন দত্তৰ কীর্তিকলাপ ফোনত ৰেণুৰ মুখে শুনি মই দুখৰ সময়তো ৰং পালোঁ। ৰেণুৱে নিঃসংকোচে ক'ব পৰাৰ কাৰণেহে আচৰিত মানিলোঁ। কেইদিনমানৰ আগলৈকে মৌচম মঞ্জিলৰ কোঠাত বন্দিনী হৈ থকা, চন্দ্ৰ-সূৰ্য্যই দেখা নোপোৱা আৰু এনেকৈয়ে পৰ্দা-প্ৰথা মানি চলা ৰেণুৱে সোনকালে আগৰ জীৱনটো সাপে মোট সলোৱাদি সলাই এই জটিল গোপন কাৰবাৰটোৰ প্ৰকৃত অংশীদাৰ হৈ পৰিল। তাই অলপ দিনৰ ভিতৰত কাৰ কাৰ লগত ভালে থাকিব লাগে জানি ললে। তাই নিঃসংকোচে জীপত ঘূৰি ফুৰিব পাৰে।

তায়ে বাপধন দত্তৰ বিষয়ে মুখৰোচক কথাটো লুকঢাক নকৰাকৈ ক'লে। বাপধন দত্ত ডিব্ৰুগড়ৰ ওচৰৰে হাইস্কুল এখনৰ প্ৰধান শিক্ষক আছিল। স্কুলৰ ঘৰ-বাৰী সজাৰ সময়ত ইটা, বিলাতী মাটি আৰু লোহা বেচি সি ভালেমান টকা কৰিছিল। লগে লগে আৰু এটা কাণ্ড ঘটিল। এগৰাকী শিক্ষয়িত্ৰীৰ লগত লেটিপেটি। এই দুই দোষৰ দেখ-দেখ প্ৰমাণ পোৱাৰ পিছত তেওঁৰ চাকৰী গ'ল। তেওঁ ডিব্ৰুগড়লৈ আহি ল। কিছুদিন ঘৰুৱা শিক্ষক হ'ল। একে সময়তে বৰ গছত হাঁকুটি লগাবলৈ শিকিলে আৰু সামাজিক কামত লাগিল। লাহে লাহে তেওঁ ৰাজনীতি কৰা মানুহৰ চকুত পৰিল আৰু অৱশেষত বিধান সভা পালেহি। অথচ অনুপহঁতৰ দৰে মানুহহে কাঙ্কুলিজানৰ এম-এল-এ হোৱা উচিত আছিল।

ৰেণু বেগমে মোক ফোন যোগে এটা বেয়া ইঙ্গিত দি জনালে যে বাপধন দত্তই ঘৈণীয়েকক জৰায়ুৰ অথন্তৰৰ বাবে অস্ত্ৰোপচাৰৰ বাবে দিল্লীত আছেগৈ যদিও তেওঁৰ লগত আবিয়ৈ শিক্ষয়িত্ৰী আৰু দূৰ সম্পৰ্কীয় খুলশালীয়েক অদিতি যোৱাটোৱে বহুতৰ মনত সন্দেহৰ সৃষ্টি কৰিছে। কিছুমানে কয় বোলে অদিতিৰ

গাত তিনি মাহ। দিল্লীৰ ডাক্তৰে এই কালিমা গুচালে কোনেও ভু-নেপাব। কথাটো আনকি ঘৈণীয়েক চম্পাৰো অবিদিত।

কথাটো হবও পাৰে, নহবও পাৰে। পিছে মোৰ ভাব হৈছে, বাপধন দত্ত সোনকালে ঘূৰি অহাৰ আশা নাই। তাৰ বাবে মোৰ সুবিধাও হব পাৰে, অসুবিধাও হব পাৰে। কিন্তু বাপধনৰ বিষয়ে ৰেণুৱে ইমানবোৰ খবৰ ৰখাটো উচিত হোৱা নাই। এনেকুৱা খবৰে হয়তো তাইৰ নিজৰহে আকাঙ্ক্ষা কিছুমান তুষ্ট কৰে। ইয়াৰ ফলত হয়তো এই ব্যৱসায়ত তাই কোনো কোনো ক্ষেত্ৰত কঠোৰ হব নোৱাৰিব।

মই উপায়ুক্তৰ কাৰ্য্যালয়লৈ আকৌ ফোন কৰিলোঁ। মোক মেজিষ্ট্ৰেট শাখাত কাম কৰা কেৰাণী এজনে জনালে যে উপায়ুক্ত মহোদয়ে বানৰ ক্ষয়ক্ষতিৰ হিচাব লবৰ বাবে মানুহ এজনক কান্ধুলিজানলৈ পঠাইছে। ইয়াকে শুনি মোৰ ক্ৰোধ হৈছে। এইবোৰ মানুহক সঁচাকৈয়ে আনৰ দুখ-দুৰ্দশাই টলাব নোৱাৰে। শাসনযন্ত্ৰ সঁচাকৈয়ে নিদাৰুণ আৰু উদাসীন।

ৰেণুৰ হাতত আমাৰ ব্যৱসায়ৰ লগত জড়িত মানুহবোৰৰ এখন তালিকা দিছিলোঁ। তাইক মই ফোন যোগে জনাই দিলোঁ যে এই মানুহখিনিৰ কিছুমানক মই সন্ধিয়া লগ পাব খোজোঁ। সিহঁতক খবৰ দিয়াবৰ বাবে এক নম্বৰৰপৰা দহনম্বৰৰ ভিতৰত যিকোনো তিনিটা মানুহক হুকুম দিলেই হ'ল।

মোৰ আচঁনি প্ৰস্তুত হ'ল। মই সদলে-বদলে কান্ধুলিজানলৈ যোৱাকে ঠিক কৰিলোঁ। এতিয়া ব্ৰহ্মপুত্ৰৰ ভালেমান চাপৰি বুৰিছে। গতিকে দক্ষিণ পাৰৰ কিছুমান ঠাইত বাদে উত্তৰ পাৰে আমাৰ ব্যৱসায় চলিব নোৱাৰে। অহা এপষ কাল আমাৰ ব্যৱসায় ভালকৈ নচলিলেও আমাৰ ক্ষতি নহয়।

জিৰণি লৈ সন্ধিয়াৰ আগতেই মৌচম মঞ্জিল পালোঁগৈ। চৌহদত মোৰ মটৰ গাড়ীখন সোমোৱাৰ লগে লগেই ৰেণু ওলাই আহিল। আমি আমাৰ অফিচটোত বহিলোঁগৈ। অফিচত তিনিটা কৰ্মচাৰীয়ে কাম কৰি আছিল। সিহঁতৰ দুটা হিচাব ৰখা মানুহ। আনটো কেৰাণী। সিহঁতক দৰমহা দিয়াৰ ক্ষেত্ৰত আমি উদাৰ। কাৰণ সিহঁতে আমাৰ ব্যৱসায়ৰ বহুত গোপন কথা জানে। সিহঁত থাকোতেই মই ৰেণু বেগমক ক'লোঁ, "কথাবোৰ চাগৈ গম পাইছেই। এতিয়া যদি মই কান্ধুলিজানৰ মানুহক সহায় নকৰোঁ পিছত মোক সন্তাপে দহিব। পিছে আৰু এটা কথা মোৰ মনলৈ আহিছে। একেখন ঠাইৰ এই নিঠৰুৱা মানুহবোৰক সহায়

কৰাটো আমাৰ সকলোৰে কাম নহয় জানো? ইৰ্শ্বাদে তাহানিতে নগাখেলীয়াৰ খহনীয়াত পৰা মানুহখিনিক কিমান সহায় কৰিছিল আপুনি শুনিছেই কিজানি। এতিয়াতো সোণাৰী ঘাটত বহা মানুহখিনিক আমি সহায় কৰি আছোঁ। ইৰ্শ্বাদৰ আত্মাই শান্তি পাওক বুলি। মই কথাটো কিয় ক'লো ধৰিব পাৰিলেনে মিচেচ বেগম?"

ৰেণুৱে উতনুৱা বুকুখন এনেকৈ ঢাকিলে যে মই লাজ পাই গ'লোঁ। তাইৰ এনে এটা ভাব যেন মইহে তাইৰ বুকুখনৰ প্ৰতি সজাগ। তাইৰ পূৰঠ মুখখন কিছুপৰলৈ চিন্তিত দেখা গ'ল। তাই পূৰ্বৰ চপলতা এৰি লাহে লাহে ক'লে, "আমি সকলোৱেই ভবা উচিত। গৰীব হোৱা আৰু তেনেই নিঠৰুৱা হোৱা কি মই আনতকৈ বেছিকৈ বুজোঁ। নিজে পাই থৈছোঁ। আমাৰ পৰিয়ালটোও এসময়ত দলৈ চুবাৰ পৰা ভাগি আহিছিল।"

"দলৈচুবা? কাঞ্চুলিজানৰ দলৈচুবা?"

"হয়।"

"কিন্তু দেউতা বা বছিৰে এদিনলৈকে কথাটো নক'লে।"

"নাৱৰীয়া মানুহ। পানীয়ে পানীয়ে থাকে। গাঁৱৰ আটাইবোৰ খবৰ নেপায় কিজানি। কিন্তু অৱন্তী বুঢ়ীক সোধক, চব ক'ব।"

"আপুনি অৱন্তী বুঢ়ীকো চিনি পায়?"

"পাওঁ। আমাৰ বাবাইঁত এতিয়াও দলৈচুবালৈ গৈ থাকে। কঁহুৱামুখৰ অৱন্তী আইতাক লগ নোপোৱাকৈ নাহে।"

"হয় নেকি? তেনেহলে দেউতাইঁত মোৰ দৰেই কাঞ্চুলিজানক নেওচা দি আছে।"

আমাৰ ভিন্ ভিন্ বিভাগত থকা কৰ্মচাৰীবোৰক খবৰ দিয়া হ'ল। যেনে হুকুম তেনে কাম। সন্ধিয়া প্ৰায় ষাঠিটামান মানুহে কেবা সপ্তাহৰ মূৰত মৌচম মঞ্জিল খলক্ লগালে। সিহঁতৰ লগত কথা পতাৰ আগতে মই ৰেণুৰপৰা কেইটামান কথা খৰচি মাৰি জানি ল'লোঁ।

"বাৰু, মিচেচ বেগম, এওঁলোকক যদি বানপানীৰ কামত খটুৱাওঁ, পাৰ্টনাৰ হিচাপে আপোনাৰ কিবা ক'বলগীয়া আছে যদি কওক। এটা কথা। ব্ৰহ্মপুত্ৰ ওফন্দি আছে কাৰণেই অহা পৰেকটোত আমাৰ বিশেষ কাম নহ'ব।"

"মই নিচেই নতুন। মই মাথোন মোৰ অংশখিনিৰে আপোনাক সহায় কৰিছোঁ। ইমানেই। সদায়ে এই কাৰবাৰত আপোনাৰ ইচ্ছাইহে সকলো। তদুপৰি মই তিৰোতা।"

"আমাৰ একাওণ্টৰপৰা যদি অলপ টকা খৰচ কৰোঁ?"

"একো আপত্তি নাই।"

"কাৰণ?"

"আমি হয়তো লোকৰ চকুত বেয়া কাৰবাৰ কৰা বেয়া মানুহ। কিন্তু আমিও মানুহ, আমাৰো অন্তৰ এখন আছে।"

"শুনি সন্তোষ পালোঁ। বুইছে বেগম, পৰক উপকাৰ কৰাৰ সুযোগ সহজে নাহে।"

মই মানুহখিনিক কান্ধুলিজানৰ কথা ক'লোঁ। কোনে কেনেকৈ তালৈ গৈ কি কৰিব লাগিব তাৰ এখন তালিকা দাঙি ধৰিলোঁ। শেষত ক'লোঁ, "মানুহে কেৱল নিজৰ কাৰণে ভাবি থকাহেঁতেন এই দুনিয়া কেতিয়াবাই ছাৰখাৰ হৈ গ'লহেঁতেন। মানুহৰ অন্তৰত পৰৰ হৈ ভবা গুণ এটা আছে। চব আমাৰ নিচিনা নহয়। আমালৈ কিন্তু এতিয়া সুযোগ আহিছে। পৰৰ কিবা এটা কৰাৰ এইটো সুযোগ লৈ আমি নিজকে অলপ শুদ্ধ কৰি নলওঁ কিয়? কি কয়, মিচেচ বেগম?"

মিচেচ বেগমৰ লগে লগে আনবোৰেও মূৰ দুপিয়ালে?

মই, দেউতা, বছিৰ আৰু কিজানি ৰেণু বেগমো বহু বছৰৰ অন্তত কান্ধুলিজানলৈ যাম। পাঁচআলি ঘাটত যিমানবোৰ চোৰাং কাৰবাৰত লিপ্ত থকা নাও আছে এই সকলোবোৰকে কান্ধুলিজান উদ্ধাৰৰ কামত খটুওৱা হ'ব। এই নাৱত থাকিব আমাৰ ড্ৰাইভাৰবোৰে কঢ়িয়াই অনা খাদ্য সামগ্ৰী। খৰচ হ'ব। কিন্তু এই খৰচৰ অংকটো আমি মন্ত্ৰী আৰু বিষয়াক দিয়া চান্দা, সাহায্য বা ঘোচতকৈ কম।

মই বানপানীৰ আওভাও বুজোঁ। মাজুলীৰ মানুহৰ দৰে ময়ো পানীৰ মাজতে ডাঙৰ হোৱা এটা পানী কাউৰী। মই বানৰ প্ৰলয় কেবাবাৰো দেখিছোঁ, কেবাবাৰো মৰণৰপৰা কথামপিহে ৰক্ষা পৰিছোঁ। দেউতাও এনেকুৱা মানুহ। বছিৰো।

সদলে-বদলে নৌকা-যাত্ৰা আৰম্ভ কৰাৰ সময়ত যশোৱাইঁত আহিছিল। চানুৰ আৰু ৰঞ্জুৱে মোক প্ৰশংসাৰে চাইছিল। মোৰ বৰ ভাল লাগিছিল। মোৰ ভাব হৈছিল যে আজিহে মই আচল স্বামী, আচল পিতৃ।

আমাৰ সকলোকে ৰেণু বেগমেহে আচৰিত কৰিছিল। তাই আমাৰ লগত যাবলৈকে সাজু হৈ আহিছিল। তাই মোৰ ওচৰলৈ আহি কৈছিল, "মই যদি যাওঁ?" মই কৈছিলোঁ, "ভাল কথা। আপোনাক এনেকৈ অহা দেখি মোৰ খুব ভাল লাগিছে। কিন্তু আমাৰ দুয়োৰে ভিতৰত এজন নেথাকিলে বিজনেছ কেনেকৈ চলিব? তদুপৰি ৰাজস্থান আৰু কলিকতাৰপৰা মহাজন দুটা অহাৰ কথা। তেওঁলোকক লগ পালে আপোনাৰহে উপকাৰ হ'ব। আমাৰ গোটেই নেটৱৰ্কটো — আমাৰ যোগাযোগ ক'ৰপৰা কিমানলৈকে সকলো বুজি ল'ব পাৰিব। তেতিয়াহলে আগলৈ আপোনাকো সেইবোৰ ঠাইলৈ পঠিয়াব পাৰিম। মাইকী মানুহ বুলিনো কি কথা? লগত কালীন্দ্ৰ, বীৰেণ বা গণেশৰ দৰে মানুহ লগত থাকিলে কিহৰ ভয়? সিহঁত খুনী হলেও বিশ্বাসী।"

মই ৰেণুলৈ চাইছিলোঁ। তাই খুব সাধাৰণ ছোৱালী এজনীৰ দৰে ওলাই আহিছিল। কাজল নঘঁহা চকু আৰু লিপ্‌ষ্টিক নঘঁহা ওঁঠ দুখনেৰে তাইক ৰামায়ণৰ কালৰ মৎস্যগন্ধা যেন লাগিছিল।

মোৰ কথা শুনি তাই ওঁঠত এটা নীৰস হাঁহি বিৰিঙাই কৈছিল, "বাৰু, মই ওভতোঁ। কিন্তু হঠাতে ওলাবগৈ পাৰোঁ।"

এই মানুহবোৰৰ কান্ধুলিজানলৈ যোৱাৰ আগ্ৰহ দেখি আৰু ৰেণুৰ সেই অচিন দুৰ্ভগীয়া মানুহবোৰলৈ দৰদ দেখি মোৰ অন্তৰশুদ্ধি হৈছিল। মোৰ আকৌ নিজক নিজে কোৱা ব্যাধিটোৱে উক দিছিল । মই খুব লাহে লাহে সৰু-সৰুকৈ কৈছিলোঁ, "চাই ল, প্ৰতাপী মুকুন্দ খাওন্দ। মই কঁহুৱামুখৰ মুকুনে কৈছোঁ, সকলো মানুহৰে আত্মাত ঈশ্বৰ আছে। তই আকৌ ধনৰ ছঁয়াময়া দেখি তাকে মানিব খোজা নাছিলি।"

মই শেষত ৰঞ্জু আৰু চানুৰৰ গাত হাত দি কৈছিলোঁ, "একো চিন্তা নকৰিবি। মই তাৰে মানুহ। পানীৰ স্বভাৱ বুজোঁ। চৰকাৰ আৰু বাতৰি কাকতৰ মানুহৰ কাৰণেহে কান্ধুলিজান যোগাযোগ নাইকীয়া হোৱা ঠাই, আমাৰ কাৰণে নহয়।"

পানীৰ কাছপিঠীয়া হোৱা ভয়ঙ্কৰ মূৰ্তি ধাৰণ কৰা ব্ৰহ্মপুত্ৰৰ ওপৰেদি আমাৰ সৰু-ডাঙৰ ছৈ থকা বা ছৈ নথকা নাওবোৰ কান্ধুলিজানৰ ফালে গৈ থকা অৱস্থাত মোৰ ভাব হৈছিল যেন আমি কোনোবা মোগল সেনাক নিপাত কৰিবলৈহে ৰণক্ষেত্ৰলৈ আগুৱাই গৈছোঁ।

ৰণ-ক্ষেত্ৰ। এৰা, ৰণক্ষেত্ৰ। বানে অনা প্ৰলয়ৰূপী শত্ৰুক নাশিবলৈ। মই যেন এই ৰণক্ষেত্ৰত সেনাপতি।

আৰু মই কোন? এনে এটা সন্তান যাৰ পিতৃ পৰিচয় নিজৰে অবিদিত। সেইবাবে বহু আগতে কাল হোৱা বৌটিলৈ মোৰ আক্ৰোশ নাই। ধুনীয়া বৌটি, গাভৰু বৌটি ...।

মোৰ যে কত কোমল-কঠিন চিন্তা! মোৰ মনত পৰিছিল তিনিযুগীয়া বুঢ়ী অৱন্তীয়ে কোৱা বৌটিৰ আখ্যান ঃ

... হে মোৰ গোঁসাই, কান্ধুলিজনীয়াহঁতৰ মনৰ খেলাৰ কি শেষ আছে? প্ৰলয় যেন বানপানীৰ মাজতো ইহঁতৰ মন বিয়াকুল কৰা ৰঙৰ খেলা চলি থাকে। সেইবাৰ বানটোও বৰ ভূইকঁপৰ পিছৰ বানটোৰ সমানেই ভয়ঙ্কৰ আছিল। তেতিয়া কান্ধুলিজান ঘাটৰ মালিক বলোৰাম ভৰালীৰ জীয়েকৰ ভৰ বয়স। গাত ডেকেৰী তেজৰ বান। মনৰ 'মেথাউৰি' ভাঙি ছিঙি পেলাব পৰা বিধৰ। মনত পৰিলে হাঁহিহে উঠে আৰু লগে লগে ৰঙৰ খেলাৰ মালিক সৰগৰ কামদেৱক 'পন্নিপাত' কৰিবৰ মন যায়। আপদীয়া বানত উপায় নেপাই মানুহ যেতিয়া গছৰ ফেৰেঙনিত থিতাপি লৈ তলৰ উত্ৰাৱল পানীবোৰলৈ ভয়েৰে চাই থাকে তেতিয়াও কান্ধুলিজনীয়াৰ 'ৰিদয়'ক ৰতি-কামদেৱে নেৰে। দুটাৰ বাপেকী হেমকান্ত আছিল এজোপা গছত, আমাৰ বলোৰাম ভঁৰালীৰ ছোৱালীজনী আছিল আন এজোপাত। ওচৰতে। সিহঁতৰ চকু দুহালিয়ে ইয়াৰ ভিতৰতে কি খেল খেলিলে, কোনে জানে? সিহঁতৰ মনৰ খাৰ-বাৰুদত পেৰেম অগনিৰ ফিৰিঙতি পৰি দাউ দাউকৈ জ্বলি উঠিল। এয়া আদি পৰ্বতে। বলোৰাম ভঁৰালী মহা বিপাঙত পৰিল। তাইৰ মাক আৰু চিন্তাত পৰিল। তাই পৈয়েকক দোষ দি ক'লৈ, "বোলো তেতিয়াই তাইক সেই জামুগুৰিৰ মনুৰামক দিব লাগিছিল। এতিয়া দেখিছোঁ ভাললৈ চাওঁতে গেলা বৰালিতহে হাত পৰিব। বয়স জানো তাইৰ কম হৈছে? লগৰ ছোৱালী দুই তিনিটাৰ মাক হৈছে। এৰা, তাইৰ চেহেৰাটোৱেই কাল হল। এনে অপেচাৰী যেন চেহেৰা আমাৰ নিচিনা মানুহৰ ঘৰত নুশুৱায়। বেয়া লক্ষণহে।"

পিছে তিৰোতাৰ ৰূপ জানো কম বস্তু? জলমৈৰ সুনন্দ খাওন্দে কঁহুৱামুখৰ বিৰাট পৰ্ব ভাওনাত খোল বজাবলৈ আহি বলোৰাম ভঁৰালীৰ ছোৱালীটি দেখি বোৱাৰী কৰিবলৈ মন মেলিলে। ৰাহি যোৰা মিলিল। বিয়া হ'ল। ছোৱালীটিয়েও

হোমৰ গুৰিত বহাৰে পৰাই আগৰ ৰঙৰ দাগবোৰ মচি পেলালে। পতিকেই পৰম গুৰু বুলি গইণ কৰি সংসাৰৰ ধৰম পালিবলৈ লাগিল। তাইৰ দেহাতো জীৱই থিতি ল'লে। পিছে ৰাহু-শনিৰ চাঁগে তাইৰ ইমান সুখ সহ্য নহল। হেমকান্ত গান্ধীৰ বন্দে মাতৰমৰ সময়ত জেল হল আৰু লগে লগে গোটেই কান্ধুলিজানতে তাৰ নামটো ভোটা তৰা হৈ জিলিকিল। সিফালে আমাৰ সুনন্দ খাওন্দ হ'ল গান্ধীৰ বন্দে মাতৰমৰ লগত অমত। ভলণ্টিয়াৰবোৰ শতৰু। সি গাঁওবুঢ়া। খাজনা মাফ পায়। আৰু লাপিলুপা চৰকাৰী সুবিধা আছেই। তাৰ তালৈ চৰকাৰী চৰিয়া-ৰিপুৱাবোৰ ভেশচন ধৰি আহে। সিহঁতৰ এটাই এদিন সুনন্দ আৰু পুতেক অৰবিন্দক ক'লে বোলে হেমকান্ত গান্ধীৰ ভলণ্টিয়াৰ হলেও তাৰ ভালেমান বদগুণ আছে। তিৰোতালৈ আকল বৰ বেছি। বলোৰাম ভঁৰালীৰ ছোৱালীজনীৰ লগত যিহে লেটিপেটিখন হ'ল!

এই কথা শুনাৰ লগে লগে বাপেক-পুতেকৰ মুখ দুখন কেঁহৰাজ বটা যেন হ'ল। খং-অপমানত। সিহঁতে তাইৰ একো কথা নুশুনিলে। ঘৰলৈ পঠাই দিলে। এয়ে পৰকীয়া পীৰিতিৰ দশা। পিছে তাই খাওন্দৰ ঘৰখনৰ কিজানি ঘৰ-লখিমী আছিল। তাই ঘৰ এৰাৰ পিছত সিহঁতৰ অথন্তৰ নুগুচা হ'ল। অৰবিন্দই বাওতলীত পলৰে কাতিমহীয়া মাগুৰ-কাৱৈ ধৰিবলৈ যাওঁতে পানী মেটেকা এডৰা চেৰাবৰ সময়ত তাক ফেঁটী সাপে খুটিলে। সি মৰাৰ বাতৰি পোৱাত তাই বাপেকৰ ঘৰত কপালৰ ফোঁট মচিলে, খাৰু কেইযোৰ খুলিলে। সেই ঘটনাৰ পাঁচ মাহৰ পিছতহে তহঁতৰ মুকুনৰ জন্ম .....

## সোতৰ

ৰেণু বেগমৰ গা ছাটিফুটি কৰিছে। তাই এৰি অহা গাওঁখনৰ মানুহবোৰৰ বিলাই-বিপত্তি কেনে হ'ব পাৰে অনুমান কৰিব পাৰিছে। আজি যদি ইৰ্শ্বাদ জীয়াই থাকিলহেঁতেন এই মানুহবোৰৰ কথা ভাবিবলৈ তাইৰ সুবিধাই নহ'লহেঁতেন। কিছুমান বিষয়ত ইৰ্শ্বাদ অতিশয় নিৰ্দয়। দক্ষিণ পাৰত ইৰ্শ্বাদে গঢ়া ৰাজ্যখনৰ কাম চলিয়েই আছে। অফিচত ধনৰ আদান-প্ৰদান হৈছে। তাই কাৰোবাক কাৰোবাক হুকুম দিবলগীয়া হৈছে। মানুহ পঠিয়াই আয়কৰ আৰু আবকাৰী বিভাগৰ বিষয়াৰ ভাবুকি নাইকীয়া কৰিবলগীয়া হৈছে। বেলেগ বেলেগ ঠাইৰপৰা ফোনত গোপন খবৰ আহি আছে। তাই উপস্থিত বুদ্ধি খটুৱাই সেইবোৰ জানি লৈছে। তাই কি উত্তৰ দিব লাগিব গোনাৰ পৰাহে শুনি লৈছে।

এইবোৰ কামত তাইৰ মন বহা নাই। তাই গোনাক লগত লৈ সোণাৰী ঘাটত বসবাস কৰা মানুহখিনিৰ ওচৰ ওলাইছেগৈ। এতিয়া চোৰাং কাৰবাৰৰ পইচাৰে আৰু ইৰ্শ্বাদৰ পইচাৰে পোহপাল গৈ থকা মানুহখিনিৰ কিন্তু ধৰ্মলৈ বৰ মতি। তাত এটা বৰ্‌ঢ়িয়া নামঘৰ আছে। অসমৰ আন কিছুমান নামঘৰৰ দৰে এইটো নামঘৰত গৰু-ছাগলী নোসোমায়। নামঘৰৰ থাপনাত দিনৌ বন্তি জ্বলে। পুৰা-গধূলি বুঢ়া দুজনমানে নাম গায়। ভাদৰ দুয়োটা তিথিতে ভাওনা হয়। মানুহবোৰে খোলতাল আৰু গীতমাতৰ চৰ্চা কৰে। তাতে তাই মেধিজনক সবাহ এটা পাতিবৰ বাবে পইচা দিলে। তাই ক'লে যে এই সবাহটোত যাতে কাঙ্কুলিজানৰ দুৰ্ভগীয়া মানুহখিনিৰ হৈ ভগৱন্তক চকু মেলি চাবলৈ প্ৰাৰ্থনা কৰা হয়।

তাই আমোলাপট্টিৰ মচিদটো পায়হি। তাই সেই মানুহখিনিৰ কুশলৰ অৰ্থে মমবাতি আগবঢ়ায়। ভালেমান মমবাতি কিনি চহৰৰ বাকীবোৰ মচিদত দিবলৈ মানুহ পঠিয়ায়।

বিয়লি বেলিকা ঘৰত এজনী মানুহ দেখি যশোৱাই তাইক আথে-বেথে বহিবলৈ দিয়ে। ৰূপহী তিৰোতা। ৰঞ্জুৱে চিনাকি কৰি দিয়াতহে যশোৱাই গম

পালে যে তায়েই ইৰ্শ্বাদৰ শেহতীয়া পত্নী আৰু সম্প্ৰতি ইৰ্শ্বাদৰ কাৰবাৰত হাত উজনি দিয়া বুকু ডাঠ তিৰোতাজনী। ৰেণু বেগম।

দুই-এষাৰ কথা পতাৰ পিছত দুয়োজনী তিৰোতা তেনেই আপোন হৈ পৰে। দীঘলআটীৰ যশোৱা আৰু দলৈচুবাৰ ৰেণুৱে কান্ধুলিজান অঞ্চলৰ এৰি অহা দিনবোৰৰ কথা উলিয়ায়। সিহঁতৰ কথাত কান্ধুলিজানে প্ৰাণ পাই উঠে। দলৈচুবাৰ এসময়ৰ পৰিশ্ৰমী খেতিয়ক কেৰামতৰ জীয়েক চহৰত বিলাসত থাকিও এই জীৱনক অন্তৰেৰে আকোৱালি ল'ব পৰা নাই। গাঁৱৰ চহা জীৱনৰ প্ৰতি মোহটো মনৰপৰা মচিব পৰা নাই। সেয়েহে যশোৱাৰ কথা শুনি ৰেণুৰ কান্ধুলিজানৰ চহা জীৱনৰ গোন্ধটো নাকত লাগিছে। বাৰীৰ বাবৰি-তুলসীৰ গোন্ধ, পদিনা-মছন্দৰীৰ গোন্ধ, আধা কেঁচা জাবৰ পোৰাৰ গোন্ধ, গোঁৰোৱা মৰাপাটৰ গোন্ধ, ধানৰ গোন্ধ, জুপুৰী ঘৰৰ গোবৰ-মাটিৰ গোন্ধ। সকলো গোন্ধ মিলি এটা প্ৰাণ জুৰ পেলোৱা গোন্ধ।

যশোৱাই কয়, "সেই ৰামো নাই, অযোধ্যাও নাই। মথাউৰি হোৱাৰে পৰা মাটিত সাৰ নোহোৱা হ'ল, খেতিৰ বস্তুত সাদ-সোৱাদ নোহোৱা হ'ল, মানুহৰ বিপত্তিও বাঢ়িল। মথাউৰি ভেদ কৰি অহা বানে পথাৰত বালি পেলাবলৈ ধৰিলে। বৰনৈৰ ইমানেই ৰোষ! আমাৰ এওঁতো সেই বাবেই কঁহুৱামুখ এৰিলে। অনুপে কয় বোলে মথাউৰি কেইটা দিয়াও হেনো ভুল হৈছে। মহাবাহু ব্ৰহ্মপুত্ৰক হেনো উগাৰিবলৈকে চল দিয়াহে হৈছে। চব অলগৰ্ধ ইঞ্জিনিয়াৰবোৰৰ কাম।"

ৰেণুৱে কয়, "আৰু ভাগিব পৰাকৈ বনোৱাতকৈ নবনোৱাই ভাল!"

যশোৱাৰ এবলকা বলকিবলৈ সুচল ওলায়। তাই কয়, "ইয়াৰ কেৰোণ বহুত। মথাউৰিৰ দুই-এডোখৰ ঠাই নিশকতীয়া দেখি খৰালিতেই মানুহে চহৰত ইঞ্জিনীয়াৰবোৰক কৈছিলহি। বাপধন এম-এল-একো কৈছিল। বহাগৰ আগ ভাগলৈকে কোনেও একো কাণসাৰ নিদিয়া দেখি ৰাইজেই নিশকতীয়া যেন দেখা ঠাইত টান মাটি দি মজপুত কৰিছিল। অনুপে কোৱা মতে এতিয়াও সেই কেইডোখৰ ঠাই ছিগা নাই। ছিগিল আন ঠাইত। এয়া বাবা ব্ৰহ্মপুত্ৰ আৰু আমাৰ কান্ধুলীজানৰো কাম নহয়। এই কাম কৰিলে দুটা পাতকীয়ে।"

ৰেণুৱে উৎসুক হৈ সুধিলে, "দুটা পাতকীয়ে? এনে কাম কৰা মানুহো থাকিব পাৰে?"

যশোৱাই ক'লে, "এৰা, দুটা কান্ধুলিজনীয়া পাতকীয়ে। নহ'লে শেহতীয়া পানীটো এনে যমকাল হ'ব নোৱাৰে। অনুপে সিহঁতৰ নামো ক'লে। সিহঁত এতিয়া ইয়াতে ফস্তি মাৰি আছে। ভাৰস্তত ভাল মানুহো আছে, অতি অধমো আছে। সিহঁত কোন জানে? দুটা মাছৰ মহলদাৰ। ভেবুৰাম নেওগ আৰু ঘিণাই পাচনি। অলপ দিনৰ ভিতৰতে হেনো পৰৰ পদূলি শুঙি ফুৰা ঢোদৰ পছলা দুটা মাতব্বৰ হৈ পৰিল। ৰাজনীতি কৰা মানুহৰ পিছ লৈ বহুত সুবিধা ল'লে। পাৰ্টিৰ মানুহ বুলিয়েই সিহঁতে কান্ধুলিজানৰ দুখন বিল ডাকি ল'ব পাৰিলে। ঘিণাইৰ ভাগত পাৰিল দলৈচুবা বিল আৰু ভেবুৰামে পালে জলমৈ। কিন্তু বিল দুখনৰপৰা যিমান মাছ আশা কৰিছিল সিমান মাছ নোলাল। কাৰণটো সিহঁতক চিলেটীয়া মাছুৱৈ এটাইহে বটাই দিলে। মথাউৰি থকা কাৰণে নদীৰ মাছ বিলত সোমাব নোৱাৰে। সেইবাবে খৰালিৰ আগতে সিহঁতে মানুহ লগাই এই মহাপাপ কৰিলে। দেছুৱালী জালোৱৈ দুটা ধৰা পৰিল। সিহঁতৰ মুখৰপৰা সকলো কথা ওলাই পৰিল। কাছৰ পিঠি যেন হৈ থকা বৰনৈখন আমাৰ কান্ধুলিজানৰ ওপৰত একেলাটে বৰষুণ হোৱা সময়তে বাগৰি পৰিল।...."

যশোৱাক লগ পাই ৰেণুৰ অস্থিৰতা বাঢ়িলহে। তাই মোহনা-ঘাট পালেগৈ। নিজৰ ঘৰৰ পৰাই এগৰাকী অপৰিচিতা মাইকী মানুহ ওলাই আহি কাক লাগে বুলি সুধিলে। মানুহজনী হয়তো তাইৰ দেউতাক কেৰামতৰ আন কোনোবা 'আবিষ্কাৰ' হ'ব পাৰে। এজনী স্বাস্থ্যৱতী আদহীয়া তিৰোতা। তাইৰ দেউতাক কেৰামত কালীৰ সাধক। সেইবাবে ৰাতি তাৰ ওচৰলৈ বিবিধ ধৰণৰ মানুহ আহি থাকে। তিৰোতাও বাদ নপৰে। কালী-সাধনাৰ সময়ত সি এটা অদ্ভুত শক্তি পায়। তাৰ মুখ-চকুৰ ৰূপেই বদলি হয়। সেই সময়ত সি সৰবজান হয় আৰু আনক বশ কৰিব পাৰে। কিন্তু এই তান্ত্ৰিক শক্তিক সি মাজে মাজে নিজৰ সম্ভোগৰ বাবে ব্যৱহাৰ কৰে। তন্ত্ৰৰ জৰিয়তে কেৰামতে এই বয়সতে কামাবেগ লাভ কৰিব পৰা ক্ষমতাৰ কথাও ৰেণুৰ অবিদিত নহয়। গতিকে এই তিৰোতাজনী কেৰামতৰ কেনে ধৰণৰ আপোন তাই ধৰিব নোৱাৰিলে। তাই নিজৰ পৰিচয় নিদিলে। তিৰোতাজনীয়ে ক'লে যে কেৰামত যি ঠাইলৈ গ'ল তাত প্ৰবল বানপানী। তাইহে ঘৰৰখীয়া। তাই কোন বুলি সোধাত তিৰোতাজনীয়ে মেহেঙা মেহেং কৰি গালত খাজ কটা হাঁহি এটা মাৰি ক'লে, "বাবুকে চূণ-কাৰবাৰত মদৎ কৰোঁ।"

তাই অসমীয়া নহয়। নতুন আমদানী। এই মানুহজনীয়ে ৰেণুক তেনেহলে তিনিটা নজনা খবৰ দিলেঃ (১) তাইৰ বাই-ভনী কেইজনী কাৰোবাৰ কাৰোবাৰ পত্নী হ'ল আৰু কেৰামত ঘৰত অকলশৰীয়া। (২) কেৰামতৰ দুজনী পত্নীক হয় তালাক দিয়া হৈছে নতুবা তাক এৰি গৈছে। (৩) তাৰ তেনেহলে আগৰ কাৰবাৰত হানি আৰু এতিয়া এইজনী মানুহৰ লগ লাগি চূণ আৰু মলা ধপাতৰ খুচুৰা কাৰবাৰত লাগিছে।

তাই ভাবিলে, আগ-গুৰি নেভাবি কাম কৰা, কামুক, সংসাৰৰ প্ৰতি উদাসীন, আচৰিত ধৰণৰ মানুহটোৱে তাইক নলভিলেই হ'ল। পিছে তাৰো নিজস্ব এটা মত আছে। সি ইৰ্শ্বাদক ঘৃণা কৰিছিল। তাৰ মতে ইৰ্শ্বাদ আছিল মাত্ৰ এটা ধন ঘটা যন্ত্ৰ। কাৰণ উপাৰ্জনৰ বাবে ঈৰ্শ্বাদে সহজে মানুহক হত্যা কৰিব পাৰিছিল। ধনৰ মোহত ৰেণু ইৰ্শ্বাদৰ পালঙ্ক-শায়িনী হোৱাৰ বাবে সি ৰেণুকো ভাল নেপায়। ৰেণুৱে ভাবি পায় যে তাইৰ লগত বাপেকৰ ভাল সম্পৰ্ক নাছিল। কাৰণ যি সময়ত ৰেণুৰ নব যৌবন ধনৰ বলি হৈছিল সেই সময়ত কেৰামতে বাপেক হৈয়ো নজনা ভাও ধৰি আছিল।

এতিয়া অৱশ্যে সেইটো কেৰামতৰে কাম্ভুলিজানলৈ দৰদ এটা থকাৰ প্ৰমাণ পাই ৰেণুৰ বাপেকৰ বিষয়ে নতুনকৈ ভাবিবলৈ ইচ্ছা গ'ল।

তাইৰ হেণ্ডুলীয়া এম্বাশ্বেডৰখন গোনাই চলাইছিল। মনচুৰ গা-ৰক্ষী হিচাপে আছিল।

সন্ধিয়া হ'ল। তাইৰ কিন্তু মৌচম মঞ্জিললৈ যাবলৈ ইচ্ছা নহ'ল। বাহিৰৰ বিচিত্ৰ জগতখনৰ লগত তাইৰ এনেদৰে অলপ অলপকৈ পৰিচয় হোৱাৰ পিছত তাইৰ মৌচম মঞ্জিলটো বন্দীশাল যেন লগা হ'ল আৰু দেশৰ হাজাৰ বিজাৰ স্বামীকে সৰ্বস্ব বুলি ভাৰসা কৰা সংসাৰ-পিঞ্জৰাবদ্ধ তিৰোতালৈ তাইৰ পুতৌ উপজিল। তাইৰ সাম্প্ৰতিক স্বতন্ত্ৰ অৱস্থাৰ বাবে মুকুন্দ আৰু পেহীয়েকৰ বয়সৰ সতিনীয়েক দুজনীৰ প্ৰতি কৃতজ্ঞ হ'ল।

আমোলাপট্টি চাৰিআলি পোৱাৰ লগে লগে তাই গোনাক হাতীধৰা বাগিছাৰ ফালে গাড়ী চলাবলৈ ক'লে। বাগিছাখনত তাইৰো এটা অংশ আছে। ইয়াৰ পৰিচালনাৰ বিষয়ে তাই কিছু কথা জনা উচিত; সকলো মেনেজাৰৰ ওপৰত এৰি দিব নোৱাৰি। অৱশ্যে হামিদে মেনেজাৰৰ ওপৰত চকু ৰাখে। কিন্তু তাৰনো

কি বিশ্বাস? আজি তাই সকলোৰে লগত চা-চিনাকি হ'ব। পিছতহে কোনটো বিভাগ কেনেকৈ চলিছে উৱাদিহ ল'বহি।

মজদুৰখিনিত বাদে সকলোৱেই মালিকনীক দেখা কৰিলে। বৃটিছ চাহাবে বিক্ৰী কৰা এইখন চাহ বাগিছাৰ এটা দীঘল ঘৰত ৰেলৰ ডবাৰ দৰে কিছুমান ঘৰ আছে। ইয়াত একালত চাহাবৰ খানাচামা আৰু পাহাৰাৱালাবোৰ আছিল। ইয়াত এতিয়া গোপন কাৰবাৰৰ লগত জড়িত ট্ৰাকবোৰৰ ড্ৰাইভাৰবোৰ থাকে। সিহঁতেও বাবুৱনীক দেখা কৰিলেহি। তাই সিহঁতৰ দুটামানক মৌচম মঞ্জিলত দেখা মনত পৰিল।

হামিদে এই বাগিছাৰ আটাইকেইটা বিভাগৰ কামৰ দেখা-শুনা কৰে। পোনতে এই বাব পাই সি ক্ষমতা-মতলীয়া হৈ কিছুমান অদ্ভুত অদ্ভুত কাম কৰিছিল। বেধুম মদ খাইছিল। কিন্তু এতিয়া অভিজ্ঞতাই তাক বিবেচক কৰি তুলিছে। তদুপৰি কৰ্তব্যৰ সময়ত সি মদ নেখায়।

ট্ৰাক ড্ৰাইভাৰবোৰৰ মাজত জগনুও আছিল। তাক দেখি গোনাৰ চকু থিয় হ'ল। গোনাৰ ৰূপ সলনি হোৱা দেখি জগনু আৰু ট্ৰাক ড্ৰাইভাৰ ৰতনলালে তালৈ ভয়ে ভয়ে চালে। জগনুৱে এটা অদ্ভুত কাম কৰিছে। সি বানপানীৰ সুবিধা লৈছে বুলিহে তাৰ সন্দেহ। জগনুৱে দিয়া খবৰটো গোনাই মুকুন্দকো জনোৱা নাই। ৰেণুক জনোৱাৰ প্ৰশ্নই নুঠে।

জগনুক পৰিচয় কৰি দিয়াৰ সময়ত গোনাই ৰেণুক এনেকৈ ক'লে, "এওঁ জগনু পিছে নাৱৰ ওপৰতহে থাকে। আজিকালি কিয় ইয়াত থাকে বুজিব পৰা নাই।"

জগনুৱে একো নেমাতিলে। ৰেণুৱে ক'লে, "এওঁক, মই আমাৰ তাত দেখিছোঁ। দেউতাই এওঁৰ কথা কয়। এওঁ হেনো বৰ সাহসী।"

ইয়াকে শুনি গোনাই ক'লে, "কিন্তু এওঁতকৈ কম সাহসীবোৰ পাঁচআলিৰ ঘাটৰ নাৱৰ ওচৰত আছে। চৌৰে এই সময়ত নাৱত কোবাই থাকে কাৰণে আমাৰ জগনুৱে নাৱত শুবলৈ ভয় পায় হবলা। বছিৰ নাই নহয়। সেই কাৰণেই। সিফালে বছিৰে পাটীৰ তিৰোতা এৰিও নাৱত শুইহে আৰাম পায়।"

জগনুৱে ক'লে, "সুবিধা পাইছে যেতিয়া কওক বাৰু।"

ৰেণু, হামিদ আৰু মনচুৰে গোনালৈ কৌতূহলেৰে চালে। সিহঁতৰ মতে গোনাই জগনুক অনৰ্থক গাজত লগা কথাকেইটা ক'ব নেলাগিছিল। ওঁঠ কটা হামিদে মিক্সাৰ এটা পকাই থুইৰে এঠা লগাই হুপিবৰ বাবে গোনাৰ হাতত দিলে। গোনাই খঙাল চকুৰে ড্ৰাইভাৰ কেইটালৈ চাই চাই মিক্সাৰডাল হাতত ল'লে। ৰেণুৱে তাৰ আচল মেজাজটো আজিহে গম পালে।

সিহঁত গাড়ীত উঠাৰ সময়ত ওঁঠ কটা হামিদে সুধিলে, "ইমান মেজাজ বেয়া হ'ল কিয়?" গোনাই ক'লে, "পিছত গম পাবা। আজি ৰাতি সাৱধানে থাকিবা। চব চকিদাৰক সাৱধান কৰি দিবা। আজি কোনোবা ধৰা পৰিবই।"

"মই একো বুজা নাই।" হামিদে ক'লে।

"কেতিয়াও নঘটা ঘটনা। আমাৰ অনিষ্ট হোৱাটো পিছ কথা, প্ৰাণৰো ভয়। ঘৰতে শত্ৰু। বিপদ ঘন হৈ আহিছে।" — গোনাই ক'লে।

"কথাটো কি?"

"আজি যদি সিহঁত এই কেইদিনৰ ভিতৰত পলাই নেযায়, তেনেহলে বুজিব লাগিব, মোৰ চব সন্দেহ ভুল। মুঠতে সিহঁতৰ ওপৰত চকু ৰাখিবা।"

"আন কেইটা কোন?"

"বোধকৰোঁ ৰতনলালহে।"

গোনাই জোৰেৰে গাড়ী চলাই দিলে। বাটত ৰেণুৱে সুধিলে, "সিহঁতে কি কৰিব খুজিছে?" গোনাই চমুকৈ ক'লে, "বিশ্বাসঘাতকতা।"

ক্ৰোধ আৰু আকস্মিক গাম্ভীৰ্য্যই গোনাক এটা সুকীয়া ব্যক্তিত্ব দিলে। ৰেণুৰ চকুত সি আকৰ্ষণীয় হৈ পৰিল। তাৰ পৌৰুষ দেখি তাইৰ গাত এক অজানিতে শিহৰণ উঠিল।

মৌচম মঞ্জিল পাই সি অফিচত সোমাল। পিছে পিছে ৰেণু বেগম। তাই বহাৰ পিছত সিও বহিল। সি এচুকত জমা হৈ থকা কাগজৰ মাজৰপৰা এখন কাগজ উলিয়াই পঢ়ি গ'ল।

কোঠাটোত মাথোন সি আৰু ৰেণু। তাই তাৰ মুখলৈ অলপ পৰ চাই সৰু সৰুকৈ ক'লে, "মই ইৰ্শ্বাদৰ তিৰোতা, মই ব্যৱসায়ৰ অংশীদাৰ। তোমাৰ ওচৰত মোৰ এয়ে মাত্ৰ পৰিচয়?ময়োতো এজনী তিৰোতা!"

সি কথাটো নুশুনা ভাও জুৰি নিজক নিজে কোৱাৰ দৰে ক'লে, "পূৰা বিশ কিলোগ্ৰাম। হাইঠা চাপৰি, উলুম'ৰা ৰ'দালি চাপৰি।"

তাই অপমান-বোধ কৰিলে। পুনৰ দোহাৰিলে, "তিৰোতা হিচাবে তোমাৰ ওচৰত মোৰ মূল্য নাই?"

গোনাই অন্যমনস্ক হৈ ক'লে, "মই তেজৰ গোন্ধ পাইছোঁ। তেজ! খুন!!"

তাই নিজক অৱহেলাৰ যোগ্য বুলি নেভাবিলে। তাইৰ চকু সজল হ'ল। দেহত মৃদু কম্পন। তাই গোনাৰ বুকুত মূৰটো গুজিলে।

কেৱল ভেবুৰাম আৰু ঘিণাইৰ মানুহে মথাউৰি ভঙাৰ কাৰণেই কান্ধুলিজানত এই ক্ষয়ঙ্কাৰী বান হোৱা নাছিল। এই কথা আংশিক সত্যহে। সিহঁতে দলৈচুবা আৰু জলমৈ বিলত সহজে পানী সোমাওক বুলি দুই এঠাইত কোৰেৰে চাব মৰা অৱস্থাত দুই একে দেখিছিল। কিন্তু তাৰ আগতেই মথাউৰিৰ উচ্চতাৰ লগত মিলি থকা নদীৰ পানীয়ে বেঁকা হৈ থকা তিনিটা অংশ ভাঙিছিল। লগে লগে কঁহুৱামুখ, পহুকটা, জামুগুৰি আৰু দলৈচুবাত হাঁহাকাৰৰ সৃষ্টি হৈছিল।

উজনি অসমত ভাদৰ মাজ ভাগতো ঘোৰ বাৰিষাৰ বৰষুণ। নেৰানেপেৰাকৈ এসপ্তাহ। নোহোৱা-নোপোজা কথা। আজিকালি বতৰে নিয়ম নমনা হৈছে। ঘোৰ বাৰিষাও এপষমান খৰ হয়; ইফালে জাৰকালিও মুষলধাৰে বৰষুণ পৰে। চব সলনি হৈছে। মানুহবোৰ অধৰমী হ'ল কাৰণে। এয়া ঘোৰ কলিৰ চিন বুলি তিনি যুগীয়া বুঢ়ী অৱন্তীয়ে সকলোকে কয়।

তদুপৰি বৰ লুইতো বন-জঙ্ঘলৰ মাজেদি আহোঁতে মাটি-বালিও লগতে আনিলে। মানুহে পৰশুৰামৰ কুঠাৰেৰে বহুত ঠাইত মাতৃ বনদেৱীক হত্যা কৰিবলৈ ধৰিলে। গতিকে বৰষুণৰ পানীৰ লগত বননিৰ উকা অংশৰ মাটি-বালিও পৰিলহি। ফলত বৰ লুইতৰ তলিখন ওপৰলৈ উঠি আহিল আৰু বৰ লুইতে কম পানীহে ধৰি ৰাখিব পৰা হ'ল। সেইবাবে পানীৰ হেঁচাই পাৰৰ মাটি পুৰাই পুৰাই খহায় আৰু ফিন্দ খোৱা পানীয়ে মথাউৰি ভাঙে। প্ৰলয়-পয়োধিসদৃশ বানে মানুহক জীয়াতু ভোগায়।

সেয়েহে এই ভাদত কাঞ্চুলিজানত আচৰিত ধৰণৰ বৰষুণ, আচৰিত ধৰণৰ বান। তাৰ তুলনাত ঠিকাদাৰ ইঞ্জিনিয়াৰে বনোৱা মথাউৰি তিনিটা চেপা পাতিবলৈ বনোৱা আলিহে।

এই বিপদৰ আগজাননী অৱন্তী বুঢ়ীয়ে আগতেই পালে। মানুহবোৰেহে তিলকে তাল কৰা, উই হাফলুক পাহাৰ কৰা বুঢ়ীৰ কথা বিশ্বাস নকৰিলে। তাৰ ফল সিহঁতে হাতে হাতে পালে।

অৱন্তী বুঢ়ীয়ে কৈছিল, "ভাদতো বাঁহৰ আগলৈকে পৰুৱা উঠিছে, বোপাইহঁত। গাঁতৰ ভিতৰত লৰা-ঢপৰা কৰা পৰুবাবোৰৰ মুখত কণী দেখিছনে নাই? এইবোৰ পৰুৱা শাৰীপাতি থৰকাচুটি নোহোৱাকৈ ভেটিৰ ওপৰত কিয় উঠিছে, জান? কথা বিষম। কলি কাল চমু চাপি আহিল। হোৰা-হোৰে বৰষুণ পৰিব, প্ৰলয়ৰ ধুমুহা হ'ব, সাগৰৰ সমান বান হ'ব।"

বুঢ়ীৰ নাতিবোৰে ফিচিঙা ফিচিঙিকৈ হাঁহিছিল। তেতিয়া বুঢ়ীয়ে কৈছিল, "অঁ, হাঁহিছ? পিছতহে এই মৰিব নজনা বুঢ়ীক সুঁৱৰিবি। আৰু পৰামাণ আছে। এই কেইদিন গৰু-গাইবোৰে অকাৰণতে হেম্বেলিয়াই থকা কাণত পৰা নাই? মেকুৰীবোৰেও কেচুৱাৰ নিচিনাকৈ কান্দিছে। কুকুৰবোৰেও ৰেওচি জুৰি ভেউ ভেউ কৰিছে। আকাশত ইমানবোৰ চিলনী শগুণ তহঁতে আগতে দেখিছিলি? অমাত জীৱৰ মহিমা এই ফুকলীয়া অৱস্থাত তহঁতে কি বুজিবি? সিহঁতে ধুৰুপ ঘোৰ অথন্তৰৰ চিন দেখিছে ....।"

তিনিমূৰীয়া বুঢ়ীৰ তিনি যুগৰ অভিজ্ঞতাৰ মূল্য আছে। এনেকৈ কোৱাৰ দুদিনৰ পিছতেই তাৰ ফল মিলিল।

কাঞ্চুলিজান আৰু বৰ লুইতৰ ওপৰত ইন্দ্ৰ দেৱতাৰ মেঘ। মেঘৰ ধ্বনিত কাঞ্চুলিজান নৈৰ ভাঁজে ভাঁজে আৰু বাঁহতলীবোৰত গুৰুগম্ভীৰ ডম্বৰু বাজে। ৰাক্ষসীৰ ৰূপ লৈ ধুমুহা আহে। ৰাক্ষসীয়ে হোঁহোঁৱনি তুলি নৃত্য কৰে। তাই পাগলী মাখুন্দীৰ দৰে, দীঘল- শিঙীয়া বনৰীয়া ম'হৰ দৰে, বাটৰ সকলোকে তহিলং কৰি বিজুলী বেগে কাঞ্চুলিজান সোমাইছেহি। গছ ভাগিছে, ডাল-পাত লগে লগে উৰি গৈছে, শিপাৰে সৈতে বৰ বৰ গছবোৰ উঘালি পৰিছে। বাঁহবনত কঁপনি উঠিছে। নাৰিকল আৰু তামোল গছবোৰে যুঁজ দিছে — হালি জালি। খেৰী ঘৰৰ চাল উৰি গৈছে।

মেঘৰ গৰ্জনত প্ৰলয়ৰ হুঙ্কাৰ। চকু চাঁট মৰা বিজুলী। নদীৰ বুকত অস্থিৰ কম্পন। তাৰ পিছত বৰষুণ। এনে বৰষুণ কান্ধুলিজনীয়াই দেখা মনত নপৰে। বতৰৰ দেৱতাই যেন কলহৰ মুখেৰেহে পানী ঢালিছে। প্ৰায় ন দিন ধৰি।

মথাউৰি ভাগিছে। দঁতাল হাতীৰ কিৰিলিৰ দৰে, অসুৰৰ ৰণধ্বনিৰ দৰে শব্দ কৰি গাঁও আৰু পথাৰলৈ প্ৰবল বেগে বানপানী সোমাইছে। ৰ'দত উত্ৰাৱল পানীবোৰে নাচিছে। এতিয়া কান্ধুলিজানৰ সেউজ-সুন্দৰ গাঁওবোৰত সাগৰসংকাশ ঘোলা পানীৰ ঢৌ। ঘৰৰ চালেদি পানী বৈছে। চৰণীয়া বড়ি ডুব গৈছে। গৰু-গাই-ছাগলী মৰি ঢোল যেন হৈ ফুলি বাঁহতলীত ঠেকা খাই ৰৈ গৈছে বা কিছুমান উটি গৈছে। মানুহ মৰিছে। ৰেডিঅ'ৰ মতে দুটা। বাচি থকা মানুহৰ মতে বহুত। ডেৰ কুৰিমান। মানুহ গছৰ ডালত উঠি অনাহাৰে আছে। তলত সমুদ্ৰ। সিহঁত জাৰত কঁপিছে। ৰ'দেও সিহঁতৰ ছাল পুৰিছে। গছৰ ওপৰত উঠি থকা মাকৰ কোলাৰপৰা টোপনিত কেচুৱা টুপুককৈ তলৰ বানপানীত পৰিছে। গৰ্ভৱতী তিৰোতাৰ গছতে প্ৰসৱ হৈছে।

মুকুন্দৰ মোমায়েক মোহোদৰো গছৰপৰা পৰি মৰিল। পৰফুল খুড়ায়েকৰ জীয়াৰী ফুলৰ প্ৰথম শিশুটো গছৰ ডালতে উপজিল। পিছে মাকহে নেবাচিল। তাৰ পেহীয়েক পুতেকহঁতৰ সৈতে নাৱত উঠি মথাউৰিৰ ফালে আহি আছিল। এনেতে পানী মেটেকাৰপৰা বগাই আহি সাপ এটা নাৱত উঠিলহি। সকলোৱে হুৱা-দুৱা লগালে। তথাপি বোৱাৰী এজনীক খুটি থৈ সাপটো টুপুক কৰে পানীত পৰিল। বোৱাৰীজনী এতিয়া মথাউৰিতে ভয়ত পেপুৱা লাগি আছে। সাপে বিষ-দাঁত বহুৱাবলৈ সময় নেপালে বাবেই বাৰুকৈ তাই বাচিল। তাৰ ককাক বলোৰাম ভঁৰালীৰ পেট-মোচা নাতিটো পানীতে পেলাই দিবলগীয়া হ'ল। তাৰ পেটটো উফন্দি ঢোল যেন হৈছিল। সি বটিয়াই মৰিল। যশোৱাৰ ভনীয়েক সুভদ্ৰাৰ গা বন্ধ অৱস্থাত আছিল। নাৱত আহি থাকোতে তাইৰ মূৰ ফুৰণি উঠিল। তাই নাৱৰপৰা পৰি গ'ল। বাৰুকৈ মানুহ এটাই এটা জাপ মাৰি নামি তাইক উদ্ধাৰ কৰিলে। কিন্তু তাইৰ ভৰি দুখন বেয়াকৈ জখম হ'ল। এতিয়া লেকেচিয়াই লেকেচিয়াই খোজ কাঢ়ে আৰু পেটত অসহ্য বিষ। পেটৰ সন্তানটো কিজানি নষ্ট হ'ল।

হলিৰাম বায়নৰ গাত ঘৰৰ চ'তি এডাল পৰিল। তাৰ কান্ধ বেঁকা হৈ গ'ল। সি এতিয়া যুৰীয়া নামঘৰত কেঁকাই গেঁথাই পৰি আছে। হলিৰাম মুকুন্দৰ দূৰ সম্পৰ্কীয় ককাক। হলিৰাম আৰু বলোৰাম ভৰালীৰ বংশ একেটা। দলৈচুবাৰ চিৰাজে গৰু চৰাই আছিল। তেতিয়াই তাক বানে আগুৰিলে। তাক সোঁতে উটুৱাই নি পমা গছ এজোপাত খুন্দিয়ালেগৈ। তাক মানুহে ঘাৰ-মোচোকা খাই মৰি থকা দেখা পালে। কাৰৈমাৰী পাঠশালা স্কুলৰ মাষ্টৰণী হানিফাক চাঙৰ ওপৰতে চিকাই কামুৰিলে। তাইৰ অৱস্থা ভাল নহয়। জলমৈৰ সাতটা কেচুৱা আৰু নটা বুঢ়া-বুঢ়ী মৰিল। অৱন্তী বুঢ়ী কিন্তু বাচিল। অমঙ্গলৰ আগজাননী দি বুঢ়ীয়ে সেইদিনাৰপৰা যুৰীয়া নামঘৰত থাকিবলৈ ল'লে।

যশোৱাৰ গাঁও দীঘলআটীত মৃত্যুৰ সংখ্যা দহ, মুকুন্দৰ গাঁও কঁহুৱামুখত তাতকৈ কম। ছটা। দেউতাইঁতৰ গাঁও কাৰৈমাৰীত সাতটা মৰিছে। তাৰে দুটা বেমাৰী মানুহ আছিল।

ঘোঁৰাচুঙী, ভোগজৰা আৰু জামুগুৰিৰ অৱস্থাও তথৈবচ। বান অহাৰ তিনি দিনৰ পিছত ঘোঁৰাচুঙীৰ মোহন কমাৰ, ভোগজৰাৰ অহিৰ হাজৰিকা আৰু জামুগুৰিৰ হাবুলা গোসাঁই আশ্ৰয় লোৱা ঠাইতে মৰিল। শ কেইটা শগুণ-চিলনীৰ ভোজ হ'ল। এই তিনিওজন পিত্তৰোগী। অনাহাৰে থকা কাৰণেই তেওঁলোক মৰিল।

মুকুন্দই আৰু দুখৰ কাহিনী কিমান শুনিব ? বানে বাৰুকৈ গান্ধী বড়ি আৰু বেলতলবড়ি বুৰাব নোৱাৰিলে। বুৰুওৱাহেঁতেন মথাউৰিৰ ওপৰত মানুহবোৰৰ আৰু আলাই-আথানি হ'লহেঁতেন। মুকুন্দৰ বানতকৈ পৰৰ ছাল টানি খোৱা মানুহ কিছুমানলৈহে ৰোষ বেছি হৈছে। সি শুনিলে যে চৰকাৰে হেনো অনাহাৰে থকা মানুহবোৰৰ বাবে খাদ্য পঠাইছিল। কিন্তু ডাক্তৰ আৰু মাটি হাকিম এটাৰ লগ লাগি পাৰ্টি কৰা মানুহ দুটামানে বেছি ভাগ খাদ্য আত্মসাৎ কৰিলে। অলপ মানুহেহে এই সাহায্য পালে।

স্বাধীন দেশৰ মানুহ যে এনে স্বাৰ্থপৰ আৰু নিৰ্দয় হ'ব পাৰে মুকুন্দই প্ৰথম জানিব পাৰিলে। তাৰ নিজকে চোৰাং বেপাৰ কৰা কাৰণে অপৰাধী যেন নেলাগিল।

খাদ্য-সামগ্ৰী ভৰা চোৰাং কাৰবাৰীৰ নাওবোৰেই হ'ল এই দুৰ্ভগীয়া মানুহবোৰৰ সাৰথি। অভগন বস্তু। মথাউৰিৰ ওপৰত চকুৰ তলত জুই জ্বলিল। সেইদৰে যুৰীয়া নামঘৰ, গান্ধীবড়ি আৰু বেলতলবড়িতো। মুকলি আকাশৰ তলত বতাহ-বৰষুণত তিতি তিতি, ৰ'দত ডেই গৈ এই অনাহাৰী মানুহবোৰ গোগ্ৰাসে ভাত-আঞ্জা-তৰকাৰী খাই পেট পূৰালে। মুকুন্দই দুই-এটা মানুহে কোৱা শুনিলে, "মৰিম বুলিয়েই বৈ আছিলোঁ। কিন্তু এইবাৰলৈ বাচিলোঁ। মুকুন আৰু তাৰ মানুহখিনি মানুহ নহয় দেৱতা। অথচ এই মুকুনেই সমনীয়াৰ নিন্দাত ইচকুল পঢ়িব নোৱাৰিলে......।"

মানুহবোৰৰ কাতৰ অৱস্থাত শলাগ শুনি মুকুন্দৰ চকু সেমেকিল। সি ভাবিলে, কান্ধুলিজনীয়াৰ বিলাই-বিপত্তি আৰু আছে। সিমসিমীয়া বৰষুণ চলি আছে। পছোৱাই পুনৰ বৰষুণ আনিব পাৰে। কেইআঙোলমান শুকুৱা বানটো পুনৰ বাঢ়িব পাৰে।

দিনে দুখনকৈ নাও পাঁচআলিঘাটলৈ গৈ খোৱা বস্তু আনি আছে। তথাপি মানুহৰ হাঁহাঁকাৰ কমা নাই। দিনে দিনে ব্যাধি আৰু মৃত্যুৰ শোকাবহ খবৰ। কিছুমানৰ টান নৰিয়া। পেট চলা বেমাৰ। নিউমোনিয়া। সন্নিপাত। মুকলি আকাশৰ তলত ৰ'দ-বৰষুণৰ প্ৰকোপত খেতিয়ক পৰিয়ালৰ মানুহৰ দেহা হলেও কিমাননো সহিব? যোগাযোগ বিচ্ছিন্ন হোৱাৰ অজুহাত দি বাহিৰৰ পৃথিৱীখন নিৰ্বিকাৰ হৈ বহি আছে। অনুপ কলিতাই কৈছে, "কান্ধুলিজনীয়া যদি বিদ্ৰোহী ধৰণৰ হৈ সমাজক মাজে মাজে ভবাই তুলিলেহেঁতেন আজি ওচৰৰ বাম গাঁও কেইখনত আশ্ৰয় শিবিৰ হলহেঁতেন!"

ইফালে নাৱৰ ছৈৰ তলত শুই ইমান বছৰ আৰামত থকা মুকুন্দ খুব দুৰ্বল হৈ পৰিছে। তাৰো এটা টান বেমাৰ হব বুলি বছিৰহঁতৰ ভয় হৈছে। বছিৰে, কৈছে, "তই যাগৈ।" কিন্তু নিজৰ ঠাইৰ মানুহখিনিক এনে অৱস্থাত এৰি যাবলৈ তাৰ সত যোৱা নাই। তাৰ মনোবল অটুট হৈ আছে। সি কৈছে "কান্ধুলিজানৰ ল'ৰা হৈ ৰ'দ-বৰষুণ আৰু বানপানীলৈ তোচ ল'লে হবনে?" সি উপায় চিন্তি উপায় পাই গৈছে। তাৰ মনত পৰিছে কেইটামান চাপৰিলৈ। পহুকটা, নিমাতী আৰু হাইঠাচাপৰি, তাহানি ইংৰাজৰ দিনতে সৃষ্টি হোৱা চাপৰি। ওখ আৰু বাঁহ-কাঠেৰে জয়াল। শৰণ খেৰো আছে। নিশ্চয় বৰ লুইতে এইবোৰ চাপৰি বুৰুৱা নাই।

দুদিনৰ পিছত নাওভৰ্ত্তি কেঁচা শৰণ খেৰ আহিল। বছিৰহঁতে ভাবি চিন্তি চাই এনাওহে ভলুকা বাঁহ আনিলে। তাকে দেখি মুকুন্দৰ খং নুঠিল। কাৰণ যুৰীয়া নামঘৰ আৰু বেলতলবড়িৰ ওচৰৰ বাঁহনি কেইডৰাত একাঠুতকৈ কম পানী আছিল।

কান্ধুলিজনীয়া ডেকা ল'ৰাহঁতে তাৰপৰা নাও বোজাই কৰি বাঁহ আনিলে। মুকুন্দৰ বুদ্ধি কামত আহিল। খুব কম সময়ৰ ভিতৰতে অনিদ্ৰা আৰু অসহনীয় দুৰৱস্থাত থকা দুৰ্ভগীয়া মানুহবোৰে মূৰৰ ওপৰত এখন চাল পালে। বেলতলবড়ি, গান্ধীবড়ি আৰু মথাউৰিত ভালেমান চালি হ'ল। চৰুৰ তলতো জুই জ্বলি থাকিল।

দূৰ সম্পৰ্কীয়া নাতি এটাই যুৰীয়া নামঘৰৰপৰা অৱন্তী বুঢ়ীক মথাউৰিলৈ আনিলে। যুৰীয়া নামঘৰত পোনতে মুকুন্দক দেখাৰ সময়ত বুঢ়ীয়ে তাকে গালে-মুখে হাত ফুৰাই চুমা খাই আশীৰ্বাদহে দিলে। তাইৰ কথা ক'বলৈ আৰু সি শুনিবলৈকো সময় নাছিল। মথাউৰিত মুকুন্দক দেখি ওচৰতে বহি তাৰ ফালে ৰ লাগি চাই থাকি থোকাথুকি মাতেৰে অৱন্তী বুঢ়ীয়ে ক'লে, "নাতি, ল'ৰা, তয়ে আমাৰ ৰাইজৰ কিৰপাৰ সাগৰ হবি। নহয়নে শিঙৰা? মই পূৰ্বৰেপৰা কৈ আহিছোঁ বোলো ল'ৰাটোৰ গাত ৰাজ-লইখুন। আশীৰ্বাদ কৰিছোঁ বোপাই, তই এদিন হৰিচন চাহাবৰ (বৃটিছৰ দিনৰ উপায়ুক্ত) দৰে ৰজা হ'বি। মাৰে জীৱনটোত ইমান সন্তাপ পালে ঐ! নীচ তলখুচৰীয়া মানুহবোৰে টৌটোকে ৰৌটো কৰিলে! বেচেৰীৰ গাত বেয়া কালিমা সানিলে, তোক জহৰা পাতিলে। পিছে এতিয়া জহৰা ল'ৰাৰ অন্ন খাইছ কিয়? সি সজোৱা চালিৰ তলত আছ কিয়? তেতিয়া ইমান অবুজন আছিলি কিয়? আৰু সি অৰবিন্দও অবুজন।"

বুঢ়ীৰ মুখৰপৰা মুকুন্দৰ জনম কাহিনীৰ আৰম্ভণি শুনি আৰু সিহঁত থাকিলে মুকুন্দই লাজ পাব বুলি ভাবি ওচৰতে বহি থকা ঘোঁৰাচুণ্ডীৰ শিঙৰা আৰু নিমাতীৰ টেপুৰাম থিতাতে আঁতৰিল। মুকুন্দই বুঢ়ীৰ কথাৰ সোঁত বদলাবলৈকে সুধিলে, "আইতা, আগতে কওক, গা-মূৰ ভালে আছেনে? চকুৰে ভালকৈ মনেনে?"

অৱন্তী আইতা তাৰ বেছি কাষ চাপি বহিল। তাৰ মুখলৈ তন্নতন্নকৈ চাই ক'লে, "মোৰ দৰে দুৰ্কপলীয়া বুঢ়ীক যমেও নেদেখা হ'ল। পাহৰিলেই কিজানি। নহ'লেনো ইমানবোৰ দুখ দেখিবলৈ এতিয়ালৈকে বাচি থাকোনে? ভৰ যোৱান

পোৰ মূৰ খালো, নাতি-নাতিনীৰ মূৰ খালোঁ। এতিয়া আকৌ ঘোৰ কলিত মানুহৰ নৰক যাতনা দেখিলোঁ। চকুৰেও দেখোঁ। পিছে মূৰ তুলি হঠাতে কিবা এটা চালে গোটেইখন ধোঁৱা কোঁৱা দেখোঁ। মোক মৰিবলৈকে খাটিব লাগে। কিয় বেৰাম-বিয়াধিৰ কথা সুধিছে? তোৰ ওচৰলৈ আহিছোঁ সেই পাক লগোৱা আইখানটো আঁৰ মাৰি ক'বলৈহে। মুকুন, লোকৰ কথা শুনি নিজৰ জনমৰ আইখানটোৰ বাবে নিজক পুতৌ নকৰিবি। বেয়া কথা হব। কথাটো শুনঃ মাৰ আছিল গুণত লখিমী, ৰূপত মেনকা। সেই কাৰণে ইমানবোৰ বুবু-বাবা। পিছে বোপাই, তাইৰ হেমৰ লগত মনৰহে হৰক-তৰক। গাটো পিছে চম্ভালি ৰাখিছিল। কাম্ধুলিজানৰ কোনো যোৱান কালত মনৰ খেলা নেখেলে? কোনোবাই এই ৰঙৰ খেলা নাই খেলা বুলি পুথিত হাত দি শপত খাই ক'ব পাৰিব? এনে ঘোৰ বানতো এতিয়া ইয়াত চাগৈ মনৰ পীৰিতিৰ খেলা চলি আছে। এই মানুহবোৰৰ মাজত জানো পৰকীয়া কেলেঙ্কাৰী চলি থকা নাই? আৰু ডেকা-গাভৰুবোৰৰ কাছুৰ তেজৰ দৰে তেজ শীতল হৈছে জানো? তয়ে জানো যশোৱাক লৈ কম 'উতালল' হৈছিলি? মুঠতে তই অৰৰে (অৰবিন্দৰে) পো। সি অৰ জীয়াই থকাহেঁতেন .....”

তিনিযুগীয়া বুঢ়ীৰ মহাভাৰত শেষ নহয়হে নহয়। সি তাইলৈ চাই নিৰ্বিকাৰ হৈ শুনি থাকিল। তাইৰ জুটুলি চুলিবোৰ পকা। ওঁঠৰ কোণ দুটা নামি আহি থুঁতৰি মিলিছেহি। কুঁজা পিঠিখনত মঙহৰ সঁচ নাই। সোতোৰা-সুতুৰি জাল যেন গাৰ ছালে বাৰ্দ্ধক্যক আৰু আপচু কৰিছে।

সিহঁতে এনেতে মথাউৰিত থকা দূৰৈৰ চালি এখনৰপৰা তিৰোতা মানুহৰ হায়ৈ বিয়ৈ শুনিলে। বুঢ়ীয়ে সচকিত হৈ সেই ফালে খোজ দিলে। পাছে পাছে মুকুন্দ। জামুগুৰিৰ লোচনে তাক খবৰ দিলেহি যে কোনোবা ৰুকুনীৰ কেচুৱাটো হাত-ভৰি এছাৰি কোলাতে মৰিল।

অনাহাৰ, ব্যাধি, মৃত্যু আৰু যন্ত্ৰণাৰ অভিশাপ দি প্ৰলয়ৰূপী বান শুকুৱাৰ পিছতো কাম্ধুলিজানৰ নৰকসদৃশ ৰূপ দেখি মুকুন্দ অতিশয় বিচলিত হৈ পৰিল। গাঁৱৰ ঘৰবোৰৰ কিছুমান মূৰ দাঙি উঠিল। কেবাদিন ধৰি তিতি থিয় হব পৰা ঠাই এডোখৰ নোহোৱা হ'ল। তাত চাৰি-পাঁচ আঙোল বোকা। গৰু-গাই, হাঁহ-ছাগলী আৰু মানুহৰ মৰা শ দেখা গ'ল। ঘাঁহ আৰু সজাল ধৰা ধান পঁচিল। চাৰিওফালে

মাথোন পঁচা দুৰ্গন্ধ। ভঁৰালবোৰৰ আশে পাশে ধান কিছুমানৰ গজালি ওলোৱা দেখা গ'ল। কেইখনমান পথাৰ ছাটি ধৰিলে। কাঙ্খুলিজনীয়া আকৌ নিঠৰুৱা হ'ল।

হিজল, পমা, চতিয়না আৰু বেল গছৰ ওপৰত বহি অসংখ্য কাউৰীয়ে ৰমলিয়াবলৈ ধৰিলে। মাটিলৈ জাকে জাকে চৰাই নামি পোক আৰু বাম পানীত ৰ'দৰ তাপত মৰা মাছবোৰ খাবলৈ লাগিল। নৰক যেন কাঙ্খুলিজান চৰাই-চিৰিকতিৰ বাবে উৎসৱৰ ঠাই হ'ল। এই নৰক ভূমি শগুণ-চিলনীৰ স্বৰ্গ হৈ পৰিল।

আহিল মাৰীমৰক। হাইজা, সন্নিপাত, বসন্ত। আকৌ যন্ত্ৰণা, আকৌ মৃত্যু।

এতিয়া কাঙ্খুলিজানৰ বদ্বীপ যেন ঘাটত মুকুন্দহঁতৰ তিনিখন নাও।

— সেই ডাক্তৰটোৰ নাম কি আছিল? — মুকুন্দই সুধিলে।

— হাবুল বৰুৱা। খলিহামাৰীত থাকে। ঘৰত এক্স-ৰে এটাও আছে। বছিৰে ক'লে।

মুকুন্দই বছিৰৰ হাতত ৰিভলভাৰ এটা দি ক'লে, "তাৰ তালৈ যাবা। ইয়াত হোৱা বেমাৰবোৰৰ কথা ক'বা। তাক লৈ আহিবা। কেৱল মুখখন লৈ আহিলে নহ'ব। দৰব আনিব লাগিব। আগৰ দৰবোৰ সি বেচিলে। যদি নাহে, গুলী কৰি খতম কৰি দিবা। প্ৰাইভেট ডাক্তৰ এটা লৈ আহিবা।"

হাবুল বৰুৱা আৰু লগতে আন এটা এটা ডাক্তৰো আহিল। মুকুন্দৰ দেখি আচৰিত লাগিল যে এখন নাৱত গোনাৰে সৈতে মফিকা, জাহিৰা আৰু ৰেণুও ওলালহি।

— বেগম, সকলো ঠিকেই আছেনে?

— আছে। কিন্তু ....

— বিপদ?

— ইন্‌কম টেক্সৰ মানুহে মৌচম মঞ্জিল 'ৰেইড' কৰিছিল।

মুকুন্দ বিব্ৰত হ'ল। আয়কৰ বিভাগৰ সকলোখিনি কথা শুনাৰ পিছতহে তাৰ চিন্তা পাতলিল। গোনা আৰু ৰেণুৱে ঘটনাটোৰ পূৰ্ণ বিবৰণ দিলেঃ

অলপতে বদলি হৈ অহা কৰ বিভাগৰ সহকাৰী আয়ুক্তজন হেনো বৰ কাৰা। সি মৌচম মঞ্জিল ৰেইড কৰাৰ হুকুম দিলে। কিন্তু আয়কৰ বিষয়া প্ৰসন্ন

মজুমদাৰ মুকুন্দহঁতৰ মানুহ। তেওঁ 'ৰেইড' কৰিব বুলি আগতে ফোন কৰি জনালে। গতিকে লৰালৰিকৈ টকা পইচা, গোপনীয় হিচাব পত্ৰ আদি আঁতৰোৱা হ'ল। ফলত 'ৰেইড' কৰা পাৰ্টিয়ে মাত্ৰ বিছ হেজাৰ টকাহে পালে আৰু আচল হিচাবৰ বহীখনো পাই গ'ল। সেই বহীখনৰ ভিত্তিত আয়কৰ বিভাগে ইৰ্শ্বাদৰ পৰিয়ালটোৰ বিৰুদ্ধে গোচৰ তৰিব।

মুকুন্দই লক্ষ্য কৰিলে যে গোনা আৰু ইৰ্শ্বাদৰ তিনিও গৰাকী ঘৈণীয়েক যথেষ্ট বিব্ৰত।

ৰেণুৱে শেষত ক'লে, "আপোনাক পাইহে মুখলৈ জীপ আহিছে। আপুনি আজিয়েই আমাৰ লগত যাব লাগিব।"

নাওকেইখনৰ মানুহকেইটা আৰু বছিৰৰ লগত ডাক্তৰ দুজনক এৰি মুকুন্দ ৰেণুহঁতৰ লগত ঘৰলৈ উভতিল।

এতিয়া মুকুন্দ-ৰেণুগোষ্ঠীৰ ব্যৱসায়সমূহৰ 'ৰেটেইনা'ৰ উকীলজন তিনিচুকীয়াৰ শৈলেন কোঁৱৰ। মুকুন্দই কাঙ্কুলিজানৰপৰা আহি পোনতে মৌচম মঞ্জিলৰ অফিচৰপৰা তেওঁলৈ ট্ৰাঙ্ক কল এটা বুক কৰিলে। তাৰ পিছত সি একাওণ্টেণ্টটোক জাৰা কৰাত লাগি গ'ল।

— ফাইলটোনো তাত আছিল কিয় ?

— তাতে প্ৰায়ে থাকে।

— কোনটো ফাইল ?

— য'ত সকলোবোৰ লেন-দেন লিখা থাকে।

— চব ফাইলতে টকা-পইচাৰ লেন-দেন থাকে।

— কনফিডেন্সিয়েল ফাইল।

— তেনেকুৱা দুটা আছে। কোনটো ?

— অলপতে "ক্লজ" কৰিম বুলিয়ে কৈছিল; সেইটো।

— অ', বুজিলোঁ, অলপতে এচ. পিক বাপেকৰ শ্ৰাদ্ধৰ বাবে চাৰি হেজাৰ টকা দিয়া হৈছিল, সেয়া তাত 'এণ্ট্ৰি' হৈছিলনে ?

— হৈছিল।

— চাব্বাইছ।

মুকুন্দৰ কঠিন মুখত হাঁহি বিৰিঙিল। গোনা, ৰেণু আৰু একাওণ্টেণ্টটোৱে তালৈ প্ৰশংস দৃষ্টিৰে চালে। সি সকাহ পাই যোৱাৰ কাৰণটো সিহঁতক ক'বলৈ মুখখন মেলোতেই তিনিচুকীয়াৰ 'লাইন' পোৱা গ'ল। মুকুন্দই ফোনটো দাঙিলে। সিমূৰত উকীল শৈলেন কোঁৱৰৰ মাতটো শুনা গ'ল।

— হেলো, বৰুৱা .... ৰেইড .... মই কান্ধুলিজানত .... ৰাতি চাৰে তিনিটাত ... এৰা, চকিদাৰবোৰ আৰু মিচেচ ৰেণু বেগম ... মাত্ৰ এটা ফাইল .... আমাৰ আচল খৰচবোৰ আছিল ... হীৰালাল হাণ্ডুৰিয়াক দুই লাখ, ৰাজস্থানৰ প্ৰভু চাওলাক তিনি লাখ ... অঁ, অঁ, সেইবোৰো আছে। মানে ঘোঁচ? অঁ, পুলিচৰ ডি. আই. জিক তিনি হেজাৰ, এচ. পিক চাৰি হেজাৰ, ইণ্ডাষ্ট্ৰি মিনিষ্টাৰক পোন্ধৰ হেজাৰ, ডি.চিক উৰিষ্যাৰ ঘৰলৈ যোৱাৰ সময়ত পৰিয়ালৰ সাতটা মানুহৰ প্লেনৰ টিকেট ...হেলো ....হয়, হয়, হয়, ... হয় .... আছে.... এৰা, ইন্‌ডেন গেছৰ এজেন্সি এটা পাবৰ বাবে এম. পি. শৰৎ ভূএগ্ৰাক ... অঁ অঁ — শকতেই ... কি ক'লে? ... লিখা আছিল ... বিছ হেজাৰ ...... হয় হয় ভেৰি গুড .... মেনি থেঙ্কচ্‌ ....।

ফোনটো থৈ অধিক উল্লাসেৰে গোনাহঁতৰ ফালে চাই জুইশলা বাহটোত চিগাৰেটৰ মূৰটো টুকুৰিয়াই টুকুৰিয়াই মুকুন্দই ক'লে, "উকীলৰ মতে এয়া হ'ল ৰ'দে-বৰষুণে খৰা শিয়ালৰ বিয়া। মানে আমাৰ বিৰুদ্ধে কেচটো উঠিব নোৱাৰে। কাৰণ এম. পি. শৰৎ ভূএগ্ৰাৰপৰা এচ. পি লেখৰাজ কাপুৰলৈকে গোটেই চৰকাৰৰ নিমখ হাৰামবোৰৰ মাজত দেখোন হাঁহাকাৰ লাগিব। সিহঁতে এনে এটা স্কেণ্ডেল নিবিচাৰে। এতিয়া আমি সকলো নাকত তেল দি শুই থাকিব পাৰোঁ।"

গোনা, ৰেণু আৰু একাওণ্টেণ্টৰ মাজত হাঁহিৰ ৰোল উঠিল। গোনা সন্দেহী মানুহ। সি সুধিলে, "আমাৰ কৰিবলগীয়া একো নাই?" মুকুন্দ গহীন হ'ল। অলপ পৰ ভাবিলে। চিগাৰেটটোত হোপা এটা মাৰি ক'লে, "ভাল কথাটো মনত পেলাই দিলা। তুমি এতিয়াই শৰৎ ভূএগ্ৰাৰ তালৈ যোৱা আৰু চব কোৱাগৈ। ভূএগ্ৰা লাগিলেই ইন্‌কাম টেক্স অফিচাৰৰ তৰ্দ্ধনি বাজ হ'ব। হলেৰে হুল উলিয়াব লাগিব।"

— কিছুমান কাম কৰি খুব ভাল লাগে, অথচ এনে কামত লোকচান। কিছুমান কাম কৰিলে কাম কৰাৰ সুখ পোৱা নেযায়, অথচ তাত খুব লাভ। — মুকুন্দই কাঙ্কুলিজানৰ কাহিনী এনেকৈ আৰম্ভ কৰিলে। ৰঞ্জু, চানুৰ, যশোৱা আৰু গোনাৰ মাকে খুব আগ্ৰহেৰে শুনি গ'ল। কাহিনী শেষ হোৱাৰ পিছত সকলোৰে তালৈ প্ৰশংসাৰ চাৱনি। সি বুজি পালে।

সি ভালেখিনি খীণালে। গাৰ ৰং মলিন। বাপেকৰ কষ্ট সহ্য কৰিব পৰা ক্ষমতা দেখি ৰঞ্জু আৰু চানুৰে আচৰিত মানিলে। মুকুন্দই এনেকৈ কৈ কথাৰ মোখনি মাৰিলে, "মোৰ এটা ডাঙৰ লাভ হ'ল। সময় আৰু টকা-পইচা খৰচ হোৱা সত্ত্বেও। এইবোৰ ব্যৱসায় কৰিও নিজক সৰু বুলি ভাবিব নোৱাৰা হঁলো। এই চাকৰীয়ালবোৰ — ডি. চিকে ধৰি — আৰু বাপধনৰ নিচিনা এম. এল এবোৰ কেৱল ঠেক মনৰ মানুহেই নহয়, পাতকীও। সিহঁতৰ হিয়া বোলা বস্তুটো নাই। তালৈ গৈ জীৱনৰপৰা আৰু এটা শিক্ষা পালোঁ। সেয়ে হ'ল — মানুহক সুখী হবলৈ বেছি বস্তুৰ দৰ্কাৰ নাই; চহকী মন এটাহে লাগে। মোৰ একান্ত বিশ্বাস, ব্যস্ত হৈ দুই হাতে ধন চপোৱাতকৈ ভাল লগা কামটো কৰি পোৱা সন্তোষেহে আমাক সুখী কৰে। সেইফালৰপৰা অনুপ কলিতা আৰু অৱন্তী বুঢ়ী আমাতকৈ বহুত সুখী। অনুপৰ জীৱনৰ এটা উদ্দেশ্য আছে। মোৰ কিডাল আছে। অৱন্তী বুঢ়ীয়ে দুনিয়াখনক আপোন বুলি ভাবে। মানুহৰ ইয়াতকৈ কি ডাঙৰ গুণ থাকিব পাৰে?"

এইবোৰ কথা তাৰ স্বগতোক্তিহে আছিল। সি দুদিন জিৰণি লৈ আগৰ জীৱনলৈ ঘূৰি আহিল। আকৌ আগৰ দৰেই 'মাল' অনা আৰু বিলোৱাৰ বাবে গোপন সতৰ্কতা। আগৰ দৰেই ৰাজস্থান, লক্ষ্ণৌ আৰু কলিকতাৰ শেঠজীবোৰৰ লগত লাখ লাখ টকাৰ লেনদেন, পুলিচ, আবকাৰী বিষয়া আদিক নম্ৰতা, অমায়িকতা আৰু উপঢৌকনেৰে সন্তুষ্ট কৰি ৰখা, মন্ত্ৰীৰ লগত তাল মিলাই চলা; সমাজক ভুৱা দিবৰ বাবে মাজে মাজে দান-বৰঙণি দিয়া; ইত্যাদি।

অৱশ্যে সি কিছুমান কাম ৰেণুক এৰি দিবলগীয়া হৈছে। কাৰণ চিনেমা হলৰ নক্সা লৈ গুৱাহাটীৰপৰা আৰ্কিটেক্ট আহিল। চিনেমা হলৰ বাবে লোৱা ধাৰৰো এক চতুৰ্থাংশ অৰ্থাৎ ছয় লাখ পঁচিশ হেজাৰ টকাও তাৰ হাতলৈ আহিল। তদুপৰি

যশোৱাক লৈয়ো মহা চিন্তা। তাইৰ পেটটোত অসহ্য বিষ হৈ থাকে। ডাক্তৰক দেখুৱাই থাকিব লাগে।

এতিয়া সি ইমান ব্যস্ত যে কাম কৰি সি সুখীনে অসুখী সেইবোৰ কথা ভাবিবলৈকে তাৰ সময় নাই।

সি কামৰ মাজত ডুবি গ'ল। এতিয়া সাত দিন নৌ পাৰ হওঁতেই তাৰ মনৰ ৰাজ্যত কাঞ্চুলিজানৰ মানচিত্ৰখন ধূসৰ হৈ পৰিল।

পানী শুকুৱাৰ পিছত ৰেণু বেগম কাঞ্চুলিজানলৈ আৰু এবাৰ গৈছিল। এইবাৰ তাইৰ লগত বাপেক কেৰামত আৰু বাপেকক চূণৰ বেপাৰত হাত উজনি দিয়া মানুহজনী। বানপানীৰ ভৰপক অৱস্থাত দেউতা তালৈ যোৱা নাছিল। কাৰণ তাৰ চকুহাল বেয়া। চছমা পিন্ধে যদিও আগৰ দৰে নেদেখে। সিও পানী শুকুৱাৰ পিছতহে সি গৈছিল।

গোনাৰ হাতীধৰা চাহ বাগিছাত ৰতনলাল আৰু জগনুলৈ ক্ৰোধ হোৱাৰ কাৰণটো কি হ'ব পাৰে? ৰেণুৰ খুব কৌতূহল। মুকুন্দ নাহে মানে সি কথাটো কাকো নক'ব বুলি তাই ভাবিলে। এতিয়া সাত দিনৰ মূৰত মুকুন্দই আগৰ দৰে কামত মন দি লগা দেখি জগনুৰ এনে বিশ্বাসঘাতকতাৰ বিচাৰ হোৱাৰ কথা ভাবিলে। ইৰ্শাদ জীয়াই থকাহেঁতেন ইতিমধ্যে জগনু আৰু ৰতনলালৰ দেহ কাছই খালেহেঁতেন। কিন্তু মুকুন্দ সফল আৰু দক্ষ মানুহ যদিও ইৰ্শাদৰ দৰে নিষ্ঠুৰ নহয়। অথচ দয়ামায়াক দমাব নোৱাৰিলে এইবোৰ কাৰবাৰ নচলে। গতিকে মুকুন্দৰ নেতৃত্বত গোনাইঁতৰ ভৱিষ্যত অন্ধকাৰ। মুকুন্দৰ ভৱিষ্যত কিন্তু অন্ধকাৰ নহয়। তাৰ কয়লাৰ ডিপো আছে, মৰাণত মদৰ মহল এটাও লৈছে, অলপতে তাৰ পঁচিশ লাখটকীয়া চিনেমা হল এটাও হ'ব।

সি ৰেণুক ক'লে, "জগনুৰ কথাটো মুকুন্দক আপুনি আৰু মই একেলগে ক'ম।"

তাই ক'লে, "মই কেনেকৈ ক'ম? মোক দেখোন একো নক'লাই। এভইড্ কৰিলা।"

সি ক'লে, "বানপানী বাগৰাৰ আগদিনা তাক বিছ কিলো 'মাল' দিয়া হৈছিল। সি নাৱেৰে গৈ কেশৱ মহাজনক দিয়াৰ কথা। কিন্তু ইতিমধ্যে পানী অহাত সি সেই ঠাই নেপালোঁ বুলি ক'লে। চিতলডুবিত হেনো তাৰ নাও ডুবিল। সি হেনো বাৰুকৈ বাচিল। শিলত লাগি ধৰা নাওখন হেনো দুদিনৰ পিছতহে ওপৰলৈ উঠিল। আচল ঘটনাটো এইটো নহয়। বিছ কিলো 'মাল' পানীয়ে ল'লে বুলি সি ক'লেহে। আচলতে সি বানপানীৰ 'চান্স'হে ল'লে।"

ৰেণুৱে ব্যগ্ৰ হৈ সুধিলে, "কেনেকৈ জানিলা?"

ইতিমধ্যে চূণেৰে সৈতে মোহাৰি থকা খৈনীখিনি দুটা আঙুলিৰে টিপা মাৰি ধৰি তলপাৰি দাঁতৰ আলুত স্থাপন কৰি গোনাই ক'লে, "সি 'মাল' খিনি হাতীধৰা বাগানত পুতি ৰাখিছিল। সি আৰু ৰতনলালে ৰাতি টোপোলাটো খান্দি উলিয়াই ৰতনলালে চলোৱা ট্ৰাকখনৰ চিটৰ তুলত থৈছিল। এইবোৰকে সাত আৰু দহ নম্বৰে মোক কৈছিল। তেতিয়া মুকুন্দ কান্ধুলিজানত। সেইদিনা আপুনিয়ে ময়ে গৈয়ে তাক দেখাত মই খং দমাব নোৱাৰিলোঁ।

ৰেণুৱে ক'লে, "এৰা, শেষত তুমি এনেকৈ কৈছিলা— মই তেজৰ গোন্ধ পাইছোঁ। খুন আৰু তেজ।"

ৰেণুৰ কথালৈ গুৰুত্ব নিদি সি কৈ গ'ল, "সেইদিনাৰপৰা সিহঁতক হাতীধৰা বাগানৰপৰা ওলাবলৈ দিয়া নাই। সিহঁতক ক্ষমা কৰা নহ'ব। ইতিমধ্যে সিহঁতে কি কৰিলে তাৰ 'এন্‌কোৱাৰি' কৰাই আছোঁ। সেই ৰিপৰ্ট মতে — আমাৰ কাৰবাৰৰ বিধি মতেও — জগনু আৰু ৰতন বাচি থাকিব নোৱাৰে। ডুমডুমাৰ ওচৰত কয়লাৰ গাড়ীত চাজ্জানক খুন কৰা বাংলাদেশী দলটোৰ কথা জানে নিশ্চয়। সেই দলটোৰ লগত এতিয়া গোলাম আলিও লগ হৈছে। এইটো মাৰাত্মক কথা। অথচ জগনুৱে সিহঁতৰ হৈ কাম কৰিছে। একলাখ বিছ হেজাৰ টকাৰ মাল সত্তৰ হেজাৰত সিহঁতক বেচি পেলালে।"

সি মুকুন্দলৈ ফোন কৰিলে। কিন্তু ফোনত কাকো নেপালে। অলপ পৰৰ পিছত মুকুন্দৰ গাড়ীখন মৌচম মঞ্জিল সোমাল। ড্ৰাইভাৰে গোনাৰ হাতত মুকুন্দৰ চিঠি এখন দিলেহি। সি আঁতৰ হোৱাত গোনাই ৰেণুকো শুনাই চিঠিখন পঢ়ি গ'লঃ

.... ৰেণু বেগমক বাপধন দত্তৰ ওচৰলৈ যাবলৈ ক'বা। দত্তক ক'লেই কৃষি বিষয়াৰ হতুৱাই কান্ধুলিজানত শইচৰ বীজ দিয়াব পাৰিব। তাৰ বাবে ৰেণুৱে দত্তক অনুৰোধ কৰিব লাগিব। মই মেডিকেল কলেজত আছোঁ। ডাক্তৰ তালুকদাৰৰ চেম্বাৰত। যশোৱাৰ অসুখ। পেটত অসহ্য বিষ। ৰাতিটো কেঁকাই আছিল। পেটলৈ ভাত নেযায়......।

ৰেণু আৰু গোনাৰ গোপন আলাপ।

— কথাটোত সি গুৰুত্বই নিদিলে?

— চব খৰচি মাৰি ক'লা?

— কৈছিলোঁ। সি মাথোন ক'লে বোলে এতিয়াৰ ব্যৱস্থাই ভাল হৈছে। মানে সিহঁত দুটাক কাৰা নজৰত ৰাখিব লাগে। সি এসপ্তাহৰ পিছতহে সিদ্ধান্ত ল'ব। সি 'বিজি'।

— কিয়?

— চিনেমা হলটোৰ কাৰণে। আৰ্কিটেক্ট আহি আছেহি। তদুপৰি চি. চি আইৰ পৰা (ভাৰতীয় চিমেণ্ট নিগম) পোৱা দহ হেজাৰ বেগ চিমেণ্ট খালাচ কৰাৰ কথা।

— মুঠতে সি এই কাৰবাৰ এৰিব যেন পাইছোঁ।

— কোৱা টান। কান্ধুলিজানৰপৰা অহাৰ পিছত মানুহটো বৰ জটিল হৈ পৰিল। মোক এনেকৈ ক'লে — এইবোৰে আমুৱাইছেহে, গোনা। ধাৰ নোপোৱা হ'লে চিনেমা হলটোও নেসাজিলোঁহেঁতেনঃ

— ভণ্ডামি?

— হ'ব পাৰে।

— মোৰ মনে নধৰে। যশোৱাৰ অসুখৰ বাবেও এনে হ'ব পাৰে। মানুহজনীৰ কি অসুখ বাৰু?

— যত দূৰ সম্ভৱ কেন্সাৰ।

— কেন্সাৰ? উস্।

— মোৰ অনুমানহে। নহলে ডাক্তৰ তালুকদাৰৰ তালৈ নিব কিয়?

— বৰ সাদৰী তিৰোতা, দেহি। আল্লাই-নকৰক ......

ৰেণুৰ সেইদিনাহে হাতীধৰা বাগিছাত গোনাক ভাল লাগিছিল। কিন্তু মুকুন্দ নথকা সময়খিনি তাই গোনাৰ লগত বেছি সময় থাকিবলগীয়া হ'ল। তদুপৰি মুকুন্দ মৌচম মঞ্জিলত নেথাকিলে সি তাইৰ কাষত ভেনা মাখিৰ দৰে গুণগুণাই থাকে। তাইৰ শৰীৰটোলৈ যে তাৰ প্ৰচণ্ড আকৰ্ষণ আছে, তাই বহুত আগৰপৰাই গম পাই আহিছে। কিন্তু তাই চল দিয়া নাই। মানুহটোৰ মুখ আৰু চকু দুটা দেখিলে ভাল নেলাগে। অথচ তাৰ স্বাস্থ্য সুন্দৰ। তাইৰ ভাব হয় যে এইখন মুখ আৰু এই দুটা চকুত প্ৰণয়সিক্ত কামভাব থাকিব নোৱাৰে। তাৰ মানত হয়তো প্ৰতিটো নাৰী শৰীৰৰে এজনী দেহোপজীৱিনীৰ শৰীৰৰ লগত পাৰ্থক্য নাই। সি ইমান নিষ্ঠুৰ যে যশোৱাৰ কেন্সাৰ হৈছে বুলি কোৱাৰ লগে লগে তাৰ মুখত কোনো ভাবাবেগ দেখা নগ'ল।

তাই মনে মনে কোঠাৰপৰা ওলাই আহি কালীন্দ্ৰক চিঞৰিলে। সি আহি ওলালত তাই 'এম্বাশ্বেডৰখন উলিয়াবলৈ ক'লে।

গাড়ীত বহি তাই কালীন্দ্ৰলৈ চালে। কালীন্দ্ৰ বাকী নটাৰ দৰে এটা গুণ্ডা। অপৰাধ কৰিবৰ বাবেই ইহঁতক পোহা হৈছে। হয়তো ইৰ্শ্বাদৰ হুকুমত এইটো কালীন্দ্ৰই কাৰোবাক হত্যা কৰিছে। কিন্তু ইয়াৰ মুখ আৰু চকুতো অলপ কোমলতা আছে। গোনাৰ চকু দুটা আৰু মুখখনৰ দৰে ইয়াৰ মুখ-চকুৱে বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি নকৰে।

তাই ওলাইছে যশোৱাৰ ওচৰলৈ। মানুহজনী অতিকে সাদৰী। অথচ এনে এজনী মানুহৰে এই কালান্তক ৰোগ। পৃথিৱীত কত পাপীষ্ঠ আছে। এইবোৰ ৰোগে সিহঁতৰহে ওচৰ চাপিবলৈ ভয় কৰে। ৰেণু বেগমে ভাবিলে।

বৰ লুইত আৰু কাঙ্খুলিজানৰ বান নামি গৈছে, ঘোলা পানী ফটফটীয়া হৈছে। খালে দোঙে আৰু পুখুৰীয়ে পুখুৰীয়ে শ'ল মাছে পোৱালী লৈ ঘূৰি ফুৰিছে।

শৰতৰ শেষত মধুৰ হেমন্ত। কাঙ্খুলিজানৰ গাঁৱে গাঁৱে আনন্দৰ কলৰৱ। পূজাৰ পিছত ৰাসলীলা উৎসৱ আহিছে। নামঘৰে নামঘৰে খোলৰ বোল, গীতৰ লহৰ। গোপিনীয়ে নচা গীত—ৰময়া কৰু অময়া খেলা ....।

আন সকলো গৰীব মানুহৰ দৰে কাঙ্খুলিজনীয়ায়ো আনন্দত থাকি ভাল পায়। অলপ সুযোগ পালেই সিহঁত আনন্দত মতলীয়া হ'ব খোজে। এতিয়া কাঙ্খুলিজানৰ মানুহৰ আশা ভৰা হাঁহি মুখ দেখি কোনেও কল্পনা কৰিব নোৱাৰিব যে দুমাহৰ আগতে তাৰ বানপানীত মানুহ কুকুৰ-শিয়াল মৰাদি মৰিছিল। এই মানুহবোৰে বৰ্তমানক লৈ বাচি থাকে কাৰণেই ৰাসলীলা পাতিবৰ কাৰণে এনেকৈ মতলীয়া হৈ পৰিছে। এয়ে গৰীবৰ নিয়ম। সিহঁতে সেইদৰে বেদনাও প্ৰবল নাটকীয়তাৰে প্ৰকাশ কৰে। ইয়াত যে কত অস্বাভাবিক মৃত্যু হয়। সাপে খোটা, গছৰপৰা পৰা, মহামাৰীত পৰা,'গলত জৰি লগোৱা, বিহ খোৱা আৰু ভূতে পোৱা। এইবোৰেই কাঙ্খুলিজানত অস্বাভাৱিক মৃত্যুৰ কাৰণ। বিহ খাই বা গলত জৰি লগাই তিৰোতা মানুহেই বেছিকৈ মৰে। মানুহে কয় বোলে চৰিত্ৰহীনা ছোৱালীহে অতৃপ্ত বাসনাৰ তাড়নাত আপোন ঘাতিনী হয়।

এইবোৰৰ বাবে ৰহনীয়া উপকথা আছে। দলৈচুবালৈ আহোঁতে ৰেণুৱে পোনতে অৱন্তী বুঢ়ীক লগ পায়হি। তাই গালত হাত দি বুঢ়ীৰ কথাবোৰ শুনেহি। মুকুন্দৰ নিৰ্দেশ মতেই তাই কাঙ্খুলিজানলৈ আহিছে। লগত বছিৰ আৰু কালীন্দ্ৰ। কেৰামতৰ লগত একে মতি হৈ চূণৰ কাৰবাৰ কৰা দেছুৱালী মাইকীজনীও আহিছে।

সিহঁতে কাঙ্খুলিজানৰ কাহিনী শুনি ভোল গৈছে। ই সঁচাকৈয়ে উপকথাৰ দেশ। ইয়াৰ মানুহৰ প্ৰতিটো প্ৰবৃত্তিয়েই প্ৰচণ্ড। প্ৰেম, কামনা, হিংসা, দ্বেষ, মায়া মমতা। এই সকলোবোৰ।

ঃ বুঢ়ীয়ে ইমান কথা কেনেকৈ জানে? — মনচুৰে সোধে।

ঃ মুকুন্দই কয় বোলে অৱন্তী বুঢ়ী কাঙ্খুলিজানৰ আত্মা। — ৰেণুৱে উত্তৰ দিয়ে।

এই মানুহবোৰ দুখত যিমান জামৰি পৰে, সুখৰ মুখ দেখিলেও সমানে আশাবাদী হয়। কাঙ্খুলিজান আকৌ আশাৰ ধ্বনিৰে মুখৰ হয়।

.... এইবাৰ সৰিয়হৰ কিমান গুটি হ'ব দেখিবি, সোণাইহঁত। মেৰ ভৰি পৰিব। নাঙলে মাত্ৰ মাটি চেলেকি গ'লেই হ'ব। ....

.... আৰু আলু-পিয়াঁজ একা? মটৰ মাহৰ ভৰতো পথাৰ দোঁ খাই থাকিব। চহৰত কেঁচা মটৰ মাহৰ চিৰাৰ দাম কিমান জান? আঘোণত কিলোত ছটকা। ...

কৃষি বিষয়াই মানুহক বীজ দিছেহি, খেতিৰ দিহা-পৰামৰ্শও দিছেহি। অৱশ্যে মুকুন্দৰ ভয়তহে এই কাম হৈছে। বানৰ সময়ত অতি বেছি ভয় খালে চৰকাৰী ডাক্তৰ হাবুল বৰুৱাইহে। বছিৰে তাৰ মূৰত পিস্তলৰ নলীটো গুজিহে কথা কৈছিল।

ৰেণুৰ মন জুৰাই গৈছে। তাই ভাবিছে, টকা, আৰাম, খিতাপ আদি এই কান্ধুলিজানৰ মৰম-চেনেহ আৰু বিশালতাৰ তুলনাত একোৱেই নহয়। ইৰ্ষাদে সৃষ্টি কৰা সেই পৃথিৱীখনত আছে তেজৰ গোন্ধ, ষড়যন্ত্ৰ আৰু গোপনতা। ইৰ্ষাদ জীয়াই থকাৰ কালত ইমানবোৰ কথা তাই গমেই পোৱা নাছিল। এতিয়াও হয়তো জাহিৰা-মফিকাহঁতে গম নেপায়। সেই চক্ৰৰপৰা তাই ওলাই আহি এতিয়া কান্ধুলিজানত খুব শান্তি পাইছে। মাত্ৰ দুদিনলৈহে। কাইলৈ তাই আকৌ সেই কুটিল চক্ৰটোৰ মাজত সোমাব লাগিব।

# ওঠৰ

আন্ধাৰ জগতৰ নিয়ম মতে ৰতনলাল আৰু জগনু বাচি থাকিব নোৱাৰে। কিন্তু সিহঁত বাচি নেথাকিলে শত্ৰুৰ দলটোৰ বিষয়ে সবিশেষ জনা নেযাব বুলি যুক্তি দি মই সিহঁতক বচাই ৰাখিছোঁ। সেইবাবে হামিদ, গোনা আদিৰ মোৰ প্ৰতি ধাৰণা সলনি হৈছে। এনেকৈ যদি সদায় হৈ থাকোঁ আৰু মই মানুহটো ইৰ্শ্বাদৰ দৰে নহয় বুলি যদি সিহঁতে ধৰিব পাৰে, তেনেহলে এইখন আন্ধাৰ জগতত সিহঁতক শাসন কৰাই টান হৈ পৰিব। অথচ এবাৰ সোমোৱাৰ পিছত চক্ৰবেহু যেন এই পাপচক্ৰৰপৰা ওলাই অহা বৰ টান। যদি মই নিৰ্মম হ'ব নোৱাৰোঁ, তেনেহলে অচিৰে গোনাহঁতে মোৰ নেতৃত্বক প্ৰত্যাহ্বান জনাব আৰু এদিন হয়তো এক নম্বৰৰপৰা দহ নম্বৰৰ ভিতৰত কোনোবা এটাৰ হাতত মই মৰিব লাগিব। গতিকে নিজক বচাবৰ বাবেই জগনু আৰু ৰতনলালক ঘাতকৰ হাতত গতাই দিয়া দৰ্কাৰ। কিন্তু মই এই হুকুম দিওঁ কেনেকৈ? গোপন ব্যৱসায়ৰ পৰা হিংসা, খুন আৰু আৰু প্ৰতিহিংসাক দূৰ কৰিবৰ কাৰণেই মই এদিন ৰাজনৈতিক আশ্ৰয়ৰ পন্থা বাছি লৈছিলোঁ। সফলো হৈছিলোঁ। সেইবাবেই ইৰ্শ্বাদৰ প্ৰিয়পাত্ৰ হৈ এতিয়া তাৰ স্থান অধিকাৰ কৰিছোঁ। কিন্তু ইৰ্শ্বাদৰ মনোভঙ্গীৰ পৰিবৰ্তন হোৱা নাছিল বাবেই সি মোক নোসোধাকৈয়ে মোৰ কয়লা ডিপোৰ মেনেজাৰ ল'ৰাটোক ঘাতকৰ হাতত গতাই দিছিল।

এইটো মোৰ এতিয়া প্ৰধান সমস্যা।

আন এটা সমস্যা আৰু জটিল। যশোৱাক লৈয়ে এই সমস্যা। তাইৰ বেমাৰটোৱে মোৰ মনত কি সমস্যাৰ সৃষ্টি কৰিছে তাই নেজানে। কিন্তু তাইক নিশ্চিন্ত দেখিলে মোক শোকে খুন্দা মাৰি ধৰে। প্ৰথমতে সেই শব্দটো ডাক্তৰ তালুকদাৰৰ মুখত শুনি মোৰ ভৰি দুখন কঁপিছিল, গাটো জ্বৰে-ঘমা দিছিল। মই তেতিয়াই সিদ্ধান্ত কৰিছিলোঁ যে কথাটো মই যশোৱাক নকওঁ। তাই নমৰিম

বুলি মৰক, মৃত্যুৰ ক্ষণ গণি গণি তাই নিৰাশাৰে বেমাৰৰ নিকাৰ ভুগি জীয়াই থাকিব নেলাগে।

মই মানুহটো তেনেই দমি গ'লোঁ। আন্ধাৰ জগতৰ বিধিয়ে মোক চলাব নোৱাৰা হ'ল। সেইবাবেই ৰতনলাল আৰু জগনু আজিও বাচি আছে। পিছে ঈশ্বৰৰ বিধিৰনো কি যুক্তি আছে? দুনিয়াত কত জাল-জুৱাচোৰ আৰু অধৰমী মানুহ অসুখ-বিসুখ নোহোৱাকৈ জীয়াই আছে! কিন্তু কেন্সাৰৰ দৰে ৰোগে যশোৱাৰ দৰে পবিত্ৰ মনৰ ধৰ্মপ্ৰাণ এজনীকহে আক্ৰমণ কৰিবলৈ পালে। ঈশ্বৰৰ এইৰোৰ কি বিচাৰ? অথচ ইয়াকে জনাৰ পিছত তাইৰ ঈশ্বৰৰ প্ৰতি ভক্তি বাঢ়িলহে। লগে লগে তাইৰ প্ৰতি মোৰ দুগুণে শ্ৰদ্ধা বাঢ়িল।

তাই পৰিস্থিতিটো ইমান সহজে ল'ব বুলি ভবা নাছিলোঁ। মই জনা নাছিলোঁ যে ঈশ্বৰৰ প্ৰতি অচলা ভক্তিৰ তুলনাত সংসাৰৰ মায়া-মোহ তুচ্ছ। মোৰ ভাব যে যশোৱাৰ ঈশ্বৰ-ভক্তিয়ে এনে এটা স্তৰ পাইছেগৈ।

ডাক্তৰ তালুকদাৰে মোক গোপনে কেন্সাৰ বুলি কোৱাৰ পিছত মই দুদিন অভিনয় কৰি থাকিলোঁ। কিন্তু গোপনে চকুলো টুকিলোঁ। তিনি দিনৰ পিছত ঠিক কৰিলোঁ যে তাইৰ ব্যাধিটো প্ৰাথমিক পৰ্য্যায়ত থকা নাই যদিও ডাক্তৰ তালুকদাৰৰ পৰামৰ্শ মতে তাইক বম্বেৰ টাটা মেমৰিয়েল হস্পিতেললৈ নিম। আজিকালি 'কেমো থেৰাপি' নামৰ এবিধ চিকিৎসাই এই ব্যাধিত কাম দিয়ে হেনো।

ব্যাধিৰ নাম নকৈ যশোৱাক এই প্ৰস্তাব দিয়াত তাই ক'লে, "পেটৰ সাধাৰণ অসুখ যদি ইমান দূৰলৈ নিব লাগে কিয়? মোৰ কি হৈছে মুখ ফালি নোকোৱা কিয়?"

মই একো নেমাতিলোঁ। তাই মোৰ মুখলৈ ৰ' লাগি চাই থাকি চকুহাল পানীৰে ওপচাই ক'লে, "কাকুতি কৰিছোঁ, মুকুন, মোক দূৰলৈ নিনিবা। তোমাৰ আৰু ল'ৰা দুটাৰ ওচৰত মৰিব পৰাটোৱে মোৰ পৰম ভাগ্য। জীয়াই থাকিবলগীয়া দিন কেইটা ঈশ্বৰৰ নামগুণ গাই মৰিবলৈ পোৱাটোও ডাঙৰ ভাগ্য।"

এই কেইটা কথাৰপৰাই মই বুজিলোঁ যে যশোৱাই তাইৰ এই কালস্বৰূপ ৰোগটো কি হ'ব পাৰে ধৰি ল'লে। তাইৰ পেটৰ ওপৰফালে থকা নাড়ীত (ক্ষুদ্ৰান্ত্ৰ) কেন্সাৰ। যন্ত্ৰণা লাঘব হ'বৰ বাবেই বা আক্ৰান্ত স্থান নেবাঢ়িবৰ বাবেই বা প্ৰাথমিক অৱস্থাত কেন্সাৰ হোৱা অংশ নাইকীয়া কৰিবৰ বাবেও সেই স্থানত 'ৰে' দিয়া হয়। গতিকে মোৰ ঘৰৰ দুটামান কোঠা 'পেয়িং বাৰ্ড'ৰ দৰে হ'ল।

ডাক্তৰৰ নিৰ্দেশ মতে যশোৱাক 'ৰে' দিয়াবৰ বাবে মেডিকেল কলেজলৈ নি থাকিবলগীয়া হ'ল।

হঠাতে আমাৰ সংসাৰখন মৰামুৰা হৈ পৰিল। মাকৰ কেন্সাৰ হৈছে বুলি জনাৰ পিছত ৰঞ্জু আৰু চানুৱে দুদিনমান আলেঙে আলেঙে কান্দি আছিল। এতিয়া কলেজলৈ যোৱা সময়খিনিত বাদে গোটেইখিনি সময় সিহঁত মাকৰ ওচৰতে থাকে। ৰাতি শোওঁতে যশোৱাই অনবৰত মোৰ হাতখনতে ধৰি থাকে নাইবা মূৰটো মোৰ বুকুৰ ওপৰত ৰাখি শোৱে। তাই প্ৰায়ে এতিয়া গোসাঁই-ঘৰত থাকে। কনকাই ক'ৰবাৰ ক'ৰবাৰপৰা ভকত আনে। গোসাঁই-ঘৰত দিনৌ নাম-প্ৰসঙ্গ হয়। যশোৱাই ভকতসকলৰ লগত শাস্ত্ৰৰ কথা পাতে। মোৰ ভয় হয় যে ধৰ্মক আৰু ঈশ্বৰক লৈ তাইৰ এই ব্যস্ততাই তাইক কিজানি ব্যাধিটো আৰু নিকটৰ মৰণৰ আশঙ্কা পাহৰাই ৰাখিছে।

মই আজি এইবোৰ কথা খুব ভাবিছোঁ। ভাবি ভাবি কলিজাত একুৰা জুই জ্বলাইছোঁ। কাৰণ আজিৰ দিনটো মোৰ আৰু যশোৱাৰ বাবে এটা ডাঙৰ দিন। আজিৰ দিনটোতে যশোৱাক দীঘলআটীৰ পৰা এন. ই. এচ ক্লাবৰ কোৱাৰ্টাৰলৈ আনিছিলোঁ।

মই চিন্তা কৰি চাই যশোৱাৰ সিদ্ধান্ত শুদ্ধ হোৱাৰ যুক্তি বিচাৰি পাইছোঁ। কেন্সাৰ নিৰ্মম। ই কাকো ক্ষমা নকৰে। পুলিচ অধীক্ষক নৰেন দত্তৰ কেন্সাৰো যশোৱাৰ দৰেই আছিল। তেওঁ পোনতে ভেলোৰত চিকিৎসা কৰালে। তাৰ পিছত বোম্বাইত কেমোথেৰাপি। দিনে ছশ টকা খৰচ। এই চিকিৎসা চলি থকা সময়ত তেওঁৰ চুলিবোৰ বগা হ'ল আৰু গাৰ ছাল পোৱা মাছৰ দৰে হ'ল। দেখাত তেওঁ বীভৎস হৈ পৰিল। তথাপি কেমোথেৰাপিয়ে কাম নিদিলে।

আজি সন্ধিয়া কেইটামান আচৰিত কথা মোৰ কাণত পৰিল।

বেলি বহাৰ সময়ত মই যশোৱাক বিছনাত নেদেখিলোঁ। তাই গোসাঁই-ঘৰতো নাই। মই ঘৰৰ পাছফালে গৈ দেখিলোঁ যে যশোৱাই ডুব যাব খোজা ৰঙা বেলিটোলৈ কৰযোৰে প্ৰণাম জনাই মুখেৰে কিবা-কিবি কৈছে। মই হাতত সাৰে ভৰিত সাৰে গৈ তাইৰ ওচৰ পালোগৈ। মই তাইক কোৱা শুনিলো ঃ মোক আজিয়েই মাৰি নিয়া, প্ৰভু। আজি আমাৰ অতি সুখৰ দিন আছিল। মুকুনে মোক

ইয়ালৈ আনিছিল। এতিয়া মোৰ জয়জয় ময় ময়। স্বামী আছে। দুটা ধুনীয়া ধুনীয়া ল'ৰা। এনে সুখৰ দিনত মৰিলে যে মইও শান্তি পাম, প্ৰভু।

তাইৰ দুধাৰি চকুলো বৈ আহি থুতৰিৰ লগত মিলি গৈছে। হুমুনিয়াহ এটা পাৰি মই ওচৰত থকাৰ জাননী দিয়াত তাই সমূলি আচৰিত নহৈ মোৰ ফালে চাই বেলিটোৰ ফালে আঙুলিয়াই সুধিলে, "কাঞ্চুলিজান এইফালে নহয়নে, মুকুন?" মোৰ উত্তৰলৈ বাট নেচাই নিজক নিজে কোৱাৰ দৰে ক'লে, "তালৈ আকৌ চাগৈ ক'ত যাব পাৰিম? প্ৰভু, কাঞ্চুলিজানত দেহাটো পেলাবলৈ তুমি মোক সুবিধা নিদিলা।"

মই তাইক গাত ধৰি ভিতৰলৈ আনিলো। আজিয়েই আমাৰ এক প্ৰকাৰ বিয়াৰ দিন আছিল। পিছে এই উপলক্ষে মৰণপথৰ যাত্ৰী যশোৱাক মই কি উপহাৰ দিম ' এতিয়া হীৰাৰ আঙঠি এটা উপহাৰ দিয়াৰ ক্ষমতাও মোৰ আছে। এনেতে এটা স্থায়ী উপহাৰৰ কথা অকস্মাতে মোৰ মনত খেলালে আৰু লগে লগে মোৰ কিছু দুখ পাতলিল। মোৰ চকুৰ আগত এটা কল্পিত দৃশ্য ভাহি উঠিল। এটা সুন্দৰ চিনেমা হলৰ উদ্বোধন কৰিবৰ বাবে মুখ্যমন্ত্ৰী আহিছে। বাহিৰত মানুহৰ ভিৰ। সুন্দৰ চিনেমা হলটোক আৰু ইয়াৰ উচ্চতাক চেৰ পেলাই এখন ফলকত বিয়াগোম আখৰৰ নাম এটা জিলিকিছে। নামটো হ'ল — যশোৱা। মোৰ ওচৰতে থিয় দি থকা, ব্যাধিয়ে জৰাজীৰ্ণ কৰা যশোৱাই সেই ফালে চাইছে আৰু তাইৰ শুকান মুখত এটা সৰগীয় হাঁহি বিৰিঙিছে। .....

বিছনাত বহাৰ পিছত মই ক'লো, "যশো, আজি এই বিশেষ দিনটোত তোক মই নিজ হাতে এটা ফোঁট দিম, সেওতা সেন্দুৰেৰে বোলাম। এয়ে মোৰ উপহাৰ হ'ব।"

তাই আপত্তি নকৰিলে। তাই চকুলো মচি মোৰ হাতৰ পৰশলৈ অপেক্ষা কৰিলে। সেওতাত সেন্দুৰ দি মই তাইক সুধিলোঁ, "চিনেমা হলটো যে বনাই আছোঁ, তাৰ নাম কি দিয়া ভাল হ'ব, যশো?"

মোক আচৰিত কৰি তাই তপৰাই মাত দিলে, "কাঞ্চুলিজান"।

ইয়াৰ নাম যে 'যশোৱা' দিয়া হ'ব মই তাইক নকলোঁ। মোৰ আৰু এটা ভাল কাম কৰিবৰ বাবে দুৰ্বাৰ ইচ্ছা হ'ল। মনে মনে বুদ্ধি পাঙিলো। কাকো

একো নকৈ মই হাতীধৰা বাগিছা পালোঁগৈ। কাছাৰী ঘৰত ৰাতি বাৰটাৰ কোব পৰিল। ফিয়েট গাড়ীখন মই নিজে চলাই গ'লোঁ। গাড়ীখন এন-ই-এচ ক্লাবৰ ওচৰত ৰখাই মই দাৰোৱানৰ চকুত নপৰাকৈ কাঁটা-তাৰৰ বেৰ পাৰ হৈ হাতীধৰা বাগিছাত সোমালোঁ। মই জানো যে সিহঁতক ফাঁচীৰ বাবে দিন গণি থকা আচামীৰ দৰে ৰখা হৈছে। মই সেই ঠাই ওলালোঁগৈ। সিহঁত থকা কোঠাটোত তলা এটা ওলমি আছে। বাৰাণ্ডাত পাহাৰাৱালাটো তুলত বহি বেৰত মূৰটো দি নাক বজাই শুই আছে। মই অকণো পলম নকৰি জেপৰপৰা 'বস্তু'টো উলিয়াই সাফৰটো খুলি তাৰ নাকৰ আগত দাঙি ধৰিলোঁ। সি নিমিষতে অজ্ঞান হৈ মাটিত পৰি গ'ল। মই তাৰ জেপৰপৰা চাবি উলিয়াই লাহে লাহে তলাটো খুলিলোঁ। দুৱাৰখন মাৰি ভিতৰৰ লাইটো জ্বলাই দিলোঁ। সিহঁতক গাত ধৰি জোকাৰিলোঁ। সিহঁতে মোক দেখি কঁপিবলৈ ধৰিলে। সিহঁতৰ কিজানি অনুমান হ'ল যে মোৰ হাতত ৰিভল্‌ভাৰ আছে আৰু মই সিহঁতক হত্যা কৰিবলৈ আহিছোঁ। সিহঁতে প্ৰাণ-ভিক্ষা কৰাৰ দৰে মোৰ ভৰিত ধৰিব খোজোতেই মই ক'লো, "দৰ্কাৰ নাই। পলা। পলা। এতিয়াই পলা।"

সিহঁতে হতভম্ব হৈ মোৰ ফালে চালে। সিহঁতৰ চকুত অজস্ৰ প্ৰশ্ন। সিহঁতে মোক বিশ্বাস কৰিব পৰা নাই। সিহঁতে হয়তো ভাবিছে যে সিহঁত দৌৰ দিয়াৰ লগে লগে মোৰ দুটা গুলীয়ে সিহঁতক খতম কৰি দিব।

মই ধমক দি ক'লোঁ, "নপলাব কিয়? মই তহঁতক মাৰি পেলাব লাগে বুলি হুকুম দিব নোৱাৰিলোঁ। মোৰ অলপ অচৰপ মানুহৰ গুণ আছে কিজানি। তহঁত গৈ সিটো পাৰ্টিত লাগিলেও লাগ, মই তালৈ 'কেয়াৰ' নকৰোঁ। যা, এতিয়াই পলাই যা।"

সিহঁতৰ গাৰ কঁপনি কমিল। সিহঁতৰ চকুৰ কাতৰ দৃষ্টিও নোহোৱা হ'ল। সিহঁত লাহে লাহে বাজলৈ ওলাল। মই সোমাই থকা তলাটো জেপত লৈ ওলাই আহিলোঁ। অলপ আগুৱাই আহি তলাটো চাহনিৰ মাজলৈ দলিয়াই দিলোঁ।

মনটো পাতল পাতল লাগি গ'ল। ঘৰ পোৱাৰ আগতে গাড়ীৰ লাইট নুমুৱাই আহিছিলোঁ। মই মনে মনে ঘৰ সোমোৱাৰ লগে লগে যশোৱাই সেহাই সেহাই মই ক'লৈ গৈছিলোঁ সুধিলে। মই একো নেমাতিলোঁ।

পুৱা মোৰ ঘৰত হামিদ, গোনা আৰু দুটামান পাহাৰাবালা। সিহঁতে খুব উদ্বিগ্ন হৈ ৰতনলাল আৰু জগ্‌নু পলোৱাৰ কথা ক'লে। পাহাৰাবালা কেইটাই ভয়ত কাতৰ হৈ মোলৈ চালে।

মই ক'লোঁ, "এতিয়া হায়ৈ-বিয়ৈ কৰি লাভ নাই। তেনেহলে বাগিছাত ভাল পহৰা নহয়। মই এতিয়া কি কৰিম? হাতীধৰা বাগিছা ইৰ্শাদৰ সম্পত্তি। তাত মোৰ এক্তিয়াৰ নাই।"

মই মনে মনে ৰ'লো। সিহঁতে কিবা ক'ব বুলি আশা কৰিছিলোঁ। সিহঁতৰ কাৰো মুখত মাত এষাৰ নুফুটিল। মই মনে মনে থাকি গোনাক তন্ন তন্নকৈ চালোঁ। মই ভাবি পালোঁ যে গোনা আৰু ওঁঠ কটা হামিদৰ অভিপ্ৰায় ভাল নহয়। সিহঁতে প্ৰকাৰান্তৰে মোৰ নেতৃত্বৰ ওপৰত অনাস্থা প্ৰকাশ কৰিছে আৰু হয়তো কৰ্মচাৰীবোৰৰ মাজত মোৰ বিষয়ে অপপ্ৰচাৰ চলাইছে। সিহঁতে হয়তো কৈছে যে মোৰ দৰে মানুহ ইৰ্শাদৰ দৰে কঠোৰ নহয় বাবে এই অধোজগতৰ শাসনভাৰ মোৰ হাতত থকা উচিত নহয়।

ইৰ্শাদৰ মৃত্যুৰ পিছৰেপৰা মই লক্ষ্য কৰি আহিছোঁ যে গোনাৰ অভিলাষ বঢ়াৰ বাবে সি মোৰ কৰ্তৃত্বখিনি সহিব পৰা নাই। মই আগৰেপৰা অনুমান কৰি আহিছোঁ যে মাটি পালোৱান গোনাই সুবিধা পালেই মোৰ ওপৰত জপিয়াই পৰিব। তেনে এটা উদ্দেশ্য লৈয়ে সি দলে বলে মোৰ ওচৰ ওলাইছেহি। কিন্তু ময়ো কাৰ মুখত কেনেকৈ সোপা দিব লাগে জানো। গোনাই এটা ভুল কাম কৰিছে। সি মোৰ আগত 'মাল' নোপোৱাৰ কথাহে উলিয়াব লাগিছিল, কিন্তু তাৰ কাৰণে ৰতনলাল আৰু জগ্‌নু পলাই যোৱাটোহে ডাঙৰ কথা হ'ল। মই গোনাক জেৰা কৰাত লাগি গ'লোঁ।

— উত্তৰ পাৰত আমাৰ কাম চলিছেনে?

— নাই।

— তিনিচুকীয়া মাৰ্ঘেৰিটাৰ ফালে আমাৰ মাল গৈছেনে?

— নাই যোৱা।

— তেনেহলে এই পোন্ধৰ দিন আমাৰ কাম প্ৰায় বন্ধ আছে। যিখিনি 'মাল' আছে তাৰে চাবুৱালৈকে জোৰা মৰা নাই। এনে স্থলত তুমি উলিয়াইছা জগ্‌নু আৰু ৰতনৰ কথা। এনেকৈ মাল চাপ্লাই নহ'লে আমাৰ ৰাণাৰ, পাইকাৰী

আদিয়ে বিদ্রোহ কৰিব। কাৰণ, সিহঁত চলি থকাই টান হ'ব। এইটো সমস্যা কেনেকৈ হ'ল?

— ক'ব নোৱাৰোঁ।

— তেনেহলে সমস্যা কোনটো ডাঙৰ?

— এইটো।

— এইটো সমস্যা কেনেকৈ হ'বলৈ পালে, জান?

— নেজানো।

— তেনেহলে ইয়াত কিয় ওস্তাদী দেখুৱাইছ? আমি কলিকতাৰ পৰা প্ৰায় এপষ মাল পোৱা নাই। তাৰ বাবে কোন দোষী?

— জগ্নু আৰু ৰতনলাল।

— হ'ব নোৱাৰে।। আমাৰ মাজৰে কোনোবাই এই সমস্যাৰ সৃষ্টি কৰিছে। চৰম বিশ্বাসঘাতকতা। তাৰ তুলনাত জগনুৱে লুকাই থোৱা বিছ কিলো মাল অতি সামান্য। গোনা, তয়ো জান, — যোৱা এপষ আমাৰ চাপ্লাই নাই। ইয়াকে লৈ তই কিয় মূৰ ঘমোৱা নাই? ইৰ্শ্বাদ থকাহেঁতেন তোকো সন্দেহ কৰিলেহেঁতেন।

মোৰ চৰম সন্দেহটো ব্যক্ত কৰি মই গোনালৈ চালোঁ। সি ঘামিছে। মই পুনৰ ক'লো "জগনুৰ নিমখহাৰামীৰ কথা কৈ কিছুমান বেইমানে নিজক বিশ্বাসী লোক বুলি দেখুৱাবৰ কোনো দৰ্কাৰ নাই। মই সকলো ভণ্ডামি বুজি পাওঁ। মই এনে মানুহৰ পাছত মানুহ লগাইছোঁ।"

মই কথাটো এনেকৈ পৰিষ্কাৰকৈ জনাই দিব নোলাগিছিল। সেইবাবে মোৰহে বিপদ বাঢ়িল। মই তাৰ হাতত খতম হৈ যাব পাৰোঁ। আচলতে ইৰ্শ্বাদ মৰাৰ দিন ধৰি মোৰ গোনাৰ লগত আগৰ সম্পৰ্ক নোহোৱা হৈছে। আজিকালি তাৰ মাক আগৰ দৰে আমাৰ ঘৰলৈ নাহে।

গোনা, ওঁঠ কটা হামিদ আৰু পাহৰাৱালাকেইটা মোৰ ওচৰত এনেকৈ থিয় দি থকাটো মই পছন্দ কৰা নাই। মই হামিদলৈ চাই ক'লোঁ, "দেউতা, বছিৰ আৰু কেশৱ মহাজনক এতিয়াই মই লগ পাম বুলি ক'ব লাগে। কেশৱ মহাজন পৰহি আহিল। নটৰাজ হোটেলত আছে। ৰুম নাম্বাৰ ফৰ্টি ছিক্স।"

মোৰপৰা হুকুম লৈ হামিদ আঁতৰিল। বাকী কেইটায়ো তাৰ পাছ ল'লে। মই প'ৰ্টফলিঅ' বেগটো খুলি চিনেমা হলৰ নক্সাখন উলিয়াই চাই থাকিলোঁ।

চিমেণ্ট অথৰিটি অব ইণ্ডিয়া আৰু ষ্টিল অথৰিটি অব ইণ্ডিয়াৰ পৰা ক্রমে বিলাতী মাটি আৰু লোহাৰ পাৰ্মিট পোৱাৰ পিছৰপৰা মোৰ চিনেমা হলটোৰ নির্মাণ-কাৰ্য্য খুব দ্রুত গতিত আগবাঢ়িছে। নামটো যশোৱা দিয়া হৈছে। বিলাতী মাটি আৰু লোহাৰ শলিৰে বনোৱা 'যশোৱা' নামটো সম্পূর্ণ হৈ অহা চিনেমা হলটোৰ ওপৰত শিৰৰ মুকুটৰ দৰে জিলিকি আছে। মুঠ নির্মাণ-ব্যয়ৰ শতকৰা চাৰি ভাগ দাবী চুক্তিবদ্ধ আৰ্কিটেক্টজনে ঠিকাদাৰ আহমদ হোছেনৰ লগত খুব খাটিছে।

মই এই চিনেমা হলটোৰ কাম শেষ হোৱাৰ দিনটোলৈকে আশাৰে বাট চাই আছোঁ। তাৰ দুটা কাৰণ আছে। তেতিয়া মই "দুৰ্বাৰ দুঃসঙ্গ দুৰ্বাসনা দুষ্ট" এই মায়ামমতাহীন পাপচক্রটোৰপৰা অব্যাহতি পাব পাৰিম। মোৰ ভাব হৈছে যে ইৰ্শ্বাদে স্থাপন কৰা এই অধোজগতখন আৰু বেছি দিন তিষ্ঠি থাকিব নোৱাৰে। মই যদি গোনাক হত্যা কৰাৰ হুকুম দিওঁ আৰু ৰেণুৰ লগ লাগি ইৰ্শ্বাদৰ দৰে কঠোৰ নিয়মেৰে কাম চলাই যাওঁ, তেনেহলে হয়তো এই অধোজগত একে হৈয়ে থাকিব। কিন্তু মৰণৰ বাবে ক্ষণ গণি থকা যশোৱাৰ স্বামী হিচাপে মই আন এটা ইৰ্শ্বাদ হ'ব নোৱাৰোঁ। কাম চলোৱাতকৈ যৌনসম্ভোগত অধিক গুৰুত্ব দিয়া ৰেণু বেগমে হয়তো কাৰোবাৰ কাৰোবাৰ লগত কেলেঙ্কাৰী কৰি নিজৰ কৰ্তৃত্ব মূল্যহীন কৰি তুলিব। তেতিয়া হয়তো গোনা আৰু হামিদে এই অধোজগতখন কিছুদিন চলাব। এজেণ্ট, ৰাণাৰ আৰু কেৰিয়াৰবোৰে সিহঁতক নমনা হ'ব আৰু ঠগিব। খুব গুলীয়াগুলি হব। এই নীচ, নিৰ্মম মানুহবোৰৰ লোভ, আক্ৰোশ আৰু প্ৰতিহিংসাই নতুন ৰূপ ল'ব আৰু কোন কেতিয়া কাৰ হাতত মৰিব তাৰ ঠিক নোহোৱা হব। এইদৰে ইৰ্শ্বাদৰ অধোজগতখনৰ পতন হোৱা দেখি ৰাজনৈতিক অভিলাষ থকা ইৰ্শ্বাদৰ বৰপুত্ৰই বৰ ভাল পাব। ......

এইবোৰকে ভাবি থাকোঁতেই দেউতা আৰু বছিৰ ওলালহি। জুলেখাক চপোৱাৰ পিছৰেপৰা বছিৰৰ জীৱনটো নিয়মীয়া হৈছে বাবে তাক আগতকৈ ভাল দেখিলোঁ। সি সতি-সন্ততিৰো মুখ দেখিছে। এতিয়া দেউতায়ো জীৱনৰ লগত মকামিলা কৰিবলৈ শিকিছে। সি সৰু ল'ৰা এটা তোলনীয়া পুতেক হিচাপে লৈছে। ল'ৰাটোৱে ৰন্ধা-বঢ়া কৰে। দেউতাই পাঁচআলিৰ জুপুৰী এটাত জিকিৰ-জাৰী

গাই আৰামেৰে দিন কটায়। তাৰ গাৰ ছাল মিহি হৈছে। সাজপাৰ বেছি পৰিষ্কাৰ। তাৰ চছমাযোৰ বেলেগ ধৰণৰ। ছানি পৰাৰ বাবে অস্ত্ৰোপচাৰ কৰা তাৰ বাওঁচকুৰ চছমাৰ কাচখন মোটা আৰু শক্তিশালী। এইখন কাচৰ মাজেদি চালে তাৰ চকুটো ডাঙৰ দেখি। তাৰ সোঁ চকুৰ চছমাৰ কাচখন সম্পূৰ্ণ ক'লা। সি আজিকালি আগৰ দৰে ৰহন লগাই কথা নকয়, বেছ বুঢ়া হৈছে।

আঁতৰত থাকে যদিও কেশৱ মহাজন মোৰ অতি বিশ্বাসী মানুহ। ইমানদিন 'মাল'ৰ যোগান নেদেখি সি পৰহিৰেপৰা এই চহৰত আছেহি। সিও এতিয়া মোৰ আগত উপস্থিত।

মই গোনাক সন্দেহৰ চকুৰে চোৱাৰ কথা সিহঁতক ক'লো। মই চিন্তা কৰি এই সিদ্ধান্তলৈ আহিলোঁ যে কলিকতাৰপৰা মাল নপঠিওৱাৰ কাৰণ গোনাহে হব পাৰে। হামিদক মই সন্দেহ কৰা নাই। সি বৰ চঞ্চল। সি এনে মাৰাত্মক কাম কৰিব নোৱাৰে। মই খবৰ পাইছো যে গোনাৰ আজিকালি বেছ পইচা হৈছে। সি পাঁচ শ টকা ভাৰা দি এটা ডাঙৰ ঘৰত থাকে। সি ভি. ডি. অ' কিনিছে। ঘৰতে মদৰ আড্ডা পাতি সি বন্ধু-বান্ধবক ভি. ডি. অ'ত 'ব্লু ফিল্ম' দেখুৱায়। সি হেনো তিনিচুকীয়াত চাৰি কঠা মাটি কিনিছে। হঠাতে তাৰহাতলৈ ইমান টকা অহাৰ ৰহস্য থাকিবই লাগিব। এই পোন্ধৰ দিন কলিকতাই হয়তো কানি পঠাইছে আৰু গোটেইখিনি কানি হয়তো গোনাৰ হাতলৈ আহিছে। তাকে অন্য দলৰ হতুৱাই বিক্ৰী কৰাই সি অকলে লাভ কৰিছে। যদি এয়ে হয়, তেনেহলে ই এক অক্ষমনীয় অপৰাধ। ইৰ্শ্বাদ বাচি থকাহেঁতেন তাক দুদিনমান মৌচম মঞ্জিলত বন্দী কৰি ৰাখিলেহেঁতেন আৰু সকলো সম্ভেদ লৈ মৌচম মঞ্জিলতে তাক তিল তিলকৈ শাস্তি দি হত্যা কৰিলেহেঁতেন।

কেশৱ মহাজনে মোক জনালে যে সি আৰু ব্ৰহ্মপুত্ৰৰ চাপৰিবোৰৰ আন আন মানুহে কানি পোৱা নাই আৰু কানীয়া মানুহখিনিৰ অৱস্থা বিষম হৈছে। সেইবোৰ ঠাইলৈ ৰাজস্থান আৰু উত্তৰ প্ৰদেশৰ পৰা অহা কানিও পঠিওৱা হয়। কিন্তু সেইবোৰ ঠাইৰপৰা অহা 'চালান'ৰ পৰিমাণ কম। তাৰে ব্ৰহ্মপুত্ৰৰ কাষৰীয়া গাওঁ আৰু চাপৰিবোৰত মাহেকৰ ভিতৰত আঠটা দিনহে জোৰে।

মই কলিকতালৈ ফোন কৰিছোঁ। মহাজন দুটাই মাল পঠিয়াম বুলি কথা দিছে যদিও সিহঁতৰ কথাৰ পাক বুজি নোপোৱা হৈছোঁ। সিহঁতে প্ৰতি বাৰেই

এটা কথা কয়। যদি মাল পোৱা দেৰি হয়, তেনেহলে গোনা বাবুক কলিকতালৈ পঠিয়াই দিব লাগে।

প্ৰতিবাৰে 'মাল' পঠিয়াম বুলি কৈ নপঠিওৱাৰ এটা গুৰুত্বপূৰ্ণ কাৰণ আছে। কাৰণটো জানিবই লাগিব। নহলে ইৰ্শ্বাদৰ তৈয়াৰী এই অধোজগতৰ দেউল অচিৰে ভাগি-ছিগি যাব।

মই গোনাক দুবাৰ কলিকতালৈ যাবলৈ ক'লোঁ। সি নানা অজুহাত দেখুৱাই তালৈ যাবলৈ মান্তি নহ'ল। সেইবাবে হামিদক পাচিলোঁ। সি ক'লে, "মই যাব পাৰোঁ। কিন্তু ঘূৰি নাহিম। সিহঁতে খতম কৰি দিব। গোনাই মোক সাবধান কৰি দিছে।"

মুখত বৰ বৰ কথা যদিও ওঁঠ কটা হামিদ গোনাৰ দৰে জটিল নহয়। তাৰ কথা শুনি মোৰ গোনালৈ খুব সন্দেহ উপজিল। মোৰ অনুমান হ'ল — গোনাই কলিকতাৰ শেঠ দুটাক এনে এটা বিশ্বাসঘাতকতা কৰিছে যে গোনাক বা তাৰ কোনোবা বন্ধুক কলিকতাত পালে সিহঁতে হত্যা কৰিব।

মোৰ সন্দেহ কেইটা পুঙ্খানুপুঙ্খভাৱে দেউতাহঁতক বুজাই দি কথাটোৰ গোপনে তদন্ত কৰিবলৈ অনুৰোধ কৰিলোঁ।

দেউতাহঁতে কথা দিলে। 'মাল' নোপোৱাৰ কাৰণে মই এজেণ্ট, ৰানাৰ আদিৰ মানত হেয় হ'লোঁ যেন লাগিল। সিহঁতে হয়তো ভাবি ললে যে এইখন আন্ধাৰ জগতৰ নতুন মালিকজনৰ ইৰ্শ্বাদতকৈ যোগ্যতা ক'ম। গতিকে মই বেছি ভাগ সময় চিনেমা হল সজাত ব্যস্ত থকা আৰ্কিটেক্ট আৰু ঠিকাদাৰৰ লগত সময় কটাবলৈ ললোঁ।

'যশোৱা'ৰ কাম বেছ আগ বাঢ়িছে। মাথোন এলানি পায়খানাঘৰ আৰু গেইটৰ কিনাৰত সাতখন দোকান সাজিবলৈ বাকী আছে। হলৰ আগৰ ঠাইখিনি পকী হৈ গ'ল। এতিয়া আৰ্কিটেক্টৰ নিৰ্দেশ মতে 'যশোৱা'ত প্লাষ্টিক পেইণ্টৰ কাম চলি আছে। কোনো কোনোৱে কৈছে যে 'যশোৱা' গুৱাহাটীৰ 'অনুৰাধা'তকৈ ভাল হ'ব।

ঘৰত দুদিন বিচাৰি নেপাই দেউতা আৰু বছিৰে মোক 'যশোৱা'ৰ চৌহদতে লগ ধৰিলেহি। সিহঁত খুব গহীন। চকুৰ চাৱনিত জেঠৰ ৰ'দৰ চোক। মই সিহঁতক হলটোৰ ভিতৰলৈ মাতি আনিলোঁ। সিহঁতে ধীৰে সুস্থিৰে কথাবোৰ কৈ গ'ল।

গোনাৰ এই 'কীৰ্ত্তি'ৰ কথা হেনো আমাৰ কৰ্মচাৰী ভালেমানে জানে। কথাটো পুৰণি।

মই কান্ধুলিজানত থকাৰ সময়ত শেঠজী হৰিদয়ালে পাওনা আদায় কৰিবৰ বাবে তাৰ আপোন মানুহ এটা পঠিয়াইছিল। মানুহটোৰ নাম দীনদয়াল। মৌচম মঞ্জিলৰ কাৰ্য্যালয়তে ৰেণুৰ সাক্ষাততে তাক আন বাৰৰ দৰে হিচাব মতে আঢ়ৈ লাখ টকা পৰিশোধ কৰা হৈছিল। সকলোৱে ধৰি কৈছিল যে আগৰ কেইবাৰৰ দৰে ভি, আই, পি চুটকেচত টকাখিনি লৈ মানুহটো আকাশী যানেৰে কলিকতা পালেগৈ। কিন্তু আচলতে কথাটো তেনে নহ'ল। গোনাই নিজে গাড়ী চলাই মানুহটোক চাবুৱাৰ বিমান ঘাটীলৈ লৈ যাওঁতে দিন দুপৰতে এটা দলে গাড়ীখন আগভেটা দি ৰাখিলে। সিহঁতে পোনতে গোনাক চুলিত ধৰি টানি আনি মাটিত বগৰাই দিলে আৰু বন্দুক টোৱাই দীনদয়ালৰ হাতৰপৰা ভি. আই. পি. চুটকেচটো কাঢ়ি লৈ ওচৰৰ চাহনিৰ মাজত সোমাল। দীয়দয়াল ঠাণ্ডা মগজৰ মানুহ। সি হুৱাদুৱা নলগালে। সি সোনকালে বিমানখন ধৰাৰ কথাহে ভাবিলে। কাৰণ, এতিয়াও তাৰ প্ৰাণৰ আশঙ্কা। এই ঘটনাৰ মূলতে যে গোনা অৰ্থাৎ থানু নেওগ সি অনুমান কৰিব পাৰিলে।

তাৰ অনুমান সঁচা। আঢ়ৈ লাখৰ দুই লাখ গোনাই ল'লে। বাকীখিনি তাৰ 'প্ৰাইভেট আৰ্মি'য়ে পালে। বছিৰহঁতে জানে যে এবছৰমানৰ আগৰেপৰা গোনাই নালীয়াপুলৰ গুণ্ডা কেইটামানেৰে তাৰ এটা দল তৈয়াৰ কৰিছে। এই দলটোৰ সহায়তেই সি ইৰ্শ্বাদৰ আন্ধাৰ ৰাজ্যখনৰ অধিপতি হ'বলৈ অভিসন্ধি কৰি আছে।

এই দলটোৰ কেইটামানক বছিৰ আৰু দেউতাই আগৰেপৰা চিনি পায়। 'জনীৱাকাৰ' আৰু 'মেক ডুৱেল' হুইস্কিৰ যোগেদি বছিৰ আৰু দেউতা সিহঁতৰ মনৰ মাজত সোমাই পৰিল। দেউতাহঁতে ইচ্ছা কৰি গোনাৰ গুণ গাবলৈ ধৰিলে আৰু মোৰ দোষ বখানিবলৈ ধৰিলে। সিহঁতৰ সুৰাৰ ৰাগীয়ে কোমল কৰা মনে দেউতা আৰু বছিৰৰ কথা বিশ্বাস কৰিলে। ফলত আচল কথা ওলাই পৰিল।

ইয়াকে শুনি মোৰ গা শিয়ৰি উঠিল। মই ভাবিলোঁ, এই অধোজগতৰ অলিখিত কানুন মতে গোনা এক মুহূৰ্ত্তও বাচি থকা অনুচিত। গোনাই নিশ্চয় জানে যে কলিকতালৈ গ'লেই তাক হৰিদয়াল বা দীনদয়ালে হত্যা কৰিব।

এই ঘটনাই আমাৰ গোপন জগতখন ভাগি পৰাৰ আগজাননী দিলে। গোপন কাৰবাৰত বিশ্বাসেই আচল বস্তু। আমি যে বিশ্বাসক কুঠাৰাঘাত কৰিলোঁ এই বাৰ্তা নিশ্চয় আনবোৰ গোপন জগতে পাই গ'ল। সেইকাৰণে হৰিদয়াল গোয়েঙ্কা, বিজয় গড়্‌বোলে বা চেখ মহম্মদ ইক্‌বালে আমালৈ কানি নপঠাই বাংলাদেশীৰে গঠিত দলৰ অধিপতি গোলাম আলিলৈহে পঠাব। আমাৰ ৰাজনৈতিক মহলত হাত আছে যদিও আমি হাত সাৱটি বহি থাকিব লাগিব।

মই দেউতা আৰু বছিৰক গাড়ীত তুলি তুৰন্তে মৌচম মঞ্জিললৈ আহিলোঁ। ৰেণু বেগমক কথাটো কোৱাৰ প্ৰয়োজন বুলি ভাবিলোঁ। তাই সকলো শুনি বিচূৰ্তি খালে। হঠাতে তাইৰ মোহনীয় মুখখন কুৎচিৎ হৈ পৰিল। তাই দুটা তিনিটা শব্দৰ পিছত সেপ ঢুকি ঢুকি যি ক'লে তাৰেই তাই ইৰ্শ্বাদৰ আচল পত্নী বুলি প্ৰমাণ কৰিলে।

— মাত্ৰ আপোনাৰ হুকুমহে লাগে। মই তাক আগৰেপৰা নজৰ দি আছোঁ।

— কিন্তু তাক মাৰিলেও কামত নাহিব। শেঠহঁতৰ আমি মাৰিছোঁ বুলি বিশ্বাস নহ'ব। আন স্মাগলাৰে মাৰিলে বুলিহে ভাবিব।

— তেনেহলে আমাৰ কাৰবাৰ বচাবৰ কি উপায় আছে?

— ইৰ্শ্বাদে এই সমস্যা সহজে দূৰ কৰিলেহেঁতেন। তেওঁ গোনাক ফুচুলিয়াই কলিকতালৈ লৈ গ'লহেঁতেন। সকলো কথা ভাঙি পিটি কৈ দীনদয়াল বা হৰিদয়াল সাক্ষাততে কোনোবা হোটেলত গোনাক গুলী কৰি মাৰিলেহেঁতেন নাইবা তাক ড্ৰাগ খুৱাই লৈ কেবামহলীয়া ঘৰৰ ওপৰৰপৰা পেলাই দিলেহেঁতেন।

— আপুনি তাকে কৰিব নোৱাৰে?

— এতিয়া নোৱাৰোঁ।

— কিয়?

— যশোৱাই মৰণৰ ক্ষণ গণি আছে। চিনেমা হল সজাৰ কামো শেষ হোৱা নাই। মই এতিয়া একদম ফ্ৰি নহয়। কিন্তু এমাহৰ বা ডেৰ মাহৰ পিছত ফ্ৰি হৈ যাম। যশোৱাই এতিয়া আকৌ 'ৰে' ল'বলৈকো অমান্তি হৈছে। মৃত্যু হোৱাৰ ইচ্ছা থাকিলে আৰু উপায় নাই।

ৰেণু বেগমে এটা হুমুনিয়াহ কাঢ়িলে। এই হুমুনিয়াহটোত বেদনাতকৈ বিষবাষ্পহে অধিক আছিল।

মই বেছি অস্থিৰ হৈ ঘৰলৈ উভতিলোঁ। মই ৰেণুক এনেয়ে তেনেকৈ ক'লোঁ। মই কলিকতালৈ নি গোনাক হত্যা কৰিব নোৱাৰোঁ। এতিয়ালৈকে মই এই কাম কৰা নাই। অথচ গোপন কাৰবাৰত হাত দি মই আজি ধনী। মোৰ এটা এঁকৈছ লাখটকীয়া চিনেমা হল হ'ব। মোৰ মদৰ মহল আছে। কয়লা ডিপো আছে। কাঠকল এটাও কিনিম। ইমানখিনি কৰিছোঁ — কেৱল কূট কৌশল খটুৱাই। অবৈধ ব্যৱসায়ৰ মূলধন হ'ল সাহস, নিষ্ঠুৰতা আৰু হত্যা। মই এনে মূলধনক স্থূল পন্থা বুলি আগৰেপৰা গণ্য কৰি আহিছোঁ আৰু একে কামকে কৰিব পাৰিছোঁ কেৱল কূট কৌশলৰ যোগেদি। পিছে এই পৰ্য্যন্ত মোৰ ভাগ্য ভাল আহিল বাবেই ইৰ্শ্বাদৰ ৰাজ্য সুকলমে চলি আছিল। কিন্তু এতিয়া পৰিস্থিতি সুকীয়া হৈছে। গোনাই সকলো নষ্ট কৰি পেলাইছে। সি সৃষ্টি কৰা সমস্যাৰ একমাত্ৰ উজু সমাধান হ'ল— তাৰ মৃত্যু। কিন্তু ইৰ্শ্বাদৰ ৰাজ্যক ধ্বংসৰ মুখৰ পৰা বচাবলৈ মই জানো আন এটা ইৰ্শ্বাদ হ'ব পাৰিম? মোৰ দেখোন মনটো এতিয়া বেলেগ হৈছে। ইৰ্শ্বাদৰ গোপন ৰাজ্য জহন্নামে যাওক। মোৰ এনে এটা ভাব হৈছে। যশোৱাৰ কেন্সাৰ হোৱাৰ পিছৰেপৰা দেখোন মোৰ মনটো উদাস হৈ পৰিছে। কান্ধুলিজানত সেইকেইদিন থকা কাৰণেও মই এতিয়া ধন-সম্পত্তিক কম মূল্য দিবলৈ শিকিছোঁ আৰু জীৱন সম্পৰ্কে যশোৱাৰ মতামতহে সঁচা যেন লাগিছে।

যশোৱাই ঘৰখনত সত্ৰৰ হাটীৰ পৰিবেশৰ সৃষ্টি কৰিছে। মোৰ ঘৰলৈ অহা মানুহবোৰৰ মুখত এতিয়া হৰি-নাম। যশোৱাৰ মুখত কাকুতি ঘোষা। হয়তো ভগৱন্তৰ প্ৰতি অচলা ভক্তি থকাৰ কাৰণে যশোৱাই মৃত্যু-ভয় জয় কৰিব পাৰিছে।

মই আজি অস্থিৰ। মনত অজস্ৰ খেলিমেলি চিন্তা। মই ভাবিছোঁ, মোৰ কিজানি ৰাতি টোপনি নাহিব। কিন্তু এতিয়া ঘৰখন এনে হৈ পৰিছে যে মোৰ দৰে মানুহ এটাৰ কাণতো সৰু কালতে গোৱা ঘোষা কেইকূটমানৰ গুণ্‌গুণ্‌নি শুনো।

শোৱাৰ সময়ত মই অজানিতে সুৰ লগাই গাইছোঁ—

দুৰ্ব্বাৰ দুঃসঙ্গ দুৰ্ব্বাসনা দুষ্ট,
হৰি হৰি হৰি হৰি এ,
অনাদি অবিদ্যা আপুনি ভৈল মোহিত।
অনাত্মা দেহক আত্মা-বুদ্ধি কৰি

হৰি হৰি হৰি হৰি এ,
তুমি পৰামাত্মা ঈশ্বৰে ভৈলো বঞ্চিত।

মোৰ বুকুত হাত দি শুই থকা যশোৱাই সুৰত মোৰ বিহ্বল মনটোৰ ধ্বনিও শুনিবলৈ পাই উচুপিলে। মই ভাবি পালোঁ যে এই দুকূট ঘোষাইহে যেন মোৰ মনৰ অৱস্থা বৰ্ণাব পাৰিছে। মই দৈনন্দিন জীৱনৰ তুচ্ছতাক যেন অতিক্ৰম কৰিব পাৰিছোঁ। মোৰ বঢ়িয়াকৈ টোপনি আহিব খুজিছে।

# ঊনৈছ

আপোনালোকৰ মৰম পোৱা এই কাহিনীকাৰজনে অলপ সময়ৰ কাৰণে মূল কাহিনীৰপৰা ফালৰি কাটি দুখোজ পাছুৱাই যাব খুজিছোঁ। অৱশ্যে কাহিনীৰ প্ৰয়োজনতে এই কাম কৰিবলগীয়া হৈছে। যদি অলপ আমনি পায়, তেনেহলে ক্ষমা কৰিব। এনে কৰাৰ দুটা কাৰণ আছে। কথাখিনি কৈ পেলোৱাৰ পিছত কাৰণ দুটা ধৰিব পাৰিব।

মোৰ কৈফিয়ৎটো শুনকঃ দুখোজ আগুৱাই এখোজ পাছুৱাই কাহিনীটো আগুৱাই নিয়াৰ কৌশল পূৰ্বৰেপৰা আছে। মহাভাৰতত পাব। ভাগৱততো এই কৌশল। শংকৰদেৱেও এই কৌশল অংকীয়া নাটত ব্যৱহাৰ কৰিছে। তেৰাৰ সূত্ৰধাৰে মাজে মাজে কৈছে, "অহে লোকাই, ইকথা ৰহোক, .... ষ বৃত্তান্ত শুনহ।" ডষ্টভয়েস্কিয়ে মহান উপন্যাস 'ব্ৰাডাৰ্চ কেৰোমেজভ'ত এই কৌশল ব্যৱহাৰ কৰি উপন্যাসখনিৰ মহৎ বক্তব্যক এক অভূতপূৰ্ব স্পন্দন দিব পাৰিছে। এই ক্ষেত্ৰত "গ্ৰেপচ্ অফ্ ৰেথ"ৰ অমৰ স্ৰষ্টা জন ষ্টেইনবেকো উল্লেখযোগ্য। শক্তিশালী কাহিনীকাৰ তাৰাশংকৰকো "হাঁসুলী বাঁকেৰ উপকথা" কওঁতে কাহিনীৰ মাজ ভাগতে কাহিনীৰ প্ৰয়োজনতে দুখোজ পাছুৱাব খুজিলে সুচান্দ বুঢ়ীৰ কথকতাৰ প্ৰয়োজন হয়।

দুখোজ আগুৱাই এখোজ পাছুৱাই লয়লাস ভঙ্গীৰে এটা কাহিনীক বিশ্বাসযোগ্যভাৱে পৰিণতিৰ ফালে লৈ যাব পৰা ক্ষমতাৰ শেহতীয়া উদাহৰণ হ'ল 'মিড্নাইট্চ চিল্ড্ৰেন'ৰ (১৯৮১) খ্যাতিসম্পন্ন স্ৰষ্টা চলমন ৰাছদি। গতিকে কাহিনীটোৰ এনে এটা গতিশীল অৱস্থাত মই এখোজ পাছুৱাই বোধকৰোঁ অমাৰ্জনীয় ভুল কৰা নাই। তদুপৰি মোৰ উদ্দেশ্য সৎ। মই ইয়াৰ যোগেদি ইতিহাসৰ স্থানাঙ্ক জ্যামিতিৰ দুই অক্ষৰ ভিতৰত (এক্স অক্ষ = কাল; ৱাই অক্ষ = ঘটনা) মোৰ চৰিত্ৰসমূহক স্থাপন কৰিব খুজিছোঁ। অন্যথা সিহঁত স্থিতিহীন হৈ পৰিব আৰু সিহঁতে ব্যক্তিত্ব হেৰুৱাব।

ইৰ্শ্বাদৰ মৃত্যু হোৱা বছৰটো ভাৰতৰ ইতিহাসত এটা গুৰুত্বপূৰ্ণ বছৰ। হত্যা আৰু ব্যাভিচাৰৰ মাজেদি যেতিয়া ইৰ্শ্বাদৰ জীৱন পতনমুখী, তেতিয়া এই বছৰটোতে বৃদ্ধ জয় প্ৰকাশ নাৰায়ণৰ জীৱন আছিল উৰ্দ্ধমুখী আৰু প্ৰতিশ্ৰুতিপূৰ্ণ। বছৰটো আছিল ১৯৭৪ চন।

এই বছৰটোত ঈৰ্শ্বাদ-মুকুন্দৰ ব্যৱসায়ে ৰাজনীতি কৰা মানুহৰ কল্যাণত চৰম অৱস্থা পাইছিল। তেতিয়া কিন্তু জন-বিক্ষোভে ইন্দিৰা চৰকাৰক জোলোকে জোলোকে পানী খুৱাইছিল। অসমৰ মন্ত্ৰীসভাৰ সদস্যসকলে যেতিয়া অ'ত-ত'ত কিবাকিবি উদ্বোধন কৰি ফুলৰ মালা পিন্ধি ফুৰিছিল, তেতিয়া এই চনটোতে বিহাৰত দুৰ্নীতি, মুদ্ৰাস্ফীতি, ক্ষুধা আৰু কৃষকৰ নিৰুপায় অৱস্থাই চূড়ান্ত অৱস্থা পাইছিল আৰু জয়প্ৰকাশ নাৰায়ণে শ্ৰমিক আৰু ছাত্ৰ-ছাত্ৰীক একত্ৰিত কৰি ইন্দিৰা চৰকাৰৰ গাদী থৰক-বৰক কৰিছিল। জয়প্ৰকাশৰ আন্দোলনে ভাৰতৰ সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল। মুকুন্দই মণিকা কাকতীৰ প্ৰণয়াসক্ত হৈ মনৰ কথা আৰু জীৱনৰ পৰিকল্পনা কৰাৰ সময়তে গুজৰাটত বিৰাট সংঘৰ্ষ হৈছিল আৰু তাৰ দুৰ্নীতিগ্ৰস্ত মন্ত্ৰীসভাক পদত্যাগ কৰিবলৈ বাধ্য কৰাবৰ বাবে মোৰাৰজী দেশায়ে অনশন কৰিছিল। ইৰ্শ্বাদৰ ৰক্তচাপ দিনে দিনে বাঢ়িবলৈ লৈছিল আৰু 'ইন্দিৰা-ইণ্ডিয়া'ৰ চৰকাৰেও প্ৰবল ৰক্তচাপত ভুগিছিল।

জুন ১২, ১৯৭৪। দিনৰ দুটা বজাত এলাহাবাদ উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ জগমোহন লাল সিংহই ১৯৭১ চনৰ সাধাৰণ নিৰ্বাচনত অসৎ পন্থাৰ আশ্ৰয় লোৱা বাবে ইন্দিৰা গান্ধীক দোষী সাব্যস্ত কৰিলে। ঘটনাৰ কি সম্পৰ্কহীন সমকালীন সংঘটন যে সেইদিনাই আইনৰ ছাত্ৰ অনুপ কলিতাৰ লগত মুকুন্দৰ প্ৰথম পৰিচয় হয় আৰু তাৰদ্বঙ্গজড়িত মনটো কান্ধুলিজানৰ শ্যামলিমাৰ মাজলৈ উৰা মাৰে।

যিদিনা মুকুন্দই মণিকা কাকতীক কয় যে কুশাসনৰপৰা অব্যাহতি পাবৰ বাবেই সি ক্ষমতা-লাভ কৰিব লাগিব, সেই দিনাই জনতা মৰ্চাৰ নেতা জয়প্ৰকাশ নাৰায়ণ আৰু মোৰাৰজী দেশায়ে আৰক্ষী বাহিনী আৰু সেনাবাহিনীক অবৈধ প্ৰধান মন্ত্ৰীৰ আদেশ নেমানিবলৈ আহ্বান জনায়।

আৰু এটা সমকালীন সংঘটন হ'ল — ইৰ্শ্বাদৰ মৃত্যুৰ সময়। ২৫ জুন, ১৯৭৫ চন। সেইদিনা ৰাতি ইৰ্শ্বাদৰ হৃদৰোগত মৃত্যু হয়। একে ৰাতিয়েই গণতন্ত্ৰ

হৃদৰোগত আক্ৰান্ত। চহৰে চহৰে শিল্প প্ৰতিষ্ঠানত ধৰ্মঘট, সামগ্ৰিক বিশৃঙ্খলতা আৰু প্ৰধান মন্ত্ৰীয়ে পদত্যাগ কৰিবৰ বাবে জনতা মৰ্চাৰ চাপ সৃষ্টি ইমান প্ৰবল হৈ পৰে যে ১৯৭৫ চনৰ ২৫ জুনৰ ৰাতি ভাৰতত আভ্যন্তৰীণ জৰুৰীকালীন অৱস্থা ঘোষণা কৰা হয়। একে ৰাতিয়েই সমগ্ৰ ভাৰতৰ হেজাৰ হেজাৰ নেতা কাৰাগাৰত সোমায়।

জৰুৰীকালীন অৱস্থাত চৰকাৰৰ হাতত প্ৰচুৰ ক্ষমতা। সমস্যাৰ পৰা নিৰাপদ দূৰত্বত থকা দেশৰ বুদ্ধিজীৱীসকলে আৰু ধৰ্মঘট নোহোৱা বাবে উৎপাদন বৃদ্ধি কৰিব পৰা শিল্পপতিসকলে জৰুৰী অৱস্থাৰ গুণগান গাবলৈ ধৰে। তেওঁলোকৰ মতে ইন্দিৰা গান্ধীৰ দৰে জৰুৰীকালীন অৱস্থাও ইতিহাসৰেই সৃষ্টি। ভাৰতৰ দৰে বিশৃঙ্খল আৰু নৈতিকতাৰ গৰাখহনীয়াত ভোগা দেশখনক সুস্থ কৰাৰ হেনো একমাত্ৰ মহৌষধ হ'ল জৰুৰীকালীন অৱস্থা চলি থকাটোহে।

১৯৭৫ চনৰ ২৫ জুনত ৰেণু বেগম প্ৰথম বিধবা হয়। ১৯৭৫ চনটো আছিল ইন্দিৰা গান্ধীৰ বৈধব্যৰ পঞ্চদশ বছৰ।

এই জৰুৰীকালীন অৱস্থাত ক'ত কি ঘটিছিল জনা নেযায়। কাৰণ, নেতাসকলক জেলত ৰখাৰ কথাও ৰেডিঅ'ত শুনা নগ'ল, বাতৰি কাকতত ছপা নহ'ল। অৱশ্যে প্ৰতিষেধক আটক আইন (পি. ডি. এক্ট) মতে বোম্বাইত দুজনমান চোৰাংকাৰবাৰীক আটক কৰাৰ বাতৰি চৰকাৰে ভালকৈ প্ৰচাৰ কৰিলে।

তেনেহলে মুকুন্দহঁতৰ কাৰবাৰ কেনেকৈ চলি থাকিল? ইয়ো এক প্ৰশ্ন। ইয়াৰ উত্তৰ খুব নিম্ন খাপৰ। প্ৰথম কথা হ'ল অসমত জৰুৰীকালীন অৱস্থাই নাগৰিকৰ জীৱন দুঃসহ কৰি তোলা নাছিল। বৰঞ্চ অসমখন আগতকৈ অধিক নিশ্চল আৰু শান্তিপূৰ্ণ হ'ল। মন্ত্ৰীসকল তেনেই নিষ্কণ্টক হৈ পৰিল। কাৰণ প্ৰতিপক্ষৰ নেতাসকল কাৰাগাৰত। তেওঁলোকৰ পইচা ঘটাৰ অপূৰ্ব সুযোগো ওলাল। আটক কৰাৰ ভাবুকি দেখুৱাই শক্তিশালী মন্ত্ৰী কেইজনমানে ব্যৱসায়ী গোষ্ঠীৰপৰা লাখ লাখ টকা আদায় কৰিব পাৰিলে। সেইবাবেই মোৰ আন্ধাৰ জগতৰ চৰিত্ৰসমূহক জৰুৰীকালীন ব্যৱস্থাই প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰিলে।

ডাক্তৰ তালুকদাৰে যশোৱাৰ কেন্সাৰ হৈছে বুলি ঘোষণা কৰা দিনটো মুকুন্দৰ বাবে অতি দুখৰ দিন আছিল। কিন্তু সেইটো দিন কংগ্ৰেছৰ বাবে হেনো খুব আনন্দমুখৰ আছিল। গুৱাহাটীৰ সদৌ ভাৰত কংগ্ৰেছ অধিবেশনত ইন্দিৰা

তনয় সঞ্জয় গান্ধীক 'ধন্য ধন্য ভাৰত বৰিষে' যুৱৰাজ' হিচাপে অভিষিক্ত কৰা হৈছিল। দেৱকান্ত বৰুৱাৰ সেইটোৱেই জীৱনৰ সৰ্বশেষ আৰু সৰ্বাধিক সন্মানৰ দিন আছিল।

কান্ধুলিজানত বানপানী হোৱা সময়তো জৰুৰীকালীন অৱস্থা, এতিয়াও জৰুৰীকালীন অৱস্থা চলি আছে যদিও তাৰ চোক কমিছে।

যি সময়ত — ১৯৭৬ চনৰ মাজ ভাগত — মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহই জৰুৰীকালীন অৱস্থাৰ বাধাহীন শাসন-ব্যৱস্থাৰ যোগেদি অসমখনক ছুভিয়েত দেশ কৰাৰ সপোন দেখিছিল, সেই সময়ত গাভৰু বিধৱা ৰেণু বেগমে মুকুন্দৰ প্ৰণয়িনী হোৱাৰ চেষ্টা চলাইছিল। তাৰ সঁহাৰি নেপাই তাই হতাশ হোৱা নাছিল। তাই অনুসন্ধান কৰি গম পাইছিল যে মণিকা কাকতী নামৰ এগৰাকী শিক্ষিতা যুৱতীয়ে মুকুন্দৰ দেহমন আচ্ছন্ন কৰি ৰাখিছিল। সেইবাবে ৰেণুৰ মণিকালৈ সাপিনীৰ দৰে প্ৰতিহিংসাৰ ভাব হৈছিল। তাই সুযোগ চাই আছিল। মুকুন্দ কান্ধুলিজানত থকাৰ অৱস্থাতে ৰেণুৰ এই সুযোগ মিলিছিল। এদিন তাই লগত দুটা পোহনীয়া গুণ্ডা (দুই নম্বৰ আৰু ন নম্বৰ) লগত লৈ মণিকাৰ ভাৰাঘৰলৈ গৈ তাইক ভীতি-প্ৰদৰ্শন কৰিছিল। চহৰখন এৰি নগ'লে তাইৰ বিপদ হ'ব বুলি ভাবুকি দিছিল। ৰেণুৰ লগত অহা মানুহ দুটাই তাইক বলাৎকাৰ কৰিলেও কোনেও বাধা দিব নোৱাৰিব বুলি ৰেণুৱে মণিকাক কৈছিল।

ইমানবোৰ ভাবুকি শুনি মণিকাই সুধিছিল, "ইয়াৰ বাবে আপোনাৰ কি ক্ষতি হৈছে?" ৰেণুৱে কৈছিল, "বহুত ক্ষতি। ব্যৱসায়ৰ ক্ষতি। কৰ্মচাৰীৰ ওচৰত মুকুন্দৰ সন্মান কমিছে। তেওঁৰ পৰিয়ালৰ ক্ষতি হৈছে। কথাটো বহুতে জনাত তাৰ দুটা ডেকা ল'ৰাই লাজ পাইছে। এতিয়া বাপেক-পুতেকৰ সম্পৰ্ক বৰ বেয়া। সিফালে ঘৈণীয়েকৰ অৱস্থা কাহিল। তুমিয়েই এই সৰ্বনাশৰ মূল। তুমি নেভাবিবা যে মুকুন্দই তোমাক ৰক্ষা কৰিবলৈ আহিব। গতিকে সিহঁতৰ ভালৰ কাৰণেই এই চহৰ এৰা। মুকুন্দৰ ঘৈণীয়েকে তোমাক দিবৰ বাবে মোক দহ হেজাৰ টকা দিলে। তাকে লৈ আন ঠাইত পঢ়াগৈ।"

ৰেণুৱে অনৰ্গল মিছা মাতি গৈছিল। দহ হেজাৰ টকাও তাইৰ নিজৰহে। মণিকাই ধৰি লৈছিল যে তাইৰ ওচৰলৈ এনে এটা প্ৰস্তাৱ লৈ ৰেণু অহাটো মুকুন্দৰো এটা কাৰচাজি হ'ব পাৰে। মুকুন্দৰ কাৰণে হয়তো তাইৰ প্ৰয়োজন শেষ হৈ গৈছে।

তাই বৰ দুখত উঠা ছোৱালী। গতিকে সন্মান-বোধৰ নিদৰ্শন হিচাপে তাই দহ হেজাৰ টকা নেলাগে বুলি নকৈছিল। তাৰ পিছদিনাৰপৰা মণিকাক কোনোবাই চহৰত দেখা পাইছে বুলি ৰেণু বা মুকুন্দক কোৱা নাই।

মুকুন্দই মণিকাৰ অন্তৰ্ধানৰ কাৰণটো নেজানিছিল। সি কাম্বুলিজানলৈ যোৱাৰ আগতে আৰু তাৰপৰা ঘূৰি আহিও তাইক বিচাৰিছিল।

১৯৭৬ চনৰ আগষ্ট মাহ। মোৰাৰজী দেশাই কাৰাগাৰত 'নেচাৰ কিওৰ' নামৰ স্বাস্থ্য সম্পৰ্কীয় গ্ৰন্থ আৰু জয়প্ৰকাশ নাৰায়ণ 'প্ৰিজন ডায়েৰী' প্ৰণয়নত ব্যস্ত। এই মাহটোতে ৰঞ্জুৰ আৰু চানুৰৰ পৰীক্ষাৰ ফলাফল ঘোষণা কৰা হয়। ৰঞ্জুৱে ভালকৈ বি-কম পাছ কৰে। চানুৰে এটা 'লেটাৰ' লৈ প্ৰাক্‌স্নাতক পৰীক্ষা (বিজ্ঞান) প্ৰথম বিভাগত পাছ কৰে। ৰঞ্জুৰ ইচ্ছা, কলিকতালৈ গৈ চাৰ্টাৰ্ড একাওণ্টেন্সি পঢ়া। চানুৰৰ ইচ্ছা, পদাৰ্থ বিজ্ঞানত অনাৰ্ছ লৈ কটন কলেজত বি, এছ চি পঢ়া।

কিন্তু একে সময়তে মাকৰ খুব টান হোৱাৰ বাবে সিহঁতৰ আলচা কথা সিদ্ধি নহ'ল। ৰঞ্জুৱে ডিব্ৰুগড় বিশ্ববিদ্যালয়ত এম. কম শ্ৰেণীত নাম ভৰ্ত্তি কৰিলে। চানুৰো কাষৈ কলেজৰ বিজ্ঞানৰ স্নাতক-শ্ৰেণীত ভৰ্ত্তি হ'ল। মাকৰ অসুখ বাবে সিহঁতে বেছি ভাগ সময় ঘৰত থাকিবলৈ ল'লে।

দুয়োটা ল'ৰাই একে মাহতে দুটা পৰীক্ষা ভালকৈ পাছ কৰাৰ কাৰণে মুকুন্দই এটা পাৰ্টি দিলেহেঁতেন। কিন্তু যশোৱাৰ দুৰাৰোগ্য ব্যাধিটোৰ বাবেই সকলো তল পৰিল।

ল'ৰা দুটাক একেলগে বহি থকা দেখি এদিন চিন্তিত মুকুন্দই ক'লে, "তহঁতেতো বহুত পঢ়িছ। মোক বাৰু এটা কথাৰ উত্তৰ দে। কি কাম কৰি সুখ পোৱা যায়?"

সিহঁতে একো নক'লে। সিহঁতৰ জীৱন সম্পৰ্কে ধাৰণা এতিয়ালৈকে অস্পষ্ট হৈয়ে আছে। মুকুন্দই নিজে প্ৰশ্ন কৰি নিজেহে উত্তৰ দিলে, "যিটো কাম কৰি ভাল লাগে সেইটো কাম মন পুতি কৰি থকাতেহে আচল সুখ। এইবোৰ ধন-সোণ, সা-সম্পত্তি, সকলো অসাৰ। সুখ-সন্তোষহে আচল কথা।

সিহঁতৰ উত্তৰটো পছন্দ হ'ল। প্ৰশ্নও জটিল, উত্তৰো জটিল। দেউতাকৰ এনে মানসিক পৰিবৰ্তন দেখি সিহঁত আচৰিত হ'ল।

মুকুন্দই আকৌ সুধিলে, "পৃথিৱীত আটাইতকৈ চহকী কোন?"

চানূৰে ক'লে, "ইয়াৰ উত্তৰো আওপকীয়া হ'ব কিজানি। তুমিয়েই কোৱাচোন।"

মুকুন্দই ক'লে, "যাৰ মনটো চহকী, সিয়েই আচল চহকী। যাৰ একোলৈ আসক্তি নাই, সিয়ো আটাইতকৈ চহকী মানুহ।"

এইবুলি কৈ সি যশোৱাৰ ওচৰ পালেগৈ আৰু মনৰ অৱস্থাৰ লগত মিলা ঘোষা একুট গালে—

বৈৰাগ্যত পৰে ভাগ্য নাহি প্ৰবোধত পৰে
সুখ আৰু নাহি পুৰুষৰ।
হৰি বিনে পৰিত্ৰাণ কৰ্তা আৰ নাহি জানা
ৰিপু নাহি সংসাৰত পৰ॥

# বিছ

'ৰে' দিয়াবলৈ নিওঁতে ডাক্তৰ তালুকদাৰে ৰঞ্জু আৰু চানুৰক জনাই দিলে যে যশোৱাক পেইং ৱাৰ্ডত ৰখাহে উচিত। কাৰণ অৱস্থা দিনে দিনে বেয়ালৈ আহিছে। 'ৰে' দিয়াৰ বাবে পেটৰ যন্ত্ৰণা কমি আছে আৰু কেন্সাৰৰ বৃদ্ধি মন্থৰ হৈছে বা কিছু কমিছে। কিন্তু 'ৰে'ৰ বিকীৰণে শৰীৰত অন্য ধৰণে অপকাৰ কৰিছে। ডাক্তৰ তালুকদাৰে যশোৱাৰ শৰীৰৰ অন্যান্য প্ৰক্ৰিয়াৰ যথেষ্ট অনিয়ম দেখিছে।

"ইয়াৰ যথাযথ কাৰণ কি থাকিব পাৰে মই ক'ব নোৱাৰোঁ। যেতিয়া ৰোগীয়ে মৰিম বুলি ধৰি লয় নাইবা নিজে মৃত্যু-বাঞ্ছা কৰে, তেতিয়া চিকিৎসা অচল। ইয়াৰ ফলত ৰোগীৰ ভাইটেলিটি (প্ৰাণশক্তি) কমিবলৈ ধৰে। অথচ আৰোগ্যৰ বেলিকা এই ভাইটেলিটিয়েই আচল বস্তু। যাৰ প্ৰচুৰ ভাইটেলিটি আছে, তাকতো আমাৰ চিকিৎসাৰ প্ৰয়োজন নাই। তেনে লোকৰ মৰণ ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰে। হিন্দুশাস্ত্ৰই তাৰ বহুত দৃষ্টান্ত দিছে। এতিয়া আমি জানি আচৰিত হৈছোঁ যে যোগৰ অভ্যাস কৰিলে ভাইটেলিটি বঢ়াব পাৰি। আসন-প্ৰাণায়মৰ যোগেদি।" — দুইটা ল'ৰা শিক্ষিত আৰু নতুন কথা জনাৰ প্ৰতি আগ্ৰহী যেন দেখি, দেশ-বিদেশৰ ভালেমান ডিগ্ৰী লাভ কৰা ডাক্তৰ দশৰথ তালুকদাৰে এইকেইটা কথাৰে চিকিৎসাবিজ্ঞানৰ সীমাবদ্ধতাৰ এটা আভাস দিলে।

সিহঁতৰ মাক যে দিনে দিনে মৰণৰ ফালে আগুৱাই গৈছে, এই কথা সিহঁতে বিশ্বাস কৰিবলৈ টান পালে। সিহঁতৰ এইটো অলৌকিকতাক বিশ্বাস কৰাৰ বয়স। এনে অলৌকিক কাৰ্য্য-সাধনৰ কেন্দ্ৰস্থল হ'ল— ভেলোৰৰ খ্ৰীষ্টিয়ান হস্পিতেল সহ চিকিৎসা মহাবিদ্যালয়খন, নতুন দিল্লীৰ সৰ্বৌ ভাৰত আয়ুৰ্বিজ্ঞান প্ৰতিষ্ঠান নাইবা বোম্বাইৰ টাটা মেমৰিয়েল।

ঘৰত মাকে নুশুনাকৈ ৰঞ্জু আৰু চানুৱে আলচ কৰিলে।

— ভেলোৰ, বোম্বাই বা দিল্লীলৈ নিবই লাগিব। না কৰিলে ন'হব। শেষ চেষ্টা।

— তাকে নকৰিলে আমি শান্তি নেপাম। আমি সদায় ভাবি থাকিম যে মাই উপযুক্ত চিকিৎসা নেপালে।

— সেইটো সন্তাপেও আমাক খুলি খুলি খাব।

— সঁচা কথা। দেউতাক আকৌ কোৱাৰ দৰ্কাৰ নাই। দেউতা আমাৰ কথাতে ৰাজি হ'ব।

দুইটা ডেকা ল'ৰাই সজল চকুৰে মাকক অনেক ধৰণে বুজায়ো অন্য ঠাইলৈ যাবৰ বাবে মান্তি কৰাব নোৱাৰিলে। যশোৱাই মাথোন বাৰে বাৰে কৈ থাকিল, "ইমান সুখৰ সময়ত, তহঁতৰ দৰে দুটা মতগজ ডেকা ল'ৰা আৰু দেউতাৰৰ বাবে ঘৰখন জয়জয় ময়ময় হৈ থাকোতে যে মই চকু মুদিব পাৰিম ইয়াতকৈ আৰু সুখৰ কথা কি থাকিব পাৰে?"

ৰাতি সিহঁতে বাপেকক সকলোখিনি কথা ক'লে। বাপেকে এটা দীঘল হুমুনিয়াহ পাৰি ক'লে, "ময়ো আগৰেপৰা কৈ কৈ হাৰি গ'লোঁ। উপায় নাই। সেইবুলি মাৰক নুদুষিবি। তেওঁ আমাতকৈ বহুত ওপৰত। যি মৃত্যু-ভয় জয় কৰিব পাৰিছে তাতকৈ আৰু ভকতিৰ পৰম সিদ্ধি কি হ'ব পাৰে? মাৰে পৰম তত্ত্ব পাই গৈছে। তেওঁ গোঁসানী। সেৱাৰ যোগ্য।"

মুকুন্দৰ ঘন ঘন নিশ্বাস আৰুসজল চকুৱে ৰঞ্জু আৰু চানূৰৰ দুখ বঢ়ালেহে। সি সুধিলে, "পেয়িং ৱাৰ্ডলৈ যাম বুলি কৈছেনে?" চানূৰে ক'লে, "নেযায়। নামগুণ গাই তহঁতৰে মুখ চাই মৰিম বুলি কৈছে।"

"চিনেমা হলটো দেখুৱালি?"

"দেখুৱালোঁ।"

"কি ক'লে?"

"তোমাক বৰ বহল মনৰ মানুহ বুলি ক'লে। মোৰ হৈয়ে দেউতাৰে কত কি কৰিব পাৰে বুলি কৈ এটা নীৰস হাঁহি মাৰিলে।"

ইয়াকে শুনি মুকুন্দই ভাবিলে যে তাৰ চেষ্টা সাৰ্থক হৈছে। সি পুৱাই ঘৰতে থকা তাৰ অফিচলৈ গ'ল। কিছুপৰ হিচাপ-পত্ৰ চাই সি বহুত দিনৰ মূৰত নিজকে নিজে ক'লে, "মুকুন্দ, আৰু দেৰি কৰিলে নহ'ব। সোনকালেই 'যশোৱা'ক ৰাইজৰ আনন্দৰ কাৰণে এৰি দিব লাগিব। মোৰ যশোৱা জীয়াই থাকোতেই। আজিয়েই তাৰিখ এটা ঠিক কৰিব লাগিব।....."

বাতৰি কাকতত এটা সুদৃশ্য প্ৰেক্ষাগৃহৰ ছবি। আধা পৃষ্ঠা জুৰি থকা বিজ্ঞাপনটোৱে ঘোষণা কৰিছে যে ৰাইজৰ বহু আকাঙ্খিত সুবৃহৎ সুৰুচিপূৰ্ণ

প্ৰেক্ষাগৃহৰ শুভ উদ্বোধন হ'ব ২৯ জানুৱাৰী শনিবাৰে (১৯৭৭ চন)। দিনৰ তিনিটা বজাত। যাদু-যুদ্ধ-নৃত্য গীত-ভৰা পিণ্টু কাপুৰৰ ছবি 'গোলন্দাজ'ৰ প্ৰদৰ্শনৰ বাবে প্ৰেক্ষাগৃহ মুকলি কৰিব মাননীয় শিল্পমন্ত্ৰী শ্ৰীবনবিহাৰী শৰ্মাদেৱে।

২৯ জানুৱাৰীলৈ আৰু সাতদিন বাকী। গুৱাহাটী আৰু যোৰহাটৰপৰা প্ৰকাশিত প্ৰতিখন দৈনিক বাতৰিতে এই বিজ্ঞাপন ওলাই থাকিব। ইতিমধ্যে আৰ.চি. এৰ মানুহ আহি প্ৰেক্ষাগৃহটো পৰীক্ষা কৰিলেহি। এই কোম্পানীৰ ধ্বনি বিশেষজ্ঞই প্ৰেক্ষাগৃহৰ সকলো বিজ্ঞানসন্মত সুব্যৱস্থা কৰি দিলে। কলিকতাৰপৰা অহা 'ইণ্টেৰিয়ৰ ডেকৰেটৰে' প্ৰেক্ষাগৃহৰ ভিতৰভাগ কেবা বিধ ৰং আৰু বেৰত অংকিত ছবিৰে ৰমক জমক কৰি তুলিলে। চকীবোৰো 'ইণ্টেৰিয়ৰ ডেকৰেটৰ'ৰ নিৰ্দেশ মতেই কিনা।

প্ৰেক্ষাগৃহত ৰূপালী পৰ্দা তৰা হ'ল আৰু প্ৰজেক্টৰো বহিল। চলচ্চিত্ৰ প্ৰদৰ্শনৰ বাবে বিভিন্ন কৰ্মচাৰীৰ নিযুক্তিও হল। ৰঞ্জুকে প্ৰেক্ষাগৃহৰ ভাৰ দিব বুলি মুকুন্দই মনস্থ কৰিলে। বিশেষভাৱে নিমন্ত্ৰিত লোকসকলক আপ্যায়ন কৰিবৰ বাবে কলিকতাৰপৰা মিঠাই অনোৱাৰ ব্যৱস্থা কৰা হ'ল। ৰাতি আকৌ প্ৰকাণ্ড ভোজ। ৰৌ মাছ 'ৰ'ষ্ট' বনাবৰ বাবে ডুমডুমা ক্লাবৰ খানচেমা ইমদাদক আগতীয়াকৈ কৈ থোৱা হ'ল। ৰেণু বেগমে পোলাও বনোৱাৰ ভাৰ ললে।

ৰঞ্জু এইবোৰ ব্যৱস্থা-পাতিত সন্তুষ্ট। কিন্তু বাপেকৰ এটা কাম তাৰ পছন্দ নহ'ল। তাৰ মতে শুভ উদ্বোধনৰ বাবে শিল্পমন্ত্ৰী বনবিহাৰী শৰ্মাক মাতিব নেলাগিছিল। কাৰণ তাৰ মতে বনবিহাৰীহঁতৰ পৰাক্ৰমৰ দিন টুটি আহিছে। আগৰ বহু মন্ত্ৰীৰ দৰে আৰু এবছৰ-দুবছৰ পিছত এতিয়াৰ মন্ত্ৰীবোৰৰ নাম ৰাইজে পাহৰিব আৰু সিহঁতে মাথোন অতীতক সুঁৱৰি বৰ্তমানক দোষ দি থাকিব। কাৰণ জানুৱাৰীৰ মাজ ভাগত ইন্দিৰা গান্ধীয়ে ঘোষণা কৰিলে যে জৰুৰীকালীন অৱস্থা বৰ্তি থকাৰ ফলত দেশলৈ শৃঙ্খলা, নিয়মানুবৰ্তিতা আৰু নৈতিকতা ঘূৰি অহাৰ বাবে আৰু ভাৰতৰ মহান ঐতিহ্য অনুসৰি গণতন্ত্ৰৰ সন্মানাৰ্থে জৰুৰীকালীন অৱস্থা উঠাই দিয়া হৈছে আৰু মাৰ্চত সংসদৰ সাধাৰণ নিৰ্বাচন ঘোষণা কৰা হৈছে। ৰঞ্জুৰ দৰে বহুতে ভাবি লৈছে যে ৰাইজে ইন্দিৰা গান্ধীৰ সপক্ষে ৰায় নিদিয়ে। গতিকে কেন্দ্ৰত যদি জয়প্ৰকাশৰ মানুহ বহে তেনেহ'লে ৰাজ্যসমূহত কংগ্ৰেছী মন্ত্ৰীসভা তিষ্ঠি থাকিব নোৱাৰে। অসমৰ মন্ত্ৰীসভা তিষ্ঠি থাকিলেও ১৯৭৮ চনৰ বিধান সভাৰ

নিৰ্বাচনত সকলো ওলট-পালট হৈ যাব। দেউতাকেহে মুখ্যমন্ত্ৰী শৰৎ সিংহ আৰু তেওঁৰ সতীৰ্থসকলক উত্তৰাধিকাৰী সূত্ৰে পোৱা অক্ষয় শক্তি বুলি ভাবিছে। বাণিজ্যৰ ছাত্ৰ হলেও ইতিহাসৰ অমোঘ নিৰ্দেশ কি হব পাৰে সি বুজিবলৈ চেষ্টা কৰে। এই বয়সত তাৰ মনটো যুক্তিবাদী আৰু নিৰ্মোহ।

আৰু সাত দিন। তাৰ পিছততো তেওঁৰ চিন্তাই নাই। তাৰ কৰ্মচাৰীবোৰৰহে বিপদ।

কথাটো সঁচা। গোনাই জানো সকলোবোৰ 'লিংক'ৰ বিষয়ে জানে? কিয় নেজানিব? সিদিনালৈকে সি মুকুন্দৰ বুকুৰ কুটুম আছিল। এতিয়া সিয়েই তাক চুকত থাকি বুকুত কামোৰ মাৰিলে।

গোনা তেনেহলে এতিয়া লক্ষপতি?

অলবৎ।

যদি তাক খতম কৰি দিয়ে?

তাৰ লক্ষণ দেখা নাই। মই ভাবি পাইছোঁ, মুকুন্দই কাৰবাৰটো ধ্বংস হৈ গ'লে ভালেই পাব। তাৰ এতিয়া চব আছে। সি পোহৰলৈ আহিব খুজিছে। মানুহে সোনকালে কথা পাহৰে। অলপ দিনৰ ভিতৰতে তাৰ দুৰ্নাম লুকাব, গাজাৰ চোৰাং বেপাৰী মলয় চাহাবৰ দৰে সি ভদ্ৰলোক হৈ পৰিব। মলয় চাহা 'থ্ৰি ষ্টাৰ' হোটেলৰ মালিক হৈয়ে মিউনিচিপেলিটিৰ চেয়াৰমেন হ'ল, কালাবাড়ীৰ সভাপতি হ'ল। ইফালে দশানন যাদবে মন্ত্ৰীবোৰক সহকৰ্মী বুলি ভাবে যদিও মদৰ মহলদাৰ হৈ আছে কাৰণেই সমাজৰপৰা সি সিমান সন্মান পোৱা নাই।

তেনেহলে ইৰ্শ্বাদ খাঁৰ কাৰবাৰৰ কি অৱস্থা হ'বগৈ?

দুটা ঘটনাৰ এটা ঘটিলে এই কাৰবাৰ চলি থাকিব। ৰেণু বেগম যদি ইৰ্শ্বাদৰ নিচিনা হৈ মুকুন্দ বা গোনাক হত্যা কৰোৱাই বা মুকুন্দই গোনাক হত্যা কৰে, তেনেহ'লে কিছুদিন চলিব।

যদি তেনে ধৰণৰ হত্যাকাণ্ড নঘটে?

ৰজা নিশকতীয়া হোৱাৰ পিছত বিষয়াবোৰহে মূৰ তুলি উঠে আৰু সৰু সৰু চুবুৰীয়া ৰাজ্য ঘোষণা কৰি সিহঁতে নিজৰ ভিতৰতে খোৱা-কামোৰা কৰি মৰে। শেষত আন এজন শক্তিশালী ৰজাই আক্ৰমণ কৰি গোটেইবোৰ সৰু সৰু ৰাজ্য এফালৰপৰা অধিকাৰ কৰি যায়। ইৰ্শ্বাদৰ ৰাজ্যৰ অৱস্থাও একেই হ'ব।

অৰ্থাৎ শেষত উজনি অসমৰ কানিৰ কাৰবাৰ গোলাম আলিৰ হাতলৈ আহিব?

মই তাকেই ভাবোঁ। গোলাম আলিৰ দুটা গুণ আছে। সি ঈৰ্ষাদৰ দৰে নিৰ্মম আৰু কৌশলী। তাৰ 'টেনাচিটি'ও (আঁকোৰগোঁজ হৈ লাগি থকা স্বভাৱ) অদ্ভুত। সি শেষ হৈ যাব খুজিছিল। বাৰ বছৰ অপেক্ষা কৰিলে। এতিয়া আকৌ উঠিল। এদিন সিও চাৰ্কিট হাউচত মন্ত্ৰীৰ সৈতে সমানে সমানে কথা পাতিব পাৰিব।

এই গোপন সংলাপত সঘনে প্ৰশ্ন কৰোতাজন আছিল ৰাজ্যিক আবকাৰী বিভাগৰ উপায়ুক্ত চাণক্য বৰঠাকুৰ। আনজন লক্ষীমপুৰ জিলাৰ আৰক্ষী অধীক্ষক নীলমণি হাজৰিকা।

কাক আগতে এৰেষ্ট কৰিলে ভাল হব?

কাকো এৰেষ্ট কৰিব নোৱাৰি। এতিয়াও মুকুন্দ খাওন্দৰ পলিটিকেল কনেক্চন আছে। বাঘৰ নেগুৰত হাত দিব নোৱাৰি। চেণ্টাৰত 'জনতা' বহিলেওতো কোনো কোনো ৰাজ্যত কংগ্ৰেছ থাকি যাব পাৰে!

ঠিকেই কৈছে। তদুপৰি নতুন দলৰ মানুহবোৰতো দেবদূত নহয়। টকা থকা মানুহে এইখন গণতন্ত্ৰত কাক বশ কৰিব নোৱাৰে?

এনেতে এটা নাটকীয় ঘটনাই কথোপকথনৰ গতি ঘূৰাই পেলালে। আৰক্ষী অধীক্ষক নীলমণি হাজৰিকাৰ পিয়ন এটাই এখন কাগজ দিলেহি। এই কাগজখনেই সেইদিনাৰ গুপ্তচৰৰ প্ৰতিবেদন। দুটা পৰিচ্ছদ পঢ়াৰ পিছত তৃতীয় পৰিচ্ছদটোৱে হাজৰিকাৰ কৌতূহল জগালে।

এটা আচৰিত খবৰ শুনক। থানু নেওগ নিখোজ হৈছে।

কোন থানু নেওগ?

গোনা। মাক কনকাক কেচ দিবলৈ মুকুন্দই মানা কৰিছে।

যদি গোনাক সিহঁতে মাৰিলে?

অসম্ভৱ নহয়। সি পলালে মুকুন্দহঁতে কনকাক 'হ'ষ্টেজ (পণবন্দী) কৰি ৰাখিব। তাক হত্যা কৰিলে সিহঁতে তাইক ৰাজৰাণীৰ দৰে ৰাখিব। দেখা যাওকচোন। লেট্ আচ ৱেট্ এণ্ড চি।

সঁচাকৈয়ে পলাইছেনে? তোমালোকে মোৰ ল'ৰাটো মাৰিলা? — কনকাই কান্দি কান্দি মুকুন্দক সুধিলে।

অবশ্যে এনে কাৰবাৰত তাৰদৰে বিশ্বাসঘাতকক মাৰি পেলোৱা হয়। মই তাকে নকৰিলোঁ। কিন্তু অচিৰে কেশৱ মহাজনে আৰু হামিদে তাৰ প্ৰাণ ল'লেহেঁতেন। সি বোধহয় গম পালে। সেই বাবেই পলাল। কিন্তু আপুনি কেচ নকৰিব। কাৰো উপকাৰ নহয়। কেছু খান্দোতে সাপ ওলাব। সি নিশ্চয় গোলাম আলিৰ দলত। — মুকুন্দই ক'লে।

মুকুন্দৰ এটা ডাঙৰ চিন্তা হ'ল। কনকাক এতিয়া কাৰা পাহাৰত ৰখা হৈছে। এনেকৈ থাকিলে গোনাই গোলাম আলিৰ লগ লৈ চোৰাং কাৰবাৰ কৰিহে থাকিব পাৰিব, গোলাম আলিৰ দৰে মুকুন্দৰ মানুহক বাধা দিব নোৱাৰিব। কিন্তু কনকাক লৈ যাবলৈ যদি সি ৰাতি দলে বলে ওলায়হি, তেতিয়া প্ৰচুৰ ৰক্তপাতৰ আশঙ্কা। কাৰণ গোলাম আলিৰ নিষ্ঠুৰ নেতৃত্বই তাৰ তলতীয়া মানুহবোৰকো সমানে নিষ্ঠুৰ কৰিছে বুলি সি খবৰ পাইছে।

ৰেণু বেগম ইৰ্শ্বাদৰ পত্নী যদিও তাইৰ ছাহানিৰ হীৰাবাঈতকৈ মনটো কোমল। তাই হত্যাক পছন্দ নকৰে। সেইবাবেই গোনা তাইৰ ৰূপ-যৌৱনৰ প্ৰতি লোলুপ হোৱা গম পায়ো তাই তাৰ হাতত ধৰা নিদিলে। তাইৰ ভাব হৈছিল যে ইৰ্শ্বাদৰ দৰে গোনায়ো সহজে এটা মানুহক হত্যা কৰিব পাৰে। তাইৰ অনুমান মতে ইৰ্শ্বাদৰ দৰে গোনাৰো জগতখন স্থূল আৰু ধনকেন্দ্ৰিক। তাই ইৰ্শ্বাদক ভাল পাই বিয়া কৰোৱা নাছিল। তাই ইৰ্শ্বাদৰ অন্তেষপুৰলৈ অহাৰ এটাই কাৰণ আছিল যে বহুতৰদ্বাৰা পিষ্ট হোৱাতকৈ এটাৰ লগত বেশ্যালি কৰাই ভাল। তাই জানিছিল যে ইৰ্শ্বাদেও তাইক এটা লোভনীয় শৰীৰ হিচাপেহে তাইক বিয়া কৰাইছিল। তাই কান্ধুলিজনীয়া। তাইৰ বাবে মৰমহে ঘাই আহাৰ। কিন্তু চহৰীয়া জীৱনে তাইক মৰমৰ উম পাই ভাগ্যৱতী হোৱাৰ সুবিধা নিদিলে।

গোনা পলাই যোৱাৰ বাতৰি পায়ে মুকুন্দই মৌচম মঞ্জিলত ৰেণুক লগ ধৰি কনকাৰ বিষয়ে আলোচনা কৰিলে। সি কনকাৰ কাৰণেই ৰক্তপাত হোৱাৰ সম্ভাৱনাৰ কথাও ৰেণুৰ আগত দাঙি ধৰিলে।

— কনকা বৰ ভাল। কিন্তু সিহে এটা অসুৰ। নিকষা পুতেক ৰাবণ।

— তেনেহ'লে ৰাবণৰ মাক ভাল আছিল?

— ভাল আছিল। কিন্তু নিজেই নিজক কুলক্ষণী বুলি কৈছিল। কনকাও দুৰ্কপলীয়া। গিৰিয়েকৰ মূৰ খালে, পৰকীয়া পীৰিতিতো তাই হাৰিল, শেষত

আকৌ বিয়াৰ আগতেই একেটি পুতেক উধাও। মানুহজনীৰ এতিয়া কি ব্যৱস্থা কৰা যায় ভাবিবই পৰা নাই।

ৰেণু বেগমো সমানে চিন্তিত হ'ল। তাই ভিতৰলৈ গৈ বাইটিয়েক দুজনীক — মফিকা আৰু জাহিৰাক— মতাই আনিলে। অলপ পৰৰ পিছতে সিহঁত চাৰিও কনকাৰ ভৱিষ্যত সম্পৰ্কে উপায় উদ্ভাৱন কৰাত লাগি গ'ল। শেষত মফিকাৰ কথাই ৰজিল। তাই ক'লে, "হিন্দু তিৰোতাৰ এটা ডাঙৰ সুবিধা আছে। বুঢ়া কালত তীৰ্থত থাকিব পাৰে। গুৱাহাটীৰ কামাখ্যাত কিজানি এনে ব্যৱস্থা নাই। বাৰাণসীত নিশ্চয় আছে। আমাৰ ইম্ৰানে কৈছিল।"

মান্তি হ'ব জানো? — ইয়ো এক প্ৰশ্ন। 'জেনানা'ৰ দলে কনকা মান্তি হ'ব বুলি অভিমত দিলে। মুকুন্দৰো তেনে এটা ধাৰণাই হ'ল। কাৰণ বিশেষ পৰিস্থিতিত এজনী তিৰোতাৰ প্ৰতিক্ৰিয়া কেনে হ'ব পাৰে সেই বিষয়ে তিৰোতা মানুহেহে ভালকৈ অনুমান কৰিব পাৰে।

কনকাৰ লগত কোন যাব? এই সমস্যাৰো সমাধান হৈ গ'ল। ৰেণুৰ দেউতাক কেৰামতেই এই ক্ষেত্ৰত উপযুক্ত লোক। তিৰোতা বলিয়া মানুহটোৰ সদগুণো বহুত। যাক ভাল পায় তাক সি প্ৰাণভৰি ভাল পায়। তাক বিশ্বাস কৰা মানুহক সি নঠগে। ধৰ্মৰ কথা জানে কাৰণেই আনৰ ধৰ্মক অৱজ্ঞা নকৰে। নামাজো পঢ়ে, ৰাতি কালী সাধনাও কৰে। হেকিমী-কবিৰাজী-ডাক্তৰীত বিশ্বাস কৰা কান্ধুলিজানৰ ৰোহিত 'দাগ্‌দাৰ'ৰ দৰে। কনকাই হয়তো তীৰ্থ হিচাপে কাশীধামকে পছন্দ কৰিব। কেৰামতে তাইক তাত বেছ সুবিধা কৰি দিব পাৰিব। তাৰ মুখত সংস্কৃতৰ শ্লোক শুনি চাগৈ পাণ্ডাবোৰে তবধ মানিব।

এই প্ৰস্তাৱ লৈয়ে মুকুন্দই কনকাৰ লগত সাৱধানে কথা পাতি গ'ল।

— কনকা বাইদেউ, তাৰপৰা কিন্তু আপোনাৰ আৰু বিপদ আছে।

— কিন্তু সি মোৰ একমাত্ৰ পো।

— কিন্তু তাৰ মনত বহুত হাবিয়াস। টকাৰ কাৰণে সি চব কৰিব পাৰে। মাকলৈ মৰম থকাহেঁতেন সি অন্ততঃ ক'লৈ পলাইছে আপোনাক কৈ গ'লহেঁতেন। সি আপোনাৰ অৱস্থা কি হ'ব এই বিষয়ে অকণো নেভাবিলে। সি গোলাম আলিৰ হুকুমহে শুনিলে। ঈশ্বৰে নকৰক, কিন্তু মোৰ ভাব হৈছে গোলাম আলিৰ বাবে

তাৰ প্ৰয়োজন শেষ হোৱাৰ পিছত গোলাম আলিয়েই তাক হত্যা কৰিব। গোপন ব্যৱসায়ত দুতলীয়াৰ স্থান নাই। তদুপৰি গোনাৰ দৰে বুধিয়ক মানুহ আলিয়ে সহ্য কৰিব নোৱাৰিব।

ইয়াকে শুনি কনকাৰ মাতৃৰ হৃদয় উথলি উঠিল। তাই বিনালে। বিননি কমিলত মুকুন্দই ক'লে, "আপোনাৰ নেলাগে মোৰেই সংসাৰলৈ পিঠি দিবৰ বয়স হৈছে। এতিয়া মায়াও ভাল নহয়, সংসাৰৰ আসক্তিও বেয়া। তাকেইতো 'ধৰম মূৰ্তি বস্তুৱে' (মাধৱদেৱ) বহুত বাৰ আমাক সোঁৱৰাই আছে। ঘোষাত আছেই দেখোন — বালকে কৰোক বহু মান/ যুৱায়ে সেৱোক পাৰেমান / বৃদ্ধ বিষয়ৰ বহিৰ্ভূত হুয়া গৈল। ভোগ কৰিবাক নাপাৰায়/ ভক্তিহীন বৃদ্ধে তেজিতে সমৰ্থ নহয়। দশন বিহীন কুত্তা যেন / হাড় চোবাইবাক নেপাৰয়/ জিহ্বা লড়বড় কৰি মাত্ৰ চেলকয়।। — এতিয়া আমাক লাহে লাহে এই দুফাকি ঘোষাই গ্ৰাস কৰিব খুজিছে।"

"এৰা, মই ভাবোঁ, বিষয়-বাসনা বৈৰীহে। তই মোক কি কৰা উচিত বুলি ভাব?"

"কাশীলৈ যাওক। মই সকলো সুবিধা কৰি দিম।"

"নেযাওঁ বোপাই। ভাষা বুজি নেপাওঁ। অচিন মানুহবোৰৰ ওচৰত মৰিব নোৱাৰোঁ।"

মুকুন্দ সমস্যাত পৰি গ'ল। তাৰ সকলো আঁচনি পণ্ড হওঁ হওঁ। এনেতে তাৰ উপস্থিত বুদ্ধিয়ে কাম কৰিলে। তাৰ পূব শৰণীয়াৰ কস্তুৰবা আশ্ৰমৰ কথা মনত পৰিল। উচ্চ শিক্ষিতা, অবিবাহিতা একালৰ সুন্দৰী, ধনীৰ জীয়ৰী আৰু ত্যাগ-আদৰ্শেৰে দেৱীস্বৰূপা অমলপ্ৰভা দাসলৈকো মনত পৰিল। এখেতেই পূব শৰণীয়া আশ্ৰমখন চলায়। এদিন ভানু শৰ্মাই এখেতৰ কথা মাইকী মানুহ কিছুমানক কৈ থকা সি শুনিছিল। এবাৰ গুৱাহাটীত গান্ধী জয়ন্তীৰ দিনা সি অমলপ্ৰভা দাসক দূৰৈৰপৰা দেখিছিল।

যুক্তিপূৰ্ণ কথাৰে আনক মান্তি কৰোৱা পূৰ্বৰ ক্ষমতাখিনি সি পুনৰ ঘূৰাই পালে। কনকা কেৰামতৰ লগত পূব শৰণীয়ালৈ যাবলৈ ৰাজি হ'ল। অশ্ৰুসিক্ত নয়নেৰে কনকাই যশোৱাৰপৰা বিদায় লৈ ৰৈ থকা এম্বাশ্বেডৰ গাড়ীখনৰ ফালে লাহে লাহে আগবাঢ়ি গ'ল। মুকুন্দই তাইৰ ভৰি ছুই প্ৰণাম কৰিলে। তাই তাৰ

মূৰত আৰু গালে-মুখে হাত ফুৰাই নাকৰ পানী উজাই অশ্রুভৰা চকুৰে তালৈ চাই ক'লে, "তোৰ মঙ্গল হওক, বোপাই। তই সিজন্মত নিশ্চয় মোৰ পো আছিলি। এতিয়া তইহে আচল পোৰ কাম কৰিছ।"

এম্বাশ্বেডৰৰ ষ্টিয়েৰিঙত কালীন্দ্র। তাৰ কাষত কেৰামত। কনকাক দেখি কেৰামতে উঠি আহি গাড়ীৰ দৰজাখন খুলি দিলেহি।

এফালে 'যশোৱা প্রেক্ষাগৃহৰ উদ্বোধনী-উৎসৱৰ আয়োজন তীব্রভাৱে চলিবলৈ ধৰিলে, ইফালে যশোৱাৰ দেহৰ অৱস্থাও দিনে দিনে শোচনীয় হ'বলৈ ধৰিলে। কিন্তু যশোৱাই সুস্থিৰভাৱে সকলো যন্ত্রণা সহি গ'ল।

মুকুন্দই জৰুৰী কাম থাকিলেহে ঘৰৰপৰা ওলাই যোৱা হ'ল। ঘৰত এটা শোকাবহ অৱস্থা আছে। চৌদিশে বেদনা। কিন্তু মৃত্যুলৈ অপেক্ষা কৰি থকা যশোৱাৰ মুখত এক প্রসন্ন প্রশান্তি।

তাইৰ ব্যাধিৰ বাতৰিও সাধুমহলত বিয়পি পৰিল। কমলাবাৰীৰ সত্রাধিকাৰ প্রভু শিচ ফুৰিবলৈ আহি আমোলাপট্টিৰ নামঘৰত আছিল! এদিন তেৰাও আহি যশোৱাক চাই গ'ল। ই এটা বিৰল ঘটনা। কেৱলীয়া অধিকাৰ প্রভু সাধাৰণতে 'গৃহস্থী ঘৰ'লৈ নাহে। তেৰাই যশোৱাক আশিস নির্মালি দি এটি সুললিত সুৰত বৰগীত গালে—

| | |
|---|---|
| ভয়ো ভাই সাবধান | যেবে নাহি ছুটে প্রাণ। |
| গোবিন্দৰ ফৰমান | নিকটে মিলাই জান।।..... |

২৮ জানুৱাৰী। ১৯৭৭ চন। শুকুৰবাৰ। আজিয়েই শিল্পমন্ত্রী বনবিহাৰী শর্মা, তেওঁৰ সচিব প্রকাশ শ্রীবাস্তব আৰু 'নৰ্থ-ইষ্টাৰ্ণ ফিল্ম ড্রিষ্ট্রিবিউটৰ' নামৰ চলচ্চিত্র পৰিবেশন কৰা প্রতিষ্ঠানটোৰ গৰাকী আদিত্য মেহৰা আহি পোৱাৰ কথা। কাইলৈ 'যশোৱা'ৰ দুৱাৰ মুকলি হ'ব।

পুৱাতে যশোৱাই ক'লে "মোৰ কাৰণেনো কিয় ইমান কৰিব লাগে? মই এজনী সামান্য তিৰোতা। কান্ধুলিজান নাইবা ভগবানৰ শ শ নামৰ ভিতৰত এটাকে হলটোৰ নাম দিব পাৰিলাহেঁতেন। 'নিৰঞ্জন'টোৱেই বঢ়িয়া নাম হ'লহেঁতেন।"

মুকুন্দই ক'লে, "সেইবোৰ ক'ব নেলাগে। মোৰ হেঁপাহটো পূৰ হ'বলৈ দে, যশো। আমি কোনো মৃত্যুহীন নহয়। তই, মই, কমলাবাৰীৰ অধিকাৰ,

ৰামকৃষ্ণ মিচনৰ স্বামীসকল; সকলোবোৰ। এদিন হয়তো মানুহে সুঁৱৰিব যে পাপৰ সমাজখনত পাপেৰে ধনী হোৱা মানুহ এটায়ো প্ৰকৃততে শুদ্ধ মানুহ এজনীক ভাল পাব পাৰে, শ্ৰদ্ধাও কৰিব পাৰে।"

"এস্, কি কথাবোৰ তোমাৰ মুখলৈ আহিছে? এইবোৰ কামলৈ শেহত তোমাৰ বিতৃষ্ণা আহিছে?"

"আগৰেপৰাই। সুখ-শান্তিৰ বাবে গুপুত ধন কি হ'ব পাৰে বিচাৰি পোৱা নাই। মই বৰ অসুখী, যশো।"

"মইনো আৰু কি ক'ম? তুমি মোৰ গুৰু, স্বামী-গুৰু।"

"মই কিবা উপদেশ বিচাৰোঁ। মই জানো, মোৰ যশোৱা মোতকৈ জ্ঞানত আগবঢ়া। জ্ঞান আৰু সাংসাৰিক বুদ্ধি একে বস্তু। "নাম পৰম ধন চিন্তহু মন ভাই" বুলিও জানো। পিছে মোৰ মন এইষাৰ উপদেশতে তুষ্ট হ'ব পৰা নাই। মই কাম কৰি ভাল পোৱা মানুহ, বুদ্ধি-বৃত্তি আছে বাবে মই যুক্তিত বিশ্বাসী। ঈশ্বৰ-চিন্তাৰ লগতে আৰু কিবা পৰম ধনৰ বতৰা মোক লাগে।"

"গুৰুসকলে কোৱা মতে কৰ্মত বিশ্বাস থাকিব লাগে। ঘোষাত আছেই নহয় বোলে — কৰ্মত বিশ্বাস যাৰ / হিয়াত থাকন্ত হৰি / আতিশয় দূৰ হোন্ত তাৰ / দূৰতো বিদূৰ হোন্ত তাৰ।"

"কিন্তু কি কাম?"

"যিটো কাম কৰি ভাল লাগে, যিটো কাম ঈশ্বৰক উছৰ্গা কৰি আসক্তি নোহোৱাকৈ কৰিব পাৰি।"

"খুব ভাল কথা৷কেইটা আমাৰ যশোৰ মুখৰপৰা ওলাল। মই তুষ্ট। এই সমিধানত মই অতিকৈ তুষ্ট। মই বুজি গ'লোঁ, যশো। মই পৰম ধন পালোঁ।"

মুকুন্দৰ বিমৰ্ষ মুখত অকস্মাৎ আনন্দৰ আলো। যশোৱাৰ শুকান ওঁঠৰ মিচিকনিটোও তাইৰ সমগ্ৰ মুখমণ্ডলত বিয়পি পৰিল।

ফোনটো বাজিল। মুকুন্দ ফোনটোৰ ওচৰলৈ উঠি যোৱাৰ আগতে যশোৱাই ক'লে, "ডেৰ বজাত স্বামী ধীৰেন ৰংপি অহাৰ কথা। তুমি ঘৰত থাকিবা দেই। তেওঁ বৰবৰুৱা চাহ বাগিছাৰপৰা আহিব।"

ফোনত বিশেষ কথা নাছিল। নটৰাজ হোটেলৰপৰা কেশৱ মহাজনে ফোন কৰি শিল্পমন্ত্ৰী বনবিহাৰী শৰ্মা কেতিয়া আহি পাব পাৰে জানিব বিচাৰিছিল।

মুকুন্দ আকৌ বিছনাত যশোৱাৰ ওচৰত বহিলহি। তাৰ মনৰ চকুত ধীৰেন ৰংপিৰ চেহেৰাটো ভাঁহি উঠিল।

স্বামী ধীৰেন ৰংপি। তেওঁ কলিকতাৰ এখন বিখ্যাত কলেজত পঢ়া-শুনা কৰিছিল। এম. এ পাছ কৰাৰ পিছত ভাৰতীয় প্ৰশাসনীয় সেৱাত যোগদান কৰিছিল। বেলেগ ঠাইত চাকৰী কৰাৰ পিছত তেওঁৰ প্ৰশাসনলৈ বিতৃষ্ণা উপজিছিল। হয়তো এদিন অৰবিন্দ ঘোষৰো এনে ভাব হৈছিল। তেওঁ চাকৰি এৰি দি কলিকতাৰ ৰামকৃষ্ণ মিচনত সোমাইছিল। তাতে তেওঁ স্বামী হৈছিল। দুবছৰমান কানাডাত আছিল।

স্বামীৰ বয়স পঁচপন্ন। কিন্তু দেখাত পয়ত্ৰিছ বছৰমান হৈছে যেনহে লাগে। তেওঁৰ এতিয়া ৰামকৃষ্ণ মিচনৰ লগত সম্পৰ্ক ক্ষীণ। অসমৰ সত্ৰসমূহ আৰু চাহ বাগিছাৰ বনুৱাসকলৰ লগতহে তেওঁৰ ঘনিষ্ঠ সম্পৰ্ক। তেৰ বছৰ ৰামকৃষ্ণ মিচনৰ লগত জড়িত হৈ থকাৰ পিছত তেওঁ শংকৰ-মাধৱৰ একশৰণ নামধৰ্ম আৰু শংকৰদেৱৰ বহুমুখী প্ৰতিভাৰ মূলমন্ত্ৰ শিকি লয়। সত্ৰৰ অধিকাৰসকল আৰু শংকৰী কৃষ্টিৰ চৰ্চা কৰা লোকসকলক কাৰ্বি আংলঙত আৰু চাহ বাগিছাৰ মাজত এই ধৰ্ম প্ৰচাৰ কৰি বৃহত্তৰ অসম গঢ়িবলৈ সকলোকে আহ্বান জনায়। তেওঁ অধিকাৰসকলক কয়,"আজিৰ পৰিস্থিতিত শংকৰৰ আদৰ্শৰে দীক্ষিত ধৰ্মগুৰুসকলৰ জনজাতীয় আৰু চাহ বাগিছাৰ সমাজৰপৰা আন ঠাইলৈ যাবলৈ সময়কে হোৱা অনুচিত। তাৰ অন্যথা কাম কৰিলে শংকৰ-মাধৱক অপমান কৰাহে হয়।"

স্বামী ধীৰেন ৰংপি (নিজে কাৰ্বি মানুহ) এজন বুদ্ধিজীৱী। তেওঁৰ মুখত সকলো ধৰ্মৰ তুলনামূলক ব্যাখ্যা বৰ মৰ্মস্পৰ্শী হৈ পৰে। তেওঁৰ জনসেৱাৰ প্ৰতি এনে উদাত্ত আহ্বান শুনি কেবা গৰাকী গোসাঁই আৰু যথেষ্ট-সংখ্যক সংস্কৃতিপ্ৰেমীয়ে তেওঁৰ এই জনজাতি আৰু চাহ বনুৱাৰ উন্নয়ন প্ৰকল্পত যোগদান দিয়ে। এতিয়া উত্তৰ পূব ভাৰতৰ ভালেমান ঠাইত স্বামীজীৰ প্ৰকল্পৰ কাম চলি আছে।

এই উদ্দেশ্যে হাতীধৰা চাহ বাগিছাত কাম কৰোঁতে মুকুন্দৰ লগত স্বামী ৰংপিৰ পৰিচয় হয়। যশোৱাৰ লগত প্ৰথম পৰিচয় হোৱাৰ দিনাই তাই কয় যে মানুহটোৰ হেনো এটা ঐশ্বৰিক শক্তি আছে। যশোৱাও মাজে মাজে তেওঁৰ ওচৰলৈ আহি থকা হয়। এতিয়া তেওঁৰ কাম চলিছে ৰবৰুৱা চাহ বাগিছাত। তেওঁৰ

ভক্তাৰ দুৰাৰোগ্য ব্যাধিৰ কথা তেওঁ তাতে খবৰ পালে। তেওঁ আজি আহিব। খবৰ দিছে।

মুকুন্দই জানে স্বামীয়ে যশোৱাক বচাব নোৱাৰে। তাৰ নিশ্চিত ধাৰণা হৈছে যে মৃত্যু এক পূৰ্ব-নিৰ্দিষ্ট ঘটনা। তথাপি এনে এটা সময়ত স্বামী ধীৰেন ৰংপিৰ আগমন অতি প্ৰয়োজনীয়। তেওঁৰ উপস্থিতিয়ে হয়তো ঘৰখনত যি আধ্যাত্মিক পোহৰ বিলাব সেই পোহৰত ঘৰখন আৰু ঘৰৰ সকলোৰে আত্মাৰ শোধন হ'ব, যশোৱাই হয়তো ভৱ-বৈতৰণী পাৰ হোৱাৰ মূলমন্ত্ৰ পাই যাব।

বাহিৰত দেউতাৰ মাত শুনি মুকুন্দ ওলাই আহিল। আন উদ্দেশ্যে অহা নাই বুলি জনাবলৈকে সি ক'লে, "যশোৱা মাইক চাবলৈ আহিলোঁ। মোৰ মনে কৈছে মাইৰ আৰু বেছি দিন নাই। যোৱা নিশা বেয়া সমাজিক এটা দেখিলোঁ। মই সপোনত গৈ আছোঁ, গৈ আছোঁ। এখন অটব্য হাবি পালোঁহি। মনত ভয় নাই। তিৰোতাৰ বিননি শুনিলোঁ। বিননিৰ ফালে গৈ গৈ এটা পোহৰ দেখিলোঁ। পিছে সেইটো পোহৰ নাছিল। এগৰাকী অপেচৰী যেন তিৰোতা মানুহৰ ৰূপৰ জেউতিতহে হাবিৰ আধা আধা এন্ধাৰখিনি পোহৰ হৈছে। অপেচৰীয়ে বিননি জোৰা এই প্ৰথম দেখিলোঁ। মই সুধিলোঁ — আই তুমি কিয় কান্দিছা? অপেচৰীয়ে ক'লে, — এগৰাকী গুণী তিৰোতাই অলপতে এই ধৰা এৰিব। তাৰ বেজাৰত। কোন বুলি সোধাত অপেচৰীয়ে আমাৰ যশোৱা মাইৰ কথা ক'লে।"

কথাখিনি কৈ দেউতাই হুক্ হুক্ কৰে কান্দিবলৈ ধৰিলে। মুকুন্দইহে তাক সান্ত্বনা দিবলগীয়া হ'ল। দেউতাই চকু-মুখ মচি ক'লে, "যশোৱা মোৰ সকলো। মা, ভনী, বোৱাৰী, দুখৰ আশ্ৰয়।" মুকুন্দই একো মতামত নিদি মাথোন যশোৱাৰ ওচৰলৈ যাবলৈ বাট দেখুৱাই দিলে।

দূৰৈত স্বামী ধীৰেন ৰংপিক দেখিহে মুকুন্দৰ মনটো অলপ পাতল লাগিল।

স্বামীজীয়ে যশোৱাৰ সকলো খা-খবৰ লৈ ক'লে, "মই আহিম বুলি খবৰ দিছিলোঁ।"

মুকুন্দই ক'লে, "যশোৱে কৈছিল। আপুনি কিন্তু আজি ইয়াতে থাকিব লাগিব। ৰোগীৰ মতি-গতি ভাল দেখা নাই।"

স্বামীজীয়ে মাথোন ক'লে "আগতে চাই লওঁচোন।"

ভিতৰত দেউতাৰ মাত শুনা গ'ল, "মইহে মৰিব লাগে মা। তই এইবোৰ কি কৈছ?" ৰঞ্জু আৰু চানুৰো ওচৰত থকাৰ উমান পোৱা গ'ল।

মুকুন্দই স্বামীজীৰ লগত কথা পাতি থাকোতে ই ফোনটো বাজিল। মুকুন্দই ফোন ধৰিবলৈ ভিতৰলৈ গ'ল।

সি ওলাই আহিল।

স্বামীজীক এখন্তেক বহিবলৈ কৈ সি গাড়ীত উঠিল। বনবিহাৰী শৰ্মা পালেহিয়েই। বনবিহাৰী শৰ্মা আৰু লগৰ মানুহকেইজনৰ লগত অলপ সময় কথা পতাৰ পিছতেই যশোৱাৰ অসুখ টান হৈছে আৰু তাক তাই বিচাৰিছে বুলি মুকুন্দক চানুৱে ফোন কৰিলে। তাৰ গাটো শিয়ৰি উঠিল।

সি আহি দেখিলে যে চেতনহীন যশোৱাক আটাইবোৰে আগুৰি আছে। তাইৰ ঘঁটিকাটো উঠা-নমা কৰিছে। ওঁঠ দুখন লৰিছে। কাণৰ লতি দুখন ওলমিছে। নাকৰ পাহি লৰিছে।

যশোৱাই মুকুন্দক চিনি পালে যেন লাগিল। তাইৰ মূৰত হাত দিয়া তাৰ হাতখন তাই খামোচ মাৰি ধৰিলে। নালীয়াপুলৰ ফালৰপৰা বিয়লিৰ আজান শুনা গ'ল। ৰঞ্জু আৰু চানুৱে মা মা বুলি আতুৰ হ'ল। দেউতাই "মোতকৈ কিয় আগতে গলি মা?" বুলি থোকাথুকি মাতেৰে কৈ বিছনাত মূৰটো পেলাই দিলে। স্বামী ধীৰেন ৰংপিয়ে সুৰ লগাই গালে— 'ৰা' শব্দক উচ্চাৰন্তে/ৰাম ৰাম ৰাম ৰাম ৰাম...। ৰাম নাম শুনি শুনি, বুকুত ৰখা স্বামীৰ হাতখনত ধৰি যশোৱাই চিৰদিনলৈ চকু মুদিলে।

জীৱ থকা শৰীৰটো ইমান বছৰে কান্ধুলিজানলৈ নগ'ল। যোৱাৰ সুবিধা নহ'ল। এতিয়া তাইৰ জীৱহীন কায়টোহে কান্ধুলিজানৰ কঁহুৱামুখলৈ যাব। ক'ৰবাৰপৰা অনুপো আহি পালেহি। সি ক'লে যে এয়ে হেনো যশোৱাৰ ইচ্ছা আছিল।

মুকুন্দৰ ঘৰৰ আগৰ ৰাস্তাত তিনিখন খোলা ট্ৰাক থিয় হলহি। কেবাখনো মটৰ গাড়ীও। সোণাৰীঘাটৰ মানুহখিনিও খোলতাল লৈ ওলালহি। মোহনাঘাটৰ কান্ধুলিজনীয়া মানুহখিনি তাৰ আগতেই পালেহি। চোতালখন মানুহেৰে উপচি পৰিল।

মুকুন্দই ৰেণু বেগমক ক'লে, "কাইলৈ যে হলটো মুকলি নহব তাকে আপুনি মন্ত্ৰীক খুব আবেগেৰে কব লাগিব। কব — চাওক ছাৰ, যিজনী মানুহৰ নামেৰে এই হলটো তৈয়াৰেই যদি ...."

মুকুন্দই বাকীখিনি কথা ক'ব নোৱাৰিলে। সি শোকত ভাগি পৰিল।

শটো ট্ৰাকৰ ওপৰত সজোৱা হ'ল। ধূপ-ধুনাৰ সুগন্ধ চাৰিওফালে বিয়পি পৰিল। মন্ত্ৰী বনবিহাৰী শৰ্মাৰো সৌজন্যবোধৰ অভাৱ নহ'ল। তেওঁ, তেওঁৰ সচিবজন, চিত্ৰ পৰিবেশক মেহৰা আৰু আবকাৰী বিভাগৰ বিষয়াকেইজনাম ওলালহি। আবকাৰী বিভাগৰ উপায়ুক্ত চাণক্য বৰঠাকুৰ আৰু আৰক্ষী অধীক্ষক নীলমণি হাজৰিকায়ো মুকুন্দ আৰু ৰঞ্জুহঁতক সান্ত্বনা দিলেহি।

ৰেণুৱে বনবিহাৰী শৰ্মাক 'যশোৱা'ৰ উদ্বোধনী-উৎসৱ পিছুৱাৰ কথা সুকীয়াকৈ কববৈলে নহল। তাই আৰু মুকুন্দই তেওঁলোকক একেলগে কথাটো ক'লে।

ট্ৰাকত উঠাই থোৱা শটোৰ কাষতে ৰঞ্জু আৰু চানুৰ বহিল। স্বামী ধীৰেন ৰংপিয়েও শিতানৰ ফালে ঠাই ল'লে। মোহনাঘাট আৰু সোণাৰীঘাটৰ গায়ন-বায়নো খোল তাল লৈ ট্ৰাকৰ ওপৰত উঠিল। পৰিতালৰ ঘাঁতৰ পিছত গীতৰ ধ্বনিৰে চৌদিশ মুখৰিত হ'ল।

মুকুন্দ ট্ৰাকৰ ওপৰলৈ উঠাৰ আগতে ৰেণুৱে তাক সুধিলে, "শ্ৰাদ্ধ কেতিয়া হ'ব?" মুকুন্দই আঙুলিৰ মূৰত হিচাব কৰি কলে, "এঘাৰ দিনৰ মূৰত। ফেব্ৰুৱাৰীৰ সাত তাৰিখ সোমবাৰে পৰিব। সেইদিনাই উদ্বোধন হব বুলি আজিয়েই মাইক যোগে ঘোষণা কৰা ভাল হবনে বুলি সোধাত মুকুন্দই ক'লে, "পিছদিনাহে ভাল হব। গিয়াতালিৰ ভোজ আছে। আঠ তাৰিখ মঙ্গলবাৰ। যশোৱাৰ জন্মবাৰ।"

ট্ৰাক আৰু জীপৰ শোভাযাত্ৰা কান্ধুলিজানৰ ফালে চলিল। অৱশ্যে তাৰ আগতে শটো নিৰ্মাণকাৰ্য্য শেষ হোৱা 'যশোৱা'ৰ ভিতৰত অলপ সময় ৰখা হ'ল। আকৌ ট্ৰাক আৰু জীপবোৰ কান্ধুলিজানৰ ফালে চলিল। যশোৱাৰ শটোৰ ওচৰত বহি মুকুন্দই তাৰ ভৱিষ্যত কাৰ্য্যপন্থাৰ থকা ভাবিবলৈ ধৰিলে। যিটো কাম কৰি ভাল লাগে, যিটো কাম আসক্তি আৰু উদ্বেগ নোহোৱাকৈ কৰিব পাৰি...।

কৰ্তব্যৰ লগত সুখৰ সম্পৰ্ক আছেনে বুলি সোধাত স্বামী ধীৰেন ৰংপিয়ে ক'লে, "এই সম্পৰ্কৰ কথা ধনবলিয়া মানুহবোৰে নেভাবে কাৰণেই পৃথিৱীত বৰ্তমানে অশান্তি। এয়ে মানুহ অসুখী হোৱাৰ ঘাই কাৰণ। জব্ চেটিচফেক্‌চনৰ — কৰ্মত তৃপ্তিৰ — কথা সভ্য সমাজত খুব ওলায়, কিন্তু কেইজনে স্বাৰ্থ বাদ দি সেইমতে চলে? গীতাত আছে—

কিং কৰ্ম্ম কিমকৰ্ম্মোতি কৱয়োহপ্যত্ৰ মোহিতাঃ।
তত্তে কৰ্ম্ম-প্ৰৱক্ষ্যামি যজ্জাত্বা মোক্ষসেহশুভাৎ।।

অৰ্থাৎ কৰ্ম কি অকৰ্ম কি ইয়াৰে আঁতি গুৰি বিচাৰি জ্ঞানীসকলো বিমোৰত পৰে। গতিকে মই, মানে শ্ৰীকৃষ্ণই, কৰ্মৰ বিষয়ে যি উপদেশ দিম তাকে জানি তুমি— মানে অৰ্জুনক কৈছে—সংসাৰৰ বান্ধোনৰপৰা মুক্তি পাব পাৰিবা। গতিকে যশোবাই ঠিকেই কৈছিল। ঈশ্বৰক উছৰ্গি নিজৰ মনোমত কাম নিৰুদ্বেগভাবে কৰি থাকিলেই আমাৰ মনলৈ সুখশান্তি আহিব। এয়ে আজি কালিৰ ভাষাত "জব্ চেটিচ্‌ফেক্‌চন।" জ্ঞানী আৰু প্ৰতিভাবানসকলে জীৱনৰ আদি ভাগতে এই 'জব্ চেটিচ্‌ফেকচন'ৰ সন্ধান পায়। তাৰ বহুত দৃষ্টান্ত আছে। মাত্ৰ পাৰ্থক্য এইখিনিতে যে তেওঁলোকে ঈশ্বৰ-সেৱা আৰু মানৱ-সেৱা একে বুলি ধৰে।"

প্ৰাণহীন যশোবাৰ নিশ্চল আৰু চূড়ান্ত বিশ্ৰামে সুকোমল কৰা মুখখনলৈ চাই চাই মুকুন্দই ক'লে, "তেনে দুজনমানৰ কথা কওকচোন। শুনি বৰ ভাল লাগিছে।"

স্বামীজীয়ে কৈ গ'ল, "অডিট এণ্ড একাওণ্টচ চাৰ্ভিচৰ বিষয়া চি, ভি, ৰমন কাম এৰি বিজ্ঞানব্ৰতী হ'ল। বিচক্ষণ ছাত্ৰ নৰেন্দ্ৰই কলেজীয়া শিক্ষা এৰি পৰমহংসত দীক্ষা লৈ বিবেকানন্দ হ'ল। সুভাষ বসু আৰু অৰবিন্দ ঘোষ আই. চি. এচ. হিচাবে গতানুগতিক কাম কৰিবলৈ অমান্তি হ'ল। সুভাষ বসু নেতাজী হ'ল, অৰবিন্দ ঋষি হ'ল। জৱহৰলালেও সেইবাবে ওকালতি নকৰিলে। শংকৰদেৱে বৰভূঞা হিচাপে বৈষয়িক বাব নেখাই গীত-কবিত্ব গুণ প্ৰকাশি ধৰ্ম প্ৰচাৰহে কৰিলে, জাতিক জীয়ালে। মহাত্মা গান্ধী ধনীৰ উকীল নহৈ দৰিদ্ৰ নাৰায়ণৰ সেৱাত লাগিল। পশ্চিমীয়া দেশতো এনে বহু দৃষ্টান্ত আছে। অধ্যাপক, মহা পণ্ডিত আৰু অতি প্ৰতিভাশালী সঙ্গীতজ্ঞ এলবাৰ্ট চুয়েট্‌জাৰে য়ুৰোপৰ নগৰৰ সুখ-সাচ্ছন্দ্য ত্যাগ কৰি আফ্ৰিকাৰ দুখীয়া অঞ্চল এটাত গান্ধীৰ আৰ্হিৰে দৰিদ্ৰ নাৰায়ণৰ সেৱা কৰাত লাগি গ'ল। এইবোৰ কথা মনত পৰিলে ভাব হয়, আমি হতাশ হ'বৰ কাৰণ নাই। সমাজক কেতিয়াও নীতি নমনা ৰাহুবোৰে গ্ৰাস কৰিব নোৱাৰে....।"

ট্ৰাকৰ ওপৰত থকা সকলোৱে স্বামীজীৰ কথা শুনি অবাক বিস্ময়েৰে তেওঁৰ মুখলৈ চাই ৰ'ল। কান্ধুলিজান সোমোৱাৰ লগে লগেহে খোল তাল বাজিল, আকাশত গীত-মাত বিয়পিল।

অৱশেষত যশোৱাৰ প্ৰাণহীন শৰীৰটোৱে কান্ধুলিজানৰ কঁহুৱামুখৰ মাটি স্পৰ্শ কৰিলে।

## এঁকৈছ

তাৰ পিছত ?

তাৰ পিছত মই সুখৰ সন্ধানী হ'লোঁ। বিষয়-চিন্তালৈ বিৰাগ জন্মিল। কি কাম কৰি মই সন্তোষ পাওঁ সেই বিষয়ে নিজক নিজে প্ৰশ্ন কৰি বুজিলোঁ যে মই এটা নিম্নস্তৰৰ মানুহ। মই দেখাক দেখি চলা মানুহহে। মোৰ নিৰ্দিষ্ট উদ্দেশ্য নাই, নিৰ্দিষ্ট আগ্ৰহ নাই আৰু নিৰ্দিষ্ট চেতনাও নাই। বোধকৰোঁ পৃথিৱীৰ মোৰ দৰে সৰু সৰু সকলোবোৰ মানুহ এনেকুৱাই। সেইকাৰণেই কিজানি মানুহবোৰক শৃঙ্খলাবদ্ধ কৰি ৰাখিবলৈকে মহাপুৰুষসকলে ধৰ্ম উলিয়ালে আৰু সমাজৰ মুধাফুটা মানুহবোৰে আইন কানুন উলিয়ালে। অৱশ্যে ঘটনাসমূহে মোৰ চিন্তাৰ স্তৰ উন্নত কৰিলে। তথাপি মোৰ সুখ-সন্তোষৰ বাবে কি কৰ্ম বুলি গণ্য কৰিব লাগে আৰু কি অকৰ্ম বুলি বাদ দিব লাগে তাৰ এটা নিৰ্দিষ্ট উত্তৰ নেপালোঁ।

যশোৱাৰ মৃত্যুৰ চতুৰ্থ দিনালৈকে স্বামী ধীৰেন ৰংপি কঁহুৱামুখত আছিল। তেওঁক মই অন্তৰৰ সকলো সংশয় খোলাখুলিভাৱে জনালোঁ। তাকে শুনি স্বামীজীয়ে ক'লে, "আপোনাৰ প্ৰশ্নতে উত্তৰটো সোমাই আছে। মানুহৰ স্বভাৱ অনুসৰি একোটা ভাল লগা কাম থাকে। তাকেহে কৰিব লাগে। কাৰণ, স্বধৰ্ম্মে নিধনং শ্ৰেয়ঃ পৰধৰ্ম্মো ভয়াবহঃ। মই যি বুজিলোঁ, আপোনাৰ প্ৰবৃত্তিৰ লগত মিলা স্বধৰ্ম হ'ল কাঙ্খুলিজানৰ সেৱা কৰা। আপুনি এনে সেৱাই অজানিতে কৰি আহিছে। নিজৰ হৈ কাম কৰা আৰু আনৰ হৈ কাম কৰাৰ মাজত প্ৰভেদ আছে। আনৰ হৈ কাম কৰিলেহে আত্মা শুদ্ধ হয়।"

তাৰ পিছত ইয়াকে মই সাৰথি কৰিবলৈ বিচাৰোঁ।

যশোৱাৰ শাধ-কৰম হেঁপাহ পলুৱাই পতা হৈছিল। ই কাঙ্খুলিজানৰ বাবে এটা উল্লেখযোগ্য ঘটনা। কাঙ্খুলিজানৰ লগত মোৰ এটা এৰাব নোৱাৰা আত্মীয় ভাব গঢ়ি উঠিল।

তাৰ পিছত বেলেগ ৰূপ ল'লে। ৰেণুৱে মোক জনালেহি যে আদ্যশ্ৰাদ্ধৰ পিছদিনা 'যশোৱা' ছবিঘৰ মুকলি কৰিবলৈ শিল্পমন্ত্ৰী নাহে। তেওঁলোক হেনো নিৰ্বাচন লৈ ব্যস্ত। গতিকে ৰঞ্জুৰ বুদ্ধি মতেই কাম হ'ল। মহুৱামুখৰ মোহিনী ৰাজকুমাৰীয়ে 'যশোৱা'ক ৰাইজৰ হাতত গতাই দিলে। বৃদ্ধা ৰাজকুমাৰী অসমৰ প্ৰথম কথাছবিৰ 'জয়মতী'ত হেনো ভাও লৈছিল। 'যশোৱা'ৰ এইদৰে উদ্বোধন হোৱাৰ পিছত মই আকৌ কঁহুৱামুখ পালোঁহি। গিয়াতালি ভোজত উপস্থিত থাকিলোঁ।

যশোৱাৰ মৰণৰ দিনটো মোৰ নেলাগে বহুতৰে মনত থাকিব। কাৰণ যশোৱাই যিটো সপ্তাহত প্ৰাণ এৰিছিল, সেইটো সপ্তাহতে ভাৰতৰ প্ৰধানমন্ত্ৰীয়ে জৰুৰীকালীন অৱস্থাৰ পিছত নিৰ্বাচন ঘোষণা কৰিছিল। অসমত তাৰে ঢৌ লাগিল। অসমতো নিৰ্বাচন হ'ব। সেইবাবেই সকলোবোৰ ৰাজনীতি কৰা মানুহ ব্যস্ত। এয়া তেওঁলোকৰ জীৱন-মৰণ সমস্যা।

দেশৰ প্ৰজা তলে তলে জ্বলি আছিল বুলি সঠিক খবৰ নোপোৱাৰ বাবে মই এই নিৰ্বাচনত গুৰুত্ব দিয়া নাছিলোঁ। তদুপৰি এম.পিবোৰ আমাৰ কাৰণে আকাশৰ তৰাহে।

আকৌ মই কান্ধুলিজানৰ কথা ভাবিলোঁ। য়ুৰোপৰ সেই মহা পণ্ডিত মানুহজনে যদি দুখীয়া গাঁওবোৰৰ মাজত থাকি শান্তি পায় আৰু নিস্বাৰ্থ সেৱাৰ যোগেদি আত্মাক শুদ্ধ কৰে, বেৰিষ্টাৰ গান্ধীয়ে যদি হৰিজনৰ বস্তিত মলমূত্ৰ পৰিষ্কাৰ কৰি দেশক ডাঙৰ কৰাৰ কথা ভাবে, তেনেহ'লে মই নেলাগে স্বাধীন ভাৰতৰ প্ৰতিটো নিজক লৈ তুষ্ট মানুহে তাকে নকৰি আত্মাক অসুখী কৰিছে। সেইবাবেই স্বামী ধীৰেন ৰংপিয়ে কৈছিল, "মিচনত থাকি কাম কৰিলে আত্মাৰ শোধন হয়, কিন্তু ৰাজনীতিত থাকি দেশৰ কাম কৰিলে আচল সন্তোষ পাব পাৰিনে নোৱাৰি মোৰ সন্দেহ। তেওঁলোকে ক্ষমতা পাবলৈহে কাম কৰে। সেয়ে নিষ্কাম কৰ্ম নহয়।"

এইবোৰ বৰ ডাঙৰ কথা। কিন্তু মই ক্ষুদ্ৰভাৱে কান্ধুলিজানৰ সেৱা কৰিব খোজোঁ। মই জানো যে যিদিনা সেই মানুহবোৰে মোক চোৰাং বেপাৰত লিপ্ত মানুহ বুলি জানিব, সেইদিনাই মোৰ মুখা খুলি যাব, আৰু সিহঁতে মোক গ্ৰহণ নকৰিব।

তাৰ পিছত?

ঘটনাৰ কি আচৰিত যোগাযোগ যে ১৯৭৭ চনৰ আদি ভাগৰ যিটো তাৰিখে আজীৱন ৰাগীয়াল বস্তুৰ বিৰুদ্ধে যুঁজ কৰা মোৰাৰজী দেশায়ে ভাৰতৰ প্ৰধানমন্ত্ৰী হিচাপে শপত গ্ৰহণ কৰিছিল, সেইদিনাই মই ৰেণু বেগম, দেউতা আৰু বছিৰৰ আগত কানিৰ বেপাৰৰ লগত লিপ্ত নেথাকিম বুলি ঘোষণা কৰিছিলোঁ।

যদি ইচ্ছা আছে সিহঁতে চলাওক। কিন্তু যশোৱাই মোক এৰি যোৱাৰ পিছত মই আগৰ দৰে অৰ্থোপাৰ্জনত গুৰুত্ব দিব পৰা নাই। চোৰাং বেপাৰৰ যোগেদি প্ৰচুৰ অৰ্থ উপাৰ্জন কৰি ক্ষমতা আয়ত্ত কৰি অপশাসনৰপৰা বচাৰ যি যুক্তি এদিন মণিকা কাকতীৰ আগত দাঙি ধৰিছিলোঁ, সেই যুক্তিৰ অসাৰতা এতিয়া বুজি পাইছোঁ। মোক ক্ষমতা নেলাগে। মই এতিয়া এটা দৃষ্টান্ত দেখুৱাব লাগিব যে এবাৰ যি চোৰাং কাৰবাৰত লিপ্ত হয়, সি তাতেই লাগি থাকিবলৈ বাধ্য নহয়, পোহৰলৈয়ো ওলাই আহিব পাৰে।

ৰেণুৱে কয়, "আপুনি কপট। এতিয়া আপোনাৰ চিনেমা হল আছে, আন কাৰবাৰ আছে। সেই কাৰণেই এই কাম এৰিব খুজিছে। আগতে এৰাহেঁতেন অৱশ্যে ক'লোহেঁতেন, এই কাম আপোনাৰ দৰে মানুহৰ বাবে নহয়।"

মই কওঁ, "মই নিজক ভাল বুলি ক'ব খোজা নাই। অৱস্থাই মোক এনে কৰিছিল। এনেকৈয়ে সমাজক 'চেলেঞ্জ' দিলোঁ। এনেকৈ ক'বলৈ হ'লে মোৰ যুক্তি আছে।"

দেউতাই কয়, "মই কিন্তু এতিয়াও আগৰ দৰে এই কাম ভাল বুলি যুক্তি দিব পাৰোঁ। তুমি এৰিলে আনে ধৰিব। মানুহৰ নিচালৈ খঁকটো আদি কালৰে। আইনে ইয়াক বন্ধ কৰিব নোৱাৰে।"

মই একো উত্তৰ নিদিওঁ। প্ৰবৃত্তি অনুসৰি কৰ্ম আৰু অকৰ্মৰ কথা ক'লে ইহঁতে বুজি নেপাব।

এনেকৈ চূড়ান্ত ঘোষণা কৰাৰ পিছত মই বেছি পৰ মৌচম মঞ্জিলত থকাৰ কোনো প্ৰয়োজন নাছিল। কিন্তু তাত বেছি পৰ থকাটো মোৰ কাৰণে নিৰাপদ নহয় বুলি ভবা নাছিলোঁ। মোৰ উদ্দেশ্যত মই ইমান সবল যে অপ্ৰৰোচিতভাবে মোক হত্যা কৰাটো সিমান সহজ নহয়। এই মৌচম মঞ্জিলত যদি ৰেণু, হামিদ

বা আন কোনোবাই পোহনীয়া গুণ্ডাকেইটাক মোক মাৰি পেলাবলৈ হুকুম দিয়ে সিহঁতে সেই হুকুম যদি পালন কৰে তেন্তে মোৰ মৰিবলৈ আপত্তি নাই। মই এই পৰ্য্যন্ত সিহঁতৰ প্ৰভু। সিহঁতেও কিজানি মোক এটা অৰ্থ-লোলুপ দস্যু বুলি নেভাবি মানুহ বুলিহে ভাবে। সিহঁত মোৰ কৰ্তৃত্বলৈ অহাৰ পিছত সিহঁতে মোৰ কোনো নিষ্ঠুৰ আদেশ পালিবলগীয়া হোৱা নাই।

মই জোৰেৰে গাড়ী চলাই মৌচম মঞ্জিলৰপৰা ওলাই আহিলোঁ। চহৰৰ একেখিনি বায়ুয়েই এতিয়া মোৰ কাৰণে অধিক প্ৰাণদায়ক যেন লাগিল।

মই জানো যে অচিৰে ইৰ্শ্বাদৰ নিজ হাতে গঢ়ি তোলা এই গোপন ৰাজ্যখন ভাগি যাব। হামিদ হাতীধৰা বাগিছাত কাম কৰি সন্তুষ্ট হৈ থাকিব। ৰেণু এনেয়ে এই ব্যৱসায়ৰপৰা বাদ পৰিব। তাই এটা 'চালান'ৰ টকাখিনিহে পাব। পিছত টকা খটুৱালে টকাখিনি মৰা যাব বুলি ধৰি যদি তাই আন কাৰবাৰত ধন খটুৱায় তাইৰ ভালেই হ'ব। লোহা-লক্কৰৰ দোকানত ধন খটুৱা ভাল বুলি তাইক মই যথেষ্ট ইঙ্গিত দি আহিছো।

আৰু এটা প্ৰশ্ন। বাকীবোৰৰ কি হ'ব? ইয়াৰ উত্তৰ অতি সহজ। এই ৰাণাৰ, কেৰিয়াৰ আৰু ৰিটেইলাৰবোৰে যেনেকৈ এদিন ইৰ্শ্বাদ খাঁক বিচাৰি পাইছিল, সেইদৰে সিহঁতে কোনোবা এটাক বিচাৰি উলিয়াব। হয়তো সিহঁতৰ ভিতৰৰে কেইটামানে নিজেই এই কাম হাতত লব। ৰাজ্যৰ পতনৰ পিছত দেশত বহু সৰু সৰু ৰাজ্যৰ সৃষ্টি হয়। এই ৰাজ্যবোৰে নিজৰ ভিতৰতে খোৱাকামোৰা কৰি থকাৰ পিছত আকৌ কোনোবা প্ৰবল প্ৰতাপী ৰজা ওলাই এইবোৰ ৰাজ্যক বশ কৰি নিজে বিস্তাৰিত ৰাজ্যৰ অধিপতি হয়।

পাঁচআলিক কেন্দ্ৰ কৰি গঢ়ি উঠা ৰাজ্যখনো অচিৰে খণ্ড-বিখণ্ড হ'ব। খণ্ডিত আন্ধাৰ-ৰাজ্যৰ সৰু সৰু ৰজাবোৰে নিজৰ ভিতৰত খোৱা-কামোৰা কৰি মৰিব। এই চহৰৰ ৰাস্তাত মাজে মাজে দুটা এটা শ পৰি থাকিব। চিলাপথাৰৰপৰা মৰাণলৈকে এই বিস্তীৰ্ণ অঞ্চলত একো একোটা লোমহৰ্ষক হত্যাকাণ্ড সংঘটিত হ'ব। তাৰ পিছত দেখা যাব যে ৰাজনৈতিক সংযোগ থকা কোনোবা বিশিষ্ট সদাগৰে (তেওঁ কলিকতাৰো হ'ব পাৰে, দিল্লীৰো হ'ব পাৰে, তেওঁৰ নিজৰ উদ্যোগো থাকিব পাৰে।") অদৃশ্য হাতেৰে এই কাৰবাৰ সুকলমে আৰু বিনা ৰক্তপাতে চলাই আছে।

কলিকতাৰ চৌৰঙ্গী আৰু খিদিৰপুৰত এতিয়া তাকে হৈছে। আগতে এই দুটা অঞ্চলত চোৰাং বিদেশী বস্তুৰ— কাপোৰৰপৰা ডাঢ়ি খুৰুৱা ব্লেডলৈকে— যোগান ধৰিছিল জেঠমালানি আৰু ছামচুল হুদাই। এই ব্যৱসায় এৰি জেঠমালানি হংকঙলৈ গ'লগৈ আৰু ছামচুল হুদা বোম্বাইৰ অত্যন্ত প্ৰতাপী 'স্মাগলাৰ' হামদি হাছানৰ লগ লাগিল। সিহঁত যোৱাৰ পিছত কলিকতাত আন্ধাৰ ৰাজ্যৰ ভালেমান নেতা-পালিনেতাৰ উদ্ভৱ হ'ল। কিছুদিন কলিকতাৰ ৰাস্তাত দুই এটা অচিনাক্ত মৃত দেহ পোৱা গ'ল। কিন্তু প্ৰায় দুই তিনি মাহৰ পিছত এই ব্যৱসায় খুব সুকলমে চলি থাকিবলৈ ধৰিলে— এটা অদৃশ্য হাতৰ ইঙ্গিতত। এই হাত হ'ল পোহৰৰ জগতৰ এজন শিল্পপতিৰ। কলিকতাৰ পুলিচ কমিচনাৰকে ধৰি ওপৰ মহলাৰো খুব কমসংখ্যক মানুহেহে এই কথাটো জানে। গতিকে দুৰ্নীতি যেনেকৈ এতিয়া স্বাভাৱিক জীৱনৰ এটা অঙ্গ হৈ পৰিছে, সেইদৰে একো একোটা চোৰাং কাৰবাৰো একোটা উদ্যোগ প্ৰতিষ্ঠান এটা পৰিচালনা কৰাৰ দৰে দক্ষতাৰে চলি আছে। আমাৰ জাতীয় জীৱনত, গান্ধীয়ে স্বাধীনতা অনা এইখন ৰাষ্ট্ৰত, অনিয়মেই নিয়ম হৈছে। ইয়াতকৈ আৰু দুখৰ কথা কি থাকিব পাৰে? ময়োতো স্মাগলাৰ হিচাবে মুখ্যমন্ত্ৰীৰ প্ৰিয়পাত্ৰ হব পাৰিছিলোঁ।

মোৰ এই কথাটো হয়তো বহুতেই জানিলে। তিনিদিনৰ পিছত কেৰামত মোৰ ওচৰলৈ আহিল। এইবাৰ তাৰ লগত আন এজনী তিৰোতা। 'পাটনা বিড়ি' কোম্পানীৰ চকীদাৰটো মৰিল। তাৰে গাভৰু ঘৈণীয়েকজনীৰ এতিয়া আমাৰ কেৰামত তদাৰক। মই নোসোধাকৈয়ে সি তাৰ হেমাৰ (তাইৰ নাম) কথা কৈ গ'ল।

এইবোৰ কাৰণতে ৰেণুৱে মোক বেয়া পায়। পিছে তাইনো কি? তোমাক পকাবলৈ চাইছিল। নোৱাৰিলে। এতিয়া হেনো এডিচনেল এচ. পিয়ে তাৰ সুবিধা বুজি ফোন কৰি তাইক মাতি নিয়ে। কায়দা কৰি তাই ভাল মানুহটো হাতত ৰাখিছে দেই। — কেৰামতে ক'লে।

মই তাৰ কথাত গুৰুত্ব নিদিলোঁ।

পিছে এটা কথা। মই এতিয়া ৰেণুৰে কটকী হৈ আহিছোঁ। এডিচনেল এচ. পিৰ লগত তাই বেছ মজিছে যদিও তুমি চব এৰিলা কাৰণে তাইৰ চকুৱে সৰিয়হ ফুল দেখিছে। তাই সুধি পঠিয়াইছে— তাই এৰিবনে ধৰিব?— সি আকৌ ক'লে।

মই কথাটো ভাবি চালোঁ। কাৰোবাৰ বাসনাক মাজে মাজে সন্তুষ্ট কৰি তাই একো একোটা 'আৱকাৰী' সতৰ্কতাৰ'পৰা ৰক্ষা পাব পাৰিব যদিও তাই এই ধূৰন্ধৰ মানুহবোৰক চলাব নোৱাৰিব। তাইৰ স্বভাৱো চঞ্চল। কিন্তু গোনা থকাহেঁতেন তাইৰ তাক পছন্দ নহলেও তাই তাক সন্তুষ্ট কৰিলেহেঁতেন। তেতিয়া হয়তো সিহঁত দুটাই এই আন্ধাৰ ৰাজ্য চলালেহেঁতেন। কিন্তু গোলাম আলি অচিৰে ধ্বংস হ'ব। কাৰণ সি সহজে হত্যাহে কৰিব পাৰে, কূট বুদ্ধিৰে কাম আদায় কৰিব নোৱাৰে।

মই সুধিলোঁ, "ৰেণু বেগম নিজে নাহিল কিয় ?"

সি ক'লে, "ভয়ত। মানুহবোৰে তাইক খুব লক্ষ্য কৰি থকা হ'ল।"

মোৰ ৰেণুলৈ পুতৌ উপজিল। মোৰ ধাৰণা যে ৰেণু বেছি ধনী আৰু প্ৰতাপী হ'বৰ বাবে ক'লা বেপাৰত লগা নাছিল, তাইৰ আচল উদ্দেশ্য আছিল গাভৰু অৱস্থাৰ বিধবা হৈ থকা জীৱন ছোৱা গোপন উত্তেজনাৰ মাজেৰে কটাই দিয়া। গতিকে মই ভাবি চিন্তি ক'লোঁ, "তাই পোনতে বিশেষ ইণ্টাৰেষ্ট নেদেখুৱাই মনে মনে থাওক। পিছত লাহে লাহে এৰি পেলাওক। সিফালে কাৰবাৰটোও লাহে লাহে কমি আহিব। আৰু এটা কথা। আৰু অলপ দিনৰ পিছতে ইৰ্শ্বাদৰ ল'ৰা তিনিটাৰ পঢ়া-শুনা শেষ হব। আইন পঢ়া ল'ৰাটো এই চহৰতে থাকিব। নিশ্চয় মৌচম মঞ্জিলত নেথাকিলেও মাকৰ লগত আন ক'ৰবাত থাকিব। সি পলিটিক্স কৰিব। তাক এটা খোচনামৰ দৰ্কাৰ হব। সেই কাৰণে সি মৌচম মঞ্জিলত নেথাকিব আৰু মাহীয়েকক এইবোৰ কাম কৰিবলৈ নিদিব পাৰে। ৰেণুৰ টকাখিনি ব্যৱসায়ত খটুৱাহে ভাল হ'ব।"

কেৰামত গলগৈ। তাৰ নতুন মাইকীজনীয়ে মোৰ ফালে চাই নমস্কাৰ দি গুচিহে গল। তাইৰ মাতটো কেনেকুৱা শুনিবলৈকে নেপালোঁ।

মোৰ একেবাৰে কাম নোহোৱা যেন লাগিল। সন্ধিয়াহে সময় কটাই ভাল লগা হ'ল। চিনেমা চাই আমুৱালে 'যশোৱা'ৰ মেনেজাৰ আৰু আন কৰ্মচাৰীবোৰৰ লগত কথা পাতি থকা হ'লোঁ।

ক'লা কাৰবাৰৰ লগত সকলো সম্পৰ্ক ছেদ কৰি অহাৰ আঠ দিনৰ পিছত ৰাতি মোক এটা দৃশ্যই যথেষ্ট ভয় খুৱালে।

তেতিয়া ৰাতি দহ। গেট খোলাৰ শব্দ শুনি মই বাৰাণ্ডাৰ লাইটটো জ্বলাই দেখিলোঁ যে মোৰ ঘৰলৈ চাৰিটা গুণ্ডা সোমাই আহিছে। দুই নম্বৰ মনচুৰ, তিনি নম্বৰ বীৰেন হাজৰিকা, চাৰি নম্বৰ গনেশ পাচোৱান আৰু ছয় নম্বৰ কালীন্দ্ৰ।

চামৰাৰ টুপী আৰু ক'লা গলাবন্ধ চুয়েটাৰ পিন্ধা প্ৰকাণ্ড মানুহকেইটা একেলগে অহা দেখিলে সংশয়তকৈ ভয় লগাহে স্বাভাৱিক। মোৰ গেইটতো পাহাৰাৱালা আছে, দুটা চকীদাৰো আছে। সিহঁতো ইহঁত চাৰিটাৰ পাছে পাছে আহিছে। আঠদিনৰ আগলৈকে মই সিহঁতৰ কৰ্তা আছিলোঁ। এইবোৰকে ভাবি গুণি মই দুৱাৰ খুলি দিলোঁ। সিহঁতে চালাম থুকিলে। মই সিহঁতক আগ্ৰহেৰে বহিবলৈ দিলোঁ। মোৰ ল'ৰা দুটাই এবাৰ সিহঁতক চাই গ'লহি। মই ক'লো, "কিবা বিপদ? দিহা দিবলৈকো এতিয়াতো মই একো নহয়?"

সিহঁত নিমাতে ৰ'ল। কফি খাবা নেকি বুলি সোধাত সিহঁতৰ এটাইহে মূৰ দুপিয়ালে। অৱশেষত কালীন্দ্ৰই ক'লে, "আমাক মাৰক কাটক যি কৰে কৰক। আমি হ'লে আপোনাৰ লগ নেৰোঁ।"

বীৰেন আৰু গনেশে একেলগে ক'লে, "তাত আৰু কি কাম কৰিম?" মনচুৰেও মাত লগালে, "থুপু আৰু বিন্দা পুৱাই মাকুমলৈ গ'ল। তাত পেট্ৰ'ল পাম্প আৰু চিনেমা হলত কাম পাব হেনো। এতিয়া মাথোন মণ্টু, বৈষ্ণৱ চিং আৰু কাণ কটা মহীহে আছে। ধৰ্ম গগৈ আৰু আমি একে পাৰ্টিৰ।"

"কিন্তু মোৰতো এতিয়া তহঁতৰ দৰ্কাৰ নাই।" — ইয়াকে কৈ মই সিহঁতৰ মুখকেইখন তন্ন তন্নকৈ পৰীক্ষা কৰাত লাগি গ'লোঁ। কৰুণাময়ে (লগুৱা) সিহঁতক 'জিঞ্জাৰ' বিস্কুট আৰু কফি দিলেহি। সিহঁতে নিশব্দে কফি খাই শেষ কৰিলে, এষাৰ কথাও নক'লে। এটায়ো বিস্কুটকেইটা নুছুলে।

মই সুধিলোঁ, "মৌচম মঞ্জিলত তহঁতৰ দৰ্কাৰ নহ'ব?"

কালীন্দ্ৰই ক'লে, "হ'ব পাৰে। কিন্তু একো বুজিব পৰা নাই। আমাৰ কাম ওলালেও আমি জানো আগৰ দৰে ৰক্ষা পাই থাকিম?"

লগে লগে বীৰেন হাজৰিকাই সুধিলে, "কিন্তু আমাক চলাব কোনে? কেৰামতৰ নাচনী জীয়েকে?"

বীৰেনে গোটেইখিনি কথা ক'বলৈ নৌ পাওঁতেই গণেশ পাচোৱানে মাত নগালে, "কেশৱ মহাজনক আমাৰ ঘৰ পছন্দ। পিছে তেওঁ জানো এই পাৰে আহিব? তেওঁৰো আপোনাৰ দৰে দুই নম্বৰী কাম নকৰিলেও হয়।"

এনে সময়তে কলিকতাৰ প্ৰণৱ চৰকাৰৰ কথা মনত পৰিল। প্ৰণৱ চৰকাৰৰ জহতে উত্তৰ কলিকতাৰ বঙালী আৰু বিহাৰী সমাজে উৎকৃষ্ট ভাং আৰু পাকিস্তানী 'হাচিছ' খাবলৈ পাইছিল। এই অবৈধ কাৰবাৰত মানুহটোৰ ইমান লাভ হৈছিল যে দমদমৰ ফালে এটা মাছ পোহা পুখুৰীৰ সৈতে বৃহৎ অট্টালিকা এটা সাজিব পাৰিছিল। কিন্তু 'ৰিট্জ কন্টিনেণ্টেল'ৰ কেবেৰা নৰ্তকী সুজাতাক কোনোবাই চাৰি মহলাৰ ওপৰৰপৰা গতিয়াই হত্যা কৰাৰ পিছৰে পৰা মানুহটো তেনেই বৰাগী হৈ পৰিছিল। সি মোৰ দৰেই ব্যৱসায়টো এৰি দিছিল। কিন্তু এই ব্যৱসায়ৰ লগত জড়িত মানুহবোৰে ভীতি প্ৰদৰ্শন কৰি তাক ব্যৱসায়টো চলাই থাকিবলৈ বাধ্য কৰাইছিল। পিছে প্ৰণৱ চৰকাৰক সহজে শোকজনিত বৈৰাগ্যই এৰা দিয়া নাছিল। মদ, ভাং আৰু হাচিছে তাৰ দুখবোৰ কিছুদিন পাহৰাই ৰখাই শেষত তাক সিপুৰীলৈ পঠাইছিল। সি সঁচাকৈয়ে নীতাক ভাল পাইছিল।

মোৰ অৱস্থা অৱশ্যে প্ৰণৱ চৰকাৰৰ দৰে হোৱা নাই। ইহঁতে মোক চোৰাং কাৰবাৰত পুনৰ লাগিবৰ বাবে বাধ্য কৰাবলৈ অহা নাই। ইহঁত মোৰ আশ্ৰয় প্ৰাৰ্থীহে। ইহঁতৰ লগত মোৰ সঙ্গীৱ অপৰাধী জীৱনৰ বহুত স্মৃতি জড়িত হৈ আছে।

আকৌ মুখ মেলিবলৈ লওঁতেই কালীন্দ্ৰই ক'লে, "আমাক বাদ দিলে বৰ দুখ পাম। মৌচম মঞ্জিলত কাম কৰা মানুহ হিচাবে একে কাম কৰিবলৈ আপোনাৰ দৰ্কাৰ নহব পাৰে। কিন্তু আমিওতো মানুহ! আমাক কি আন কামত দৰ্কাৰ নহব?"

এইকেইটা সিহঁতৰ অন্তৰৰ কথা। ইয়াকে শুনি মই আচৰিত হলোঁ। মোৰ এটা আচৰিত অভিজ্ঞতা হ'ল। মই ভাবিলোঁ যে কদাকাৰৰূপে দেখা দিয়া প্ৰতিটো মানুহৰো স্বভাৱজাত সদগুণ আৰু আন মানবীয় গুণ আছে।

এই চাৰিটা মানুহ কিন্তু পেছাদাৰ হত্যাকাৰী। ইহঁতৰ কোনোবা এটায়ে বুঢ়ীদিহিঙৰ দলঙৰপৰা পেলাই দি এদিন মোৰ কয়লা ডিপোৰ মেনেজাৰটোক হত্যা কৰিছিল।

মই ইহঁতক মোৰ তলত সংস্থান দিয়াৰ কথা এতিয়াহে ভালকৈ ভাবি চালোঁ। সিহঁতৰ কাম ওলাল। ধৰ্ম গঁগে আৰু গণেশ পাচোবান মোৰ খোৱাঙৰ মদৰ মহলত থাকিব। তাত গ্ৰাহকে প্ৰায়ে গণ্ডগোল কৰে। ব্ৰেকাৰকলৈ চিনেমা হলত প্ৰচুৰ গণ্ডগোল হয়। সেইবাবে কালীন্দ্ৰ 'যশোৱা'ত থাকিব। মনচুৰ আৰু বীৰেন হাজৰিকা মোৰ ঘৰত থাকিব আৰু এদিনৰ অন্তৰে অন্তৰে তিনিচুকীয়াত

মোৰ কয়লা ডিপোটো আৰু কাঠকলটো চাবলৈ যাব। মাজে মাজে সিহঁতে মোৰ ড্ৰাইভাৰ আৰু দেহৰক্ষীৰ কাম কৰিব।

এই কথা সিহঁতক জনাই দিলোঁ। সিহঁত মোৰ লগত কাম কৰিবলৈ ৰাজি হ'ল। সিহঁত খুব খুচী।

মই কাঞ্চুলিজানলৈ আহিছোঁ। সুন্দৰ ঠাই। মোৰ প্ৰাণ জুৰাই গৈছে। ককাই কঁহুৱামুখত বৌটিক এটা ভেটি দিছিল। তাতে দুচলীয়া ঘৰ এটা সাজিলোঁ। খোটালি মাত্ৰ চাৰিটা। পুৰণি ধৰণৰ ঘৰ। ফৌকাম আছে, ৰুৱা আছে; কেচি-বাতাম নাই। চ'ৰাঘৰ আছে, ড্ৰয়িং ৰুম নাই। মই পুখুৰীৰ পানী পগাই খাওঁ। বন কৰি দিয়া ল'ৰা-ছোৱালী এহাল আছে। সিহঁতে মোৰ সকলো যা-জোগাৰ কৰি দিয়ে। মই লেমৰু পোহৰত পঢ়োঁ। মোৰ ঘৰলৈ কাঞ্চুলিজানৰ হৰেক প্ৰকাৰৰ মানুহ আহি থাকে। সিহঁতক দিহা-ভৰসা দিওঁ। মোৰ বৰ ভাল লাগে। মাজে মাজে মোৰ ল'ৰা দুটা, দেউতা আৰু বছিৰ আহি থাকে।

ইয়াত ফিয়েট এম্বাচেডৰ অচল। মোৰ লগত জীপ এখনহে আছে। মোৰ কাৰবাৰৰ মানুহবোৰ আহে। মই হিচাপ-পত্ৰ চাওঁ। মই নথকাকৈয়ে মোৰ বৈধ কাৰবাৰবোৰ চলি থাকে। মোৰ চহৰত খোচনাম আছে। মই এটা কপট। ৰেণুৱে ঠিকেই কৈছিল। অবৈধ উপায়েৰে বৈধ কাৰবাৰলৈ আহি মই দুমুখীয়া সাপ হৈ এতিয়া মানুহৰপৰা বাঃ বাঃ লৈছোঁ। ভোগে আমুৱালে বাবে মই গাঁৱত এনেদৰে বানপন্থী হৈছোঁ? এৰা, মই নিজক নিজেই বুজি পোৱা নাই। কিন্তু এইটো ঠিক যে মই নিজক উন্নত কৰিবৰ বাবে অহৰহ চেষ্টা কৰি আছোঁ। মোক কপট বোলা টান। পৰক উপকাৰ কৰা দুৰ্বাৰ আকাঙ্ক্ষা এটা মোৰ আছে। মই কপট হোৱাহেঁতেন বাপধন দত্তৰ দৰে এই মানুহবোৰক আভুৱা ভুৱাই বেচ মুনাফা আদায় কৰিব পৰাৰ অভিপ্ৰায় এটা মোৰ হ'লহেঁতেন। কিন্তু এনে ইচ্ছাৰে মই কাঞ্চুলিজানত থকা নাই। কাঞ্চুলিজানে মোৰ আত্মাক আকৰ্ষণ কৰিছে।

ইয়াৰ গো-বাটবোৰেদি খোজ কাঢ়ি যাবলৈ বৰ ভাল লাগে। এটা চিনাকি চিনাকি গোন্ধ পাওঁ।

দীঘলআটীৰ মানুহে মাঘৰ শেহত হাল বোৱা আৰম্ভ হোৱাৰ আগতে এখন সভা পাতিছে। এইখন সভা হ'ব ৰাজহুৱা পাট-নাদটোৰ ওচৰৰ বাকৰিখনত। ৰাতিলৈ আকৌ বৰ সবাহ। মই এড়ি কাপোৰ আৰু মাঘৰ মিঠা ৰ'দ গাত লৈ খালি ভৰিৰে দীঘল আটীলৈ আহি আছোঁ। তালৈকে প্ৰতিটো ঋতুতে মোৰ চেনেহী যশোৱাক লগ পাবলৈ আহিছিলোঁ। সেইবোৰ স্মৃতিয়ে এতিয়া প্ৰাণ পাই উঠিছে।

এইখন হাবি। পৰশু হাবি বোলে। পৰশু নামেৰে কেওঁ-কিছু নোহোৱা সকলোৰে পেহা এটা এই হাবিৰ এচুকত বহু বছৰ আছিল। সেইবাবে পৰশু হাবি, যাৰ মাজত এতিয়াও পৃথিৱীৰ আদিম কালৰ অন্ধকাৰ থুপ খাই আছে। এদিন নহয়, দুদিন নহয়, পুৰা তিনি দিন কোনো এটা বছৰৰ এটা উন্মাদ বৰ্ষাঋতুত মই আৰু যুৱতী যশোৱাই হাবিৰ এই আদিম কালৰ অন্ধকাৰত যৌৱনৰ নিচাত উত্তেজিত হৈ অজটিল আদিম যুগলৈ ঘূৰি গৈছিলোঁ। হাবিখন প্ৰবল বতাহত কঁপিছিল। বাঁহে বাঁহে ঠেকা খাই কঁট-কঁট-কাঁট-কাঁট শব্দ হৈছিল। পথাৰৰপৰা ন-কৈ তিতা মাটিৰ ফুৰফুৰীয়া গোন্ধটো ভাঁহি আহিছিল।

এতিয়া ইমানবোৰ বছৰ পাৰ হোৱাৰ পিছতো এনেবোৰ হাবিৰপৰা উৰি যোৱা বিবিধ পখীৰ আৰাৱত পুৰা মই কঁহুৱামুখত সাৰ পাওঁ।

সভাখন অনুপহঁতে পাতিছিল। তাত ৰাইজৰ দুখ-দুৰ্গতিৰেই এটা আভাস পোৱা গ'লঃ (১) মথাউৰিকেইটা আকৌ দুৰ্বল হৈছে। আকৌ বানপানী আহিলে ৰক্ষা পোৱা টান হ'ব। মানুহ চহৰলৈ গৈছে। কিন্তু নলা আৰু মথাউৰিৰ বিভাগৰ গা লৰা নাই। (২) হালৰ সময় হ'ল। ধাৰৰ বাবে বহুতৰ ওচৰত হাত পাতিও ৰাইজ হতাশ হ'ল। খেতিৰ সা-সঁজুলি দিবলৈ কৃষি বিভাগৰ আৰু ধাৰ দিবলৈ ৰাষ্ট্ৰীয়কৃত বেংকবোৰ আগবাঢ়ি নাহিল। (৩) পথাৰত সাৰ পানী যোগান ধৰা মানুহৰ ওচৰলৈ গ'লে সিহঁতে ভেকাহি মাৰিহে উঠে। (৪) ইমান ডাঙৰ অঞ্চলটোত মাত্ৰ এখনহে হাস্পতাল আছে। তাত ডাক্তৰ আছে, দৰব নাই। (৫) আহু ধান পোকে খাওঁতে কোনো এটা কৃষিবিষয়া কান্ধুলিজানলৈ নাহিল। (৬) বিলকেইখন ডাক হোৱাৰ ফলত মাছবোৰ চিধাচিধি চহৰলৈ যায়; কান্ধুলিজানৰ মানুহে খাবলৈ নেপায়।

মই সকলো শুনি ক'লোঁ, "অফিচাৰবোৰে সৰু সৰু মানুহক কুৰ্তা বুলি ভাবে। অফিচাৰে ইমান ক্ষমতা পোৱা ভাল নহয়। যদি আপোনালোকে ডি.চিক ঘেৰাও কৰে তেতিয়াও কামত নাহে। তেওঁ শৃঙ্খলা নষ্ট কৰিছে বুলি লাঠিহে চলাব। কিন্তু কাক কেনেকৈ কাম কৰাব লাগে মই জানো। মুঠৰ ওপৰত মাৰ্চৰ ভিতৰত আপোনালোকৰ মথাউৰিৰ মেৰামত হ'ব, ছিগা আলিকেইটাও মেৰামত হ'ব, ধাৰো পাব। এতিয়া মাথোন খেতি-খোলাৰ কথা ভাবক।"

এই অফিচাৰবোৰৰ বাবেও এম. এল. এ-মন্ত্ৰীৰ কেতিয়াবা এনেয়ে বদনাম হয়। অফিচাৰৰ একো নহয়; মৰে ভোট বিচৰাবোৰে। অৱশ্যে বাপধন দত্ত বেছি অপদাৰ্থ। সি অফিচাৰ এটাক টানকৈ কথা ক'ব নোৱাৰে। সি আজিকালি ৰাইজৰ ভয়তে কান্ধুলিজানলৈ নাহে। বেছ পইচা কৰিলে। সি পুনৰ ভোট নিবিচাৰে।

হঠাৎ সকলো কাম হৈ যাব বুলি কৈ মই পিছতহে উপায় চিন্তিলোঁ। মই জানো যে চৰকাৰী চাকৰিয়ালক অনুনয় বিনয় কৰাৰ লাভ নাই। বেছি ভাগৰে পইচাৰ মুখ নেদেখিলে কামলৈ উৎসাহ নহয়। সেইবাবেই মই এটা নতুন উপায় বিচাৰি পালোঁ।

কান্ধুলিজানৰ প্ৰতিনিধি হৈ মই চহৰত গৈ নলা আৰু মথাউৰি বিভাগৰ ইঞ্জিনীয়াৰ প্ৰবোধ চাংকাকতীক কওঁতে তেওঁ মোক গুৰুত্বই দিব খোজা নাছিল। নথি-পত্ৰ চাই চাইহে মোৰ লগত কথা পাতিছিল। তেওঁ মথাউৰি মেৰামতৰ বাবে টকা নাই বুলি কৈ মোৰ অনুৰোধটো অভদ্ৰভাৱে প্ৰত্যাখ্যান কৰিছিল। মই কৈছিলোঁ, "চৰকাৰখন আপোনাৰ বুলি নেভাবিবচোন। পিছে এটা কথা। মোৰ আন এটা পৰিচয়ো আছে। আপুনি কান্ধুলিজানৰ সকলো কাম শীঘ্ৰে কৰিবলৈ বাধ্য হ'ব। মই আপোনাক ইচ্ছা কৰিলে ইয়াৰপৰা চোচোৰাই লৈ যাব পাৰোঁ।"

চাংকাকতীয়ে কি কয় তালৈ কাণ নিদি মই গুচি আহিলোঁ। মই কালীন্দ্ৰ আৰু বীৰেন হাজৰিকাক সবিস্তাৰে কথাখিনি নকৈ মাথোন এটা ইঙ্গিতহে দিলো। মই ক'লো, "তাক কাম কৰিবলৈ বাধ্য কৰিব লাগে।"

ইয়াৰ ফল হাতে হাতে মিলিল। পুৱা সাৰ পাই চাংকাকতীয়ে এটা দৃশ্য দেখি ভয়ত চকুহাল মুদি দিলে। তেওঁ দেখিলে যে দিনে ডেৰ কিলোকৈ মাংস হজম কৰা তেওঁৰ এলচেচিয়ানটোৰ মূৰটো বীভৎসভাৱে ড্ৰয়িং ৰুমত সজাই থোৱা আছে।

সেইদিনাই কান্ধুলিজানৰ মথাউৰিৰ বাবে টকা মঞ্জুৰ হ'ল। কান্ধুলিজানলৈ মথাউৰি সজা ঠিকাদাৰ গ'ল।

মই শুনিছোঁ বোলে পি. ডব্লিউ-ডিৰ ইঞ্জিনীয়াৰ কল্প কুমাৰ বৰাৰ বেছি ভাগ সময় পাৰ হয় ঠিকাদাৰৰ লগত আৰু ৰাতি জুৱাৰীৰ লগত। ৰাইজৰ বাটপথ ভাল কৰাৰ চৰ্তত ব্যক্তিগত লাভৰ আশা থাকিলেহে কাম হাতত লয়। জলসিঞ্চন বিভাগৰ আহমদ হোছেইনৰ দৰেই কল্প কুমাৰ বৰাৰ দুৰ্ণাম যথেষ্ট। কিন্তু মন্ত্ৰীজন তেওঁৰ প্ৰতি সন্তুষ্ট।

মই কল্প কুমাৰ বৰাৰ আগত হাজিৰ হৈ ক'লো, "এখন ঠাইত দুমাইল ৰাস্তা যাওঁতে যদি তিনিটা 'চাব ৱে' পাওঁ তেনেকুৱা ৰাস্তাতহে কাম হ'ব লাগে। তাকে জনাবলৈ আহিলোঁ।"

"ক'ত?"

"কান্ধুলিজানত।"

"তাতকৈ উন্নত জেগাতে কাম হোৱা নাই। আপুনি আকৌ আওহতীয়া ঠাইৰ কথাহে কৈছে।"

"আওহতীয়া ঠাইতহে কামৰ বেছি দৰ্কাৰ। তাতো মানুহ থাকে।"

"আপুনি সোঁৱৰাই দিবলৈ কোন?"

"তাৰে মানুহ।"

"যাওক। কাম নোহোৱা বুলি বাতৰি কাকতলৈ চিঠি লিখকগৈ।"

"শুনক। চিঠি নেলেখাকৈ তাত কাম কৰিবলৈ আপুনি বাধ্য হ'ব। আপুনি ৰাইজৰ গোলাম বুলি পাহৰি গৈছে কিয়?"

মই কল্প কুমাৰ বৰাৰ কোঠাৰপৰা দপ্‌দপাই ওলাই আহিলোঁ। এইবাৰ মদৰ মহলত থকা ধৰ্ম গগৈ আৰু গণেশ পাচোৱানক কথাটো ক'লো। পিছদিনাই ইয়াৰ প্ৰতিফল পোৱা গ'ল। ৰাতি জুৱা খেল শেষ কৰি এম্বাচেদৰ গাড়ীখন চলাবলৈ বহি কল্প বৰা ঘামি জামি গ'ল। কোনোপধ্যে ইঞ্জিন ষ্টাৰ্ট নহয়। দুটা মানুহে তাক মুখত সোপা দি ধৰি লৈ গল আৰু বিজুলী বাতিৰ খুটা এটাত তাক বান্ধি থলে। ফলত কল্প কুমাৰৰ মতি-গতি সলনি হ'ল। কান্ধুলিজানত ৰাস্তাৰ মেৰামতি হ'বলৈ ধৰিলে।

তাত কৃষকেও ধাৰ পালে। মাৰ্চৰ ভিতৰতে এনেদৰে মই দিয়া কামখিনি শেষ হ'ল। ৰাইজে আচৰিত মানিলে উপায় মাথোন এটাঃ ভীতি প্ৰদৰ্শন।

মই ভাবিলোঁ— বেয়া উপায়েৰেও ভাল কাম কৰিব পাৰি। কিন্তু এনেকৈ স্থায়ী কাম কৰিব পৰা নেযায়। সত চেষ্টা লাগিবই। এইটো অৱশ্যে বিতৰ্কৰ বিষয়। স্বামী ধীৰেন ৰংপিয়ে ভীতি-প্ৰদৰ্শন সমৰ্থন নকৰিব।

* * * *

**শ্ৰদ্ধেয় স্বামীজী,**

পোনতে মোৰ ভক্তি-পূৰ্ণ প্ৰণতি গ্ৰহণ কৰিব। আপুনি পুনৰ কাৰ্বি আংলং পালেগৈ বাবে চিঠিৰেই কথাকেইটা জনালোঁ। এই সময়ত আপুনি আমাৰ এইফালে অহাহেঁতেন মোৰ বৰ কামত আহিলহেঁতেন।

মোৰ বয়স এতিয়া পঞ্চাছৰ ওপৰ। সেইবাবে আগৰ গতিত কাম কৰিবলৈ এৰিছোঁ। পৃথিৱীখন অলপ বেছিদিন চাই যাবৰ ইচ্ছা। এতিয়া ভাবি পাইছোঁ যে শৰীৰৰ কাম কৰাৰ ক্ষমতাৰ তুলনাত আমাৰ আশা-আকাঙ্ক্ষাবোৰ খুব বেছি। আয়ুস অনুসৰি মানুহে কামকাজৰ আঁচনি লোৱাহেঁতেন পৃথিৱীত ইমান অহংকাৰ, আক্ৰোশ, অন্যায়, অবিচাৰ, লোভ, লালসা আদি নেথাকিলহেঁতেন।

মই নিজে নিজৰ লগত সন্ধি কৰি শান্তি পাবলৈ বিচাৰিছোঁ। কান্ধুলিজানৰ মানুহখিনিয়েই মোৰ শান্তিৰ হেতু হৈ পৰিছে। মানুহবোৰ দুখীয়া হ'ব পাৰে, কিন্তু সিহঁতৰ অন্তৰবোৰ ডাঙৰ। মই সপ্তাহৰ পাঁচদিন কান্ধুলিজানত থাকোঁ। সোমবাৰে আৰু মঙ্গলবাৰে চহৰৰ কাৰবাৰকেইটাৰ তদাৰক কৰোঁ। মোৰ উপাৰ্জনৰ প্ৰতি নিৰ্বিকাৰ ভাব এটা হৈছে। এই বয়সত সেয়ে হোৱা ভাল।

মই ৰাইজক কৈছোঁ — ইয়াত গাঁৱে গাঁৱে হাস্পতাল হ'ব, স্কুল হ'ব, বানপানীয়ে মানুহক জীয়াতু ভোগাব নোৱাৰিব। মই জীয়াই থকা দিনকেইটাত এইখিনি কাম যাতে হয় তাৰে চেষ্টা কৰি থাকিম। মই যে জীয়াই আছিলোঁ তাৰ অলপ চিন থাকিব লাগিব। পৰৰ কাৰণে নভবা জীৱনৰ কোনো অৰ্থ নাই।

কান্ধুলিজানৰ জেলুকনি বন্ধ যোৱা জীৱনলৈ পুনৰায় প্ৰাণশক্তি ঘূৰি আহিছে। কান্ধুলিজানে গতি পাইছে। মই মোৰ কামত সন্তুষ্ট। ইয়াকে আপুনি জব চেটিচ্‌ফেক্‌চন বুলি কৈছিল। মই এনে ভাল লগা কামৰ যোগেদি আত্মাৰ পৰম ধন পোৱাত আপুনি সহায় কৰিব বুলি আশা কৰিলোঁ।

পিছে মই নিজৰ দোষৰ কথাও ক'ব খুজিছোঁ। মাজতে মই বেয়া কাম এটা কৰিলোঁ। বিষয়াবোৰৰ গাঁৱৰ প্ৰতি অৱহেলা দেখি মোৰ ধৈৰ্য্য হেৰাই গ'ল। চৰকাৰক আমি যিমানেই গালি পাৰোঁ লাগে, চৰকাৰৰ কিছুমান আঁচনি খুব ভাল। বেছি ভাগ আঁচনিয়েই গাঁৱৰ বাবে। কিন্তু অফিচাৰবোৰ আৰু দুৰ্নীতিত লিপ্ত এম. এল. এ বোৰৰ কাৰণেই গাওঁবোৰত একো হোৱা নাই। গুৰিতে আঁচনিৰ পইচাৰ ভাগ-বটোৱা হৈ যায়।

কৃষি আৰু পশুপালনৰ শিতানত ভালেমান টকা আছে। কিন্তু এইবোৰত হৰলুকি মায়া খটুৱা হয়। সেইবাবে মই মানুহ লগাই অফিচাৰ কেইটামানক ভয় খুৱালোঁ। জলসিঞ্চন, কৃষি আৰু সমবায়ত কাম কৰা মানুহকেইটাৰ গাফিলতিৰ কথা শুনি শুনি মোৰ কাণ ঘোগোলা হ'ল। মানুহকেইটা ক'ত থাকে জানি ল'লোঁ। আমাৰ অঞ্চলৰ দায়িত্বত থকা মানুহকেইটাৰ নাম কেৱল গ্ৰাম সেৱকটোৱেহে জানে। সিহঁত কান্ধুলিজানত নেথাকি চহৰত থাকে। সিহঁতক মোৰ মানুহ লগাই ধৰাই আনিলোঁ। কামত গাফিলতি কৰিলে সিহঁতক গুলী কৰি ব্ৰহ্মপুত্ৰত পেলাই দিয়া হ'ব বুলি জনাই এৰি দিলোঁ। তেতিয়াৰপৰা সিহঁতে কামত লাগিছে; সিহঁতে কান্ধুলিজানৰ উপকাৰ কৰিছে। এনে বুদ্ধিৰেই দুটা ডাঙৰ ইঞ্জিনীয়াৰক ঠাণ্ডা কৰিলোঁ। সিহঁত এতিয়া মোৰ আজ্ঞাবহ। এই মানুহবোৰে জানে যে মোৰ পূৰ্বৰ ৰেকৰ্ড ভাল নহয় আৰু মই ইৰ্শ্বাদ খাঁৰ সৌহাতস্বৰূপ আছিলোঁ। চহৰৰ বহুতেই জানে যে মোৰ লগত যি পাঁচটা মানুহ আছে সিহঁতে নিৰাপত্তাৰ মাজত থকা ভি. আই. পিকো গুলী কৰি মাৰিব পাৰে।

কিন্তু প্ৰথম অৱস্থাত এনে কৰি এতিয়া মই অনুতাপ কৰিছোঁ। আকৌ মই বেলেগ ধৰণে আগৰ মুকুন্দ হৈ পৰিলোঁ নেকি? কৰ্মত সন্তোষ লাভ কৰি শান্তি

পাবলৈ আৰু জীৱনৰ লগত এটা বুজাপৰালৈ আহিবলৈকে মই কাঙ্খুলিজানলৈ আহিছোঁ। কি কৰ্ম আৰু কি অকৰ্ম মই জানো। কিন্তু মই এই আসুৰিক কাম কৰি সুফল আদায় কৰাটো কেনে কথা হ'ল? তাকে নকৰি হৃদয়ৰ পৰিবৰ্তন ঘটাই বিষয়াসকলক কাম কৰিবলৈ অনুৰোধ কৰাহেঁতেন সিহঁতে জাপ মাৰি মোৰ কান্ধৰ ওপৰত উঠি নাচিলেহেঁতেন। সেয়া বিনোৱাৰ কামহে। আশাকৰোঁ আপুনি মোৰ এই কুকৰ্ম বা অকৰ্মৰ বিষয়ে এটা মতামত দিব। মোৰ নিজকে দোষী দোষী লাগিছে। সিফালে ইয়াকে ঘুনুক-ঘানাককৈ শুনি এম. এল. এ বাপধন দত্তই কৈ ফুৰিছে যে কাঙ্খুলিজান 'স্মাগ্লাৰ'ৰ হাতলৈ গ'ল বাবে ৰসাতলে যাবলৈ বেছি দিন নাই। সি হেনো পুলিচ চাহাবক এনেকৈ কৈছে — "তাৰ মানুহবোৰ চব জালজুৱা চোৰ হৈ পৰিছে। তাত আন মানুহ সোমোৱাই টান হৈ পৰিছে।" কিন্তু চোৰাংচোৱাবোৰে পুলিচ চাহাবক হয়তো আচল খবৰেই দি আছে।

আপোনালোকৰ মিচনে ডেকা-গাভৰুক ৰোজকাৰ কৰি খাব পৰা বিধৰ ট্ৰেইনিং দিয়ে বুলি গম পাইছোঁ। মই আমাৰ অঞ্চলৰ পৰা দুটামান ডেকা ল'ৰা তালৈ পঠিয়াম।

মই কাম কৰিছোঁ যদিও উভয় সংকটত পৰিছোঁ। যেতিয়া মই নিজৰ ইচ্ছাৰ বিৰুদ্ধে কাম কৰি প্ৰচুৰ ধন-সম্পত্তি গোটাইছিলোঁ, তেতিয়া মোৰ বদনামো নাছিল, সদনামো নাছিল। কিন্তু এতিয়া এক শ্ৰেণী মানুহৰ মোক লৈ ডাঙৰ দুৰ্ভাৱনা হৈছে। কাঙ্খুলিজানত মোৰ এৰি অহা জীৱনৰ কথা কৈ ফুৰিছে — দুটা ধুৰন্ধৰে। ঘিণাই পাচনি আৰু ভেবুৰাম নেওগে। সিহঁত মাছৰ মহলদাৰ। সিহঁতে কাঙ্খুলিজানত বানপানী সোমোৱাত ৰং পাইছিল। কাৰণ বানপানীয়ে সিহঁতৰ বিল দুখনলৈ মাছ আনিছিল। সিহঁত পাৰ্টি কৰা মানুহ। পাৰ্টিয়েই সিহঁতৰ মূলধন। সিহঁতে আনক ভাল কাম কৰিবলৈ নিদিয়ে আৰু নিজেও নকৰে। আচল সমাজখনলৈ আহি মই ইয়াকে বুজিলোঁ।

আমাৰ অঞ্চললৈ কেতিয়া আহে জনাব। পুনৰ শ্ৰদ্ধাৰে।

ইতি —

আপোনাৰ

**শ্ৰীমুকুন্দ খাওন্দ**

**কঁহুৱামুখ, কাঙ্খুলিজান**

## ৰাইছ

১৯৭৮ চনৰ জানুৱাৰী। অসম তল-ওপৰ। অসমত বিধান সভাৰ বাবে নিৰ্বাচন হ'ব। দুই ম'হৰ যুঁজ হ'ব। কংগ্ৰেছ আৰু জনতা দলৰ। কেন্দ্ৰত জনতাৰ শাসন। গতিকে অসমত কংগ্ৰেছে নিজৰ কলঙ্ক লুকুৱাই নিজক বচোৱাৰ ভূমিকাহে ল'ব লাগিব; জনতাইহে ৰাজপাট খাব।

কিন্তু বেপাৰ-বাণিজ্যৰ মহলৰ চিন্তা সুকীয়া। তেওঁলোকে আহতা সিংহিনী ইন্দিৰা গান্ধীৰ দৰে ভাবে যে বাৰেমিহলি জনতা দলৰ অনভিজ্ঞ কাজিয়াখোৰ মানুহসোপাই বেছি দিন দেশ চলাব নোৱাৰে। এতিয়া জয়প্ৰকাশৰ ভয়তহে তেওঁলোক তাপ খাই আছে। মোৰাৰজী দেশাই আৰু চৰণ সিঙে সামান্য মতবিৰোধ লৈয়ে ফেপেৰি পাতি আছে। তেওঁলোকে জয়প্ৰকাশৰ কথাও মনা নাই। কোনদিনা দুই বুঢ়াৰ ৰণ হয় ঠিক নাই। সেইবাবেই মৃত্যুমুখী জয়প্ৰকাশৰ মনত চৰম বিষাদ।

ইফালে অন্ধ্ৰত চেন্না ৰেড্ডি আৰু কৰ্ণাটকত দেৱৰাজ ৰ্বাৰ্চৰ কংগ্ৰেছ শাসন ইমান সুদৃঢ় যে এই দুখন ৰাজ্যৰ সুদৃঢ় প্ৰাচীৰ ভেদি জনতা দল সোমাব পৰা নাই।

অসমত পাৰিষদবৰ্গৰে সৈতে শৰৎ সিংহই ৰাইজক শাসন কৰি আছে। শৰৎ সিংহৰ অধীনস্থ কংগ্ৰেছ শক্তিশালী বুলিয়েই এচাম ব্যৱসায়ীয়ে ভাবে। কাৰণ কেন্দ্ৰত জনতাৰ শাসন চলা সত্ত্বেও মন্ত্ৰী বা নিগমৰ অধ্যক্ষ হ'বলৈ নোপোৱা কোনো বিধায়কেই চোং সলোৱা নাই।

ব্যৱসায়ী মহলে অৱশ্যে দুই পক্ষকে ধনেৰে সহায় কৰে। তেওঁলোকৰ উদ্দেশ্য সুশাসনৰ বাবে প্ৰতিনিধি নিৰ্বাচন কৰাটো নহয়, ক্ষমতাৰ বাঘজৰী টনা মানুহবোৰক হাতত ৰখাহে।

কোন দলৰপৰা কোনে প্ৰতিদ্বন্দ্বিতা কৰিব ইয়াকে লৈ পয়মাল। নিজ নিজ দলৰ মাজত খোৱা-কামোৰা লাগিল।

কাজুলিজানে প্ৰতি বাৰতে একোজনকৈ বিধায়ক সৃষ্টি কৰি আহিছে। এবাৰ শৰৎ ভূঞাক এম. এল. এ কৰিলে। তাৰ পিছৰ বাৰ তেওঁ এম. পি. হ'ল। এতিয়া তেওঁ মূত্ৰাশয়ৰ ৰোগত ভূগি আছে। তেওঁ সকলো আশা ত্যাগ কৰিছে। কাজুলিজানৰ শেহতীয়া এম. এল. এ বাপধন দত্ত পইচা কমোৱাত ইমান ব্যস্ত হৈ পৰিল যে বানপানীৰ দুৰ্যোগৰ সময়ত ৰাইজক সহায় কৰক চাৰি চৰকাৰৰ ঘৰত মাত এষাৰো নেমাতিলে। তথাপি তেওঁ আশা এৰা নাই। তেওঁ ভাবি আছে

যে কাঙ্কুলিজানৰ সৰল মানুহখিনিয়ে নিৰ্বাচনৰ আগতে অলপ সহায় আৰু মিঠা মাত পালেই সকলো পাহৰি যাব। কিন্তু এতিয়া বাপধন দত্তক দলে 'টিকেট' নিদিয়াটো প্ৰায় খাটাং। তেওঁৰ নিমখৰ নাটনিৰ সময়ত বৰ বদনাম হ'ল আৰু যোগান মন্ত্ৰীৰো কোপদৃষ্টিত পৰিল। যোগান মন্ত্ৰীজন বেছ প্ৰভাৱশালী। গতিকে শৰৎ সিংহই কৰ্তৃত্ব চলোৱা কংগ্ৰেছত বাপধনৰ ৰাজনৈতিক ভৱিষ্যত নাই। সেইবাবে তেওঁ জনতা দললৈ আহিবলৈ বেঙা মেলিছিল। কিন্তু গোলাপ বৰবৰাই তেওঁক গ্ৰহণ নকৰিলে।

ভোট-পৰ্বৰ পটভূমিত দলবোৰে কাঙ্কুলিজানৰ ভোটাৰৰ মতি-গতি বুজিবলৈ চেষ্টা কৰিলে। এটা নিশ্চিত খবৰ পাই দলসমূহৰ গুৰিয়ালসকল সচকিত হৈ পৰিল। খবৰটো হ'ল — কাঙ্কুলিজান নামৰ বৃহৎ অনুন্নত এলেকাটো মুকুন্দ নামৰ ঐশ্বৰ্য্যশালী ক'লা বেপাৰী মানুহ এটাৰ নিৰ্দেশত চলে। সিয়েই কাঙ্কুলিজানৰ নতুন সূৰ্য্য। সি ৰাজনীতি কৰা মানুহবোৰক সমূলি দেখিব নোৱাৰে, সিহঁতক সি তল খাপৰ দালাল বুলিহে ভাবে।

দুয়োটা প্ৰধান দলৰ লোক মুকুন্দৰ কাষ চাপিল। মুকুন্দই এম. এল. এ উঠাৰ অনুৰোধ প্ৰত্যাখ্যান কৰি সবিনয়ে যিটো কথা জনালে তাৰ সাৰ-মৰ্ম এনেকুৱাঃ দেশৰ উন্নতি হৈছেনে নাই মই ক'ব নোৱাৰোঁ। হোৱাৰ হৈছে, নোহোৱাবোৰ দিনে দিনে হীন হৈ গৈছে। আমাৰ মানুহখিনিৰ বাৱন্ন চনৰপৰা ভোট দি আহি একো লাভ নহ'ল। হিতে বিপৰীত হ'ল। কাঙ্কুলিজানত খাবলৈ নোপোৱা আৰু আধা পেটে থকা মানুহ বাঢ়িল। সিফালে দালালৰ সংখ্যাও বাঢ়িল। ভেবুৰামৰ দৰে মানুহবোৰে পৰৰ ছাল টানি খাবলৈ ধৰিলে। এয়ে স্বৰাজৰ পিছৰ কাঙ্কুলিজান। গতিকে ভোট বিচৰা দেশসেৱকসকলে কাঙ্কুলিজানৰ দৰে অসংখ্য গাঁৱৰ অৱস্থা দেখি লাজ পোৱা উচিত। কাঙ্কুলিজানৰ ৰাইজৰ নিৰ্বাচনলৈ আস্থা নাই। মই ইমানকে বুজিছোঁ। মই অসমত এটা নতুন কাম কৰিম বুলি ভাবিছোঁ। মই এনেভাৱে মানুহৰ মগজত কথাটো সুমুৱাই দিম যে সকলোৱে ভোট বৰ্জন কৰিব। এনে এটা মানুহক এম. এল. এ হবলৈ কোৱাৰ অৰ্থ নাই। কোনে এম. এল এ হবলৈ বিচাৰে বিচাৰক, লাগে নিজৰ এটা ভোট লৈয়ে তেওঁ এম. এল. এ হওঁক।

কিন্তু একে অঞ্চলতে কাম কৰা অনুপ কলিতা আৰু তাৰ লগৰ ডেকাদলটোৰ চিন্তাধাৰা সুকীয়া। সিহঁতৰ মতে ৰাইজৰ মনোমত, নিস্বাৰ্থ আৰু কাঙ্কুলিজানক ভালপোৱা মানুহ এজন এম. এল. এ হলে কাঙ্কুলিজানৰ উন্নতি

খৰতকীয়া হব। অনুপহঁতে ইয়াকে মুকুন্দক ক'লে। মুকুন্দই তাৰ নিজস্ব যুক্তিৰে সিহঁতৰ যুক্তি খণ্ডন কৰিলে। সি শেষত ক'লে, "এম-এল-এ বোলা বস্তুটোক বা গৱৰ্ণমেণ্টক ভাৰসা কৰা ভুল। তাকে কৰিলে আমি লেঙুৰিয়াই লেঙুৰিয়াইহে আগ বাঢ়িব লাগিব। আচল কথা হ'ল— আমি নিজক সজাগ কৰা আৰু পৰলৈ ভাৰসা নকৰি কাম কৰা। মই জানো, পাঞ্জাবীবোৰ আৰু গুজৰাটীবোৰে এম. এল. এ. মন্ত্ৰীক ভাৰসা কৰি নচলে। মই কৈছোঁ নহয় কান্ধুলিজানৰ প্ৰত্যেকখন গাঁৱতে স্কুল হব, হাস্পতাল হ'ব, সাৰ আৰু কীটনাশক দৰৱ বেচা দোকান হ'ব। আৰু কিবাকিবি হ'ব। মই সপোন দেখা নাই। ৰাইজৰ শক্তিত মোৰ বিশ্বাস আছে...।"

অনুপহঁত হতাশ হয়। কিন্তু সিহঁতৰ মগজত আৰু এটা বুদ্ধি খেলায়।

মনোনয়ন পত্ৰ দাখিল কৰা শেষ তাৰিখটো উকলিবলৈ আৰু চাৰি দিন বাকী। যথেষ্ট সময় আছে। অনুপহঁতে ভাবে। অৱশ্যে দুই-একে মনোনয়ন-পত্ৰ দাখিল কৰিলেই। বাপধন দত্ত নিৰ্দলীয় হিচাবে থিয় হ'ল। ভেবুৰাম নেওগে শাসকদলৰ 'টিকেট' পালে। গোলাপ বৰবৰাৰ পাৰ্টিয়ে মুকুন্দৰ ইচ্ছাক সন্মান জনাই কোনো প্ৰাৰ্থী থিয় নকৰালে।

ইফালে মুকুন্দ খাওন্দ অনুপ কলিতাৰ সংগঠন ক্ষমতা আৰু ৰাইজৰ ক্ষমতা দেখি আচৰিত হ'ল। সি দুপৰীয়া চহৰলৈ ওলোৱাৰ আগতে ঘৰৰ ভিতৰৰপৰাই দেখিলে যে তাৰ কঁহুৱামুখৰ ঘৰটোৰ আগত অসংখ্য ৰাইজ। ৰাইজৰ মাজৰ উচ্ছাসে কোলাহলৰো ৰূপ লৈছে। মানুহবোৰলৈ চাই মুকুন্দ অভিভূত হ'ল। কোচত কেচুৱা লৈ বোৱাৰী আহিছে। লাখুটি লৈ বুঢা-বুঢ়ী আহিছে। বহুত মানুহ। অনেক হেজাৰ। বহুত মানুহ গোট খালেই জনতা। এক প্ৰচণ্ড জনতা। তাকো তাৰ ঘৰৰ আগত। মানুহ মানেই দেৱতা। প্ৰত্যেক মানুহৰ আত্মাত ঈশ্বৰ আছে।

ফটাচিটা, উৱলি যোৱা, বৰমোহাই ধৰা কাপোৰ পিন্ধা মানুহ। অৰ্দ্ধনগ্ন কঙ্গালসদৃশ মানুহ। শুকান মুখৰ নিৰ্জীৱ মানুহ। যোৱা একত্ৰিছ বছৰৰ ভিতৰত একো নোপোৱা মানুহ।

হাজাৰ হাজাৰ দৰিদ্ৰ নাৰায়ণ। তাকে দেখি মুকুন্দৰ বুকু কঁপি গ'ল। সি ওলাই আহিল।

তাক দেখি ঘৰৰ আগৰ বাকৰি কেইখন ভৰ্তি হৈ থকা মানুহখিনি নিস্তব্ধ হ'ল। লগৰীয়াকেইটাৰ লগত অনুপ। বছিৰ, দেউতা, কেৰামত আৰু ৰেণু বেগমো আহিছে। সিহঁতৰ ওচৰতে বঞ্জু আৰু চানুৰক দেখি মুকুন্দ আচৰিত হ'ল। এৰা,

মুকুন্দই পাহৰি গৈছিল যে বছিৰৰপৰা চানুৰলৈকে সকলোৱেই কান্ধুলিজনীয়া। ইহঁতৰ প্ৰত্যেকেই কান্ধুলিজানক ভাল পায়।

মুকুন্দৰ গালেদি দুধাৰি চকুলো বাগৰিল। সি সাউত কৰে চকুলো দুধাৰি মচি ৰাইজৰ ফালে চাই ৰ'ল। ৰাইজৰ মাজৰপৰা বহু কণ্ঠৰ ধ্বনি শুনা গ'ল — আমাক কিবা এটা কওক; আমাক কথা দিব লাগে; আমাক নেৰিব .....

প্ৰকৃততে ইমানবোৰ মানুহ কি উদ্দেশ্য লৈ তাৰ ওচৰলৈ আহিছে এই বিষয়ে মুকুন্দৰ ধাৰণা অস্পষ্ট। সেয়েহে ৰাইজক সম্বোধি সি বক্তৃতা দিয়াৰ দৰে কৈ গ'লঃ মই আগতেই কৈছোঁ, মোৰ সেৱাৰ থলী ৰাইজ, কান্ধুলিজানৰ প্ৰত্যেকখন গাঁৱত স্কুল আৰু হাস্পতাল হ'ব, ৰাস্তা-পদূলি ভাল হ'ব, ইয়াৰ পথাৰত লখিমীয়ে দৌঁ খাবহি, গাঁৱে গাঁৱে সাৰ, কীটনাশক দৰৱ আৰু কঠীয়া বেচা দোকান হ'ব; এদিন ট্ৰেক্টৰ চলিব.......

কিন্তু ইমান চিঞৰি কোৱা সত্ত্বেও মানুহবোৰে হাই-উৰুমিহে লগালে। মুকুন্দই ইয়াৰ কাৰণ কি বুজিব নোৱাৰি অলপ পৰ তভক মাৰি ৰ'ল। ৰাইজৰ মাজত পুনৰ নিস্তব্ধতা বিৰাজ কৰিলে। অনুপহঁত মুকুন্দৰ ওচৰলৈ আহিল। মুকুন্দই সুধিলে, "মানুহখিনি কিয় আহিছে? তোমালোকনো আহিছা কিয়?" অনুপে একো ক'বলৈ নৌ পাওঁতেই ৰেণু বেগমে মাত লগালে, "আপুনি ইমানখিনি মানুহক হতাশ কৰিবনে?"

ৰেণু বেগমৰ এই প্ৰশ্নটোৰপৰাই মুকুন্দই সকলো বুজি পালে। দেউতাই ক'লে, "কথা দে আকৌ। মানুহখিনি যাওকগৈ। বহুত দূৰৈৰপৰা আহিছে।"

মুকুন্দই অনুপৰ পালে চাই ক'লে, "তেনেহলে তোমাৰ অনুৰোধ আৰু মোৰ অনিচ্ছাই শেষত এই ৰূপ ল'লে?"

অনুপে ক'লে, "সেয়া পিছ কথা। মুঠতে ৰাইজে আপোনাক এম. এল. এ হিচাপেও বিচাৰিছে।"

"সময় আছে?"

"আৰু তিনি দিন আছে।"

"কিন্তু এটা কথা। স্বামী ধীৰেন ৰংপিক মই সুধিব লাগিব। তেখেত ডিফুৰপৰা আহি আজি লাহোৱাল বাগিছা পোৱাৰ কথা। মই কাইলৈ ক'ম। তেওঁ অনুমতি দিলে মই ইয়ালৈ আহোঁতেই নমিনেচন ফাইল কৰি থৈ আহিম। আচল কথা কি জানা, অনুপ? এম-এল-এ হ'বলৈ মোৰ ভয় লাগিছে। জানোচা লংকালৈ গৈ ৰাৱণ হওঁ! মই কোনো মতলব লৈ ইয়াত কাম কৰিবলৈ অহা নাছিলোঁ।"

ৰঞ্জুৱে বাপেকৰ চকুলৈ চাই থিতাতে চকু নমাই আনিলে। বাপেকৰ চকুত এক অভিনৱ জ্যোতি দেখা পালে।

অনুপে পুনৰ ক'লে, "জয়প্ৰকাশে কৈছিল, যেতিয়া চৌদিশে আন্ধাৰ আৰু হতাশা দেখি, তেতিয়া তেখেতে গাঁৱৰ কৃষকৰ ওচৰলৈ যায় আৰু লগে লগে তেখেতৰ হতাশা আঁতৰে। আপুনি এতিয়া ইমান ৰাইজ দেখিও সিদ্ধান্ত এটা লবলৈ বল পোৱা নাইনে?"

খুব কঠিন প্ৰশ্ন। তাকে এৰাই যাবৰ বাবে মুকুন্দই ক'লে, "কাম কৰি যাবৰ বাবে শক্তি পাইছোঁ। অভিপ্ৰায় নথকা কাম। এম. এল. এ হোৱাৰ সিদ্ধান্তটো বেলেগ।"

"কাইলৈ খাটাংকৈ ক'ব, আপোনালোক যাওকগৈ" বুলি অনুপে ৰাইজক চিঞৰি চিঞৰি ক'লে। ৰাইজে অধোমুখে স্বস্থানলৈ উভতিলে।

মুকুন্দ খাওন্দে লাহোৱালত স্বামী ধীৰেন ৰংপিক লগ পালেগৈ। লগত ৰঞ্জু, চানুৰ আৰু দেউতাও আছিল। অলপ পিছত অনুপ আৰু ৰেণু বেগমো ওলালগৈ। মুকুন্দৰ মুখে সকলো শুনি স্বামীজীয়ে সকলোলৈ চাই ক'লে, "খাওন্দ ডাঙৰীয়া, অনাসক্ত হৈ কাম কৰিব লাগে বুলি শাস্ত্ৰই কৈছে। সেই বুলি কামত আঁচনি আৰু কৌশল থাকিব নেলাগে বুলি কোনো শাস্ত্ৰই কোৱা নাই। আপুনি যদি সঁচাকৈয়ে ৰাইজক ভাল পায়, তেনেহলে লঙ্কালৈ গৈ আপুনি ৰাৱণ হ'ব নোৱাৰে। জনক ৰজাৰ কথা ভাবক। আপুনি বেয়া হ'ব খুজিলে এতিয়া থকা ধন-সম্পত্তিখিনিৰেই ৰাৱণ হ'ব পাৰে। দশানন যাদবৰ দৰে। গতিকে এতিয়া আপোনাৰ কৌশল হোৱা উচিত বিধান সভাৰ প্ৰাৰ্থী হোৱাহে। ভোট-বৰ্জনে কাম নিদিব। আমাৰ সংবিধান এনেকুৱা যে পৰিয়ালবৰ্গৰ ভোট পায়ো— অৱশ্যে আন কোনেও ভোট দিবলৈ নাহিলে— এটা মানুহ এম-এল-হ'ব পাৰে। ইমানখিনি ভোটেই পাব লাগিব বুলি কথা এটা নাই। গতিকে নিজৰ আৰু পৰিয়ালৰ মানুহৰ ভোটেৰে নাইবা ডাকত পঠিওৱা ভোটেৰে কোনোবা অপদাৰ্থ মানুহক এম-এল-এ হোৱাৰ সুবিধা দিয়াতকৈ আপুনি নিজে প্ৰাৰ্থী হওক। ৰাইজে ঠিক বিবেচনাই কৰিছে। ..."

মুকুন্দ স্বামীজীৰ কথাত পতিয়ন গ'ল। সি ভোট-যুদ্ধত অৱতীৰ্ণ হ'ল।

**'ৰজা' ভঙা-পতা কৰিব পৰা মদৰ মহলদাৰ আৰু শিল্পপতি দশানন যাদব ডাঙৰ সমস্যাত পৰিছে। কেন্দ্ৰত জনতা চৰকাৰ হোৱাৰ পিছত শৰৎ সিংহৰ**

চৰকাৰ কৰ্ণাটকৰ দেৱৰাজ আৰ্চ আৰু অন্ধ্ৰৰ চেন্না ৰেড্ডিৰ চৰকাৰৰ দৰে শক্তিশালী হৈ থকা নাই বুলি তাৰ ধাৰণা। মানুহটোৱে ৰাজনীতি কৰা মানুহ চামৰ মতি-গতি ভালকৈ বুজে। সি জানে যে শৰৎ সিংহৰ অনুগামীসকলৰ বহুতেই নিৰাপত্তাহীনতাত ভুগিছে।

সি ভাবিলে, মই দুই পক্ষৰ লগত তাল মিলাই চলাই ভাল হ'ব। সি জনতা দলৰ শীৰ্ষস্থানীয় নেতা এজনৰ ওচৰ চাপিল। তেওঁ আকৌ জয়প্ৰকাশৰ নতুন দলটোক লৈ অত্যাধিক উৎসাহী। তেওঁ দশানন যাদবৰ উৎসাহত চেঁচা পানী ঢালিলে। তেওঁ ক'লে, "মহলদাৰ-চহলদাৰক আশ্ৰয় দিবৰ বাবে জয়প্ৰকাশ নাৰায়ণে ভাল মানুহখিনিক গোট খুৱাই লৈছে বুলি মই নেভাবোঁ। ভাৰতৰ ৰাজনীতিৰ এই নতুন ধাৰামতে আমাক কেৱল দুখীয়া ৰাইজৰহে সহায় লাগে।"

দশানন যাদব ক্ষুব্ধ হ'ল। তাৰ এটা প্ৰতিশোধৰ ভাব হ'ল। সি আক্ৰোশ ওঁঠ কামুৰিলে আৰু ক'লে, "নতুন পাৰ্টি হ'লে কি হ'ব? মানুহ একেখিনিয়েই।

কান্ধুলিজান সমষ্টিৰ প্ৰাৰ্থী ভেবুৰাম নেওগকে ধৰি উজনি অসমৰ সোতৰজন প্ৰাৰ্থীক দশানন মহাজনে ধনেজনে সহায় কৰাৰ প্ৰতিশ্ৰুতি দিলে। তাৰ ভিতৰত চাৰিজন প্ৰাৰ্থী নিৰ্দলীয়।

দশাননৰ কেইজনমান উপদেষ্টা আছে। কোনোবা উকীল, কোনোবা প্ৰাক্তন মন্ত্ৰী, কোনোবা পঢ়া-শুনা কৰা বিশ্ববিদ্যালয় নামৰ অভয়াৰণ্যত থকা তাত্ত্বিক বিপ্লৱী। তেওঁলোকৰ লগত আলোচনা কৰি এই সিদ্ধান্তলৈ আহে যে মানুহে ৰাজনৈতিক দলবোৰৰ আস্থা হেৰুৱাইছে বাবে এইটো নিৰ্বাচনত নিৰ্দলীয় প্ৰাৰ্থীয়ে ভালে কেইখনমান আসন দখল কৰিব। যেহেতু বহু ক্ষেত্ৰত ৰাজনীতি স্কাউণ্ড্ৰেলৰ সৰ্বশেষ আশ্ৰয়, সেয়েহে কিছুমান নিৰ্দলীয় বিধায়কে কক্ষপথ সলনি কৰি বেছ সুবিধা আদায় কৰিব।

পিছে কান্ধুলিজানত বাপধন দত্ত আচল নিৰ্দলীয় প্ৰাৰ্থী নহয়। ভেবুৰাম নেওগক সহায় কৰিবলৈ মনস্থ কৰাৰ পিছত দশানন যাদবেহে তাক পোন্ধৰ হেজাৰ টকা দি ক'লে, "তিনিকোণীয়া কণ্টেষ্ট হ'বৰ বাবেই তোমাক লাগে। ভোট ভাঙিব লাগিব। মনত ৰাখিবা, জলমৈ আৰু দলৈচুবাৰ এটাও ভোট যাতে মুকুন্দই নেপায়।"

বাপধনে টকা কেইহেজাৰহে মাফত পালে। সি জানে যে ৰেণু বেগম আৰু কেৰামত থকাৰ বাবেই দলৈচুবাৰ সকলো ভোট মুকুন্দই পাব। জলমৈলৈ

সি যাবই নোৱাৰে। মথাউৰি কাটি পানী সোমাবলৈ সুবিধা কৰি দিয়া বুলি ওলোৱা বাতৰি মতে বহুতে তাক আৰু ঘিণাই পাচনিক দোষ দিছিল।

আনহাতেদি দশাননে মুকুন্দৰ ওচৰলৈকো দূত পঠালে। মুকুন্দই ক'লে, "মোৰ ধ্ৰুৱ বিশ্বাস, একো নকৰাকৈয়ে মই জিকিম। তেখেতে মিছাতে কষ্ট কৰিব নেলাগে। তথাপি এই সময়ত মোৰ হৈ ভবাৰ বাবে তেখেতক ধন্যবাদ।"

দূতজন আছিল দশাননৰ 'ৰিটেইনাৰ' উকীল টংকেশ্বৰ গোহাঁই। মুকুন্দৰ কথা-বতৰাবোৰ পূৰা 'পলিটিচিয়ান'ৰ দৰে হৈ পৰিছে। তেওঁ ভাবিলে।

অসমত নিৰ্বাচনৰ বতাহ পূৰাদমে বলিল। ঠায়ে ঠায়ে ৰাষ্ট্ৰীয় পৰ্য্যায়ৰ নেতা আহি নিজ নিজ দলৰ ভৱিষ্যত আঁচনিৰ কথা ক'লে। কংগ্ৰেছী নেতাই ক'লে, "ৰাইজ, জোৰা-টাপলি দি ৰখা দলৰ কাজিয়াখোৰ মানুহখিনিক ভোট দিয়া মানে দেশলৈ অস্থিৰতা আৰু বিশৃঙ্খলতাক মাতি অনা।" জনতা দলৰ নেতাই ক'লে, ৰাইজ, মুকলি বতাহত যদি উশাহ ল'ব খুজিছে, তেন্তে আমাক ভোট দিয়ক। স্বেচ্ছাচাৰিতাক যদি মাতি আনিব খুজিছে আৰু পুলিচ-চি. আৰ. পিৰ ৰাজত্বত থাকিব খুজিছে, তেনেহলে আমাক ভোট নিদিব।...."

কান্ধুলিজানতো নিৰ্বাচনৰ বতাহ বলিল। ভেবুৰামৰ ভালেমান জীপে কান্ধুলিজানৰ আলিকাষৰীয়া সেউজীয়া গছ-গছনিত ধূলিৰ ডাঠ চামনি পেলালে। মাইক যোগে কৰা অনুৰোধবোৰ যথেষ্ট বিৰক্তিকৰ হৈ পৰিল। স্কুল আৰু নামঘৰৰ বেৰত ভেবুৰাম নেওগৰ পোষ্টাৰবোৰ জিলিকিবলৈ ধৰিলে।

কিন্তু এইবোৰ কামে কান্ধুলিজনীয়া ৰাইজক হঁহুৱালেহে। ভেবুৰামে গাঁৱে গাঁৱে দুটা-এটা পইচা দিলে। সিহঁতক তাৰ হৈ খাটিবলৈ কোৱা হ'ল। পিছে সি গোটেই অঞ্চলটোত এনেকুৱা মানুহ পাঁচটাহে পালে। কাঁৱৈমাৰীৰ নাম কটা চিপাহী আৰু তামোল চোৰ হাচমৎ, দলৈচুবাৰ কানু মণ্ডল, জামুগুৰিৰ পইচা-খোৱা প্ৰধান শিক্ষক (মাইনৰ স্কুলৰ) বানেশ্বৰ, বহুকটাত থকা কান্ধুলিজানৰ মৌজাদাৰ হৃৰেশ্বৰ আৰু দীঘলআটীৰ গেলামালৰ দোকানী দ্ৰোণকান্ত কলিতা।

কিন্তু সিহঁতে পইচা লৈ ঘৰতহে বহি থাকিবলগীয়া হ'ল। কানু মণ্ডল আৰু বানেশ্বৰ মাষ্টৰৰ পিঠিত কেইকোবমান পৰিলো। হাচমতক কাঁৱৈমাৰীৰ ৰাইজে কাণত ধৰাই উঠা-বহা কৰিলে।

মুকুন্দই কিন্তু পোষ্টাৰ এখনো ছপাবলগীয়া নহ'ল। তাৰ নামত গোহাৰি এখনো নোলাল। ৰাইজে গাঁৱে গাঁৱে নিজেই সভা পাতিলে। তাত মুকুন্দই কোনো

প্ৰতিশ্ৰুতি দিবলগীয়া নহ'ল। মাত্ৰ অনুপ, বছিৰ, ৰেণু বেগম আদিয়ে আখৰ চিনি নোপোৱা মানুহক জনাই দিবলগীয়া হ'ল যে মুকুন্দৰ য'ত নাম থাকিব তাত চাইকেলৰ ছবিটোও থাকিব; গতিকে চাইকেলৰ ছবিৰ পোনে পোনে দুডাল আঁচৰ মাজত ছাবটো মাৰিলেই হ'ল।

ভেবুৰামৰ মানুহে মাইকত গান বজাই খালি ট্ৰাকত নাচনী নচুৱাই আৰু বাকৰিত খুটা পুতি ৰংবিৰঙৰ ছবি ওলোমায়ো এখনো সভা পাতিব নোৱাৰিলে। অথচ মানুহবোৰে (সকলো আন ঠাইৰ মানুহ) এনে এটা ভাব দেখুৱালে যেন ভেবুৰাম নেওগৰ তুলনাত মুকুন্দ একোৱেই নহয়।

মুকুন্দক কিছুমান ডেকাই ক'লেহি যে ভেবুৰামৰ মানুহক, আনকি ভেবুৰামকো সিহঁতে গাঁও সোমাবলৈ নিদিয়াৰ ব্যৱস্থা কৰিব পাৰে। সিহঁতে তাৰে অনুমতি বিচাৰি আহিছে। মুকুন্দই ক'লে, "সিহঁত বলিয়া কুকুৰৰ নিচিনা ঘূৰি ফুৰক। আমাৰ একো হানি নহয়। অথচ আমি বাঁধা দিলে সেয়ে আকৌ পিছত নিৰ্বাচনী গোচৰ হ'ব।"

দশানন যাদৱে এই সকলোবোৰ খবৰ পালে। সি সন্ত্ৰস্ত হৈ পৰিল। সি দিনে তিনি চাৰিখনকৈ দৈনিক বাতৰি কাকত পঢ়ি নিজে অসমৰ নিৰ্বাচনৰ বিশ্লেষণ কৰিবলৈ ধৰিলে। নিজেও কেবাটাও সমষ্টিত ঘূৰিলে। নিৰ্বাচনৰ দিনটোলৈ আৰু ছদিন আছে যদিও সি হতাশ হ'ল। তাৰ আবেগ বৰ্জিত বিশ্লেষণে ইয়াকে দেখুৱালে যে যি জনতাৰ ঢৌৱে সংসদৰ নিৰ্বাচনত কংগ্ৰেছক ধৰাশায়ী কৰিছিল সেই ঢৌ অসমত সিমান প্ৰবল নহয় যদিও 'নিগেটিভ' ভোটে শাসক দলক বেয়াকৈ নেহেৰুৱালেও নেহেৰুৱাকৈ নেথাকিব।

ইয়াৰ বিষময় পৰিণামৰ কথা দশাননে চিন্তা কৰিবলৈ ধৰিলে। জনতাই নিৰঙ্কুশ সংখ্যাগৰিষ্ঠতা লাভ কৰিব নোৱাৰিলে কম আসন লাভ কৰা দলবোৰ জনতাৰহে লগ লাগিব। প্ৰথমতে নিৰ্দলীয় এম. এল. এ কেইটাই জনতাৰ লগ লাগি বিপক্ষৰ দলপতিক শ'লঠেকত পেলাব। ওপৰৰ অনুশাসনৰ প্ৰয়োজন নোহোৱা নিৰ্দলীয় এম. এল. এ কেইজনেই অসমৰ ৰাজনীতিত বিশিষ্ট ভূমিকা গ্ৰহণ কৰিব পাৰে। এইটো দশাননৰ কাৰণে বৰ বিপদৰ কথা হ'ব। কাৰণ এই নিৰ্দলীয় এম. এল. এ কেইজনৰ মাজত যিটো মানুহ থাকিব সি কেতিয়াও দশাননৰ দৰে মানুহৰ লগত আপোচ-মীমাংসালৈ নাহে। সি জিকি জনতাকে সমৰ্থন কৰিব। কাৰণ জনতাই তাৰ বিপক্ষে মানুহ উঠোৱা নাই।

দশাননে কাকো ভয় নকৰে। ৰাজনৈতিক দলকো। শক্তিশালী মন্ত্ৰীকো। কিন্তু সি ভয় কৰে সততাক আৰু আদৰ্শক; চিন্তাৰ নতুন ঢৌকো। এসময়ৰ ইৰ্ষাদৰ সঙ্গী, কূট কৌশলত পাৰদৰ্শী, ঘৃণাৰে চোৰাং কাৰবাৰত লগা আৰু এতিয়া অনৈতিক বুলি এই কাৰবাৰ বাদ দি আদৰ্শৰে সন্তুষ্ট হৈ থাকিব খোজা মুকুন্দ খাওন্দৰ চেহেৰাটোৱে তাৰ চকুৰ আগত এটা অপৰাজেয় দৈত্য হিচাপে থিয় দিছেহি। এই দৈত্যটোৰপৰা আৰু এটা ডাঙৰ বিপদ হ'ব এয়ে যে সি দশাননৰ ব্যৱসায়ৰ সকলো ভিতৰুৱা কথা জানে বাবে সি দশাননৰ 'ৰাজ্যখন'ৰ পতন ঘটাবলৈ নাইবা এই ৰাজ্যখনক আনৰ হাতত শোধাই দিবলৈ যৎপৰোনাস্তি চেষ্টা চলাব। কূট-নীতিত পাৰ্গত মুকুন্দই নিশ্চয় জানে যে দশানন প্ৰতাপী হৈ থাকিলে সিহঁতৰ দৰে প্ৰকৃততে ৰাইজৰ উপকাৰ কৰিব খোজা মানুহবোৰ ৰাজনৈতিকভাৱে বাচি থাকিব নোৱাৰে।

দশানন যাদবৰ এতিয়া মাথোন এটাই চিন্তাঃ মুকুন্দৰ পতন ঘটাব লাগিব। একেখন হাবিত — লক্ষীমপুৰ জিলাত—দুটা বাঘ থাকিব নোৱাৰে।

তাৰ ৰেণু বেগমলৈ খং উঠিল। তাই বুজি পোৱা নাই যে মুকুন্দই ক্ষমতা পালে সি ইৰ্ষাদে গঢ়ি তোলা ৰাজ্যখন ভাঙি ছিঙি পেলাব। সি ৰেণুক লগ ধৰিলেহি। তাই ক'লে, "ময়ো মুকুনৰ দৰে মুক্ত হোৱাৰ ইচ্ছা। মই এটা উদ্দেশ্য বিচাৰি পাইছোঁ। মই মুকুনৰ দলত। মোক দোধোৰ মোধোৰত নেপেলাব।"

দশাননৰ আগতকৈ বেছি খং উঠিল। সি ক'লে, "এই আকৌ আদৰ্শৰ লেক্‌চাৰ মাৰিবলৈ আহিছে। জীয়াই থকাৰ উদ্দেশ্যৰ কথা কৈছে। অ', বুজিছোঁ। বেশ্যাৰ দেহৰ জোৰ কমিছে।"

ইয়াকে শুনি ৰেণুৱে ফণা মেলা সাপিনীৰ মূৰ্তি ধৰিলে। তাই কঁকালত হাত দুখন থৈ দশাননৰ ফালে এথেপা থুই পেলাই ক'লে, "চালা চুৱা খোৱা হাৰামজাদা। ওলাই যা এতিয়াই।" তাই অলপ পৰ তভক মাৰি ৰ'ল। কাৰণ ঠাণ্ডা মগজৰ খচ্চৰটোৱে তাইৰ ফালে চাই মিচিকিয়াবলৈ ধৰিলে। তাই অতীষ্ঠ হৈ চিঞৰিলে, "বৈষ্ণৱ সিং। অই বৈষ্ণৱ সিং।। বেগেতে আহ। এই লেতেৰা বুঢ়াটোক ডিঙিত ধৰি বাজ কৰি দে।"

দশানন ওলাই যোৱাৰ পিছত ৰেণুৱে দুই হাতৰ তলুৱাৰে মুখখন ঢাকি পাৰেমানে উচুপিলে।

দশাননে চূড়ান্ত সিদ্ধান্ত লৈ পেলালে। সি কোনোপধ্যে মুকুন্দক জিকিবলৈ দিব নোৱাৰে। মুকুন্দ মৰিব লাগিব।

সি ৰাতি শুব নোৱাৰিলে। ক্ষোভ আৰু অপমানত দগ্ধ হৈ দশানন যাদবে অকলে এখন ভয়ানক আঁচনি প্রস্তুত কৰিলেঃ ন,' মুকুন্দ কেন্নট বি কিল্ড। সি ভোট বিচাৰি ফুৰা নাই। লগৰীয়া কেইটামানক লৈ মাছ পোহা পুখুৰীৰ বাবে আৰু দুখন হাইস্কুল পাতিবৰ বাবে সুবিধাজনক ঠাই বিচাৰি সি ঘূৰি ফুৰিছে। তাক মৰা টান কিন্তু বাপধন দত্তক মাৰি পেলালেও নিৰ্বাচন বন্ধ হ'ব। তেতিয়া মুকুন্দ ছমাহৰ বাবে হলেও এম. এল. এ হ'ব নোৱাৰিব। ন,' ন,' ন,' বেচেৰা বাপধন বাচি থাওক। তাক হত্যা কৰিলে মুকুন্দক স্থায়ী অপকাৰ কৰিব পৰা নেযাব। এই হত্যাৰ কাৰণ দৰ্শোৱা টান হ'ব। তেনেহলে, মোৰেই মানুহ ভেবুৰাম নেওগ বলি হওক। তাৰ দোষ হ'ল সি মুকুন্দক হৰুৱাব নোৱাৰিব। মোৰ বাবে তাৰ প্রয়োজন শেষ হৈ গৈছে। মুকুন্দক তেতিয়া সাঙুৰিব পৰা যাব। ইয়েচ, ইয়েচ, ভেবুৰাম মাষ্ট্ নট্ লিভ্.....।

এই ভয়ানক সিদ্ধান্তলৈ অহাৰ পিছত দশাননে ঘড়ীটোলৈ চালে। ৰাতি পুৱাবলৈ আৰু প্রায় এঘণ্টা বাকী। সি টেবুল লাইটটো জ্বলাই দুই পেগ হুইস্কি একেলগে ঢালি ল'লে আৰু পানী নিমিহলোৱাকৈ দুঢোকতে শেষ কৰি পেলালে। সি শুবলৈ চেষ্টা কৰিলে।

বৰ জটিল আঁচনিঃ ৰাতি দহটামান বজাত দুখনমান জীপ কান্ধুলিজানত থাকিব। এখন জীপত ভেবুৰাম নেওগ থাকিব। দুয়োখন জীপতে কম্বল আৰু মদ থাকিব। এই কথা কান্ধুলিজানৰ ডেকাইঁতে গম পাব লাগিব। হতাহতি হ'ব। তেতিয়াই সেই কোনেও কল্পনা কৰিব নোৱাৰা ঘটনাটো ঘটিব লাগিব।...

খবৰ পোৱা সত্ত্বেও কান্ধুলিজনীয়াই জীপ দুখন আগুচি নধৰিলে। সেই বাবে হত্যাকাৰী বিবুদ্ধিত নপৰিল। তাৰ বিকল্প ব্যৱস্থাও দিয়া আছে। ভেবুৰাম নেওগ যোৱা জীপখন বাঁহনি এডৰাৰ ওচৰত বৈ গ'ল। ড্রাইভাৰে জীপখন বেয়া হৈছে বুলি ক'লে। সকলোৱে নামি জীপখন ঠেলিবলৈ ধৰিলে। এনেতে বাঁহনিৰপৰা অহা দুটা গুলীয়ে ভেবুৰামক শেষ কৰি দিলে। ওচৰত থকা ডেকা দুটাকো গুলীয়ে চেলেকিলে। দুয়োখন জীপত থকা প্রায় আঠটা মানুহে এনেকৈ চিঞৰিবলৈ লাগিল যে আন মানুহে নিশ্চয় দুটা দলৰ মাজত তুমুল যুঁজ হৈছে বুলিহে ভাবি ল'লে।

এখন জীপ তীব্র বেগে চহৰলৈ উভতিল। তাত দুয়োখন জীপৰ বস্তুবোৰ আছিল। পুৱাই কান্ধুলিজানত পুলিচ সোমাল। অলপ পিছতে দুখন ট্রাকত ভেবুৰাম নেওগৰ সমৰ্থকবোৰ আহি তাৰ শটো ঘেৰি ধৰিলেহি। শটোক ট্রাকত সজাই-পৰাই শ্বহীদৰ দৰে কিছুপৰ দুখনমান গাঁৱত ঘূৰোৱাও হ'ল।

চহৰত ভেবুৰাম নেওগৰ শটো লৈ শোভাযাত্ৰা হওঁতে চহৰবাসীয়ে শুনিবলৈ পালে যে হত্যাৰ সংক্ৰান্তত মুকুন্দ খাওন্দক গ্ৰেপ্তাৰ কৰা হৈছে আৰু সি চহৰৰ হাজোতত। পুলিচে হেনো তাৰ ঘৰৰ চৌহদত দুইনলীয়া বন্দুক এটা পুতি থোৱা অৱস্থাত পালে।

পুৱাৰ আঞ্চলিক বাতৰিৰ যোগেদি আকাশবাণীয়ে জনালে, "....প্ৰাৰ্থীৰ ৰহস্যজনক হত্যাৰ পিছত তেওঁৰে প্ৰতিদ্বন্দ্বী মুকুন্দ খাওন্দক আটক বন্দী হিচাপে ৰখা হৈছে। এই হত্যাকাণ্ডৰ বাবে আৰু লগতে ভোট দিয়াৰ সুযোগ হেৰুওৱাৰ বাবেও কান্ধুলিজানৰ ৰাইজে অসন্তুষ্টি প্ৰকাশ কৰিছে। উল্লেখযোগ্য যে..."

চহৰত ভীষণ চাঞ্চল্য। বিখ্যাত উকীল পূৰ্ণকান্ত দুৱৰাই ক'লে, "ইন্‌ফাইটিং বুলি মোৰ ঘোৰ সন্দেহ। জৰুৰ জিকিব বুলি জনা মানুহটোৱে কিয় বাৰু প্ৰতিদ্বন্দ্বিক মাৰিব? কেচটো মই ল'ম। পুলিচবোৰো পাগল। এ প্লেণ্টেড কেচ। মটিভেচনটো প্ৰমাণ কৰা টান হ'ব।"

ভেবুৰামৰ হৈ খটা মানুহবোৰে আৰু আনকি বাপধন দত্তয়ো কৈ ফুৰিবলৈ ধৰিলে যে ক'লা বেপাৰীয়ে অৱস্থা বেয়া দেখিলে গুলী চলাবই। সিহঁতে ভেবুৰামৰ গুণ বখানিবলৈ ধৰিলে আৰু ঘঁৰিয়ালৰ চকুলোও টুকিলে।

অনুপে ৰঞ্জু আৰু চানুৰক লগত লৈ বৃদ্ধ উকীল পূৰ্ণকান্ত দুৱৰাৰ ওচৰ পালেগৈ। দুৱৰাই সিহঁতক ক'লে, "জামিনত খালাচ হ'বলৈ নিদিব। মই আদালতত এনে এটা মানুহ খাৰা কৰাম যাৰ নাম শুনি পোনতে তোমালোকে বিশ্বাস কৰিবলৈকে টান পাবা। গোটেই অসমতে হুলস্থূল লাগি যাব। ...."

শৰ শোভাযাত্ৰাটো দেখি মটৰ গাড়ীৰে অতিক্ৰম কৰি যোৱা চাহ বাগিছাৰ মেনেজাৰ এজনে তেওঁৰ পত্নীক ক'লে, "লুক বেবী, পলিটিক্স আজিকালি মফিয়াৰ হাতলৈ গৈছে।"

কিন্তু কেইঘণ্টামানহে ভেবুৰামৰ হত্যাকাণ্ডৰ বিৰূপ সমালোচনা হ'ল। দিনৰ দুটা বজাৰ পিছত এটা দৃশ্যই চহৰবাসীক চমক লগালে। কান্ধুলিজানৰ ফালৰপৰা শোভাযাত্ৰা কৰি প্ৰত্যাহবানৰ ধ্বনি তুলি বহুত মানুহ আহি থাকিবলৈ ধৰিলে। এয়া কান্ধুলিজানৰ দৰিদ্ৰ নাৰায়ণ, যাৰ শুকান মুখৰ কোটৰত সোমোৱা চকুত বিদ্ৰোহৰ লেলিহান শিখা। ল'ৰা-ডেকা, জীয়ৰী-বোৱাৰী, বুঢ়া-বুঢ়ী; সকলোৰে চকুত। এই শোভাযাত্ৰাৰ আগত আহিছে ৰেণু বেগম। তাইৰ পিছত কান্ধুলিজনীয়া নাৰী-সমাজ। তাইৰ এতিয়া বীৰাঙ্গনাৰ ৰূপ। পুৰুষৰ লগত দেখা

গৈছে দেউতা, বছিৰ, কেৰামত, ৰঞ্জু, চানূৰ আৰু অনুপৰ লগৰীয়াবোৰ। অনুপ আৰু হামিদে দুৱৰা উকীলৰ পাছ এৰা নাই।

তিনি বজাৰ সময়ত চহৰৰ থানাৰ সমুখত হাজাৰ হাজাৰ মানুহ। জনতাই ধ্বনি তুলি মুকুন্দৰ চৰ্তহীন মুক্তি বিচাৰিছে। জনতাই মেদিনী কঁপাইছে। জনতাৰ দীপ্ত ধ্বনিয়ে এখন নিশ্চল আবেগশূন্য আকাশত জুই জ্বলাইছে আৰু কাঞ্চুলিজনীয়াৰ জনতাৰ অমোঘ শক্তিৰ কথা সোঁৱৰাইছে। এই জনতাই সকলোকে ভৱিষ্যতৰ সুস্থ নবীন সূৰ্য্যৰ ফালে আঙুলি দি দেখুৱাইছে।

পুলিচে ৰঞ্জু আৰু চানূৰক দেউতাকক দেখা কৰিবলৈ দিলে। হাজোতৰ লৌহ দণ্ডৰ ফাঁকেদি হাত ভৰাই দি সিহঁতে দেউতাকৰ ভৰি ছুই সেৱা কৰিলে। সিহঁত তিনিও ভালেমান পৰ মনে মনে থাকিল। সজল চকুৰ ভাষাৰেই সিহঁতৰ বহুত কথা কোৱা হ'ল। বাপেকক এৰিবৰ সময়ত ৰঞ্জুৱে ক'লে, "মা জীয়াই থকাহেঁতেন আজি কিমান যে সন্তোষ পালেহেঁতেন।"

ৰেণুৱেও মুকুন্দক দেখা কৰিবৰ বাবে পুলিচৰ অনুমতি পালে। জনতাৰ বিপুল ৰণধ্বনিৰ মাজেৰে তাই মুকুন্দৰ কাষলৈ আহিল। ৰেণুৱে ক'লে, "আচল হত্যাকাৰী কোন ক'ব পাৰে? আপোনাৰ একালৰ দোস্ত দশানন যাদব? মোৰ হ'লে সন্দেহ হয়।"

মুকুন্দই কিন্তু আশ্চৰ্য্য প্ৰকাশ নকৰিলে। সি নিৰুত্তাপভাৱে ক'লে, "তেনেহলে চয়তানৰ শক্তি বেছি নেকি?"

ৰেণুৱে হাজোতৰ লৌহদণ্ডৰ মাজেদি সোঁহাতখন আগবঢ়াই দিলে আৰু মুকুন্দৰ হাতখনত খামোচ মাৰি ধৰি ইটো হাতেৰে ধ্বনি তুলি থকা অজস্ৰ জনতাক দেখুৱাই ক'লে, "ইয়াকে দেখিও আপুনি চয়তানক ৰাইজ হেন দেৱতাতকৈ ডাঙৰ বুলি ভাবে?"

মুকুন্দই ইটো হাতেৰে ৰেণুৰ আনটো হাতত খামুচি ধৰি আপোন আত্মাৰ প্ৰত্যয় বিচাৰিলে। সি বাহিৰৰ কাঞ্চুলিজনীয়া জনসমুদ্ৰৰ ফালে চাই ক'লে, "মই আজি সুখী। মানুহখিনিয়ে, সৌৱা অজস্ৰ গণদেৱতাই, মোৰ হীনতা মচি পেলাইছে। মই নিকা হৈছোঁ। মোৰ মনৰ আন্ধাৰ দূৰ হৈছে। মই এটা সুন্দৰ স্বপ্ন দেখিছোঁ, ৰেণু।"

মুকুন্দই আবেগ-বিহ্বলভাৱে ৰেণুলৈ চালে। তাই ন-কইনাৰ দৰে সলজ্জিতা হৈ চকুহাল তললৈ নমালে।

তেতিয়া বাহিৰত জনতাৰ মুখৰ ধ্বনি।

***